গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতক মহলাৰ পাছ পাঠ্যক্ৰমৰ বাবে

# ভাৰত বুৰঞ্জী

## তৃতীয় খণ্ড


লেখকসকল

অধ্যায় ১—৪

ড. যোগেন্দ্ৰনাথ ফুকন, এম. এ., পি-এইচ. ডি.

বুৰঞ্জী বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়

অধ্যায় ৫—১৪

শ্ৰীদীপ্তিপ্ৰসাদ বৰুৱা, এম. এ. (বুৰঞ্জী), এম. এ. (ইংৰাজী)

বুৰঞ্জী বিভাগ, মংগলদৈ কলেজ, মংগলদৈ

সম্পাদক

ড সূৰ্য্যকান্ত বৰপূজাৰী, এম. এ., পি-এইচ. ডি.

বুৰঞ্জী বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়






পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি

গুৱাহাটী বিশ্ববিদ্যালয়

বিদ্বান লোকে যদি যথোপযুক্ত দৃষ্টিভংগীৰে কিতাপখন গ্ৰহণ কৰে, তেনেহ'লে সেয়েই এই গুৰুত্বপূৰ্ণ আঁচনিৰ প্ৰতি প্ৰকৃত পৰিমাণে বৰঙণি যোগোৱাৰ সমতুল্য হ'ব। এই প্ৰসংগত শিক্ষকসকলক আমি বিশেষ-ভাৱে এটা অনুৰোধ কৰিছোঁ। পাঠ্যপুথি ছাত্ৰৰ কাৰণে দ্বিতীয় শিক্ষকহে। গতিকে শিক্ষকসকলে কিতাপখনৰ ভুল-ভ্ৰান্তিখিনি প্ৰথমতে ছাত্ৰ-ছাত্ৰী-সকলক দেখুৱাই দি, শুধৰাই দি, লগে লগে যেন আমাকো সেই বিষয়ে জানিবলৈ দিয়ে। শিক্ষকসকলৰ এনেকুৱা সক্ৰিয় আৰু সহানুভূতিপূৰ্ণ সহযোগিতা শিক্ষাজগতৰ এই যুগান্তকাৰী সন্ধিক্ষণত অত্যন্ত আৱশ্যকীয়।

কিতাপখনৰ লেখকসকল, সম্পাদক আৰু বুৰঞ্জী বিষয়ৰ পাঠ্যপুথি প্ৰণয়ন শাখাক আমি কৃতজ্ঞতা জনাইছোঁ।

ভবেন্দ্ৰনাথ শইকীয়া
সচিব
পাঠ্যপুথি প্ৰস্তুতি সমবায় কমিটি
গুৱাহাটী বিশ্ববিদ্যালয়

মে', ১৯৭৭ চন

# উপক্ৰমণিকা

গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতিৰ নিৰ্দেশ অনুযায়ী স্নাতক মহলাৰ বাবে এই পুথিখন যুগুত কৰা হৈছে। ইউৰোপীয়সকলৰ ভাৰতলৈ আগমনৰপৰা স্বাধীন ভাৰতৰ জন্মলৈকে—এই সময়চোৱা যে অতি গুৰুত্বপূৰ্ণ তাক নিশ্চয় সকলোৱে উপলব্ধি কৰে। পাঠ্যপুথিখন ৰচনা কৰোঁতে আমি শিক্ষাৰ্থীসকলৰ প্ৰয়োজনীয়তাৰ কথা সততে মনত ৰাখিছোঁ আৰু নিৰপেক্ষভাৱে সকলো ঐতিহাসিক ঘটনাৱলী দাঙি ধৰাৰ চেষ্টা কৰিছোঁ। আধুনিক ভাৰত বুৰঞ্জীৰ জ্ঞান আহৰণ কৰা বিষয়ত এই পুথিখনেই বৰং সম্পূৰ্ণ হ'ব নোৱাৰে, তথাপি এইখনৰপৰা ছাত্ৰ-ছাত্ৰীসকল কিছু পৰিমাণে উপকৃত হ'লে লেখকদ্বয়ে সাৰ্থক মানিব।

পাঠ্যপুথিখন ৰচনা কৰাত কিমান দূৰ সফলকাম হৈছোঁ, তাক সহকৰ্মী অধ্যাপক-অধ্যাপিকা আৰু ছাত্ৰ-ছাত্ৰীসকলে বিচাৰ কৰিব। ভৱিষ্যতে ইয়াৰ মান উন্নত কৰাত আমি সকলোৰে সহযোগিতা লাভ কৰিব পাৰিম বুলি আশা ৰাখিছোঁ।

লেখকদ্বয়

মে', ১৯৭৭ চন

## বুৰঞ্জী বিষয়ৰ পাঠ্যপুথি প্ৰণয়ন প্ৰশাখাৰ সদস্যসকল

ড. হেৰম্বকুমাৰ বৰপূজাৰী (সভাপতি)

ড. দেৱপ্ৰসাদ বৰুৱা

ড. প্ৰতাপচন্দ্ৰ চৌধুৰী

শ্ৰীঅমলেন্দু বানাৰ্জী

ড. বিভূতিভূষণ মিশ্ৰ

ড. সূৰ্য্যকান্ত বৰপূজাৰী

চৈয়দ মজহৰুল ইছলাম

শ্ৰীসদানন্দ চলিহা

*ড. যোগেন্দ্ৰনাথ ফুকন

শ্ৰীএছ. কে. অষ্টিন জন*

শ্ৰীদেৱব্ৰত দত্ত

# সূচীপত্ৰ

### প্ৰথম অধ্যায়

# ভাৰতলৈ ইউৰোপীয়সকলৰ আগমন

প্ৰাচীন কালৰেপৰা ভাৰতৰ সৈতে ইউৰোপৰ দেশসমূহৰ বেপাৰ-বাণিজ্য চলিছিল। ৰোম, গ্ৰিচ আদি দেশৰ লগত ভাৰতৰ বেহা-বেপাৰ থকাৰ কথা ইতিহাসৰ ছাত্ৰসকলৰ অবিদিত নহয়। আৰব সাগৰ, লোহিত সাগৰ আৰু পাৰস্য উপসাগৰৰ জলপথেদি আৰু আৰব, পাৰস্য আৰু আফগানিস্তানৰ ভিতৰেদি থকা স্থলপথেৰে এই বাণিজ্য সম্পৰ্ক চলিছিল। কিন্তু খ্ৰিষ্টীয় সপ্তম শতাব্দীত আৰব সাগৰ, লোহিত সাগৰ আৰু পাৰস্য উপসাগৰত আৰব নাবিকসকলৰ একচ্ছত্ৰী আধিপত্য স্থাপিত হোৱাত ভাৰতৰ লগত পাশ্চাত্যৰ দেশসমূহৰ পোনপটীয়া বাণিজ্য সম্পৰ্ক ব্যাহত হয়। ফলত আৰব বণিকসকলেই ভাৰতৰ উৎপন্ন সা-সামগ্ৰী কঢ়িয়াই নি ইউৰোপৰ ভিন ভিন দেশৰ চাহিদা পূৰণ কৰি অশেষ লাভবান হৈ উঠিছিল। তাকে দেখি ইউৰোপীয় লোকসকলে, বিশেষকৈ পৰ্টুগিজসকলে আৰব বেপাৰীইতৰ লগত প্ৰতিযোগিতাত অৱতীৰ্ণ হয়, কিন্তু ইউৰোপৰ লগত থকা ভাৰতৰ পোনপটীয়া জল আৰু স্থলপথকেইটা আৰবসকলৰ কৰ্তৃত্বত থকাত পৰ্টুগিজসকলৰ প্ৰাৰম্ভিক চেষ্টা ব্যৰ্থ হয়। ইতিমধ্যে খ্ৰিষ্টান আৰু মুছলমানসকলৰ মাজত ধৰ্ম-বৈৰিতাই উগ্ৰৰূপ ধাৰণ কৰে। ফলত দ্বাদশ শতিকাত ইউৰোপত খ্ৰিষ্টান আৰু মুছলমানসকলৰ মাজত এখন ধৰ্মযুদ্ধ (crusade) আৰম্ভ হয়। ১৪৫৩ চনত কনষ্টাণ্টিনোপল (Constantinople) তুৰ্কীসকলৰ হস্তগত হোৱাত প্ৰাচ্য দেশসমূহৰ লগত খ্ৰিষ্টানসকলৰ পোনপটীয়া বাণিজ্যৰ বাট একেবাৰে বন্ধ হয়। তেতিয়াৰেপৰা ভাৰতৰ সৈতে বেহা-বেপাৰৰ এটা বিকল্প পথৰ একান্ত প্ৰয়োজনীয়তা ইউৰোপীয় জাতিসমূহে তীব্ৰভাৱে

অনুভৱ কৰিলে। এই ক্ষেত্ৰত পৰ্টুগিজসকল আছিল প্ৰধান বাটকটীয়া। তেওঁলোকৰ নেবানেপেৰা প্ৰচেষ্টাৰ ফলতে ভালেমান নতুন ঠাই আৰু পথৰ আৱিষ্কাৰ হ'ল। কলম্বছৰ আমেৰিকা আৱিষ্কাৰ এনে এক প্ৰচেষ্টাৰেই ফল। ইমানতো ক্ষান্ত নাথাকি দুঃসাহসিক আৰু দুৰ্দমনীয় পৰ্টুগিজ নাবিকসকলে অজানা সমুদ্ৰত জাহাজ এৰি দিছিল ভাৰতৰ লগত বেহা-বেপাৰৰ এটা নতুন জলপথ আৱিষ্কাৰ কৰাৰ মানসেৰে। অৱশেষত তেওঁলোকৰ একাগ্ৰতাই সফলতা লাভ কৰিলে। ১৪৮৭ চনত বাৰ্থ'ল'মিউ ডিয়াজ (Bartholomew Diaz) নামৰ পৰ্টুগিজ নাবিকৰ জাহাজখন সাগৰৰ ধুমুহাত পৰি আফ্ৰিকা মহাদেশৰ দক্ষিণে থকা উত্তমাশা অন্তৰীপ (Cap of Good Hope) হৈ ঘূৰি আহে। এই ঘটনাৰ প্ৰায় দহবছৰৰ পাছত আন এজন পৰ্টুগিজ নাবিক ভাস্ক-ডা-




চিত্ৰ ১ : উত্তমাশা অন্তৰীপ আৱিষ্কাৰৰ আগৰ জলপথ

গামাই ( Vasco-da-Gama ) বাৰ্থ'ল'মিউ ডিয়াজৰ পথ অনুসৰণ কৰি উত্তমাশা অন্তৰীপেদি ঘূৰি মোজাম্বিক হৈ আহি ১৪৯৮ চনত দক্ষিণ ভাৰতৰ কালিকট বন্দৰত উপস্থিত হয়হি। এই নতুন জলপথ আৱিষ্কাৰৰ-দ্বাৰা পাশ্চাত্যৰ লগত ভাৰতৰ যোগাযোগ সুগম হয়। ভাস্ক'-ডা-গামা উত্তমাশা অন্তৰীপেদি ঘূৰি ভাৰতত উপস্থিত হোৱাটো এটা বিখ্যাত

ঐতিহাসিক ঘটনা। এই ঘটনাই ভাৰতৰ তথা পৃথিৱীৰ ইতিহাসত এক নৱযুগৰ সূচনা কৰিলে। ইয়াৰ ফলত এহাতে যেনেকৈ আৰৱ বণিকসকলৰ আধিপত্য খৰ্ব হ'ল, আনহাতে তেনেকৈ ইউৰোপৰ লগত ভাৰতৰ পোনপটীয়া যোগাযোগ আৰু বেপাৰ-বাণিজ্যৰ কাৰণে এটা নতুন পথৰ সৃষ্টি হ'ল।

## পৰ্টুগিজ বণিকসকলৰ আগমন

ভাস্ক'-ডা-গামা আহি মালবাৰ উপকূলস্থ কালিকট বন্দৰত উপস্থিত হোৱাৰ কালত তাৰ স্থানীয় শাসক (যাক 'জামৰিন' বোলা হৈছিল) জামৰিনে ভাস্ক'-ডা-গামাক উদাৰ আৰু প্ৰীতিপূৰ্ণ ব্যৱহাৰ কৰিছিল। অৱশ্যে ভাস্ক'-ডা-গামা আৰু তেওঁৰ লগৰীয়াসকলৰ কাৰোৰেই ভাৰতৰ মানুহৰ আচাৰ-ব্যৱহাৰ, ধৰ্ম-কৰ্ম সম্বন্ধে সঠিক জ্ঞান নাছিল। সেইবাবে তেওঁলোকে কালিকটৰ হিন্দু মন্দিৰকে খ্ৰিষ্টিয়ান গিৰ্জা বুলি ভাবি তাত সোমাই প্ৰাৰ্থনা জনাবলৈকো দ্বিধাবোধ কৰা নাছিল। কালিকটত থকা সময়চোৱাত ভাস্ক'-ডা-গামাই সেই ঠাইৰ বেহা-বেপাৰ আৰু আমদানি ৰপ্তানি দ্ৰব্য সামগ্ৰী সম্বন্ধে বুজ লৈছিল, কিন্তু বেপাৰ-বাণিজ্যত নিজে বিশেষ অংশ গ্ৰহণ কৰা নাছিল। ভাস্ক'-ডা-গামাৰ কালিকটত উপস্থিতি আৰু জামৰিনৰ লগত সদ্ভাৱ প্ৰতিষ্ঠা হোৱা কথাটো বিশেষকৈ তাত থকা আৰৱ বণিকসকলৰ মুঠেই পচন্দ হোৱা নাছিল। সেইবাবে তেওঁ-লোকে ভাস্ক'-ডা-গামাৰ বিৰুদ্ধে নানান প্ৰচাৰ কাৰ্য্য চলাবলৈ ধৰিলে। এনে অৱস্থাতে পৰি ভাস্ক'-ডা-গামা স্বদেশলৈ উলটি যায়। তেওঁ ভাৰতত প্ৰায় তিনিমাহ সময়হে আছিল। স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰাৰ আগেয়ে তেওঁ ভাৰতৰপৰা নানাবিধ বস্তু নিবৰ কাৰণে সংগ্ৰহ কৰিছিল। জনা যায় যে তেওঁ 'জামৰিন'ৰ পাঁচজন প্ৰজাকো ধৰি নিছিল।

ভাস্ক'-ডা-গামাৰ সাফল্যত উৎসাহিত হৈ পেড্ৰ'আলভাৰেজ কাব্ৰাল (Pedro Alvarez Cabral) নামৰ এজন নাবিকৰ নেতৃত্বত আন এটা পৰ্টুগিজ দলে ১৫০০ চনত ভাৰত অভিমুখে যাত্ৰা কৰে। সেই দলত আছিল ১৩ খন সমুদ্ৰগামী জাহাজ ১২০০ জন নাবিক আৰু যথেষ্ট পৰিমাণৰ খা-খামগ্ৰী। বাটত নানান বাধা-বিঘিনি আৰু বিপদ অতিক্ৰম কৰি উত্তমাশা অন্তৰীপেদি ঘূৰি তেওঁ সেই বছৰবে ছেপ্টেম্বৰ মাহত

কালিকট বন্দৰত ওলায়হি।' এনে এটা শক্তিশালী দলে অলপ দিনৰ ভিতৰতে কালিকটত এটা বাণিজ্য কুঠি স্থাপন কৰে। কিন্তু অনতি-পলমে পৰ্টুগিজসকলৰ লগত জামৰিনৰ মনোমালিন্য আৰম্ভ হয়। ইয়াৰ প্ৰধান কাৰণ হ'ল সেই সময়ত কালিকট বন্দৰত ভালেমান আৰব বেপাৰীয়ে বেহা-বেপাৰ চলাইছিল। দৰাচলতে আৰব বণিকসকলৰ ব্যৱসায়ৰ বাবেই কালিকট বন্দৰটো সমৃদ্ধিশালী হৈ উঠিছিল। পেড্ৰ' আলভাৰেজ কাব্ৰালে কালিকটৰপৰা আৰব সদাগৰসকলক বিতাৰিত কৰাৰ প্ৰচেষ্টাৰ ফলতেই জামৰিনৰ লগত পৰ্টুগিজসকলৰ বৈৰিতাই দেখা দিয়ে; কিয়নো আৰবসকলৰ লগত জামৰিনৰ বন্ধুত্ব অটুট আছিল। কাব্ৰালে তেতিয়া ওচৰতে থকা জামৰিনৰ প্ৰতিদ্বন্দ্বী কোচিনৰ ৰজাৰ লগত বন্ধুতা কৰি জামৰিনৰ বিৰুদ্ধে ষড়যন্ত্ৰত লিপ্ত হ'ল। সেই ছেগতে আহি পৰ্টুগিজসকলে কোচিন আৰু কান্নানোৰ নামৰ ঠাইডোখৰত খোপনি পোতেহি। এইদৰে এজন ভাৰতীয় শাসকৰ বিৰুদ্ধে আন এজন ভাৰতীয় শাসকৰ সৈতে বন্ধুত্ব স্থাপন কৰি ব্যৱসায় বাণিজ্যৰ ছলতে পৰ্টুগিজসকলে দক্ষিণ-ভাৰতৰ ৰাজনীতিত অংশ লয়হি। এয়েই হ'ল ইউৰোপীয় বণিকসকলে ভাৰতীয় ৰাজনীতিত প্ৰৱেশ কৰাৰ প্ৰথম পদক্ষেপ। কোচিনৰ ৰজাৰ লগ হৈ কাব্ৰালে সাগৰত আৰব বণিক-সকলৰ জাহাজ লুটপাট কৰাও লাগিল। পৰ্টুগিজ আৰু জামৰিনৰ ভিতৰত হোৱা শত্ৰুতা ক্ৰমে বৃদ্ধি পোৱাৰ ফলত জামৰিনে কালিকটত থকা পৰ্টুগিজসকলৰ বাণিজ্য কেন্দ্ৰটো আক্ৰমণ কৰে। কিছুদিনৰ ভিতৰতে পাঁচখন জাহাজত বহুতো মূল্যবান সামগ্ৰী লৈ কাব্ৰাল আৰু তেওঁৰ লগৰীয়াসকল নিজ দেশলৈ ঘূৰি যায়।

কাব্ৰালে স্বদেশলৈ প্ৰত্যাবৰ্তন কৰাৰ অলপ দিনৰ ভিতৰতে ১৫০২ চনত ভাস্ক'-ডা-গামাই এটা শক্তিশালী নৌ-বাহিনী লৈ কালিকট বন্দৰত আকৌ উপস্থিত হয়হি। ইতিমধ্যে পৰ্টুগিজসকলে ভালদৰে উপলব্ধি কৰিছিল যে আৰব বেপাৰীইতক ভাৰতীয় ৰজাৰপৰা খেদি পঠাব নোৱাৰিলে ইউৰোপৰ লগত চলি থকা ভাৰতৰ বেহা-বেপাৰ তেওঁ-লোকৰ হস্তগত হোৱাৰ আশা ক্ষীণ। গতিকে প্ৰথমতে ভাস্ক'-ডা-গামাই জামৰিনক তেওঁৰ ৰাজ্যৰপৰা আৰব বেপাৰীসকলক বহিষ্কাৰ কৰিবলৈ আৰু তেওঁলোকৰ লগত কোনো সম্বন্ধ নাৰাখিবলৈ জামৰিনক হেঁচা দিলে।

এই কথাত জামৰিন যাস্তি নোহোৱাত ভাস্ক’-ডা-গামাই নিজেই আৰব-সকলক নির্মূল কৰিবলৈ নানা নিষ্ঠুৰ কাৰ্য্যত লিপ্ত হ’ল যাৰ ফলত পৰ্টুগিজসকলৰ কুখ্যাতি চাৰিওফালে বিয়পি পৰিল। ভাস্ক’-ডা-গামাৰ বাহিনীয়ে ভাৰতীয় পণ্য-দ্রব্য বহনকাৰী আৰব বণিকসকলৰ মালবাহী জাহাজ লুণ্ঠন কৰাৰ উপৰিও হজযাত্রী কঢ়িয়াই নিয়া এখন জাহাজ মাজসাগৰত ডুবাই দিবলৈকো কুণ্ঠিত নহৈছিল। জামৰিনৰ লগত সকলো সম্পৰ্ক ত্যাগ কৰি ভাস্ক’-ডা-গামাই কোচিনলৈ গৈ তাত এটা বাণিজ্য কোঠ গঢ়ি তোলে। কান্নানোৰতো এটা বাণিজ্য কোঠ স্থাপন কৰি উপকূলীয় অঞ্চলৰ যথাযথ ৰক্ষণাবেক্ষণৰ ব্যৱস্থা সুদৃঢ় কৰি তেওঁ ১৫০৩ চনত নিজ দেশলৈ ঘূৰি যায়। সেই সময়ৰপৰা পৰ্টুগিজ চৰকাৰে ভাৰতত থকা বাণিজ্য কেন্দ্ৰবোৰক তদাৰক আৰু ৰক্ষণাবেক্ষণৰ বাবে একো একোটা নৌ অভিযান পঠোৱাৰ ব্যৱস্থা কৰে। ভাস্ক’-ডা-গামা ঘূৰি যোৱাৰ অলপদিনৰ ভিতৰতে জামৰিনে কোচিনত থকা পৰ্টুগিজৰ বাণিজ্য কোঠটো দখল কৰিবলৈ চেষ্টা কৰে, কিন্তু তেওঁৰ চেষ্টা বিফল হয়।

১৫০৫ চনত পৰ্টুগিজসকলৰ ভাৰত-নীতিৰ কিছু সলনি হয়। তেওঁলোকে প্ৰতি বছৰে ভাৰতলৈ একোটা নৌ-অভিযান পঠিওৱাৰ পৰিবৰ্তে প্ৰতি তিনিবছৰৰ অন্তৰে অন্তৰে একোজন অধিকৰ্তা (Viceroy) পঠিয়াবলৈ লয়। এই ব্যৱস্থা অনুসাৰে সেইবছৰতে পৰ্টুগিজ চৰকাৰে ফ্ৰান্সিস্ক’-ডা-আলমেইডা (Francisco d’ Almeida) নামৰ এজন লোকক অধিকৰ্তা পাতি ১৫০০ সৈন্য আৰু এটা শক্তিশালী নৌ-বহৰ দি ভাৰতলৈ পঠায়। তেওঁ আহি অঞ্জদিৱ, কান্নানোৰ আৰু কোচিনত তিনিটা কোঠ সাজে; অৱশ্যে প্ৰথমটো দুবছৰ পাছত ভাঙি পেলায়। এইদৰে আলমেইডাই ভাৰতৰ জলভাগত পৰ্টুগিজ সামৰিক শক্তিৰ প্ৰতিষ্ঠাৰ পাতনি মেলে। তেওঁৰ দিনত পৰ্টুগিজসকল আৰব বেপাৰী আৰু জামৰিনৰ লগত কেইবাটাও সংঘৰ্ষত লিপ্ত হয়। এনে এটা সংঘৰ্ষত জামৰিনৰ নৌ-শক্তি ধ্বংস হয়। মিছৰৰ চুলতানে পৰ্টুগিজসকলক বহিষ্কাৰ কৰিবলৈ পঠিওৱা এক নৌ-বাহিনীও তেওঁৰ নৌ-বাহিনীৰ হাতত পৰাস্ত হয়। মালবাৰ উপকূলত পৰ্টুগিজ নৌ-বাহিনীৰ চোকা পহৰাৰ কাৰণে লোহিত সাগৰ অভিমুখে যাত্ৰা কৰা আৰব

সদাগৰী জাহাজবোৰে মালবাৰ উপকূল চেৰাই মালদ্বীপ হৈ যাবলৈ ধৰে।

আলমেইডাৰ পাছত ১৫০৯ চনত আফন্স'-ডা-আলবুকাৰ্ক ( Affonso d' Albuquerque ) প্ৰথম পৰ্টুগিজ গৰ্ভৰ্নৰ হৈ ভাৰতলৈ অহাৰ লগতে ভাৰতৰ পৰ্টুগিজ শক্তি গঠনৰ এক নতুন অধ্যায়ৰ সূচনা হয়। এৱেঁই হৈছে ভাৰতৰ পৰ্টুগিজ ইতিহাসৰ সবাতকৈয়ো বেছি উল্লেখ-যোগ্য ব্যক্তি। এওঁকেই ভাৰতৰ পৰ্টুগিজ শক্তিৰ প্ৰকৃত প্ৰতিষ্ঠাতা বুলিব পাৰি। তেওঁ আহিয়েই কালিকট অধিকাৰৰ চেষ্টা কৰে; কিন্তু তেওঁৰ সেই চেষ্টা ব্যৰ্থ হয়। ইয়াৰ পাছত ১৫১০ চনত তেওঁ বিজাপুৰৰ চুলতান ইউছুফ আদিলখাঁক যুদ্ধত পৰাস্ত কৰি গোৱা বন্দৰটো দখল কৰে আৰু বিজাপুৰৰ চুলতানে যাতে গোৱা পুনৰুদ্ধাৰ কৰিব নোৱাৰে তাৰ বাবে তেওঁ সম্ভৱপৰ সকলো ব্যৱস্থা গ্ৰহণ কৰে। তেওঁ গোৱাত থকা দুৰ্গ অতি শক্তিশালী কৰি সেই ঠাইডোখৰ পৰ্টুগিজ শক্তিৰ ঘাঁই শাসন আৰু বাণিজ্য কেন্দ্ৰলৈ পৰিণত কৰে। ১৫১২ চনত গোৱা বন্দৰৰ অনতিদূৰত থকা বিজাপুৰৰ বেনাষ্টেৰিম দুৰ্গ অধিকাৰ কৰি গোৱাৰ সুৰক্ষা সুনিশ্চিত কৰি তোলে। প্ৰাচ্যৰ বাণিজ্যৰ ওপৰত পৰ্টুগিজৰ একচেটিয়া অধিকাৰ স্থাপন কৰিবলৈ হ'লে মালয় উপদ্বীপৰ মালাক্কা, পাৰস্য উপসাগৰস্থ অৰ্মুজদ্বীপ আৰু লোহিত সাগৰৰ মুখত থকা এডেন অধিকাৰ কৰা একান্ত প্ৰয়োজন, সেই কথা আল-বুকাৰ্কে ভালদৰে উপলব্ধি কৰিছিল। সেইবাবে তেওঁ ১৫১১ চনত মালাক্কা' আৰু ১৫১৫ চনত অৰ্মুজ দখল কৰি এলানি নৌঘাটি স্থাপন কৰি ভাৰত মহাসাগৰত পৰ্টুগিজ জাতিৰ শক্তি বৃদ্ধি কৰে। মালাক্কা অধিকাৰ কৰাটো পৰ্টুগিজ সকলৰ ইতিহাসত এটা স্মৰণীয় ঘটনা; কিয়নো চীন আৰু ভাৰতৰ মাজত চলা বেহা-বেপাৰত মালাক্কাই এক বিশেষ গুৰুত্বপূৰ্ণ স্থান অধি-কাৰ কৰি আছিল। পৰ্টুগালৰ ৰজাই মালাক্কা হস্তগত কৰাৰ বাতৰি খ্ৰীষ্টান ধৰ্মগুৰু পোপলৈ পঠায় আৰু পোপে সেই বাতৰি পাই আহ্লাদিত হৈছিল।

আলবুকাৰ্কে এডেন দখল কৰিবলৈকো চেষ্টা কৰিছিল। এইদৰে ভাৰত মহাসাগৰ আৰু ভাৰতৰ দক্ষিণ উপকূলত পৰ্টুগিজ শক্তি সুদৃঢ় কৰি ১৫১৫ চনৰ ১৬ ডিচেম্বৰত তেওঁৰ মৃত্যু হয়। ভাৰতত পৰ্টুগিজ শক্তিৰ প্ৰধান প্ৰতিষ্ঠাতা হিচাপে তেওঁৰ অৱদান

স্মৰণীয়। পৰ্টুগালৰ দৰে এখন ক্ষুদ্ৰ দেশৰ পক্ষে যথেষ্টসংখ্যক পৰ্টুগিজ লোক পমুৰা হিচাপে ভাৰতলৈ পঠিউৱা সম্ভৱ নহয় বুলি জানি আলবুকাৰ্কে ভাৰতত থকা পৰ্টুগিজ নাবিকসকলক ভাৰতীয় নাৰীক বিবাহ কৰিবলৈ উদ্গনি দিয়ে। ইয়াৰ ফলস্বৰূপে ভাৰতত ভাৰতীয় পৰ্টুগিজ বুলি মিশ্ৰিত জাতি এটাৰ সৃষ্টি হয় আৰু ফলত এক পৰ্টুগিজ জনসমাজ গঢ়ি উঠে। ধৰ্মক্ষেত্ৰত হিন্দুসকলৰ ওপৰত বিশেষ কোনো উৎপীড়ন নকৰিলেও, মুছলমানসকলৰ ওপৰত কঠোৰ আৰু বৰ্বৰোচিত ব্যৱহাৰ কৰি আলবুকাৰ্কে নিজৰ চৰিত্ৰত কলংক সানি থৈ গৈছে। শাসন কাৰ্য্যত তেওঁ আছিল অত্যন্ত বিচক্ষণ। তেওঁ ভাৰতীয় লোকক শাসন কাৰ্য্যত নিযোগ কৰিবলৈ সংকুচিত নহৈছিল আৰু মলহাৰ ৰাওৰ দৰে হিন্দু লোকক পৰ্টুগিজ বাহিনীত উচ্চ পদত নিয়োগ কৰিছিল। সেই সময়ত দক্ষিণ ভাৰতত প্ৰচলিত গ্ৰাম্য পঞ্চায়ত ব্যৱস্থাত তেওঁ কোনো হস্তক্ষেপ কৰা নাছিল আৰু ৰাজহ সংগ্ৰহৰ পুৰণি নীতি অটুট ৰাখিছিল। কিন্তু সতীদাহ প্ৰথা নিষিদ্ধ কৰিবলৈ তেওঁ যত্ন কৰিছিল। অৱশ্যে খ্ৰিষ্টধৰ্ম প্ৰচাৰ আৰু বিস্তাৰ কৰিবলৈ তেওঁ প্ৰবল উৎসাহ যোগাইছিল, যাৰ ফলত খ্ৰিষ্ট ধৰ্মপ্ৰচাৰৰ নামত অন্য ধৰ্মাৱলম্বী লোকৰ ওপৰত অত্যাচাৰ নোহোৱাকৈ নাছিল।

আলবুকাৰ্কৰ পৰৱৰ্তী গভৰ্ণৰসকলৰ দিনত ভাৰতত পৰ্টুগিজসকলৰ শক্তি ক্ৰমাৎ বৃদ্ধি পায় আৰু তেওঁলোকে বিভিন্ন ঠাই অধিকাৰ কৰিবলৈ সক্ষম হয়। তেওঁলোকে ১৫৩ চনত বেছেইন, ১৫৩৭ চনত ডিউ আৰু এবছৰৰ পাচত দমন অধিকাৰ কৰে। এইবোৰৰ উপৰিও পশ্চিম উপকূলত চালছেট, চৌল আৰু বোম্বাই, পূব উপকূলত ছান টোম আৰু বংগদেশৰ হুগলীও দখল কৰে। সিংহল দ্বীপৰ অধিকাংশ ঠাই পৰ্টুগিজসকলৰ হস্তগত হয়। ১৫১৮ চনত সিংহলৰ কলম্বোত এটা ঘাটি পাতে আৰু শেষলৈ তাত নিগাজিকৈ হিতাপি লয়।

ষোড়শ শতিকাৰ মাজভাগলৈকে ভাৰতত পৰ্টুগিজ শক্তিয়ে অপ্ৰতিহতভাৱে শ্ৰীবৃদ্ধি লাভ কৰিছিল। এই কালছোৱাৰ ভিতৰত আৰব বণিকসকলক অপসাৰিত কৰি আৰব সাগৰ আৰু ভাৰতৰ উপকূলীয় অঞ্চলত পৰ্টুগিজসকল সৰ্বপ্ৰধান নৌশক্তিত পৰিণত হ'ল। ভাৰতত গোৱা তেওঁলোকৰ প্ৰধান শাসনকেন্দ্ৰ আছিল। তাত এজন পৰ্টুগিজ

গভৰ্নৰে শাসন কাৰ্য্য পৰিচালনা কৰিছিল। তেওঁৰ অধীনত মোজাম্বিক, অৰ্মুজ, মস্কট, মালাক্কা আৰু সিংহলত পাঁচজন তলতীয়া শাসনকৰ্তা আছিল। পৰ্টুগিজসকলে এইদৰে এক বিশাল অঞ্চল জুৰি প্ৰাচ্য বাণিজ্যৰ ওপৰত নিজৰ কৰ্তৃত্ব বজাই ৰাখিবলৈ সমৰ্থ হৈছিল। অৱশ্যে তেওঁলোকে এখন সাম্ৰাজ্য প্ৰতিষ্ঠা কৰি ৰাজনৈতিক শক্তি বৃদ্ধি কৰাৰ ওপৰত জোৰ দিয়াতকৈ সাগৰৰ কাষৰীয়া এলেকাত খোপনি পুতি সামুদ্ৰিক বেপাৰ-বাণিজ্যৰ একছত্ৰী কৰ্তৃত্ব ৰাহাল ৰখাৰ ওপৰতহে গুৰুত্ব আৰোপ কৰিছিল।

বাণিজ্যিক আৰু ৰাজনৈতিক ক্ষমতা বিস্তাৰৰ লগতে পৰ্টুগিজসকলে খ্ৰিষ্টান ধৰ্ম প্ৰচাৰৰ বাবে যত্নপৰ হয়। এই ক্ষেত্ৰত তেওঁলোকে অন্য ধৰ্মৰ লোকক খ্ৰিষ্টান ধৰ্ম ল'বলৈ বাধ্য কৰিছিল, আনকি পৰধৰ্মাৱলম্বী লোকৰ ওপৰত অযথা অত্যাচাৰ কৰিবলৈকো কুণ্ঠিত নহৈছিল। ফলত গোৱাৰ আশেপাশে খ্ৰিষ্টান ধৰ্মাৱলম্বীলোকৰ সংখ্যা কিছু বৃদ্ধি হয়। ১৫৩৪ চনত পোপ তৃতীয় পলে (Pope Paul III) গোৱাৰ ধৰ্মানুষ্ঠান এজন বিছপৰ অধীনত প্ৰতিষ্ঠা কৰাৰ অনুমতি প্ৰদান কৰে। ইয়াৰ ঠিক আঠবছৰৰ পাছত জেচুইট ধৰ্মযাজক ফ্ৰান্সিস্ক' জেভিয়াৰ (Francisco Xavier) আহি গোৱাত উপস্থিত হয়হি। তেওঁৰ দিনতে গোৱাত কেথলিক ধৰ্মৰ বহুল প্ৰচাৰ হয়। কেথলিক ধৰ্ম প্ৰচাৰত কৃতকাৰ্য্যতা লাভ কৰাৰ বাবে জেভিয়াৰৰ নাম চিৰস্মৰণীয় হৈ পৰে। ১৫৫২ চনত গোৱাতে তেওঁ শেষ নিশ্বাস ত্যাগ কৰে। মৃত্যুৰ পাছত তেওঁৰ শিষ্যবৰ্গই তেওঁক সাধু (saint) পৰ্য্যায়ভুক্ত কৰে। আজিও নানান দেশৰ কেথলিকসকলে সেই সাধুজনাৰ প্ৰতি ভক্তি আৰু শ্ৰদ্ধা নিবেদন কৰিবলৈ গোৱালৈ আহে। তেওঁৰ নামত ভাৰতৰ ভালেমান ঠাইত শিক্ষানুষ্ঠান আছে।

১৫৪৮ চনত পৰ্টুগিজ গভৰ্নৰ ডম জোৱাও ডা-কাষ্ট্ৰোৰ (Dom Joao de Castro) মৃত্যু হয়। সেই সময়ৰপৰাই পৰ্টুগিজ শক্তিৰ পতন আৰম্ভ হয় বুলি ক'ব পাৰি। সম্ৰাট চাহজাহানৰ ৰাজত্ব কালত বংগদেশৰ হুগলীৰপৰা পৰ্টুগিজসকলক বহিষ্কাৰ কৰা হয়। ১৭৩৯ চনত মাৰাঠাসকলে চালছেট আৰু বেছেইন দখল কৰে। ইতিপূৰ্বে ১৬৫৮ চনত ওলন্দাজসকলে পৰ্টুগিজসকলক সিংহলৰপৰা খেদি পঠায়। এইদৰে

ক্ৰমান্বয়ে পৰ্টুগিজসকলে ভাৰতৰ ঘাঁটিবোৰ এটা এটাকৈ হেৰুৱাই কেৱল গোৱা, দমন আৰু ডিউহে তেওঁলোকৰ হাতত ৰাখিবলৈ সক্ষম হয়। ভাৰত স্বাধীন হোৱাৰ পাছত ভাৰত চৰকাৰে ১৯৬১ চনত এই ঠাইকেইখনো পৰ্টুগিজ শাসনৰপৰা মুক্ত কৰে।

প্ৰাচ্য দেশসমূহলৈ অহা ইউৰোপীয় জাতিসমূহৰ ভিতৰত অন্যতম হৈয়ো প্ৰকৃত ৰাজনৈতিক প্ৰতিপত্তি প্ৰতিষ্ঠা কৰাত পৰ্টুগিজসকল বিষমভাৱে ব্যৰ্থ হয়। পৰ্টুগিজসকলে ভাৰতবৰ্ষত এক স্থায়ী সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিব নোৱৰাৰ কাৰণ কেইবাটাও। প্ৰথমতে, পৰ্টুগিজ নাবিক সকলৰ বেছিভাগেই আছিল জলদস্যু পৰ্য্যায়ৰ। সাগৰত বিদেশী জাহাজ লুট-পাট কৰাত তেওঁলোক আছিল পাকৈত। বাণিজ্যৰ নামত তেওঁ-লোকে চলাইছিল অত্যাচাৰ আৰু উৎপীড়ন। স্বভাৱতেই তেওঁলোক আছিল ৰাজনৈতিক দূৰদৰ্শিতাহীন। ফলত পৰ্টুগিজসকল আন আন জাতিবোৰৰ শত্ৰু হৈ পৰিছিল। দ্বিতীয়তে আৰবসকলৰ লগত আদিৰেপৰা বাণিজ্য আৰু ধৰ্মক্ষেত্ৰত বৈৰিতা থকাৰ বাবে তেওঁলোকৰ স্বভাৱ হৈ পৰিছিল নিৰ্মম, অসহিষ্ণু, ধৰ্মবিষয়ত অত্যন্ত গোড়া আৰু উগ্ৰ। তেওঁ-লোকে মুছলমানসকলৰ ওপৰত যিকোনো ধৰণৰ উৎপীড়ন চলাবলৈ কুণ্ঠাবোধ নকৰিছিল। খ্ৰিষ্টান ধৰ্ম গ্ৰহণ কৰিবলৈ অমান্তি হোৱা লোকক তেওঁলোকে জীয়াই জীয়াই জুইত পুৰি মৰাৰ উদাহৰণো বিৰল নহয়। মুছলমানৰ ওপৰতেই নহয়, হিন্দুসকলৰ ওপৰতো তেওঁলোকে ধৰ্মৰ নামত উপদ্ৰৱ কৰিছিল। ইয়াৰ ফলত পৰ্টুগিজসকল ভাৰতৰ হিন্দু-মুছলমান উভয়ৰে শত্ৰু হৈ পৰিছিল। তৃতীয়তে, পৰ্টুগিজ শাসকবৰ্গ আছিল অদূৰদৰ্শী আৰু অবিবেচক। শাসন কাৰ্য্যত তেওঁলোক আছিল অপৈণত। চতুৰ্থতে, অসবৰ্ণ বিবাহৰ ফলত পৰ্টুগিজৰ পিতৃ আৰু ভাৰতীয় মাতৃৰ মিলনত এটা নতুন মিশ্ৰ জাতি গঢ়ি উঠে। এনেকৈ সৃষ্টি হোৱা যিকোনো জাতিৰ পক্ষে এখন দেশক মাতৃভূমি বুলি আকোৱালি লোৱা কঠিন। পঞ্চমতে, দক্ষিণ ভাৰতৰ বিজয়নগৰ সাম্ৰাজ্যৰ লৈতে পৰ্টুগিজসকলে বন্ধুত্ব কৰিবলৈ সমৰ্থ হয় আৰু সেই আলমতে তেওঁলোকৰ শক্তি সুদৃঢ় কৰাৰ সুযোগ ওলায়। কিন্তু ১৫৬৫ চনত বিজয়নগৰৰ পতনৰ ফলত পৰ্টুগিজসকলৰ শেষ অৱলম্বন নাইকিয়া হয়। ষষ্ঠতে, ব্ৰাজিল আৱিষ্কাৰৰ ফলত পৰ্টুগিজৰ মন প্ৰাচ্যৰপৰা পশ্চিম গোলাৰ্দ্ধলৈ আকৃষ্ট হয়। তদু-

পৰি ষোড়শ শতিকাত স্পেইনৰ পক্ষ লৈ পৰ্টুগিজসকলে ওলন্দাজসকলৰ বিৰুদ্ধে দীৰ্ঘম্যাদী যুদ্ধত লিপ্ত হোৱাত বৈদেশিক বাণিজ্যৰ প্ৰতি বিশেষ মনোযোগ দিয়া টান হৈছিল। শেষত, পৰ্টুগিজসকলৰ পাছত অহা অন্যান্য ইউৰোপীয় জাতিবোৰে বেহা-বেপাৰত বেছি কৃতিত্ব অৰ্জন কৰাত স্বাভাৱিকতে প্ৰতিদ্বন্দ্বিতাত তেওঁলোক তিষ্ঠিব নোৱৰা হ'ল।

## ওলন্দাজ বণিকসকলৰ আগমন

পৰ্টুগিজসকলৰ সামুদ্ৰিক জলপথ আৱিষ্কাৰ আৰু বাণিজ্য সম্প্ৰসাৰণৰ কৃতকাৰ্য্যতাত অনুপ্ৰাণিত হৈ নেদাৰলেণ্ডত (Netherland) কেইবাটাও সৰু সৰু বাণিজ্য প্ৰতিষ্ঠান গঢ়ি উঠে। ১৫৯৫ চনত ওলন্দাজসকলে উত্তমাশা অন্তৰীপেদিঘূৰি আহি জাভা দ্বীপত উপস্থিত হয়। ১৬০০ চনত ইংলেণ্ডত ইংৰাজ বণিকসকলে 'ইংলিচ ইষ্ট ইণ্ডিয়া কম্পেনি' নামৰ এটা সন্মিলিত বাণিজ্য প্ৰতিষ্ঠান আৰম্ভ কৰে। ইংৰাজসকলক অনুসৰণ কৰি ওলন্দাজসকলেও সৰু সৰু বাণিজ্য প্ৰতিষ্ঠানবোৰ একত্ৰিত কৰি ১৬০০ চনত 'ইউনাইটেড ইষ্ট ইণ্ডিয়া কম্পেনি অব দা নেদাৰলেণ্ডছ' নামৰ আন এটা সংযুক্ত বাণিজ্য প্ৰতিষ্ঠান গঠন কৰে। নামত বাণিজ্য প্ৰতিষ্ঠান হ'লেও যুদ্ধ-বিগ্ৰহত অংশ গ্ৰহণ, চুক্তি সম্পাদন, দুৰ্গনিৰ্মাণ, সৈন্য ভৰণ-পোষণ প্ৰভৃতিৰ অধিকাৰ এই প্ৰতিষ্ঠানে নেদাৰলেণ্ড চৰকাৰৰপৰা লাভ কৰে। ফলত তেওঁলোকৰ পক্ষে বাণিজ্যৰ লগে লগে ৰাজনৈতিক ক্ষমতা বিস্তাৰ কৰা সহজসাধ্য হয়। উল্লেখযোগ্য যে ওলন্দাজসকল আৰম্ভণিৰেপৰা পৰ্টুগিজসকলৰ প্ৰতিদ্বন্দ্বী হৈ পৰে। ১৬০৪ চনত পৰ্টুগিজসকলৰ বিৰুদ্ধে কালিকটৰ জামৰিনৰ লৈতে ওলন্দাজসকলৰ এটা চুক্তি হয়। ১৬০৫ চনত ওলন্দাজসকলে এম্বয়ানা (Amboyna) দখল কৰে। ১৬১৯ চনত জাকাৰ্টা জয় কৰি সেই ঠাইত বাটাভিয়া নামৰ ওলন্দাজ বাণিজ্য কেন্দ্ৰ স্থাপন কৰে। তেতিয়াৰপৰা তেওঁলোকে ইণ্ডোনেচিয়াত নিজৰ কৰ্তৃত্ব স্থাপন কৰিবলৈ সমৰ্থ হয়। সেইসময়ত মাত্ৰ ইংৰাজ বণিকসকলেহে মালয় দ্বীপপুঞ্জত বাণিজ্য বিস্তাৰ কৰিব পাৰিছিল; কিন্তু ওলন্দাজসকলৰ চেষ্টাত আন কোনো ইউৰোপীয় শক্তিৰ পক্ষে প্ৰভুত্ব বিস্তাৰ কৰা টান হৈ পৰিছিল। এই অঞ্চলত পৰ্টুগিজসকল তেওঁলোকৰ প্ৰধান প্ৰতিদ্বন্দ্বী হোৱাত তেওঁলোকে পৰ্টুগিজসকলৰ বিৰুদ্ধে কেইবাটাও সংঘৰ্ষত লিপ্ত

চ'বলগীয়া হয়। ১৬৩৬ চনৰপৰা ১৬৩৯ চনৰ ভিতৰত তেওঁলোকে কেইবা-বাৰো পৰ্টুগিজ কেন্দ্ৰ গোৱা আক্ৰমণ কৰে। ওলন্দাজসকলে ১৬৪১ চনত মালাক্কা আৰু ১৬৫৮ চনত সিংহলৰপৰা পৰ্টুগিজসকলক খেদি পঠায়। এইদৰে দক্ষিণ-পূৰ্ব এছিয়া আৰু পূৰ্ব ভাৰতীয় দ্বীপপুঞ্জত ওলন্দাজসকলে প্ৰতিপত্তি লাভ কৰে।

লাহে লাহে ওলন্দাজসকলে ভাৰততো খোপনি পুতিবলৈ যত্ন কৰে। ভাৰতত তেওঁলোকে মছলিপট্টম, পুলিকট, চুৰাট, বিমলিপট্টম, নেগাপট্টম, কোচিন, চুচুৰা, কাছিমবাজাৰ, বৰানগৰ, বিহাৰৰ পাটনা, উৰিষ্যাৰ বালাছোৰ প্ৰভৃতি ঠাইত বাণিজ্য কোঠ নিৰ্মাণ কৰি ভাৰতৰ উপকূলীয় বেহা-বেপাৰত প্ৰৱেশ কৰে। জালুক আৰু নানাবিধ মছলাৰ ব্যৱসায় তেওঁলোকে একচেটিয়া কৰি লৈছিল। ভাৰতৰ প্ৰধান ৰপ্তানি সামগ্ৰী-বোৰৰ ভিতৰত আছিল নীল, পাট, কপাহ আৰু কপাহী কাপোৰ, কানি আৰু চাউল। ওলন্দাজসকলৰ প্ৰধান বাণিজ্যকেন্দ্ৰ আছিল নেগাপট্টম৫। ওলন্দাজসকলে ভাৰত মহাসাগৰত পৰ্টুগিজ শক্তিক প্ৰতি-ৰোধ কৰাৰ ফলত তেওঁলোকে ইণ্ডোনেছিয়াতে তেওঁলোকৰ কৰ্মক্ষেত্ৰ সীমাবদ্ধ ৰাখিবলৈ বাধ্য হয়। এনেবোৰ কাৰণতে ভাৰতত ইংৰাজ আধিপত্য স্থাপনৰ পথ সুগম হয়।

পৰ্টুগিজসকল আৰু ওলন্দাজসকলৰ সংঘৰ্ষৰ কেইবাটাও কাৰণ দেখা যায়। ১৫৮০ চনৰপৰা ১৬৭৯ চনলৈকে ওলন্দাজসকল পৰ্টুগাল আৰু স্পেইনৰ অধীনত আছিল। সেই অধীনতাৰ ভৰ পেলাবলৈ ওলন্দাজ-সকলে সুদীৰ্ঘকাল বিদ্ৰোহ কৰিব লগা হৈছিল। সেই হেতুকে পৰ্টুগিজ-সকলৰ লগত ওলন্দাজসকলৰ সম্পৰ্ক বিদ্বেষপূৰ্ণ হৈ পৰিছিল। ধৰ্মত পৰ্টুগিজসকল আছিল কেথলিক, আনহাতে ওলন্দাজসকল প্ৰটেষ্টাণ্ট। তেওঁলোকৰ মাজত থকা বৈৰিতাৰ ইয়ো এটা কাৰণ। তদুপৰি প্ৰাচ্যৰ দেশসমূহত বাণিজ্য সুদৃঢ় কৰাৰ ক্ষেত্ৰত এই প্ৰতিদ্বন্দ্বিতা আৰু তীব্ৰ হৈ উঠিছিল। অৱশেষত ওলন্দাজসকলৰ হাতত পৰ্টুগিজ বণিকসকল পৰাজিত হোৱাত তেওঁলোকৰ শক্তি আৰু বাণিজ্যৰ প্ৰাধান্য বহু পৰিমাণে হ্ৰাস হয়।

## ফৰাছী বণিকসকলৰ আগমন

১৫২৭ চনত ফৰাছী বণিকসকলৰ এখন বাণিজ্য জাহাজ ডিউত উপস্থিত হোৱা সত্ত্বেও অনেক বছৰ পৰ্যন্ত ফৰাছীবিলাকে ভাৰতত

বেহা-বেপাৰ বা উপনিবেশ প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা দেখা নাযায়। ১৬০১ চনত ভূখন ফৰাচী জাহাজ সুমাত্ৰাত উপস্থিত হোৱাৰ প্ৰমাণ পোৱা যায়। ফৰাচী সম্ৰাট চতুৰ্দশ লুইৰ মন্ত্ৰী ক'লবাৰ্টৰ (Colbert) চেষ্টাত ১৬৬৪ চনত 'ফৰাচী ইষ্ট ইণ্ডিয়া কম্পেনি' ( Compagnie des Indes Orientales ) নামৰ এটা বাণিজ্য প্ৰতিষ্ঠান গঠন হয়। চতুৰ্দশ লুয়ে বিনা সুদে এই কোম্পানিৰ ত্ৰিছলাখ লিভৰ ( Livres ) ধাৰ দিয়ে আৰু যাতে কোম্পানিটো টনকিয়াল হয় তাৰ বাবে যত্নপৰ হয়। এইদৰে চৰকাৰী সাহায্য আৰু পৃষ্ঠপোষকতাৰে পৰিপুষ্ট হৈ এই কোম্পানিয়ে ফ্ৰাঁচোৱা কাৰো ( Francois Caron ) নামৰ এজন নাবিকৰ নেতৃত্বত ১৬৬৮ চনত চুৰাটত সৰ্বপ্ৰথম বাণিজ্য কুঠি স্থাপন কৰে। ১৬৬৯ চনত মাৰ্কৰা নামৰ এজন ফৰাচী বণিকে মছলিপট্টমত এটা বাণিজ্য কোঠ নিৰ্মাণ কৰে। অতি সোনকালেই ওলন্দাজ বণিকসকলৰ লগত ফৰাচীসকলৰ কাজিয়া আৰম্ভ হয়। ১৬৭২ চনত ফৰাচীসকলে ওলন্দাজ বাণিজ্যকেন্দ্ৰ চান টোম (Son thome) দখল কৰে। কিন্তু ওলন্দাজসকলে গোলকুণ্ডাৰ চুলতানৰ সাহায্যত চান টোম পুনৰ দখল কৰে আৰু ফৰাচীসকলক তাৰপৰা খেদি পঠায়। ১৬৭৩ চনত ফ্ৰাঁচোৱা মাৰ্টিন ( Francois Martin ) আৰু বেলাঞ্জাৰ ডা লেস্পিনে ( Bellanger de Lespinay ) নামৰ দুজন ফৰাচী নায়কে পণ্ডিচেৰি নামৰ ঠাইখন দখল কৰে আৰু আৰ্কটৰ নবাব চেৰখাঁ লোডীৰপৰা পুদুচেৰি প্ৰভৃতি কেইখনমান গাঁও লৈ ১১৪ বৰ্গমাইল এলেকা জুৰি এখন সুন্দৰ চহৰ আৰু বাণিজ্যকেন্দ্ৰ প্ৰতিষ্ঠা কৰে। ফ্ৰাঁচোৱা মাৰ্টিন, ডুমা ( Duma ) আৰু ডুপ্লেৰ ( Dupleix ) একাগ্ৰতা আৰু অশেষ চেষ্টাৰ ফলত পণ্ডিচেৰি ভাৰতত ফৰাচীসকলৰ অন্যতম শক্তি কেন্দ্ৰলৈ পৰিণত হয়। ১৬৭৪ চনত ফৰাচীসকলে বংগৰ নবাব চায়েস্তাখাঁৰপৰা চন্দননগৰ ( চন্দ্ৰনগৰ ) নামৰ ঠাইখন লাভ কৰে আৰু কেইবছৰমানৰ পাছত ইয়াতো এটা কুঠি পাতে। সপ্তদশ শতাব্দীৰ দ্বিতীয়ভাগত ইউৰোপত ফৰাচী আৰু ওলন্দাজসকলৰ মাজত হোৱা যুদ্ধৰ সুযোগ লৈ ১৬৯৩ চনত ওলন্দাজসকলে পণ্ডিচেৰি দখল কৰে। কিন্তু ১৬৯৭ চনত ৰিজৱিক সন্ধিৰ ( Treaty of Ryswick ) চৰ্ত অনুসৰি পণ্ডিচেৰি ফৰাচীসকলক ঘূৰাই দিয়া হয়। অষ্টাদশ শতিকাৰ প্ৰথম ভাগত

ফৰাচী ইষ্ট ইণ্ডিয়া কম্পেনিৰ আৰ্থিক অৱস্থা দুৰ্বল হোৱাত চুৰাট আৰু মছুলিপট্টমত থকা ফৰাচী ঘাটি পৰিত্যক্ত হয়। কিন্তু ডুমাৰ ( Duma ) নেতৃত্বত এই কোম্পানিয়ে পুনৰ ঠন ধৰি উঠাত ফৰাচীসকলে ১৭২৫ চনত মাহে আৰু ১৭৩৯ চনত কাৰিকল দখল কৰিবলৈ সমৰ্থবান হয়। ১৭৪২ চনত ফ্ৰাঁছোৱা ডুপ্লে পণ্ডিচেৰিৰ গভৰ্ণৰ হয়। এইজন বিষয়াৰ নেতৃত্বত ফৰাচীসকলে ভাৰতত এখন ফৰাচী সাম্ৰাজ্যৰ গঠনৰ প্ৰচেষ্টা কৰে। ফলস্বৰূপে ইংগ-ফৰাচী প্ৰতিদ্বন্দ্বিতাৰ সূত্ৰপাত হয়।

## ইংৰাজ বণিকসকলৰ আগমন

প্ৰাচ্যৰ দেশসমূহৰ সৈতে থকা বেহা-বেপাৰত পৰ্টুগিজসকলে কৃত-কাৰ্য্যতা লাভ কৰা দেখি ইংৰাজ বণিকসকলেও প্ৰাচ্যৰ সৈতে বাণিজ্য সম্পৰ্ক স্থাপন কৰাত আগ্ৰহান্বিত হয়। তদুপৰি কেইটামান সমসাময়িক ঘটনাই এই বিষয়ত ইংৰাজসকলক বিপুল ইন্ধন যোগালে। ১৫৮০ চনত ফ্ৰান্সিছ ড্ৰেক ( Francis Drake ) নামৰ এজন ইংৰাজ নাবিকে জাহাজেৰে পৃথিৱীখন প্ৰদক্ষিণ কৰিবলৈ সমৰ্থ হয়। ইতিমধ্যে স্পেইন-ৰাজৰ অজেয় নৌ-বহৰ ( Invincible Armada ) ইংৰাজ নৌ-বাহিনীৰ হাতত সম্পূৰ্ণৰূপে পৰাস্ত হয়। একে সময়তে ৰাল্ফ ফিচ (Ralph Fitch) নামৰ এজন ইংৰাজ ভ্ৰমণকাৰীয়ে ভাৰত আৰু ব্ৰহ্মদেশ ভ্ৰমণ কৰি এক চমকপ্ৰদ কাহিনী প্ৰকাশ কৰে। এনেবোৰ কৃতকাৰ্য্যতাত উৎসাহিত হৈ কেইবাজনো দুঃসাহসিক ইংৰাজ নাবিকে জলপথেদি আহি প্ৰাচ্যৰ পেনাং, যবদ্বীপ আদিত উপস্থিত হয়হি। তেওঁলোকৰ ভিতৰত জেমছ লাংকাষ্টাৰৰ ( James Lancaster ) নাম উল্লেখযোগ্য।

পৰ্টুগিজসকলৰ দৰে ইংৰাজ বেপাৰীসকলেও যাতে মোগল সম্ৰাট-সকলৰপৰা বেহা-বেপাৰৰ ক্ষেত্ৰত সা-সুবিধা লাভ কৰিব পাৰে, সেই উদ্দেশ্যে ১৫৯৯ চনত জেমছ মিলডেন হ'ল (James Milden Hall) নামৰ এজন ইংৰাজ লোকে ইংলেণ্ডৰ ৰাণী এলিজাবেথৰপৰা অনুৰোধ পত্ৰ লৈ স্থলপথেদি ভাৰতলৈ আহে। ইয়াৰ পিছৰ বছৰত প্ৰাচ্যৰ লগত বেপাৰ আৰম্ভ কৰাৰ উদ্দেশ্যে ইংৰাজ বণিকসকলে 'The Governor and Company of Merchants of London Trading into the East Indies' নামৰ এটা বাণিজ্য প্ৰতিষ্ঠান খোলে। এই প্ৰতি-

ষ্টানটো 'ইষ্ট ইণ্ডিয়া কম্পেনি' নামেৰে জনাজাত হৈ পৰে। উক্ত কোম্পানিটোক ইংলেণ্ডৰ ৰাণী এলিজাবেথে আফ্ৰিকাৰ একেবাৰে দক্ষিণত থকা উত্তমাশা অন্তৰীপৰপৰা আৰম্ভ কৰি দক্ষিণ আমেৰিকাৰ মাগালান প্ৰণালী ( Straits of Magellan ) পৰ্য্যন্ত সমগ্ৰ সাগৰীয় এলেকাত ১৫ বছৰৰ বাবে বেহাবেপাৰ কৰাৰ কৰ্তৃত্ব প্ৰদান কৰে। আৰম্ভণিতে এই কোম্পানিটোৱে ভাৰতত বাণিজ্য স্থাপন নকৰি সুমাত্ৰা, যাভা, মালাক্কা আদি ঠাইত মচলা ব্যৱসায়ত নামে। ১৬০৮ চনত ইংলেণ্ডৰ ৰজা প্ৰথম জেমছে উইলিয়াম হকিন্স নামৰ এজন ইংৰাজ বেপাৰীৰ যোগেদি মোগল সম্ৰাট আকবৰলৈ বেহাবেপাৰৰ উদ্দেশ্যে এখন আবেদন পত্ৰ প্ৰেৰণ কৰে।

ইয়াৰ প্ৰায় তিনি বছৰৰ আগতেই ১৬০৫ চনত সম্ৰাট আকবৰৰ মৃত্যু হয়; কিন্তু সেই খবৰ তেতিয়াও ইংলেণ্ড পোৱাগৈ নাছিল। হকিন্সে আহি ১৬০৮ চনৰ আগষ্ট মাহত তাপ্তী নৈৰ মোহনাত জাহাজ চপায়হি আৰু তাৰপৰা উজাই চুৰাট বন্দৰলৈ যায়। চুৰাটৰপৰা যাত্ৰা কৰি ১৮০৯ চনৰ এপ্ৰিল মাহত আগ্ৰাত মোগল সম্ৰাট জাহাংগীৰৰ ৰাজদৰবাৰত উপস্থিত হয়হি। হকিন্সে ৰাজদৰবাৰত প্ৰীতিপূৰ্ণ আদৰণি লাভ কৰে আৰু অতি কম সময়ৰ ভিতৰতে সম্ৰাটৰ প্ৰিয়পাত্ৰ হৈ পৰে। সেই সুযোগতে তেওঁ সম্ৰাটৰপৰা ইংৰাজ বেপাৰীসকলৰ বাবে কিছু সা-সুবিধাৰ প্ৰাৰ্থনা জনায়। তাকে দেখি মোগল সাম্ৰাজ্যত থকা পৰ্টু-গিজ বেপাৰীসকল সচকিত হৈ উঠে। ইংৰাজসকলে যাতে সম্ৰাটৰপৰা বাণিজ্যিক সুবিধা আদায় কৰিব নোৱাৰে তাৰ বাবে তেওঁলোক যত্নপৰ হয়। সম্ৰাট জাহাংগীৰেও পৰ্টুগিজ বেপাৰীসকলৰ লগত থকা তেওঁৰ সদ্ভাৱ নষ্ট হোৱাৰ আশংকা কৰি হকিন্সৰ আবেদন নামঞ্জুৰ কৰে। প্ৰায় দুবছৰ কাল ব্যৰ্থ চেষ্টা চলাই ১৬১১ চনত হকিন্স চুৰাট বন্দৰলৈ ঘূৰি যায়।

১৬০৯ চনত ইষ্ট ইণ্ডিয়া কম্পেনিয়ে এখন নতুন চনদ (charter) লাভ কৰে। পাছৰ বছৰত ছাৰ হেনৰি মিডলটন (Sir Henry Middle-ton) নামৰ এজন ইংৰাজ অধিনায়কৰ তত্ত্বাৱধানত এই কোম্পানিয়ে তিনিখন জাহাজ ভাৰতলৈ পঠায়। মিডলটন আহি ১৬১১ চনত তাপ্তী নৈৰ মোহনাত উপস্থিত হয়হি। ইতিমধ্যে তাত থোপনি লোৱা পৰ্টু-

গিজসকলে তেওঁক সেই ঠাইত সুকলমে অৱতৰণ কৰাত বাধাৰ কৰে। নানা অসুবিধাৰ সন্মুখীন হৈ কিছুদিন থাকি মিডলটন বাবেল-মাণ্ডৱ প্ৰণালীলৈ (The Straits of Bab-ul Mandab) যায় আৰু তাতে চুৰাটৰ কেইজনমান সদাগৰৰ কেইখনো জাহাজত থকা ভাৰতীয় পণ্যদ্ৰব্য তেওঁ ইংলেণ্ডৰপৰা অনা পণ্যদ্ৰব্যৰ সৈতে বলপূৰ্বক বিনিময় কৰি সুমাত্ৰালৈ গুচি যায়। মিডলটনৰ এনে সাহসিক কাৰ্যই চুৰাটৰ বণিকসকলৰ অন্তৰত ত্ৰাসৰ সঞ্চাৰ কৰে। সেইবাবে ১৬১২ চনত কেপ্টেইন টমাছ বেষ্ট (Captain Thomas Best) নামৰ আন এজন ইংৰাজ অধিনায়কে দুখন জাহাজ লৈ চুৰাট বন্দৰত প্ৰৱেশ কৰোঁতে তেওঁক বাধা দিবলৈ কোনো চেষ্টাকে কৰা নহ'ল। বৰঞ্চ তেওঁৰ দলে স্থানীয় বেপাৰীসকলৰপৰা কিছু সহযোগিতাকে লাভ কৰে। এনে পৰিস্থিতিত কেপ্টেইন বেষ্টক চুৰাট বন্দৰৰপৰা বাহিৰ কৰিবলৈ গোৱাৰ পৰ্টুগিজ কৰ্তৃপক্ষই এক নৌবহৰ পঠালে। ফলত ইংৰাজ আৰু পৰ্টুগিজসকলৰ মাজত হোৱা খণ্ড যুদ্ধত পৰ্টুগিজ নৌবহৰ বেয়াকৈ ক্ষতিগ্ৰস্ত হয় আৰু বিচ্ছিন্ন নোৱাৰি ছত্ৰভংগ দিয়ে। এই ঘটনাই ইংৰাজসকলৰ মৰ্য্যাদা কিছু বঢ়াই তোলে। পাছৰ বছৰত সম্ৰাট জাহাংগীৰে এখন ফৰমান জাৰি কৰি ইংৰাজ কোম্পানিক চুৰাট বন্দৰত স্থায়ী বাণিজ্য কোঠ নিৰ্ম্মাণ কৰাৰ অনুমতি প্ৰদান কৰে।

গোৱাৰ পৰ্টুগিজ কৰ্তৃপক্ষই নিজৰ বিফলতা আৰু ইংৰাজসকলৰ কৃতকাৰ্য্যতাত ক্ষুব্ধ হৈ ১৬১৫ চনত আন এটা শক্তিশালী নৌবহৰ চুৰাট অভিমুখে প্ৰেৰণ কৰাত দুয়ো পক্ষৰ মাজত পুনৰ সংঘৰ্ষ হয়। এই সংঘৰ্ষত ইংৰাজৰ হাতত পৰ্টুগিজ বাহিনী পৰাজিত হয়। ইয়াৰ ফলত ইংৰাজ নৌ-শক্তিৰ মৰ্য্যাদা অধিক বৃদ্ধি পায়। সেই বছৰতে ইংলেণ্ডৰ ৰজা প্ৰথম জেমছে চাৰ টমাছ ৰো (Sir Thomas Roe) নামৰ এজন বিচক্ষণ লোকক কটকীৰূপে সম্ৰাট জাহাংগীৰৰ ৰাজসভালৈ পঠায়। সেই বছৰৰ শেষৰ ফালে ৰো আহি আজমীৰত সম্ৰাটক লগ ধৰেহি আৰু প্ৰায় তিনিবছৰ কাল সম্ৰাটৰ লগে লগে ঘূৰিও কোনো বাণিজ্যিক চুক্তি সম্পাদন কৰিব নোৱাৰিলে। কিন্তু তেওঁৰ যত্নতে ইংৰাজ বণিকসকলে ভাৰতত কেইখনো ঠাইত বিশেষকৈ চুৰাটৰ উপৰিও আগ্ৰা, আহমদাবাদ আৰু ৰাকচত বাণিজ্য কোঠ পাতিবলৈ

সমৰ্থ হয়। ১৬১৯ চনত টমাছ ৰো ইংলেণ্ডলৈ ঘূৰি যায়। ভাৰতত ইংৰাজসকলৰ বাণিজ্য স্থাপনৰ ক্ষেত্ৰত এইজনা ইংৰাজলোকৰ অৱদান উল্লেখযোগ্য।

ইয়াৰ আগতে ১৬১১ চনত ইষ্ট ইণ্ডিয়া কম্পেনিয়ে গোলকুণ্ডাৰ চুলতানৰ ৰাজ্যৰ প্ৰধান বন্দৰ মছলিপট্টমত এটা বাণিজ্য কেন্দ্ৰ খোলে। ১৬২৬ চনত পুলিকটৰ অনতিদূৰত থকা আৰমাৰ্গাঁৱত আন এটা কোঠ খোলে। ১৬৩২ চনত গোলকুণ্ডাৰ চুলতানে তেওঁৰ ৰাজ্যৰ ভিতৰত অবাধে বেহা-বেপাৰ কৰিবলৈ ইষ্ট ইণ্ডিয়া কম্পেনিক অধিকাৰ দি এখন ফৰমান জাৰি কৰে। বিনিময়ত কোম্পানিয়ে চুলতানক বছৰি এক নিৰ্দ্দিষ্ট পৰিমাণৰ কৰ দিবলৈ প্ৰতিশ্ৰুতি দিয়ে। ১৬৩৯ চনত ফ্ৰান্সিছ ডে (Francis Day) নামৰ এজন ইংৰাজ বণিকে চন্দ্ৰগিৰিৰ ৰজাৰপৰা মাদ্ৰাজপট্টমৰ নিচেই কাষৰীয়া এটুকুৰা ঠাইত বাণিজ্য কুঠি এটা খোলাৰ অনুমতি লাভ কৰে। ঠাইডোখৰ সুবিধাজনক দেখি কোম্পানিয়ে তেওঁলোকৰ আৰমাৰ্গাঁৱৰ কেন্দ্ৰটো তালৈকে তুলি আনে। সেই কেন্দ্ৰটোৰ নতুন নাম দিয়া হয় ফৰ্ট ছেণ্ট জৰ্জ (Fort St. George)। অতি কম সময়ৰ ভিতৰত কৰমণ্ডল উপকূলত এই ঠাইডোখৰ ইংৰাজ-সকলৰ প্ৰধান কেন্দ্ৰ হৈ উঠে। উপৰোক্ত অঞ্চলবোৰৰ উপৰিও ভাৰতৰ পূৰ্বাঞ্চলতো ইংৰাজসকলে বাণিজ্য কেন্দ্ৰ খোলে। ১৬৩৩ চনত উৰিষ্যাৰ হৰিহৰপুৰ আৰু বালাছোৰ নামে দুখন ঠাইতো ইংৰাজৰ বাণিজ্য কুঠি স্থাপন হয়। তেওঁলোকে ১৬৫১ চনত বংগদেশৰ হুগলীত আন এটা কেন্দ্ৰ খোলে। কিছুদিনৰ ভিতৰতে পাটনা আৰু কাছিমবাজাৰতো দুটা কেন্দ্ৰ খোলা হয়। অৱশ্যে ইংলিছ ইষ্ট ইণ্ডিয়া কম্পেনিৰ কৰ্মচাৰী-বৰ্গই ব্যক্তিগতভাৱে বেপাৰ কৰিবলৈ আৰম্ভ কৰাত কোম্পানিৰ ব্যৱসায়ত লাভৰ অংশ অতি কম হৈ পৰে।

১৬৪২ চনত হোৱা সন্ধিয়ে পৰ্টুগিজ আৰু ইংৰাজসকলৰ মাজত বহুদিন ধৰি চলি অহা শত্ৰুতাৰ অৱসান ঘটায়। ১৬৬১ চনত ইংৰাজ-ৰাজ দ্বিতীয় চাৰ্লছে (Charles II) পৰ্টুগিজ ৰাজকন্যা কেথেৰিনক বিয়া কৰাত ভাৰতত পৰ্টুগিজ অধিকৃত বোম্বাই চহৰ ৰাজকন্যাৰ যৌতুকত দিয়া হয়। অৰ্থাভাৱৰ হেতুকে দ্বিতীয় চাৰ্লছে ১৬৬৮ চনত বোম্বাই ইষ্ট ইণ্ডিয়া কম্পেনিলৈ ৫০ হাজাৰ পাউণ্ড ঋণৰ বাবদ হস্তান্তৰ

কৰে। তেতিয়াৰপৰা বোম্বাই ইষ্ট ইণ্ডিয়া কম্পেনিৰ মুখ্য কাৰ্য্যালয়ত পৰিণত হয়। সপ্তদশ শতিকাৰ শেষৰফালে এই কোম্পানিৰ বাণিজ্য নীতিৰ আমূল পৰিবৰ্তন ঘটিবলৈ ধৰে। ১৬৮৬ চনত চাৰ জোছিয়া চাইল্ড (Sir Joshia child) নামৰ জনৈক ডাইৰেক্টৰৰ প্ৰভাৱত কোম্পানিয়ে আৱশ্যক বুজি বলপ্ৰয়োগৰদ্বাৰা ভাৰতত সাম্ৰাজ্য স্থাপন আৰু সেই সাম্ৰাজ্যৰপৰা স্থায়ী অৰ্থ উপাৰ্জনৰ নীতি গ্ৰহণ কৰে। তেতিয়াৰপৰা বেহা-বেপাৰৰ ক্ষেত্ৰত ইংৰাজসকলৰ ইষ্ট ইণ্ডিয়া কম্পেনিয়ে মোগল সম্ৰাট অথবা অন্যান্য ভাৰতীয় শাসকবৰ্গৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰিব নলগা হ'ল। চাৰ জোছিয়া চাইল্ডৰ এই নীতি কাৰ্যাত পৰিণত কৰিবলৈ আগবাঢি আহি বোম্বাইৰ গভৰ্নৰ জন চাইল্ডৰ (John Child) নেতৃত্বত ইংৰাজসকলে বংগদেশৰ চট্টগ্ৰাম বন্দৰটো দখল কৰাৰ ব্যৰ্থ চেষ্টা কৰে। তদুপৰি ভাৰতীয় যাত্ৰী কঢ়িয়াই নিয়া কেইবাখনো জাহাজ বলপূৰ্বক আটক কৰে। ইংৰাজসকলৰ এনে উদ্ধত আৰু দোৰাত্ম্যজনক আচৰণত ক্ষুব্ধ হৈ মোগল সম্ৰাট আওৰংজেবে কঠোৰ ব্যৱস্থা গ্ৰহণ কৰে। ইংৰাজৰ ওপৰত পোতক তুলিবলৈ মোগল বাহিনীয়ে বোম্বাই অৱৰোধ কৰে। অৱস্থা সংকটজনক হৈ উঠাত জন চাইল্ডে মোগল সম্ৰাটৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰে। ১৬৯০ চনত স্বাক্ষৰিত হোৱা চুক্তি অনুসৰি ইংৰাজসকলে আটক কৰা ভাৰতীয় জাহাজবোৰ যাত্ৰীসহ ঘুৰাই দিবলৈ মান্তি হয়। লগতে ক্ষতিপূৰণ হিচাপে সম্ৰাটক ডেৰ-লাখ টকা দিবলৈকো ৰাজি হয়। ইফালে মোগল সম্ৰাটে তেওঁৰ সাম্ৰাজ্যত ইংৰাজ কোম্পানিক আগৰদৰে বেহা-বেপাৰ কৰিবলৈ অনুমতি প্ৰদান কৰে।

বছৰি তিনিহাজাৰ টকা উপঢৌকন দিয়াৰ বিনিময়ত ইংৰাজ বণিকসকলে বংগদেশত অবাধে বেহা-বেপাৰ কৰাৰ অধিকাৰ লাভ কৰে। কিন্তু নবাবৰ কৰ্মচাৰীসকলে সময়ে সময়ে ইংৰাজ বেপাৰীৰপৰা স্থানীয় শুল্ক আদায় কৰিছিল। এই কাৰ্য্যই বিভ্ৰান্তিৰ আৰু তিক্ততাৰ সৃষ্টি নকৰাকৈ থকা নাছিল। এনে অৱস্থাৰ অৱসান ঘটাবলৈ ১৬৫৭ চনত বংগৰ শাসনকৰ্তা চাহচুজাই ইষ্ট ইণ্ডিয়া কম্পেনিক সকলো প্ৰকাৰৰ কৰ-কাটলৰপৰা ৰেহাই দিয়ে। কিন্তু সম্ৰাটৰ কৰ্মচাৰীসকলে এই ব্যৱস্থা

মানি ল'বলৈ টান পালে। ফলত শুল্কৰ বিষয় লৈ মাজে মাজে গোলমাল চলি থাকিল। ইতিমধ্যে কোম্পানিৰ বিষয়াবৰ্গই সম্ৰাটৰপৰা এখন নতুন ফৰমান আদায় কৰাৰ ব্যৰ্থ চেষ্টা কৰে। ১৬৭৮ চনত বংগৰ শাসনকৰ্তা চায়েস্তাখাঁই সম্ৰাটৰ অনুমতিক্ৰমে ইংৰাজ কোম্পানিক সকলো কৰ-কাটলৰপৰা মুক্তি দিয়ে যদিও বিশেষ একো কাৰ্য্যকৰী সুবিধা লাভ নহ'ল। ইয়াৰ দুবছৰৰ পাছত সম্ৰাট আওৰংজেবে এখন ফৰমান জাৰি কৰি ইংৰাজ বণিকসকলে ক্ৰয়-বিক্ৰয় কৰা পণ্য-দ্ৰব্যৰ ওপৰত শতকৰা দুটকা সুদ আৰু শতকৰা দেৰটকা জিজিয়া কৰ আদায়ৰ চৰ্তত মোগল সাম্ৰাজ্যৰ সকলো ঠাইতে তেওঁলোকে অবাধে বেপাৰ কৰাৰ অনুমতি দিয়ে। ইয়াৰ পাছতো স্থানীয় কৰ্মচাৰীসকলে ইংৰাজ বণিকসকলৰপৰা কেবলমাত্ৰ শুল্কই আদায় কৰা নাছিল সময়ে সময়ে নানাবিধ পাৰিতোষিক বিচাৰি পণ্য-দ্ৰব্যসমূহ বাজেয়াপ্ত কৰিছিল। এনে কাৰ্য্যত ইংৰাজ বণিকসকলে অত্যন্ত ক্ষুব্ধ হৈ মোগল ৰাজকৰ্মচাৰীসকলৰ এনে কাৰ্য্যৰ বিৰোধিতা কৰিবলৈ দৃঢ়সংকল্প লয়। সেই উদ্দেশ্যে তেওঁলোকে হুগলীত থকা বাণিজ্য কুঠিটো সুৰক্ষিত কৰে। এইদৰে বংগদেশত ইংৰাজ-মোগল সংঘৰ্ষৰ আৰম্ভ হয়। ১৬৮৬ চনত মোগল শাসনকৰ্তাজনে ইংৰাজৰ হুগলী বাণিজ্য কুঠি আক্ৰমণ কৰে। ইংৰাজসকলক বংগদেশৰপৰা বহিস্কাৰ কৰাই এই আক্ৰমণৰ উদ্দেশ্য আছিল। কিন্তু জব চাৰ্নক ( Job Charnok ) নামৰ এজন দূৰদৰ্শী আৰু বুদ্ধিমান ইংৰাজ কৰ্মচাৰীৰ নেতৃত্বত দুয়োপক্ষৰ মাজত আপোচ-আলোচনা আৰম্ভ হয়। ইতিমধ্যে ইংৰাজসকলে হুগলী এৰি সুতানুটি ( বৰ্তমান কলিকতাৰ শোভাবজাৰ অঞ্চল ) নামে ঠাইত থাকেহি। তাতে তেওঁলোক প্ৰায় এবছৰ কাল থাকে। কিন্তু ১৬৮৮ চনত কেপ্টেইন উইলিয়াম হিথ ( Captain William Heath ) নামৰ এজন বিষয়াৰ নেতৃত্বত বংগদেশৰ চট্টগ্ৰাম বন্দৰ আক্ৰমণ কৰাৰ উদ্দেশ্যে এক নৌবাহিনী ইংলেণ্ডৰপৰা আহি বংগদেশ পায়হি। সেই বাহিনীয়ে চট্টগ্ৰাম বন্দৰ আক্ৰমণ কৰাত ইংৰাজ-মোগল সংঘৰ্ষ পুনৰ সক্ৰিয় হয়। সেয়েহে ইংৰাজসকলে সুতানুটি ত্যাগ কৰিবলৈ বাধ্য হয়। চট্টগ্ৰাম অধিকাৰ কৰাত বিফল হৈ উইলিয়াম হিথ মাদ্ৰাজ অভিমুখে ৰাওনা হয়। ইয়াৰ দুবছৰ পাছত বোম্বাইৰ ইংৰাজ কৰ্তৃপক্ষ আৰু সম্ৰাট আওৰংজেবৰ মাজত এখন শান্তি

চুক্তি সম্পাদন হয়। উক্ত চুক্তিৰ চৰ্তানুসাৰে জব চাৰ্নক বংগদেশলৈ ঘূৰি আহি সুতানুটিত পুনৰ কেন্দ্ৰ প্ৰতিষ্ঠা কৰে। কালক্ৰমত এই ঠাইকে কেন্দ্ৰ কৰি কলিকতা চহৰ গঢ়ি উঠে। ঠাইডোখৰ জলাহ আৰু অস্বাস্থ্যকৰ হ'লেও প্ৰতিৰক্ষাৰ বাবে অতি সুন্দৰ আছিল। ১৬৯১ চনত মোগল সম্ৰাটৰ এক 'ফৰমান' অনুযায়ী কোম্পানিয়ে বংগৰ নবাবক বছৰি তিনিহাজাৰ টকা আদায় দিয়াৰ বিনিময়ত কোম্পানিয়ে সকলো কৰ কাটি-লৰপৰা অব্যাহতি লাভ কৰে। ১৬৯৬ চনত হোৱা এক স্থানীয় বিদ্ৰোহৰ সুযোগ লৈ এই বাণিজ্য কুঠিটো সুৰক্ষিত কৰা হয়। ইয়াৰ দুবছৰৰ পাছত কোম্পানিয়ে বছৰি বাৰশ টকা খাজনাৰ বিনিময়ত সুতানুটি, কলিকতা আৰু গোবিন্দপুৰ এই তিনিখন গাঁৱৰ জমিদাৰী লাভ কৰে। ১৭০০ চনত বংগদেশত থকা ইংৰাজৰ বাণিজ্য কুঠিবোৰ এখন স্বতন্ত্ৰ কাউন্সিলৰ অধীনলৈ অনা হয়। ৰজা তৃতীয় উইলিয়ামৰ (King William III) সম্মানাৰ্থে কলিকতাৰ সুৰক্ষিত কুঠিৰ নাম ৰখা হয় ফ'ৰ্ট উইলিয়াম (Fort William)। ফৰ্ট উইলিয়ামেই হ'ল নৱগঠিত কাউন্সিলৰ কৰ্মকেন্দ্ৰ আৰু ছাৰ চাৰ্লছ আয়াৰ (Sir Charles Eyre) হ'ল এই কাউন্সিলৰ প্ৰথম প্ৰেছিডেণ্ট আৰু গভৰ্নৰ।

১৭১৫ চনত ইষ্ট ইণ্ডিয়া কম্পেনিয়ে কিছু নতুন সুবিধা আদায় কৰাৰ উদ্দেশ্যে কলিকতাৰপৰা জন চাৰমান (John Surman) নামৰ এজন ইংৰাজলোকৰ নেতৃত্বত মোগল সম্ৰাট ফাৰুখছিয়াৰৰ ওচৰলৈ এক সজাতি দল পঠায়। সেই সময়ত সম্ৰাট কোনো এক কঠিন ৰোগত ভুগি আছিল। দিল্লীত থকা কালত সজাতি দলৰ অন্যতম সদস্য হেমিলটন (Hamilton) নামৰ চিকিৎসক এজনে চিকিৎসা কৰি সম্ৰাটৰ ব্যাধি নিৰাময় কৰে। ফলত সম্ৰাট সজাতি দলৰ প্ৰতি অতি সন্তুষ্ট হয় আৰু সুযোগ বুজি জন চাৰমানে সম্ৰাটৰপৰা তিনিখন 'ফৰমান' আদায় কৰিবলৈ সমৰ্থ হয়। এখন ফৰমানৰ জৰিয়তে ১৬৯১ চনতে এই কোম্পানিয়ে বংগৰ নবাবৰপৰা লাভ কৰা সকলো কৰ কাটলৰ ৰেহাই বাহাল ৰাখিবলৈ সক্ষম হয়। কলিকতাৰ ওচৰে-পাজৰে থকা ঠাই ভাৰাত ল'বলৈ আৰু য'তে ইচ্ছা ত'তে থিতাপি ল'বলৈ অনুমতিও লাভ কৰে। নিজামৰ ৰাজ্যৰ অন্তৰ্গত হায়দৰাবাদতো বাৰ্ষিক ৰাজহৰ বাবে সকলোবোৰ শুল্কৰপৰা কোম্পানিক ৰেহাই দিয়া হয়। পশ্চিম

উপকূলস্থ চুৰাটৰ ক্ষেত্ৰতো বছৰি দহ হাজাৰ টকা দি কোম্পানিয়ে অন্যান্য সকলো কৰৰপৰা মুক্তি লাভ কৰে। সদৌশেষত বোম্বাইৰ টাকশালত মৰা ইষ্ট ইণ্ডিয়া কম্পেনিৰ টকা সমগ্ৰ মোগল সাম্ৰাজ্যত বৈধ মুদ্ৰা-ৰূপে প্ৰচলিত হ'ব বুলিও ঘোষণা হয়। সম্ৰাট ফাৰুখছিয়াৰে জাৰি কৰা উপৰোক্ত 'ফৰমান'খনক ইষ্ট ইণ্ডিয়া কম্পেনিৰ 'মহাচনদ' (Magna Carta) বুলি অভিহিত কৰিব পাৰি। এই চনদৰ জৰিয়তে ইংৰাজ কোম্পানিয়ে ভাৰতৰ মাটিত নিজৰ ভৱিষ্যত সুদৃঢ় কৰাৰ সুযোগ লাভ কৰে। অলপীয়া ধন দিয়েই এই কোম্পানিয়ে মুক্তভাৱে ভাৰতৰ এমূৰৰ-পৰা সিমূৰলৈ বেহা-বেপাৰ কৰাৰ সুযোগ লাভ কৰে। মোগল সাম্ৰাজ্যৰ ভিতৰত কোম্পানিৰ মুদ্ৰা বৈধ বুলি জাৰি কৰি সম্ৰাট ফাৰুখছিয়াৰে যথাৰ্থতে কোম্পানিক এক সমান্তৰাল ৰাজশক্তিৰ মৰ্য্যাদা দান কৰিলে। পতনমুখী সাম্ৰাজ্যৰ দুৰ্বলচেতা আৰু অদূৰদৰ্শী সম্ৰাটে নিজ হাতে এক বিদেশী শক্তিৰ বিহ গছজোপা ৰুই থৈ গ'ল।

## অন্যান্য ইউৰোপীয় বণিকসকল

পৰ্টুগিজ বণিকসকলৰ কৃতকাৰ্য্যত অনুপ্ৰাণিত হৈ ইংৰাজ, ফৰাছী আৰু ওলন্দাজসকলেই যে ভাৰতবৰ্ষত বেপাৰ-বাণিজ্য কৰিছিল এনে নহয়। ইউৰোপৰ অন্যান্য কেইবাখনো দেশৰ বেপাৰী আহি ভাৰতত খোপনি পুতিবলৈ যত্ন কৰিছিল কিন্তু ইংৰাজ আৰু ফৰাছী বণিকৰ প্ৰতিযোগিতাত তিষ্ঠিব নোৱাৰি নিজ নিজ দেশলৈ ঘূৰি যাবলৈ বাধ্য হ'ল। ১৬১৬ চনত ডেনমাৰ্কৰ বেপাৰীসকলে 'ডেনিছ ইষ্ট ইণ্ডিয়া কম্পেনি' (Danish East India Company) প্ৰতিষ্ঠা কৰে আৰু ১৬২০ চনত ভাৰতৰ দক্ষিণ-পূব উপকূলৰ ট্ৰাংকুবাৰত এটা বাণিজ্য কেন্দ্ৰ স্থাপন কৰে। পাছত তেওঁলোকে মছলিপট্টম আৰু বংগদেশলৈকে বাণিজ্য সম্প্ৰসাৰণ কৰে। কিন্তু বংগদেশত তেওঁলোকৰ ব্যৱসায় লাভ-জনক নোহোৱাত ১৭১৪ চনত তাত থকা বাণিজ্য কেন্দ্ৰকেইটা বন্ধ কৰি দিয়ে। ১৭২৯ চনত ডেনমাৰ্কত এটা নতুন বাণিজ্য প্ৰতিষ্ঠান মুকলি হয়। এই কোম্পানিয়ে ১৭৫৫ চনত বংগদেশৰ হুগলী নৈৰ পাৰত শ্ৰীৰামপুৰ, ভাৰত মহাসাগৰৰ নিকোবৰ দ্বীপপুঞ্জ আৰু মালাবাৰ উপকূলত বাণিজ্যকেন্দ্ৰ খোলে। কিন্তু বাণিজ্য প্ৰতিযোগিতাত ইংৰাজসকলৰ লগত

তিষ্ঠিব নোৱাৰি ভাৰতত থকা সকলো বাণিজ্যকেন্দ্ৰ ১৮৪৫ চনত ইংৰাজক বিক্ৰী কৰি ভাৰতবৰ্ষ ত্যাগ কৰে। ১৭২৩ চনত অষ্ট্ৰিয়াৰ সম্ৰাটে ফ্লেণ্ডাৰ্ছৰ বণিকসকলে খোলা অ'ষ্টেণ্ড কম্পেনিক (Ostend Company) প্ৰাচ্যত বেহা-বেপাৰ চলাবলৈ অনুমতি দিয়ে। এই কোম্পানিয়ে দ্ৰুত গতিৰে বংগদেশত আৰু চীনদেশত লাভজনক বাণিজ্য আৰম্ভ কৰিলেও ইংৰাজ বণিক সম্প্ৰদায়ৰ প্ৰবল প্ৰতিযোগিতাত তিষ্ঠিব নোৱাৰিলে। ১৭৩১ চনত ছুইডেনৰ বণিকসকলেও 'ছুইডিছ ইষ্ট ইণ্ডিয়া কম্পেনি' নামৰ এটা বাণিজ্য প্ৰতিষ্ঠান খুলি চীন আৰু ভাৰতৰ লগত বেহা-বেপাৰ চলোৱাৰ চেষ্টা কৰে; কিন্তু তেওঁলোকৰ সেই চেষ্টা ব্যৰ্থ হয়। ১৭৫৫ চনত অষ্ট্ৰিয়াৰ বণিকসকলে এটা কোম্পানি খুলি ভাৰতৰ লগত বেপাৰ কৰিবলৈ চেষ্টা কৰে। দহ বছৰ চেষ্টা কৰিও এই কোম্পানিয়ে কৃতকাৰ্যতা লাভ কৰিব নোৱাৰিলে।

## দ্বিতীয় অধ্যায়

# ভাৰতত ইংগ-ফৰাচী বিৰোধ : ইংৰাজৰ সাফল্য লাভ

অষ্টাদশ শতিকাৰ মাজভাগত ভাৰতৰ ৰাজনৈতিক আকাশত এক গুৰুত্বপূর্ণ পৰিবর্তনৰ সূচনা হয়। মোগল ৰাজশক্তিৰ অধঃপতনৰ অৱশ্যম্ভাৱী পৰিণতিস্বৰূপে তেওঁলোকৰ সাম্রাজ্যত সৃষ্টি হোৱা সংকীর্ণতা, স্বার্থান্ধতা, অকর্মণ্যতা আৰু দুর্বলতাৰ সম্পূর্ণ সুযোগ গ্ৰহণ কৰি উচ্চাকাংক্ষী আৰু সুবিধাবাদী কেইবাজনো সামন্ত বিষয়াই দিল্লীৰ আনুগত্য স্বীকাৰ নকৰি স্বকীয় আৰু স্বতন্ত্ৰভাৱে নিজ নিজ অঞ্চলত শাসন কৰিবলৈ ধৰে। ফলত ঠায়ে ঠায়ে সৰু-বৰ কেইবাখনো ৰাজ্য গঢ়ি উঠে। অৱশ্যে এই ৰাজাবোৰৰ মাজত পৰস্পৰ বুজাবুজি আৰু সহযোগিতাৰ পৰিবর্তে অবিশ্বাস আৰু বিৰোধ ভাব থকাত এজন ৰজাই আন এজন ৰজাৰ বিৰুদ্ধে দুবুৰীয়া অথবা বাহিৰা শক্তিৰ সহায় ভিক্ষা কৰিবলৈকো দ্বিধাবোধ কৰা নাছিল। ফলত ভাৰতত এক অনিশ্চিত ৰাজনৈতিক পৰিস্থিতিয়ে বিৰাজ কৰিছিল। দক্ষিণ ভাৰতৰ ৰাজনৈতিক পৰিস্থিতিয়ে সেই খণ্ডত বেহা-বেপাৰত লিপ্ত থকা ফৰাচী আৰু ইংৰাজ বণিকসকলক তেনে অৱস্থাৰ সুযোগ গ্ৰহণ কৰিবলৈ আহ্বান কৰিছিল। ঠিক একে সময়তে ইউৰোপ আৰু আমেৰিকা জুৰি চলা ফৰাচী আৰু ইংৰাজ শক্তিৰ মাজত শক্তিপৰীক্ষাৰ সংগ্ৰামে পৰিস্থিতি আৰু বেয়াৰ ফালে ঢাল খুৱালে। দুই শক্তিৰ মাজত গঢ়ি উঠা প্ৰকাশ্য সংঘর্ষৰ প্ৰভাৱ সেই সময়ত ভাৰতত থকা দুই দেশৰ বেপাৰীসকলৰ মাজতো পৰিলক্ষিত হয়। ফলত দক্ষিণ ভাৰতত দুই দেশৰ বণিকসকলৰ মাজত থকা প্ৰতিযোগিতা প্ৰকাশ্য যুদ্ধত পৰিণত হ'ল।

## প্ৰথম কৰ্ণাটক যুদ্ধ (The first Carnatic War)

ইউৰোপীয়সকলে বংগোপসাগৰৰ তাৰৱৰ্তী কৰমণ্ডল উপকূল আৰু তাৰ সংলগ্ন ভূমিখণ্ডক কৰ্ণাটক নাম দিছিল। মোটামুটিভাৱে কৰ্ণাটকৰ সীমা আছিল উত্তৰে কৃষ্ণা আৰু দক্ষিণে কাবেৰী নৈ। ইয়াতে হায়দৰাবাদৰ নিজামৰ ৰাজ্যৰ অন্তৰ্গত কৰ্ণাট নামে এখন সৰু ৰাজ্য আছিল। সেই ৰাজ্য পোনপটীয়াভাৱে শাসন কৰিছিল—নিজামৰ অধীনস্থ এজন নবাবে আৰু এওঁৰ শাসনকেন্দ্ৰ আছিল আৰ্কট নামে ঠাইত। মোগল শক্তিৰ অধঃপতনৰ সুযোগত হায়দৰাবাদৰ নিজামে যেনেকৈ মোগল সম্ৰাটৰ আনুগত্য অস্বীকাৰ কৰি স্বাতন্ত্ৰ্য প্ৰতিষ্ঠাৰ প্ৰচেষ্টা চলাইছিল, ঠিক তেনেদৰে কৰ্ণাটৰ নবাবেও একাধিকবাৰ নিজামৰ প্ৰতি নিজৰ অধীনতা অস্বীকাৰ কৰিছিল। এনে সময়তে ১৭৪০ চনত ফটেহ সিং আৰু ৰঘুজী ভোঁচলেৰ নেতৃত্বত মৰাথাসকলে কৰ্ণাট আক্ৰমণ কৰে। আক্ৰমণকাৰীৰ সৈতে হোৱা যুদ্ধক্ষেত্ৰত কৰ্ণাটৰ নবাব দোস্ত আলি নিহত হয় আৰু এবছৰৰ ভিতৰতে মৰাথাসকলে দোস্ত আলিৰ জোঁৱায়েক চন্দা বা চান্দ চাহাবকো ধৰি নি ছাতাৰাৰ দুৰ্গত বন্দী কৰি ৰাখে। দোস্ত আলিৰ মৃত্যুত তেওঁৰ পুতেক ছফদৰ আলি কৰ্ণাটৰ সিংহাসনত বহে, কিন্তু দুবছৰৰ পাছত তেওঁকো তেওঁৰ দূৰ সম্পৰ্কীয় ভায়েক মুৰ্তজা আলিয়ে হত্যা কৰে। ফলত কৰ্ণাটৰ সিংহাসনৰ উত্তৰাধিকাৰীৰ প্ৰশ্ন লৈ নানা গণ্ডগোলৰ সৃষ্টি হয়। এনে অৱস্থাৰ অৱসান ঘটাবলৈ হায়দৰাবাদৰ নিজাম মিৰ কামাৰুদ্দিন স্বয়ং কৰ্ণাটকলৈ আহি আনোৱাৰউদ্দিন খাঁ নামৰ এজন পুৰাতন অথচ অভিজ্ঞ ৰাজকৰ্মচাৰীক আৰ্কটৰ নবাব হিচাপে নিযুক্তি দিয়ে। কিন্তু এই ব্যৱস্থাত ৰাজ্যৰ গোলমাল শাম কাটক চাৰি কিছু বেছিহে হ'ল; কিয়নো দোস্ত আলিৰ আত্মীয়-স্বজন আৰু পৰিয়ালবৰ্গই যথেষ্ট প্ৰভাৱ আৰু ক্ষমতা বিস্তাৰ কৰি আছিল। সেইবাবে দোস্ত আলিৰ স্বজন আৰু তেওঁৰ অনুগত জাইগীৰদাৰসকলে আনোৱাৰ উদ্দিনক নবাব নিয়োজিত কৰাটো অবৈধ বুলি ঘোষণা কৰে। আনকি মৰাথাৰ হাতত বন্দী হৈ থকা চান্দ চাহাবো নিজামৰ এই ব্যৱস্থাত অসন্তুষ্ট হ'ল। কৰ্ণাটৰ ৰাজনৈতিক পৰিস্থিতি এনেদৰে ক্ৰমাৎ জটিল হৈ পৰে। কিন্তু এই পৰিস্থিতিৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰে ইংৰাজ আৰু ফৰাচীসকলে।

ঠিক এনে সময়তে ১৭৪০ চনত ইউৰোপত অষ্ট্ৰিয়াৰ উত্তৰাধিকাৰৰ যুদ্ধ ( War of Austrian Succession ) আৰম্ভ হয়। এই যুদ্ধ সংঘটিত হৈছিল আৰম্ভণিতে অষ্ট্ৰিয়া আৰু প্ৰুছিয়াৰ মাজত। পাছত ইংলেণ্ডে অষ্ট্ৰিয়াৰ আৰু ফ্ৰান্সে প্ৰুছিয়াৰ পক্ষ গ্ৰহণ কৰাত যুদ্ধখনে বিস্তাৰ লাভ কৰে। ইউৰোপত হোৱা যুদ্ধখনৰ পৰিপূৰক হিচাপে ভাৰততো ফৰাচী আৰু ইংৰাজসকলৰ মাজত যুদ্ধৰ সূত্ৰপাত হয়। এতেকে ভাৰতত চলা ইংগ-ফৰাচী দ্বন্দ্ব ইউৰোপৰ ইংগ-ফৰাচী দ্বন্দ্বৰে আন এটা ৰূপ। কৰ্ণাট ৰাজ্যৰ অস্বাভাৱিক ৰাজনৈতিক পৰিস্থিতিয়ে দাক্ষিণাত্যত ইংৰাজ আৰু ফৰাচীসকলৰ মাজত যুদ্ধ অনিবাৰ্য্য কৰি তুলিছিল।

সেই সময়ত কৰমণ্ডল উপকূলত ইংৰাজসকলৰ ঘাটি আছিল মাদ্ৰাজ আৰু ফৰ্ট ছেণ্ট ডেভিড; ফৰাচীসকলৰ ঘাটি আছিল পণ্ডিচেৰি, উভয় পক্ষৰ ঘাটিবোৰ নিজ নিজ নৌবাহিনীয়ে ৰক্ষা কৰাৰ সুযোগ যথেষ্ট আছিল। ইউৰোপত যুদ্ধ আৰম্ভ হোৱাৰ সময়তে পণ্ডিচেৰিত থকা ফৰাচী গভৰ্ণৰ ডুপ্লেই ( Dupleix ) বিদেশী বাণিজ্যিক প্ৰতিষ্ঠান হিচাপে ইংৰাজ আৰু ফৰাচীসকলে যাতে ভাৰতক যুদ্ধ ক্ষেত্ৰত পৰিণত নকৰি চলে তাৰ কাৰণে ইংৰাজ কৰ্তৃপক্ষক টানি অনুৰোধ কৰিছিল। তেওঁৰ এই প্ৰস্তাৱত ইংৰাজ কৰ্তৃপক্ষই সন্মতি জনোৱা নাছিল যদিও যুদ্ধত লিপ্ত হোৱাৰো একান্ত ইচ্ছা প্ৰকাশ কৰা নাছিল। কিন্তু ১৭৪৫ চনত কমডৰ বাৰ্নেট ( Commodore Barnett ) নামৰ জনৈক ইংৰাজ বিষয়াৰ পৰিচালনাত এক ইংৰাজ নৌ-বহৰে কেইখনমান পণ্যবাহী ফৰাচী জাহাজ সাগৰত আটক কৰে; তদুপৰি মূল্যবান সামগ্ৰী কঢ়িয়াই নিয়া কেইখনমান দেশীয় জাহাজো জব্দ কৰে। আনকি বাৰ্নেটে পণ্ডিচেৰি আক্ৰমণ কৰিবলৈকো মন মেলে। এনে সংকটাৱস্থাত পৰি ডুপ্লেই কৰ্ণাটৰ নবাব আনোৱাৰউদ্দিনৰ ওচৰত প্ৰাৰ্থনা জনোৱাত নবাবে ইংৰাজ নৌ-বাহিনীক পণ্ডিচেৰি আক্ৰমণৰপৰা বিৰত থাকিবলৈ আদেশ দিয়ে। লগতে ডুপ্লেই মৰিচাছৰ ফৰাচী শাসক লা বুৰ্ডনেক ( La Bourdonnais ) অবিলম্বে পণ্ডিচেৰি ৰক্ষাৰ্থে তেওঁৰ নৌ-বাহিনী লৈ আহিবলৈ আবেদন জনায়। মৰিচাছেই আছিল সেই সময়ত ফৰাচী পোতাশ্ৰয়। লা বুৰ্ডনে আঠখন জাহাজ লৈ কৰমণ্ডল উপকূলত

হাজিৰ হ'লহি। তেওঁৰ আগমনে ভাৰতত চলি থকা ইংগ-ফৰাচী সংঘৰ্ষত এক নতুন ৰূপ দিয়ে। তেতিয়ালৈকে সংঘৰ্ষৰ পৰিস্থিতি ইংৰাজসকলৰ অনুকূলে আছিল। কিন্তু লা বুৰ্ডনেৰ আগমনে পৰিস্থিতিৰ পৰিবৰ্তন আনে। ইতিমধ্যে ইংৰাজ নৌ-সেনাপতি বাৰ্নেটৰ মৃত্যু হোৱাত পেয়টন ( Peyton ) ইংৰাজ নৌ-বাহিনীৰ নতুন অধ্যক্ষ হয়। পেয়-টনে ফৰাচী নৌ-বাহিনীৰ সৈতে প্ৰত্যক্ষ সংঘৰ্ষত ঠাৱৰিব নোৱাৰি প্ৰথমতে সিংহললৈ যায়। কিছুদিনৰ অন্তত তাৰপৰা ঘূৰি আহি কৰমণ্ডল উপকূলত থকা ইংৰাজ ঘাটিবোৰ একপ্ৰকাৰ অৰক্ষিত কৰি বংগদেশৰ হুগলীলৈ পলাই যায়। এনে এটা সোণালী সুযোগ পাই ডুপ্লেৰ নিৰ্দেশক্ৰমে লা বুৰ্ডনে মাদ্ৰাজ আক্ৰমণ কৰে। ফলত অতি সহজতে মাদ্ৰাজৰ পতন ঘটে আৰু মাদ্ৰাজ চহৰ ফৰাচী সেনাই লুটপাট কৰে। চহৰত থকা ইংৰাজসকলে বাধ্য হৈ আত্মসমৰ্পণ কৰে। আত্ম-সমৰ্পণকাৰীসকলৰ মাজত অন্যতম আছিল ৰবাৰ্ট ক্লাইভ।

ফৰাচীসকলে মাদ্ৰাজ আক্ৰমণ কৰিবলৈ আয়োজন কৰাৰ সময়ত ইংৰাজ কৰ্তৃপক্ষই আৰ্কটৰ নবাব আনোৱাৰউদ্দিনৰ হস্তক্ষেপৰ বাবে প্ৰাৰ্থনা জনায়। ফৰাচীসকলে মাদ্ৰাজ অৱৰোধ কৰোঁতে সেই অৱৰোধ উঠাই ল'বলৈ নবাবে ডুপ্লেক আদেশ দিয়ে। সুচতুৰ ডুপ্লেই সেই সময়ত নবাবক আশ্বাস দিয়ে যে ফৰাচী সেনাই মাদ্ৰাজ ইংৰাজৰ হাতৰপৰা মুক্ত কৰি নবাবৰ হাততেই চমজাই দিব। ডুপ্লেৰ মৌখিক প্ৰতিশ্ৰুতিত নবাব সহজতে পতিয়ন গ'ল। মাদ্ৰাজ জয় কৰা হোৱাত লা বুৰ্ডনে আৰু ডুপ্লেৰ মাজত মতানৈক্যই দেখা দিলে। লা বুৰ্ডনেৰ ইচ্ছা আছিল চাৰিলাখ পাউণ্ড ক্ষতিপূৰণ লৈ মাদ্ৰাজ নগৰখন ইংৰাজক ঘূৰাই দিয়াৰ। ডুপ্লেৰ ইচ্ছা মাদ্ৰাজ ফৰাচী দখলত ৰাখিব লাগে। ফলত দুয়োৰে মাজত বিবাদ আৰম্ভ হয়। এনে সময়তে সাগৰত এক প্ৰচণ্ড ধুমুহা হোৱাত সেই ধুমুহাতত লা বুৰ্ডনে তেওঁৰ নৌ-বাহিনী আঁতৰাই লৈ যায় আৰু শেষত ভাৰত ত্যাগ কৰি মৰিছাছলৈ ঘূৰি গ'ল। মাদ্ৰাজ ফৰাচীৰ হাতত ৰ'ল। কৰ্ণাটৰ আইনসংগত নবাব আনোৱাৰউদ্দিনে এতিয়া মাদ্ৰাজ নগৰ তেওঁক ঘূৰাই দিয়া প্ৰতিশ্ৰুতি পালন কৰিবলৈ ডুপ্লেৰ ওচৰত দাবী জনালে। প্ৰতিশ্ৰুতি পূৰণৰ কোনো আশা নেদেখি অতি ক্ৰুদ্ধ হৈ নবাবে তেওঁৰ বৰপুত্ৰ মহফুজ খাঁৰ অধীনত এক

বিশাল সেনা-বাহিনী মাদ্ৰাজ অভিমুখে প্ৰেৰণ কৰে আৰু সেই ঠাইতে ফৰাচী বাহিনীক আক্ৰমণ কৰে। কিন্তু সুসংগঠিত ফৰাচীসেনাৰ সমৰ কৌশলত টিকিব নোৱাৰি নবাবৰ বাহিনী চেণ্ট টম (St. Thome) (বৰ্ত্তমান মায়লাপুৰ) নামে ঠাইলৈ পিছ হুহকে। সেই ঠাইতে ফৰাচী আৰু নবাবৰ বাহিনীৰ মাজত হোৱা যুদ্ধত (১৭৪৬ চন) নবাবৰ সেনা বাহিনীৰ শোচনীয় পৰাজয় ঘটে।

ফৰাচীসকলে অপ্ৰয়াসে জয়লাভ কৰা চেণ্ট টমৰ যুদ্ধখন ভাৰতৰ ইতিহাসৰ এটা বিশেষ তাৎপৰ্য্যপূৰ্ণ ঘটনা। প্ৰথমবাৰৰ বাবে এজন ভাৰতীয় শাসকে ইউৰোপীয় সেনাবাহিনীৰ বিপক্ষে নিজৰ সেনা-বাহিনী সমুখ সমৰত অৱতীৰ্ণ কৰায় আৰু ফলস্বৰূপে এমুঠি সুসংগঠিত ফৰাচী সৈন্যৰ হাতত এক বিশাল ভাৰতীয় বাহিনীৰ শোচনীয় পৰাজয় ঘটে। ফৰাচী পক্ষ লৈ যুদ্ধ কৰা কিছুসংখ্যক ভাৰতীয় সৈন্যও আছিল। এই ঘটনাই সুস্পষ্ট ইংগিত দিলে যে পশ্চিমীয়া যুদ্ধ-কৌশলত প্ৰশিক্ষিত আৰু সুসংগঠিত সৈন্যবাহিনী ভাৰতীয় বাহিনীতকৈ পাৰ্গত আৰু শ্ৰেষ্ঠতৰ। ইউৰোপীয় জাতিসমূহে সহজে বুজিব পাৰিলে যে তেওঁলোকে অলপ আয়াসতে ভাৰতীয় ৰাজনীতিত প্ৰভাব পেলাবলৈ সক্ষম হ'ব। সেয়েহে তেওঁলোকৰ ক্ষমতা-লিপ্সা বাঢ়ি গ'ল। সুচতুৰ ডুপ্লেৰ সমুখত চেণ্ট টম যুদ্ধৰ তাৎপৰ্য্য সমুজ্জল হৈ উঠিল। বাণিজ্যিক প্ৰভাৱ বিস্তাৰৰ উপৰিও তদানীন্তন ভাৰতৰ অভ্যন্তৰীণ ৰাজনীতিত হস্তক্ষেপ কৰি এখন ফৰাচী ৰাষ্ট্ৰ গঠন কৰাৰ সপোন তেওঁৰ মানস পটত ভাঁহি উঠে। কল্পনাক বাস্তৱত ৰূপায়িত কৰিবলৈ তেওঁ অধিক উৎসাহেৰে ভাৰতৰ ৰাজনীতিত অৱতীৰ্ণ হ'ল।

চেণ্ট টম যুদ্ধত আনোৱাৰ উদ্দিনৰ বাহিনীক অনায়াসে পৰাজিত কৰি ডুপ্লেৰ নিৰ্দেশত ফৰাচী সৈন্যই পণ্ডিচেৰিৰ দক্ষিণে অনতিদূৰত অৱস্থিত ইংৰাজসকলৰ চেণ্ট ডেভিড নামৰ দুৰ্গটো আক্ৰমণ কৰে। কিন্তু কঠোৰ প্ৰতিৰোধৰ বাবে ওঠৰ মাহ অৱৰোধ কৰিও সেই ঠাই জয় কৰিবলৈ সমৰ্থ নহ'ল। ইয়াৰ অন্যতম প্ৰধান কাৰণ হ'ল লা-বুৰ্ডনৰ ভাৰত ত্যাগৰ পাছত ফৰাচী নৌশক্তিৰ প্ৰাধান্য হ্ৰাস। তদুপৰি ইংৰাজ নৌ সেনাপতি বোচকাৱেন (Boscawen) আৰু গ্ৰিফিনৰ (Griffin) নেতৃত্বত দুটা শক্তিশালী নৌবহৰ ইংলেণ্ডৰপৰা আহি ফৰাচীকেন্দ্ৰ পণ্ডিচেৰি অৱৰোধ কৰেহি। অৱশ্যে সেই অৱৰোধো ফলপ্ৰসূ নহ'ল।

এনে সময়তে ১৭৪৮ চনত এই-লা-চাপেলৰ ( Aix la-Chapelle ) সন্ধি স্বাক্ষৰিত হয়, লগে লগে ফৰাচী আৰু ইংৰাজসকলৰ মাজত শান্তি স্থাপন হয়। তাৰ ফলত কৰ্ণাটতো ইংগ-ফৰাছী সংঘৰ্ষৰ অৱসান ঘটে। সন্ধিৰ চৰ্ত অনুযায়ী ফৰাছীসকলে মাদ্রাজ ইংৰাজক ঘূৰাই দিয়ে আৰু তাৰ বিনিময়ত ফৰাছী চৰকাৰে উত্তৰ আমেৰিকাৰ লুইবাৰ্গ ( Louisburg ) নামৰ ঠাইডোখৰ লাভ কৰে। এইদৰে দক্ষিণ ভাৰতত ইংগ-ফৰাছী ৰাজনৈতিক সংঘৰ্ষৰ প্ৰথম পৰ্য্যায়ৰ পৰিসমাপ্তি ঘটে।

ওপৰে ওপৰে চালে দেখা যায় যে কৰ্ণাটৰ যুদ্ধই দাক্ষিণাত্যৰ ৰাজনৈতিক পটভূমিৰ কোনো উল্লেখযোগ্য পৰিবৰ্ত্তন আনিব নোৱাৰিলে বা সেই অঞ্চলৰ ৰাজ্যসমূহৰ ভৌগোলিক সীমাবো একো সলনি নহ'ল। কৰ্ণাটৰ নবাবৰ ক্ষমতা আৰু অধিকাৰো একেই থাকিল। ভাৰতত ঔপনিবেশিক ঘাটি স্থাপনৰ ক্ষেত্ৰত ফৰাছী বা ইংৰাজ কোনো পক্ষই লাভৱান নহ'ল। অথচ কৰ্ণাটৰ যুদ্ধতেই প্ৰথমবাৰৰ বাবে ইউৰোপীয় শক্তিসমূহে ভাৰতীয় ৰাজন্যবৰ্গৰ সামৰিক শক্তিৰ প্ৰকৃত পৰিচয় পায়। হাতী-ঘোঁৰা আদিৰে সংগঠিত ভাৰতীয় সৈন্য বাহিনী সংখ্যাতহে কেৱল ভীমাকাৰ, কিন্তু কাৰ্য্যক্ষেত্ৰত যে অক্ষম তাৰ প্ৰমাণ পোৱা গ'ল। ডুপ্লে আৰু ক্লাইভৰ দৰে ক্ষিপ্ৰ বুদ্ধিৰ লোকৰ বাবে ভাৰতীয় ৰাজশক্তি যে সামৰিক বিষয়ত অতি দুৰ্বল সেই কথা বুজিবলৈ টান নহ'ল। সেইবাবে তেওঁলোকে ভাৰতত স্বজাতীয় আধিপত্য বিস্তাৰৰ বাবে দুঃসাহসিক নীতি অৱলম্বন কৰি অচিৰে ভাৰতৰ ভাগ্যাকাশত এক মৌলিক পৰিবৰ্ত্তনৰ সূচনা কৰিবলৈ প্ৰয়াস পায়। ডুপ্লেৰ দৰে যশস্যা আৰু ক্ষমতাভিলাষী লোকক কৰ্ণাটকৰ অভিজ্ঞতাই বেছিকৈ উৎসাহিত কৰিলে। নবাৱ আনোৱাৰউদ্দিনৰ ৰাজ্যৰ ভিতৰত ইংৰাজ আৰু ফৰাছী দুয়োপক্ষই সংঘৰ্ষত লিপ্ত হৈ সেই ৰাজ্যৰ ভিতৰৰ পৰিস্থিতিৰ অৱনতি ঘটালে। নবাবে বিদেশী বেপাৰীৰ ওপৰত নিজ কৰ্তৃত্ব বৰ্তাব নোৱাৰি তেওঁৰ অক্ষমতা আৰু শক্তিহীনতাৰ পৰিচয়হে দিলে। ফলত বিদেশীৰ চকুত ভাৰতীয় ৰাষ্ট্ৰশক্তিৰ ভাঙনমুখী স্বৰূপটো ধৰা পৰিল। সুচতুৰ ডুপ্লেই ভাৰতীয় ৰাজন্যবৰ্গৰ মাজত থকা মনোমালিন্যৰ সুবিধা লৈ স্বজাতীয় স্বাৰ্থ পূৰণৰ অৰ্থে এই সুবিধা গ্ৰহণ কৰিবলৈ উদ্যত হ'ল। ইউৰোপীয় সমৰ-কৌশল আৰু সংগঠনৰ পদ্ধতি যে ভাৰতীয় কৌশল আৰু সংগঠনতকৈ অধিক আগবঢ়া সেই কথা ডেক-

টমৰ ৰণখনে প্ৰতিপন্ন কৰিলে। ইউৰোপীয় সামৰিক পদ্ধতিত সুসংগঠিত ভাৰতীয় সৈন্যও যে পশ্চিমীয়া সৈন্যৰ সমকক্ষ হ'ব পাৰে সেই ৰণে ইয়াকো প্ৰমাণ কৰিলে। কৰ্ণাটক যুদ্ধই ইয়াকো সুস্পষ্ট কৰিলে যে এক শক্তিশালী আৰু সুসংগঠিত নৌবাহিনীৰ অবিহনে ইংৰাজ বা ফৰাচী কোনো পক্ষই ভাৰতত ৰাজনৈতিক ক্ষমতা আৰু প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে।

## দ্বিতীয় কৰ্ণাটক যুদ্ধ ( The Second Carnatic War )

কৰ্ণাটকৰ প্ৰথম যুদ্ধৰ পৰা ভাৰতত এখন ফৰাচী উপনিবেশ স্থাপন কৰাৰ আশা ডুপ্লেৰ মানস পটত পৰিস্ফুট হৈ উঠে। সেই কল্পনাক বাস্তৱত ৰূপায়িত কৰাৰ এক নতুন সুযোগ অতি শীঘ্ৰে দাক্ষিণাত্যত ওলাল। ১৭৫৮ চনত মৰাঠাসকলে আটক কৰি ৰখা চান্দ চাহাবক এৰি দিয়ে। মুকলি হৈয়েই কৰ্ণাটলৈ আহি নবাব আনোৱাৰ-উদ্দিনক খেদি তেওঁ নিজে আৰ্কটৰ নবাব হ'বৰ কাৰণে চেষ্টা কৰে। ইয়াৰ ফলত আৰ্কটৰ নবাব পদ লৈ এক নতুন পৰিস্থিতিৰ সৃষ্টি হয়। ইফালে ঠিক একে সময়তে হায়দৰাবাদতো নিজামৰ পদ লৈ এক জটিল পৰিস্থিতিৰ উদ্ভৱ হয়। ১৭৪৮ চনত হায়দৰাবাদৰ চুবাদাৰ আছফ জা নিজাম উল মুলকৰ মৃত্যু হোৱাত তেওঁৰ দ্বিতীয় পুত্ৰ মিৰমহম্মদ নাছিৰ জং নিজামৰ গাদীত বহে। কিন্তু মৃত নিজামৰ পৌত্ৰ (জীয়েকৰ পুত্ৰ) মুজফৰ জঙে নিজামৰ গাদী দখল কৰিবলৈ উঠি-পৰি লাগিল। তেওঁৰ যুক্তি হ'ল যে মোগল বাদচাহে তেওঁকহে নিজাম বুলি স্বীকৃতি দি বাদচাহী চনদ দিছে। এতিয়া চান্দ চাহাব আৰু মুজফৰ জং দুয়ো লগ লাগি নিজ নিজ দাবী পূৰণৰ চেষ্টা চলায় আৰু পণ্ডিচেৰিত থকা ফৰাচীসকলৰ সাহায্য প্ৰাৰ্থনা কৰে।

ফৰাচী গভৰ্ণৰ ডুপ্লেই যেন এনে এটা সোণালী সুযোগৰ বাবেই অপেক্ষা কৰি আছিল। গতিকে তেওঁ অকণো পলম নকৰি চান্দ চাহাব আৰু মুজফৰ জঙক সাহায্য দিবলৈ সানন্দে আগবাঢ়ি আহিল। ডুপ্লেই ভাবিলে যে ফৰাচী সাহায্যত মুজফৰ জং হায়দৰাবাদত নিজামৰ গাদীত বহিলে আৰু চান্দ চাহাব আৰ্কটৰ নবাব পদত অধিষ্ঠিত হ'লে দক্ষিণ ভাৰতত ফৰাচী শক্তি অপ্ৰতিহত হৈ পৰিব। অকণো পলম নকৰি ত্ৰিশক্তিৰ

সম্মিলিত বাহিনীয়ে প্ৰথমতে আনোৱাৰ উদ্দিনৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰে। ভেল্লোৰৰ দক্ষিণ-পূবে থকা অম্বুৰ নামে ঠাইত হোৱা যুদ্ধত ( আগষ্ট, ১৭৪৯ চন ) সম্মিলিত বাহিনীয়ে নবাব আনোৱাৰ উদ্দিনৰ বাহিনীক বেয়াকৈ ঘটুৱায় আৰু তাতে আনোৱাৰ উদ্দিন নিহত হয়। আনোৱাৰ উদ্দিনৰ ডাঙৰ পুতেক যুদ্ধত বন্দী হয় আৰু দ্বিতীয় পুতেক মহম্মদ আলি পলাই গৈ ত্ৰিচিন্নপল্লীত (বৰ্তমানৰ তিৰুচিৰাপল্লী) আশ্ৰয় লয়গৈ। চান্দ চাহাবে নিজকে কৰ্ণাটৰ নবাব বুলি ঘোষণা কৰে। যুদ্ধত সহায় আগবঢ়োৱা বাবে চান্দ চাহাবে পণ্ডিচেৰিৰ কাষৰে-পাজৰে থকা আশীখন গাঁৱৰ সম্পূৰ্ণ স্বত্ব ফৰাচীসকলক দিয়ে আৰু লগতে উৰিষ্যাৰ উপকূলত অৱস্থিত মছলিপট্টম আৰু দিভি দ্বীপটো এৰি দিয়ে। ইয়াৰ ফলত দাক্ষিণাত্যত ফৰাচীসকলৰ ৰাজনৈতিক শক্তি আৰু মৰ্যাদা বহুগুণে বাঢ়ে।

ইয়াকে দেখি দাক্ষিণাত্যত থকা ইংৰাজসকলৰ অন্তৰত ভয় আৰু ঈৰ্ষাৰ সৃষ্টি হ'ল; কিন্তু তেওঁলোক দাক্ষিণাত্যৰ ৰাজনৈতিক পৰিস্থিতিৰ এনে নাটকীয় পৰিবৰ্তনৰ বাবে একেবাৰে সাজু নাছিল। সেইবাবে প্ৰথম অৱস্থাত নিজাম নাছিৰ জং আৰু মহম্মদ আলিক মৌখিক সমৰ্থন দিয়াৰ বাহিৰে একো তৎকালীন কাৰ্য্যকৰী ব্যৱস্থা ল'ব নোৱাৰিলে। এতিয়া পৰিস্থিতিৰ অৱনতি ঘটাত ইংৰাজপক্ষই হাত সাবটি বহি থাকিব নোৱাৰি নাছিৰ জং আৰু মহম্মদ আলিৰ সাহায্যাৰ্থে আগবাঢ়ি আহিল। ফলত দাক্ষিণাত্যত ইংৰাজ আৰু ফৰাচীসকলৰ মাজত এখন প্ৰকাশ্য যুদ্ধৰ সূত্ৰপাত হয়।

ইফালে চান্দ চাহাবে নবাবৰ গাদীত বহি ত্ৰিচিন্নপল্লীত আশ্ৰয় লোৱা মহম্মদ আলিক আক্ৰমণ নকৰি তাঞ্জোৰ নামৰ ঠাইখনহে অধিকাৰ কৰাত ব্যস্ত হ'ল। এই সুবিধাতে মহম্মদ আলিয়ে নিজ শক্তি বৃদ্ধি কৰিবলৈ সমৰ্থ হয়। ইংৰাজৰ উদ্গনি পাই নিজাম নাছিৰ জঙে এক বিশাল বাহিনী লৈ মহম্মদ আলিৰ সাহায্যাৰ্থে আহি কৰ্ণাটত প্ৰৱেশ কৰে। ছশ সুশিক্ষিত ইংৰাজ সৈন্য বাহিনী লৈ মেজৰ লৰেন্সে তেওঁৰ পক্ষত যোগ দিলেহি। গতি বিষম দেখি চান্দ চাহাবে তাঞ্জোৰ অৱৰোধ পৰিত্যাগ কৰি পণ্ডিচেৰিত আশ্ৰয় ল'লেগৈ। কিন্তু ডুপ্লেৰ পৰামৰ্শ আৰু উৎসাহত চান্দ চাহাবে ফৰাচী বাহিনীৰ লগ লাগি আগুৱাই গৈ জিঞ্জি নদীৰ পাৰৰ ভালুদাভুৰ নামৰ ঠাইত নাছিৰ জং আৰু ইংৰাজ

সৈন্যৰ মুখামুখি হয় (১৭৫০ চন)। এনেতে তেৰজন ফৰাছী সামৰিক বিষয়াই ৰণক্ষেত্ৰ এৰি পণ্ডিচেৰিলৈ পলাই যায়। তাতে মুজফৰ জঙে বিমোৰত পৰি নাছিৰ জঙৰ ওচৰত আত্মসমৰ্পণ কৰে। কিন্তু ডুপ্লেৰ কৌশলত কিছুদিনৰ ভিতৰতে ফৰাছী সৈন্যই হঠাতে এৰাতি নাছিৰ জঙৰ কোঠ আক্ৰমণ কৰাত তেওঁৰ সৈন্য ছেদেলি-ভেদেলি হয়। ভয়ত নাছিৰ জং গৈ আৰ্কটত আশ্ৰয় ললেগৈ। এই সুযোগতে ফৰাছীসকলে জিঞ্জি, তিৰুভতি, ভিল্লুপুৰম আদি ঠাইবোৰ অধিকাৰ কৰে, বাধ্যত পৰি নাছিৰ জং যুদ্ধত অৱতীৰ্ণ হ'ল, কিন্তু ফৰাছী সেনাৰ আচম্বিত আক্ৰমণত তেওঁ থৰকাছুতি হেৰুৱালে। এনে বিপদৰ সময়তে তেওঁৰ ফলীয়া কেইজনমান নবাব আৰু বিষয়াই বিশ্বাসঘাতকতা কৰাত আততায়ীৰ হাতত তেওঁৰ প্ৰাণ হেৰাল। ফলত নাছিৰ জঙৰ হাতত বন্দী হৈ থকা মুজফৰ জঙে মুক্তি লাভ কৰে। ডুপ্লেই অচিৰে তেওঁক দাক্ষিণাত্যৰ চুবাদাৰ বুলি স্বীকৃতি দিয়ে। কৃতজ্ঞতাৰ পুৰস্কাৰ হিচাপে মুজফৰ জঙে ফৰাছীসকলক নিজামপট্টম নামৰ প্ৰদেশখন এৰি দিয়ে; লগতে প্ৰচুৰ পৰিমাণৰ ধনো দিয়ে। তদুপৰি ডুপ্লেক কৃষ্ণা নৈৰপৰা কন্যাকুমাৰী পৰ্যন্ত দক্ষিণাঞ্চলৰ গভৰ্নৰ পদ যাচি সন্মানিত কৰে। গভৰ্নৰ পদৰ মৰ্য্যাদা ৰক্ষাৰ্থে তেওঁ ব্যক্তিগতভাৱে বছৰি দহ হাজাৰ পাউণ্ড আয় হোৱা এক জায়গীৰ লাভ কৰে। চান্দ চাহাব আৰ্কটৰ নবাব পদত অধিষ্ঠিত হয়।

পণ্ডিচেৰিত অভিষেক কাৰ্য্য সম্পন্ন কৰি নিজাম মুজফৰ জং ১৭৫১ চনৰ ফেব্ৰুৱাৰি মাহত ফৰাছী সেনাপতি বুছিৰ (Bussy) লগত হায়দৰাবাদলৈ যাওঁতে বাটতে এজন আততায়ীৰ হাতত প্ৰাণ হেৰুৱায়। বুছিয়ে তেতিয়া নাছিৰ জঙৰ ভায়েক মিৰ আছফ-উদ-দৌলা ছলাবৎ জঙক নিজাম বুলি ঘোষণা কৰে আৰু নৱনিযুক্ত নিজামক দিহা-পৰামৰ্শ দিবলৈ বুছি হায়দৰাবাদত থাকিল। ১৭৫১ চনৰপৰা ১৭৫৮ চনলৈকে সাত বছৰ কাল বুছিয়ে হায়দৰাবাদত ৰাজকাৰ্য্য তদাৰক কৰি আছিল। সেই কালছোৱাত নিজামৰ দৰবাৰত ফৰাছীসকলৰ প্ৰভাৱ আৰু প্ৰাধান্য অপ্ৰতিহত আছিল। বুছি নিজে এজন দূৰদৰ্শী আৰু প্ৰভাৱশালী লোক আছিল। তেওঁৰ অধীনত থকা প্ৰায় পাঁচ হাজাৰ চিপাহীৰ ভৰণ-পোষণাৰ্থে নিজাম ছলাবৎ জঙে ফৰাছীসকলক উত্তৰ চৰকাৰৰ অন্তৰ্গত

ইলোৰ, ৰাজমহেন্দ্ৰী, চিকাকুল আৰু মুস্তাফানগৰ—এই চাৰিখন জিলা এৰি দিয়ে।

আনহাতে ইংৰাজৰ অনুগ্ৰহ লাভ কৰি মহম্মদ আলিয়ে ত্ৰিচিন্ন-পল্লীতে থাকিবলৈ লয় আৰু ফৰাচী চান্দ চাহাবৰ লগত অযথা আপোচ-আলোচনাৰ পাতনি মেলে। মহম্মদ আলিয়ে প্ৰস্তাৱ কৰিলে যে পিতাক আনোৱাৰ উদ্দিনক সা-সম্পত্তি আৰু দাক্ষিণাত্যৰ এক ক্ষুদ্ৰ ৰাজ্য লাভ কৰিবলৈ সুযোগ দিলে তেওঁ চান্দ চাহাবক আৰ্কটৰ নবাব বুলি স্বীকৃতি দিবলৈ আপত্তি নকৰে। ডুপ্লে এই প্ৰস্তাৱত অমান্তি হ'ল আৰু ফৰাচী সৈন্যই ত্ৰিচিন্নপল্লী অৱৰোধ কৰে (১৭৫১ চন)। ইয়াৰ আগতে ১৭৫০ চনত চাণ্ডাৰ্ছ (Saunders) নামৰ এজন' বিচক্ষণ লোক ছেণ্ট ফৰ্ট ডেভিডৰ শাসনকৰ্তা হিচাপে নিযুক্ত হৈ আছে। ত্ৰিচিন্নপল্লীৰ ভৌগোলিক অৱস্থান লক্ষ্য কৰি তেওঁ ভালদৰে বুজিছিল যে ঠাইডোখৰ বাণিজ্যিক আৰু সামৰিক উভয় দিশৰপৰা অতি গুৰুত্বপূৰ্ণ। এই ঠাইডোখৰ কেনেবাকৈ ফৰাচীসকলৰ হাতত পৰিলে ইংৰাজসকলৰ ভীষণ অসুবিধা আৰু অনিষ্ট হ'ব। সেইবাবে তাত আবদ্ধ হৈ থকা মহম্মদ আলিক সম্ভৱপৰ সকলো সহায় আগবঢ়াবলৈ তেওঁ কোনো দ্বিধাবোধ নকৰিলে। তদুপৰি কিছু দিনৰ ভিতৰতে ত্ৰিচিন্নপল্লী হস্তান্তৰ কৰাৰ প্ৰতিশ্ৰুতি দি মহম্মদ আলিয়ে মহিসুৰৰ ৰজাক তেওঁৰ ফলীয়া কৰে আৰু ধনৰ টোপোলা বাচি মৰাঠা অধিনায়ক মুৰাৰী ৰাওকো হাত কৰে। অতি সোনকালে তাঞ্জোৰৰ ৰজায়ো তেওঁলোকৰ লগত যোগ দিয়ে। এইদৰে কম সময়তে এটা শক্তিশালী ফৰাচীবিৰোধী চক্ৰ গঠন হয়। ত্ৰিচিন্নপল্লী অধিকাৰ কৰাত পলম হোৱা দেখি ডুপ্লেই তালৈ নতুনকৈ সৈন্য পঠায়; কিন্তু সেনানায়কৰ অকৰ্মণ্যতাৰ বাবে এই বাহিনীয়ে ত্ৰিচিন্নপল্লী অধিকাৰ কৰাত ব্যৰ্থ হ'ল। অৱশ্যে তেওঁলোকে সেই নগৰখনৰ অৱৰোধ কাৰ্য্য চলাই থাকিল।

এনে অৱস্থাত ইংৰাজসকলে এক নতুন কৌশল অৱলম্বন কৰিলে। মহম্মদ আলিৰ পৰামৰ্শমতে চান্দ চাহাবৰ ৰাজধানী আৰ্কট অধিকাৰ কৰিবলৈ ইংৰাজ সৈন্য উদ্যত হ'ল। আৰ্কট আক্ৰমণৰ ভাৰ ন্যস্ত হয় ৰবাৰ্ট ক্লাইৱ নামৰ এজন সুদক্ষ কৰ্মচাৰীৰ ওপৰত। তেওঁ প্ৰথমতে সামান্য কেৰাণী হিচাপে ইষ্ট ইণ্ডিয়া কোম্পেনিৰ অধীনত চাকৰি লৈছিল। এইজন বিষয়াৰ অসাধাৰণ বীৰত্ব, সামৰিক কৌশল আৰু বিচক্ষণতাৰ

গুণত পাঁচশ সৈন্যৰ এটা তাকৰীয়া ফৌজে আৰ্কট জয় কৰিবলৈ সমৰ্থ হয়। ৰাজধানী আৰ্কট উদ্ধাৰৰ বাবে চান্দ চাহাবে ত্ৰিচিন্নপল্লীৰপৰা এটা শকত ফৌজ পঠায়। এই ফৌজে ক্লাইবৰ হাতৰপৰা আৰ্কট পুনৰুদ্ধাৰ কৰাৰ চেষ্টা কৰি নগৰখন অৱৰোধ কৰে। ১৭৫১ চনৰ চেপ্টেম্বৰৰপৰা নৱেম্বৰলৈ প্ৰায় দুমাহ আৰ্কটৰ অৱৰোধ চলি থাকিল। অসাধাৰণ ধৈৰ্য্য, সাহস আৰু ৰণ-কৌশলৰ জৰিয়তে ক্লাইবে আৰ্কট ৰক্ষা কৰি থাকিল। শেষত চান্দ চাহাবৰ বাহিনীয়ে পৃষ্ঠভংগ দিয়ে। ক্লাইবৰ আৰ্কট অধিকাৰ কৰ্ণাটকৰ যুদ্ধৰ এটা গুৰুত্বপূৰ্ণ ঘটনা। এই বিজয়ে দাক্ষিণাত্যত ইংৰাজসকলৰ ৰাজনৈতিক ভাগ্যৰ পৰিবৰ্তন আনিলে। আৰ্কটৰ যুদ্ধক্ষেত্ৰতেই ৰবাৰ্ট ক্লাইবৰ যশস্যা আৰু সুনাম বাঢ়ে। সেনাপতি হিচাপে তেওঁৰ নাম চাৰিওফালে বিয়পি পৰে। ক্লাইবৰ চমকপ্ৰদ কৃতকাৰ্য্যতাৰ বাতৰি পাই ত্ৰিচিন্নপল্লীৰ যুদ্ধক্ষেত্ৰত থকা ফৰাচী সেনাপতি জেক ল' (Jaques Law) পলাই গৈ শ্ৰীৰংগম নামৰ এটা দ্বীপত আশ্ৰয় গ্ৰহণ কৰেগৈ। পাচত ১৭৫ চনৰ জুন মাহত তেওঁ সসৈন্যে ইংৰাজৰ হাতত আত্মসমৰ্পণ কৰে; কিন্তু তেওঁক নৃশংসভাৱে হত্যা কৰা হয়। ত্ৰিচিন্নপল্লীত অৱৰোধ হৈ থকা মহম্মদ আলি সমগ্ৰ কৰ্ণাটকৰ নবাব হৈ পৰে। ফলত দাক্ষিণাত্যত ইংৰাজসকলৰ ক্ষমতা আৰু প্ৰভাৱ চমকপ্ৰদভাৱে বৃদ্ধি হয় আৰু ফৰাচীসকলৰ বিপৰ্য্যয় ঘটে।

ভাৰতত এখন ফৰাচী সাম্ৰাজ্য গঠন কৰাৰ সোণালী সপোন থানবান হোৱা সত্ত্বেও ডুপ্লে হতাশ নহ'ল। তেওঁ অতি কৌশলেৰে মহিসুৰৰ ৰজা আৰু মৰাথা বীৰ মুৰাৰী ৰাওক নিজৰ ফলীয়া কৰিলে। বহু যত্নেৰে তাঞ্জোৰৰ ৰজাক ইংৰাজ পক্ষৰপৰা আঁতৰাই আনি নিৰপেক্ষ কৰিলে। এনে কৰোঁতে ফৰাচী কোম্পানিৰ বিস্তৰ ধন ভাগিল আৰু তেওঁৰ নিজৰো কেইবা লাখো টকা খৰচ হ'ল। ডুপ্লেৰ এনে কূট-কৌশলৰ ফলত দাক্ষিণাত্যত ইংৰাজসকলৰ অৱস্থা পুনৰ সংকটাপন্ন হয়।

আগতে কৈ অহা হৈছে যে লা বুৰ্দনে আৰু ডুপ্লেৰ মাজত দেখা দিয়া মতবিৰোধৰ ফলত লা বুৰ্দনে ফৰাচী দেশলৈ ঘূৰি যায়। তেওঁ গৈ ডুপ্লেৰ কাৰ্য্যপৰিচালনাত ত্ৰুটি আৰু স্বেচ্ছাচাৰিতাৰ অভিযোগ গোটাই ফৰাচী চৰকাৰৰ ওচৰত এখন দীঘলীয়া অভিযোগপত্ৰ দাখিল কৰে। ইতিমধ্যে ডুপ্লেৰ কাৰ্য্যাৱলী ফৰাচী কৰ্তৃপক্ষৰ মনঃপুত হোৱা নাছিল।

গতিকে ভাৰতত ফৰাচীসকলৰ চলি থকা যুদ্ধখনৰ অৱসান ঘটোৱাৰ উদ্দেশ্যে ফৰাচী কোম্পানিকে ডুপ্লেৰ ঠাইত গডেহু ( Godehu ) নামৰ ডাইৰেক্টৰ এজনক অসাধাৰণ কর্তৃত্ব আৰু ক্ষমতা অর্পণ কৰি ভাৰতলৈ পঠিয়ালে। তেওঁ আহি ১৭৫৪ চনৰ আগষ্ট মাহত ভাৰতত উপস্থিত হয়হি আৰু সকলো দায়িত্ব নিজ হাতত লৈ ডুপ্লেক অব্যাহতি দিয়ে। ফলত ডুপ্লে স্বদেশলৈ ঘুৰি যাব লগা হয়। ফৰাচীসকলৰ শোচনীয়




চিত্ৰ ঃ : ’’গ-ফৰাচী যুদ্ধকালীন কর্ণাট

অৱস্থা কিছু উন্নত ক।’ উদ্দেশ্যে অতি সোনকালে গডেহুৱে ইংৰাজসকলৰ লগত আলোচনা চলায়। ফলত ১৭৫৫ চনৰ জানুৱাৰি মাহত তেওঁলোকৰ সৈতে ফৰাচীসকলৰ এটা সাময়িক চুক্তি স্বাক্ষৰিত হয়। এই চুক্তি অনুযায়ী উভয় পক্ষই ভৱিষ্যতে দেশীয় ৰজাসকলৰ অভ্যন্তৰীণ বিষয়ত অথবা পাৰস্পৰিক কাজিয়াত অংশ গ্ৰহণ নকৰে আৰু নিজ নিজ অধীনত থকা ঠাইবোৰৰ পূৰ্ণ কর্তৃত্ব উভয় পক্ষই মানি লয়।

৩

**ডুপ্লে**

অষ্টাদশ শতিকাত ভাৰতবৰ্ষৰ ৰাজনীতিত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা বিদেশী ৰাষ্ট্ৰনেতাসকলৰ ভিতৰত ডুপ্লে হ'ল অন্যতম। ১৭২১ চনত তেওঁ প্ৰথমে পণ্ডিচেৰিৰ ফৰাচী পৰিষদৰ সদস্য হৈ ভাৰতলৈ আহে। ইয়াৰ দহবছৰৰ পাছত তেওঁ চন্দন নগৰৰ শাসনকৰ্তা হৈ বংগদেশলৈ আহে। শাসনকাৰ্য্যত দক্ষতা অৰ্জন কৰাত ১৭৪২ চনত তেওঁক পণ্ডিচেৰিৰ গভৰ্ণৰ নিয়োগ কৰা হয়। পণ্ডিচেৰিৰ গভৰ্ণৰ হিচাপেই তেওঁ ভাৰতৰ ইতিহাসত বেছি পৰিচয় লাভ কৰে। এই পদত তেওঁ ১৭৫৪ চনলৈকে থাকে।

ডুপ্লে আছিল এজন উচ্চ খাপৰ ৰাজনীতিজ্ঞ। তেওঁৰ আকাংক্ষা আছিল সীমাহীন। কোনো কোনো সময়ত সেই উচ্চাকাংক্ষাই দুৰাকাংক্ষাৰ ৰূপ লৈছিল। অসীম ধৈৰ্য্য, দূৰদৰ্শিতা আৰু বিচক্ষণতা আছিল তেওঁৰ অন্যতম গুণাৱলী। তেওঁৰ উদ্ভাৱনী শক্তি আছিল প্ৰচুৰ। নানা বিপদ বিঘিনিৰ সন্মুখীন হৈয়ো তেওঁ কোনো দিনেই ধৈৰ্য্যৰ সীমা চেৰাই যোৱা নাছিল। পৰিস্থিতি আয়ত্তলৈ অনাত তেওঁৰ ক্ষমতা আছিল অপাৰ। যি কোনো জটিল সমস্যাকে তেওঁ ধীৰ আৰু স্থিৰভাবে বিচাৰ কৰি তাৰ সমাধান উদ্ভাৱন কৰাৰ ক্ষমতা আছিল তেওঁৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য। বহু গুণাৱলীৰ অধিকাৰী হৈয়ো তেওঁৰ চৰিত্ৰত কেইবাটাও দোষে চেকা পেলাইছিল। কোনো কোনো ঐতিহাসিকৰ মতে অৰ্থলোভ, দাম্ভিকতা, আনৰ সম্পৰ্কে উদাসীনতা আৰু তলতীয়া কৰ্মচাৰীৰ ওচৰত ঔদ্ধত্য প্ৰদৰ্শন আছিল তেওঁৰ চৰিত্ৰৰ প্ৰধান দোষ। ব্যক্তিগত দোষ-ত্ৰুটি থাকিলেও স্বদেশৰ প্ৰতি ত্যাগৰ যি আদৰ্শ তেওঁ দেখুৱাইছিল, সেই আদৰ্শ চিৰস্মৰণীয় হৈ ৰ'ব।

ফৰাচী চৰকাৰে ভাৰতলৈ পঠিওৱা প্ৰশাসকসকলৰ ভিতৰত ডুপ্লে আছিল অন্যতম। ভাৰতত এখন ফৰাচী সাম্ৰাজ্য স্থাপনৰ সম্ভাৱনা তেওঁৰ মনত উদয় হৈছিল। সমসাময়িক ভাৰতৰ উৰ'লি যোৱা ৰাজনৈতিক অৱস্থা আৰু দেশীয় শক্তিবৰ্গৰ মাজত চলি থকা অবিয়াঅবি আৰু গৃহকন্দল তেওঁৰ চকুৰ আগত স্পষ্ট হৈ ধৰা দিছিল। তেওঁ আৰু লক্ষ্য কৰিছিল যে ইউৰোপীয় সৈন্যৰ প্ৰশিক্ষণ পদ্ধতি, সমৰ-কৌশল, শাসন আৰু শৃংখলা দেশীয় সামৰিক শক্তিৰ তুলনাত অনেক উচ্চখাপৰ।

কিন্তু তেওঁ এইটো লক্ষ্য কৰিছিল যে ব্যক্তিগত সাহস আৰু বীৰত্বৰ ক্ষেত্ৰত ভাৰতীয় সৈন্য ইউৰোপীয় সৈন্যতকৈ কোনো গুণেই কম নাছিল। সেয়েহে তেওঁ এদল ভাৰতীয় সৈন্যক ইউৰোপীয় সামৰিক পদ্ধতিত প্ৰশিক্ষণ দি ভাৰতীয় ৰজাসকলৰ পাৰস্পৰিক বিবাদত অংশ গ্ৰহণৰ ভূমিকা গ্ৰহণ কৰে। তদুপৰি ভাৰতীয় ৰাজন্যবৰ্গৰ মাজত থকা পাৰস্পৰিক বিবাদত পক্ষ লৈ দেশীয় ৰজাসকলে ফৰাচী সামৰিক সাহায্য গ্ৰহণ কৰাৰ সুযোগতে তেওঁ ভাৰতত এখন ফৰাচী সাম্ৰাজ্য গঠনৰ প্ৰয়াস পায়। ডুপ্লেই হ'ল প্ৰথম ইউৰোপীয় প্ৰশাসক যি সৰ্বপ্ৰথমে উপকূলীয় অঞ্চল এৰি ভাৰতৰ অভ্যন্তৰত খোপনি পোতাৰ প্ৰচেষ্টা হাতত লয়।

ভাৰতৰ পতনমুখী ৰাজনৈতিক অৱস্থাৰ কথা ডুপ্লেই ভালদৰে বুজি পাইছিল। ভাৰতীয় শক্তিসমূহতকৈ ইউৰোপীয় শক্তিৰ শ্ৰেষ্ঠতা তেওঁ দৃঢ়ভাৱে গ্ৰহণ কৰিছিল আৰু ভাৰতীয় লোকৰ বুদ্ধিতকৈ ইউৰোপীয় লোকৰ জ্ঞান-বুদ্ধি বেছি উচ্চখাপৰ বুলি তেওঁ ধৰি লৈছিল। প্ৰথম কৰ্ণাটকৰ যুদ্ধত ইংৰাজৰ হাতৰপৰা মাদ্ৰাজ জয় কৰি সেই ঠাই নবাব আনোৱাৰ উদ্দিনক দিম বুলি কৈয়ো সেই প্ৰতিশ্ৰুতি তেওঁ পালন কৰা নাছিল। কিয়নো তেনে কৰিলেও নবাবৰ সেনাই যে মাদ্ৰাজ ফৰাচীৰ হাতৰপৰা কাঢ়ি ল'ব নোৱাৰে তেওঁ সেই কথা বঢ়িয়াকৈ জানিছিল। প্ৰতিশ্ৰুতি পালন নকৰাত নবাবৰ সেনাই মাদ্ৰাজ আক্ৰমণ কৰাত মুষ্টিমেয় ফৰাচী সেনাই নবাবৰ বিশাল বাহিনীক মাইলাপুৰৰ যুদ্ধই ডুপ্লেৰ মনৰ ধাৰণা আৰু সুদৃঢ় কৰি তুলিলে।

ভাৰতবৰ্ষত এখন ইউৰোপীয় সাম্ৰাজ্য প্ৰতিষ্ঠাৰ পথপ্ৰদৰ্শক আছিল জোচেফ ডুপ্লে। ভাৰতত এখন ফৰাচী সাম্ৰাজ্য গঢ়ি তোলাৰ মানসেৰে দক্ষিণ ভাৰতৰ ৰাজনীতিত তেওঁ সক্ৰিয় অংশ গ্ৰহণ কৰিছিল আৰু তাৰ বাবে তেওঁ এক স্বকীয় নীতি আৰু পন্থা হাতত লৈছিল। অৱশ্যে তেওঁৰ অন্তৰৰ প্ৰবল আশা কাৰ্যত পৰিণত নহ'ল আৰু তেওঁৰ নীতি আৰু পন্থা যথাযথভাৱে পালন কৰাত ফৰাচী বণিক সংঘ আৰু ফৰাচী জাতীয় চৰকাৰ ব্যৰ্থ হ'ল। কিন্তু একে নীতি আৰু পন্থা গ্ৰহণ কৰিয়েই পৰৱৰ্তী কালত ইংৰাজসকলে ভাৰতত এখন সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ বিশাল পৰিকল্পনা বাস্তৱত

ৰূপায়িত কৰাৰ বাবে যি পৰিমাণৰ অৰ্থ, সামৰিক শক্তি আৰু কৰ্তৃপক্ষৰপৰা যেনে ধৰণৰ সমৰ্থনৰ আৱশ্যক হৈছিল, তাৰ অভাৱতেই তেওঁৰ পৰিকল্পনা ব্যৰ্থ হৈছিল, তথাপি নানা বাধা-বিঘিনিৰ সন্মুখীন হৈয়ো এক বলিষ্ঠ মানসিক শক্তি আৰু অসীম সাহস লৈ ফৰাচীৰ জাতীয় সন্মান আৰু গৌৰব অক্ষুণ্ণ ৰাখিবলৈ তেওঁ আপ্ৰাণ চেষ্টা কৰিছিল। স্বদেশ-প্ৰীতি আৰু স্বাৰ্থত্যাগৰ যি মহান আদৰ্শ তেওঁ দেখুৱালে সি ইতিহাসত চিৰস্মৰণীয় হৈ ৰ'ব।

ডুপ্লেৰ প্ৰচেষ্টা বিফল হোৱাৰ মূলতে কেইটামান কাৰণ দেখা যায়। তেওঁৰ আত্মবিশ্বাস আছিল অপাৰ। তেনে আত্মবিশ্বাসত বলীয়ান হৈ ফৰাচী গৃহ চৰকাৰৰ অনুমোদন আৰু সমৰ্থনলৈ বাট নাচাই তেওঁ নিজ চিন্তা আৰু পৰিকল্পনা অনুযায়ী কাম কৰি গৈছিল। এনে কৰোঁতে ফৰাচী চৰকাৰৰ অজ্ঞাতসাৰেই তেওঁ দক্ষিণ ভাৰতৰ ৰাজনীতিত জড়িত হৈ পৰিছিল। ফলত দক্ষিণ ভাৰতত এখন ফৰাচী সাম্ৰাজ্য গঠনৰ উপক্ৰম হৈছিল। এই কাৰণেই তেওঁৰ প্ৰতি ফৰাচী চৰকাৰৰ সন্দেহৰ উদ্ৰেক হৈছিল। সেয়েহে তেওঁ ফৰাচী জাতীয় চৰকাৰৰপৰা আৱশ্যকীয় সমৰ্থন আৰু সহায় লাভ কৰিব পৰা নাছিল। তদুপৰি তেওঁৰে সৈতে মতানৈক্য ঘটি লা বুৰ্ডনে স্বদেশলৈ ঘূৰি গৈ তেওঁৰ বিৰুদ্ধে ভালেমান অভিযোগ তুলি গৃহ চৰকাৰক তেওঁৰ প্ৰতি বিৰুদ্ধ ভাবাপন্ন কৰি তুলিছিল। ডুপ্লেই গ্ৰহণ কৰা পৰিকল্পনা, নীতি, কৰ্মপন্থা আৰু তাৰ যুক্তিযুক্ততাৰ আচল বিশদ বিৱৰণ গৃহ চৰকাৰৰ অবগত হোৱাহেঁতেন হয়তো গৃহ চৰকাৰে তেওঁক পদচ্যুত নকৰিলেহেঁতেন। দ্বিতীয়তে, ডুপ্লেৰ কৰ্মক্ষেত্ৰ একমাত্ৰ কৰ্ণাটতে সীমাবদ্ধ নাছিল। তেওঁ সমগ্ৰ দাক্ষিণাত্য সামৰি সেই অঞ্চলৰ ভিতৰৰা ঠাইবোৰতো ফৰাচী প্ৰভাৱ পেলাবলৈ যত্ন কৰিছিল। কিন্তু সেই বিস্তাৰিত কৰ্মক্ষেত্ৰৰ ওপৰত যথাযথ কৰ্তৃত্ব বজাই ৰাখিবলৈ যি পৰিমাণৰ শক্তি আৰু সামৰ্থ্যৰ আৱশ্যক হৈছিল, তেওঁৰ তাৰ অভাৱ ঘটিছিল। তাতে তেওঁ গৃহ চৰকাৰৰপৰাও উৎসাহজনক সঁহাৰি পোৱা নাছিল। তৃতীয়তে, সুদক্ষ আৰু নিপুণ সমৰ সেনানায়ক বুছিক এক অভিযানত কৰ্ণাটৰপৰা হায়দৰাবাদলৈ পঠাই দি ডুপ্লেই একপ্ৰকাৰ মাৰাত্মক ভুল কৰি পেলালে। ইংৰাজ আৰু তেওঁলোকৰ সহযোগীসকলে কৰ্ণাটত আৱদ্ধ কৰা প্ৰতি-

আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ বুছিৰ দৰে সমৰকৌশলী নায়কৰ একান্ত আৱশ্যক হৈছিল। ফৰাচী সৈন্যক উদ্গনি দিয়া সমৰনিপুণ লোকৰ অভাৱৰ ফলত ফৰাচীসকলৰ মাজত কিছু হতাশা পৰিলক্ষিত হয়। চতুৰ্থতে, সাম্ৰাজ্য স্থাপনৰ উদ্দেশ্যে ডুপ্লেই ইংৰাজসকলৰ বিপক্ষে দাক্ষিণাত্যত যি সংগ্ৰামত অৱতীৰ্ণ হ'ল তাক কৃতকাৰ্য্যতাৰে পৰিচালনা কৰিবলৈ যি পৰিমাণৰ ধনৰ আৱশ্যক হৈছিল সেই পৰিমাণৰ ধন ফৰাচী গৃহ চৰকাৰে যোগান ধৰিব পৰা নাছিল। যুদ্ধ বিয়পি পৰাৰ লগে লগে ধনৰ চাহিদাও বাঢ়ি যায়। ফলত ডুপ্লেৰ সন্মুখত অৰ্থ-সংকটে দেখা দিয়ে। পঞ্চমতে, ডুপ্লে আছিল এজন ৰাজনীতিবিদ; কিন্তু তেওঁ এজন সুদক্ষ সেনানায়ক আৰু সমৰনায়ক নাছিল। ৰৰ্বাট ক্লাইৱৰ দৰে সাহসিকতা আৰু উদ্যম- লৰেন্সৰ দৰে সমৰকুশলতা আৰু দক্ষতা, এনে গুণৰ অভাৱ ডুপ্লেৰ গাত আছিল। এনেবোৰ কাৰণতে তেওঁ ফৰাচী সৈন্যবাহিনীক কৃতকাৰ্য্যতাৰে আগবঢ়াই নিবলৈ সক্ষম হোৱা নাছিল।

## তৃতীয় কৰ্ণাটকৰ যুদ্ধ ( The Third Carnatic War )

ইংৰাজ আৰু ফৰাচীসকলৰ মাজত হোৱা চুক্তিৰ পাছত কিছুদিনৰ বাবে ভাৰতত ইংগ-ফৰাচী সংঘৰ্ষ স্থগিত আছিল। কিন্তু ১৭৫৬ চনত ইউৰোপত সাত বছৰীয়া ৰণ ( Seven years War ) আৰম্ভ হোৱাত সেই সংঘৰ্ষৰ পুনৰাবৃত্তি ঘটে। সাত বছৰীয়া ৰণৰ ধাই বিবদমান পক্ষ দুটা হ'ল অষ্ট্ৰিয়া (Austria) আৰু প্ৰুছিয়া ( Prussia )। ফৰাচী চৰকাৰে অষ্ট্ৰিয়াৰ আৰু ইংৰাজ চৰকাৰে প্ৰুছিয়াৰ পক্ষ লোৱাত এই দুই দেশীয় লোকৰ মাজত যুদ্ধৰ সূত্ৰপাত হয়। ভাৰতত এই যুদ্ধ সংঘটিত হয় দাক্ষিণাত্যৰ কৰ্ণাট আৰু বংগদেশত কৰ্ণাটত হোৱা ৰণখনকেই তৃতীয় কৰ্ণাটক যুদ্ধ বোলা হয়।

ইউৰোপত ইংৰাজ আৰু ফৰাচীসকলৰ মাজত হোৱা যুদ্ধৰ আৰম্ভণিতে ফৰাচী চৰকাৰে কাউণ্ট ডা লালি ( Count de Lally ) নামৰ এজন সেনাধ্যক্ষক দক্ষিণ ভাৰতত থকা ইংৰাজ ঘাটিবোৰ দখল কৰিবলৈ পঠায়। ভালেমান বাধা-বিঘিনিৰ মাজেদি কাউণ্ট লালি আহি ভাৰতত উপস্থিত হয়হি। ইতিমধ্যে ইংৰাজ সেনাপতি ৰৰ্বাট ক্লাইৱৰ

অধীনত ইংৰাজ সৈনাই বংগদেশত থকা ফৰাছী কুঠি, চন্দননগৰ অধিকাৰ কৰে ( ১৭৫৭ চনত )। ভাৰতত উপস্থিত হৈয়েই লালিয়ে ইংৰাজ ঘাটি ছেণ্ট ডেভিড দুৰ্গ ( Fort St. David ) অধিকাৰ কৰে, কিন্তু তাঞ্জোৰ দুৰ্গ দখল কৰিবলৈ তেওঁ সক্ষম নহ'ল। তেতিয়া লালিয়ে অন্যতম ইংৰাজ ঘাটি মাদ্ৰাজ দখল কৰিবলৈ উদ্যত হয়। এই উদ্দেশ্যে হায়দৰাবাদত থকা ফৰাছী সেনাপতি বুছিক তেওঁ পণ্ডিচেৰিলৈ মাতি পঠায়। এইখিনিতে লালিয়ে এক ভীষণ ভুল কৰি পেলালে। বুছিয়ে হায়দৰাবাদ এৰাৰ প্ৰায় লগে লগেই হায়দৰাবাদত ফৰাছী প্ৰভাৱৰ অৱসান আৰম্ভ হয়। বুছিৰ ঠাইত হায়দৰাবাদলৈ পঠিওৱা ফৰাছী সেনাপতিজন ইংৰাজ সেনাধ্যক্ষ কৰ্নেল লিয়নেল ফৰ্ডৰ ( Colonel Lionel Forde ) হাতত পৰাজিত হয়। পৰিস্থিতি বুজি নিজাম চালাবৎ জঙে ইংৰাজৰ পক্ষ গ্ৰহণ কৰে আৰু চিকাকুল, ৰাজমহেন্দ্ৰী, ইলোৰ আদি কেইখনমান ঠাই ইংৰাজক দিয়ে। উক্ত ঠাইকেইখনেই উত্তৰ চৰকাৰ ( Northern Sircars ) নামেৰে জনাজাত হয়। লালি আৰু বুছিৰ সম্মিলিত সৈন্যবাহিনীয়ে মাদ্ৰাজ অৱৰোধ কৰে, কিন্তু মাদ্ৰাজৰ ইংৰাজ গভৰ্ণৰ জৰ্জ পিগট ( George Pigot ) আৰু সেনাপতি লৰেন্সৰ অধীনত ইংৰাজসকলে নগৰখন দৃঢ়ভাৱে প্ৰতিৰক্ষা কৰাত লালিৰ মাদ্ৰাজ অৱৰোধৰ চেষ্টা বিফল হয়। এনে সময়তে কিছুসংখ্যক ইংৰাজ ৰণতৰী আহি মাদ্ৰাজৰ সন্নিকটত উপস্থিত হোৱাত লালিয়ে মাদ্ৰাজ অৱৰোধ ত্যাগ কৰিবলৈ বাধ্য হয়। ইয়াৰ পাছত ইংৰাজ সেনাপতি ছাৰ আয়াৰ কুটৰ ( Sir Eyre Coote ) হাতত ৱান্দিৱাছৰ যুদ্ধত ( ১৭৬০ চন ) ফৰাছী বাহিনীয়ে শোচনীয়ভাৱে পৰাজয় বৰণ কৰে। ৱান্দিৱাছৰ যুদ্ধই ভাৰতত ফৰাছী প্ৰভাৱৰ একপ্ৰকাৰ অন্ত পেলালে। সেই একে বছৰতে ইংৰাজসকলে ফৰাছী কোঠ জিঞ্জি অধিকাৰ কৰে আৰু ফৰাছী শাসনৰ কেন্দ্ৰস্থল পণ্ডিচেৰি অৱৰোধ কৰে। লালিয়ে ভালেমান দিন সেই ঠাই প্ৰতিৰক্ষা কৰি অৱশেষত প্ৰতিকূল অৱস্থা আৰু খোৱা বস্তুৰ নাটনিত পৰি ইংৰাজৰ হাতত আত্মসমৰ্পণ কৰে ( ১৭৬১ চন )। ইংৰাজ সেনাই পণ্ডিচেৰি চহৰখন ধ্বংস কৰে ; আনকি পণ্ডিচেৰি দুৰ্গটোৰো কোনো চিন-মোকাম নাৰাখিলে। পণ্ডিচেৰি পতনৰ লগতে ভাৰতত এখন ফৰাছী সাম্ৰাজ্য

স্থাপনৰ শেষ আশাকণো মাৰ যায়। ইয়াৰ পাছত ইংৰাজসকলে মাহে অধিকাৰ কৰে। বন্দী লালিক ইংৰাজসকলে ইংলেণ্ডলৈ লৈ যায় আৰু সাতবছৰীয়া যুদ্ধৰ অন্তত তেওঁক মুকলি কৰি স্বদেশলৈ যাবলৈ দিয়া হয়। ফ্রান্সলৈ ঘূৰি যোৱাত যুদ্ধত পৰাজিত হোৱাৰ অপৰাধত তেওঁক অন্যায়ভাৱে প্ৰাণদণ্ড দিয়া হয়।

১৭৬৩ চনত হোৱা পেৰিচ সন্ধিয়ে (Treaty of Paris) ইউৰোপত সাতবছৰীয়া ৰণৰ অন্ত পেলালে। লগে লগে ভাৰতত্তো তৃতীয় কৰ্ণাটক যুদ্ধৰ অৱসান ঘটে। পেৰিছ সন্ধিৰ চৰ্ত্ত অনুযায়ী ফৰাচীসকলে পণ্ডিচেৰি, চন্দননগৰ, কাৰিকল, মাহে, জিঞ্জি আদি ঠাই ঘূৰাই পালে; কিন্তু এই ঠাইবোৰ ভৱিষ্যতে একমাত্ৰ বাণিজ্যকেন্দ্ৰ হিচাপেহে ব্যৱহাৰ কৰিবলৈ ক্ষমতা পায়। ফৰাচীসকলে নিজস্ব নিৰাপত্তাৰ বাবে ভাৰতত কিমানসংখ্যক সৈন্য ৰাখিব পাৰিব তাকো নিৰ্দিষ্ট কৰি দিয়া হ'ল। ইংৰাজসকলৰ অজ্ঞাতে ফৰাচী অধিকৃত কোনো ঠাইতে আন ইউৰোপীয় লোকক বাস কৰিবলৈ দিয়া নহয়। এইদৰে ভাৰতত ফৰাচী সাম্ৰাজ্য গঠনৰ আশা বিলুপ্ত হয়।

## ইংৰাজসকলৰ সাফল্য আৰু ফৰাচীসকলৰ বিফলতাৰ কাৰণ

ভাৰতবৰ্ষত ফৰাচীসকলৰ ৰাজনৈতিক আধিপত্য বিস্তাৰৰ তথা এখন ফৰাচী সাম্ৰাজ্য প্ৰতিষ্ঠাৰ সংগ্ৰামত বিফলতা, আনহাতে সেই ক্ষেত্ৰত ইংৰাজসকলৰ সফলতা অৰ্জনৰ মূলতে কেইবাটাও প্ৰধান কাৰণ দেখা যায়। প্ৰথমতে, প্ৰশাসনীয় বিষয়ত আৰু অৰ্থনৈতিক ক্ষেত্ৰত ফৰাচী ইষ্ট ইণ্ডিয়া কম্পেনিটো ইংৰাজ কোম্পানিটোৰ তুলনাত অনেক গুণে নিম্নমানৰ আছিল।

আৰম্ভণিৰেপৰা ফৰাচী কোম্পানিটো আছিল ৰাষ্ট্ৰকৃত, ৰাষ্ট্ৰপৰিচালিত আৰু ৰাষ্ট্ৰনিয়ন্ত্ৰিত। সম্পূৰ্ণভাৱে ৰাষ্ট্ৰৰ ওপৰত নিৰ্ভৰশীল হোৱাৰ বাবে পৰিচালনাত প্ৰশাসনীয় দক্ষতা, কাৰ্য্যক্ষমতা আৰু নৈপুণ্যৰ অভাৱ ঘটিছিল। প্ৰয়োজন অনুসৰি ফৰাচী চৰকাৰে আৱশ্যকীয় পৰিমাণৰ অৰ্থৰ যোগান ধৰিব নোৱৰাৰ হেতুকে কোম্পানিটোৰ বাণিজ্যিক সমৃদ্ধি আৰু সম্প্ৰসাৰণত ব্যাঘাত জন্মিছিল। তাতে ফৰাচী কোম্পানিয়ে ভাৰতত ৰাজনৈতিক প্ৰভুত্ব প্ৰতিষ্ঠাৰ বাবে যি সংগ্ৰামত অৱতীৰ্ণ হৈছিল,

তাৰ প্ৰকৃত গুৰুত্ব ফৰাচী চৰকাৰে সম্যকভাৱে উপলব্ধি কৰিব পৰা নাছিল। আনহাতে অৰ্থসম্পদত ইংৰাজ কোম্পানিটো ফৰাচী কোম্পানিতকৈ অনেক গুণে সমৃদ্ধিশালী আৰু সমৰ্থবান আছিল। ব্যক্তিগত অংশীদাৰৰ মূলধনেৰে এই কোম্পানিটো গঠিত হোৱাত পৰিচালনাৰ ক্ষেত্ৰত অধিক কাৰ্য্যদক্ষতাৰ পৰিচয় দিব পাৰিছিল। দ্বিতীয়তে, ভাৰতৰ উপকূলীয় অঞ্চলত ফৰাচীসকলৰ এক শক্তিশালী নৌবহৰৰ অভাৱ ঘটিছিল, যাৰ ফলত তেওঁলোকে জল আৰু স্থল উভয়তে খোপনি পোতা কঠিন হৈছিল। স্থলভাগৰ ভিতৰৰ অঞ্চলত থকা ফৰাচী বাহিনীক নিয়মিতভাৱে ৰচদ আৰু আহিলা-পাতিৰ যোগান ধৰিবলৈ উপকূলীয় অঞ্চলত ফৰাচী নৌ-বাহিনীৰ কোনো স্থায়ী আৰু সুবিধাজনক ঘাটি নাছিল। ইয়াৰ ফলত উপকূলীয় অঞ্চলক শত্ৰুপক্ষৰ আক্ৰমণৰ পৰা ৰক্ষণাবেক্ষণ দিয়াত অসুবিধা হৈছিল। তদুপৰি সামুদ্ৰিক পথেদি স্বদেশৰ সৈতে নিয়মিতভাৱে যোগাযোগ ৰক্ষা কৰাত ব্যাঘাত ঘটিছিল। আনহাতে ডুপ্লে আৰু অন্যান্য ফৰাচী বিষয়াবৰ্গই ভাৰতীয় উপকূলত নৌ-শক্তিৰ প্ৰয়োজনীয়তাৰ সম্যক উপলব্ধি কৰিব পৰা নাছিল। আনহাতে ইংৰাজ নৌ-শক্তি ফৰাচী নৌ শক্তিতকৈ অধিকতৰ শক্তিশালী আছিল আৰু ভাৰতত থকা ইংৰাজ বিষয়াবৰ্গই নৌ-শক্তিৰ প্ৰয়োজনীয়তাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। সেইবাবে ইংৰাজ স্থলবাহিনীয়ে প্ৰয়োজন অনুসৰি নৌ-বাহিনীৰ পৰা সহায় আৰু সমৰ্থন লাভ কৰিছিল আৰু ফলত স্থল বাহিনীয়ে ভিতৰৰ অঞ্চললৈ অগ্ৰসৰ হ'ব পাৰিছিল। তদুপৰি উপকূল অঞ্চলত বোম্বাইৰ দৰে কেইবাটাও সুন্দৰ পোতাশ্ৰয় আৰু নৌ-ঘাটি লাভ কৰি ইংৰাজসকলে নিজৰ খোপনি সুদৃঢ় কৰিছিল। তৃতীয়তে, ফৰাচীসকলে ভাৰতত ৰাজনৈতিক ক্ষমতা লাভৰ সংগ্ৰামত অৱতীৰ্ণ হৈ বাণিজ্যিক সম্প্ৰসাৰণ আৰু লাভালাভৰ বিষয়টো আওকাণ কৰিছিল। তেওঁলোকে কেৱল সামৰিক শক্তিৰ বলত ভাৰতত এখন ফৰাচী উপনিবেশ স্থাপন কৰাৰ চেষ্টা চলাইছিল। ফলত তেওঁলোকে ৰাককৈয়ে অৰ্থাভাৱ অনুভৱ কৰিছিল। কিন্তু ইংৰাজসকলে ভাৰতীয় ৰাজনীতিত অংশ গ্ৰহণ কৰিলেও বেপাৰ-বাণিজ্য পূৰ্ণোদ্যমে চলাই আছিল। সেইবাবে ৰাজনৈতিক প্ৰভাৱ বিস্তাৰৰ লগে লগে বাণিজ্যিক সম্প্ৰসাৰণো ঘটিছিল আৰু ফলত তেওঁ-

লোকে অৰ্থাভাৱৰ সম্মুখীন হোৱা নাছিল। পঞ্চমতে, ফৰাছীসকলৰ মাজত উপযুক্ত দক্ষতাসম্পন্ন নেতৃত্বৰ অভাৱ পৰিলক্ষিত হৈছিল। কাউণ্ট লালিৰ দৰে সমৰকুশলী, তীক্ষ্ণবুদ্ধিসম্পন্ন আৰু সুদক্ষ অধিনায়ক আছিল সঁচা, কিন্তু কূটনৈতিক আৰু ৰাজনৈতিক বিষয়ত তেওঁৰ অভিজ্ঞতা আছিল সীমিত আৰু অপৰিপক্ব। বিপদত তেওঁৰ নিচিনা লোক নিৰ্ভৰযোগ্য নাছিল। ব্যক্তিগত আচাৰ-ব্যৱহাৰত তেওঁৰ স্বভাৱ কৰ্কশ হোৱাৰ ফলত তলতীয়া কৰ্মচাৰীসকলৰপৰা তেওঁ শ্ৰদ্ধা আৰু প্ৰীতি অৰ্জন কৰিব পৰা নাছিল। পণ্ডিচেৰিত থকা ফৰাছী পাৰিষদবৰ্গৰ লগত তেওঁৰ সঘনাই বিবাদ আৰু মনোমালিন্য চলাৰ ফলত ফৰাছীসকলৰ কাৰ্য্যদক্ষতা যথেষ্ট পৰিমাণে হ্ৰাস পাইছিল। ডুপ্লে আছিল অতি আত্মবিশ্বাসী। ৰাজনীতিত বিচক্ষণ আৰু পটু হ'লেও সৈন্যবাহিনী আৰু তলতীয়া কৰ্মচাৰীৰ অন্তৰত উৎসাহ-উদ্দীপনা জগাই তুলিবলৈ তেওঁ অপাৰগ আছিল। আনহাতে ইংৰাজসকলৰ মাজত সুযোগ্য নেতা আৰু নেতৃত্বৰ অভাৱ নাছিল। ৰবাৰ্ট ক্লাইৱ কেৱল সুনিপুণ সমৰনায়কেই নহয়, এজন সুদক্ষ আৰু চতুৰ ৰাজনীতিজ্ঞ লোকো আছিল। সেইদৰে ষ্টাংগাৰ আৰু কুটৰ নিচিনা সমৰকুশলী লোক ফৰাছীসকলৰ মাজত নাছিল। ভাৰতীয় বিষয়ত মনোমালিন্য থাকিলেও জাতীয় স্বাৰ্থ আৰু সন্মান ৰক্ষাৰ প্ৰশ্নত ইংৰাজসকলে ঐক্যভাৱে যুটীয়া কাৰ্যপন্থা হাতত ল'ব পাৰিছিল কিন্তু ফৰাছীসকলৰ মাজত সেই গুণৰ অভাৱ পৰিলক্ষিত হৈছিল। ষষ্ঠতে, এক সংকটপূৰ্ণ অৱস্থাত ডুপ্লেক পদচ্যুত কৰি স্বদেশলৈ ঘূৰাই লৈ যোৱাটো ফৰাছী চৰকাৰৰ এক মাৰাত্মক ভুল। ভাৰতৰ সমসাময়িক ৰাজনৈতিক ঘটনাৱলীৰ পৰিপ্ৰেক্ষিতত ডুপ্লেৰ উপস্থিতি একান্ত প্ৰয়োজনীয় আছিল। ভাৰতত এখন ইউৰোপীয় সাম্ৰাজ্যৰ কল্পনা আৰু সম্ভাৱনা সৰ্বপ্ৰথমে ডুপ্লেই দাঙি ধৰে আৰু সেই উদ্দেশ্য সাধনৰ বাবে নিৰ্দিষ্ট নীতি আৰু কৰ্মপন্থা গ্ৰহণ কৰে। সাময়িকভাৱে তেওঁৰ কৰ্মপন্থা সফল নহ'লেও সেই কৰ্মপন্থাৰ যুক্তিযুক্ততা অস্বীকাৰ কৰিব নোৱাৰি। ফৰাছী গৃহ চৰকাৰে তেওঁক পুনৰবাৰ চেষ্টা কৰিবৰ কোনো সুযোগ নিদি যথেষ্ট ভুল কৰিলে। সপ্তমতে, বুচিক দাক্ষিণাত্যৰ নিজামৰ শাসন কেন্দ্ৰৰপৰা অপসাৰণ কৰি কৰ্ণাটলৈ লৈ অহাটো লালিৰ পক্ষে আন এটা মাৰাত্মক ভুল; কিয়নো বুচিয়ে হায়দ্ৰাবাদ এৰাৰ লগে লগে হায়দৰাবাদৰ নবাব চালাবৎ জঙে উপায়বিহীন হৈ ইংৰাজ পক্ষ গ্ৰহণ কৰাত দাক্ষিণাত্যৰ ৰাজ-দৰবাৰত ফৰাছী প্ৰভাৱৰ ওপৰত কুঠাৰাঘাত পৰে।

তৃতীয় অধ্যায়

# ভাৰত বুৰঞ্জী ঃ আধুনিক যুগ

## বংগদেশত ইংৰাজ শক্তিৰ আধিপত্য

১৭০৫ চনত সম্রাট ঔৰংজেবে মুৰ্শিদকুলি জাফৰ খাঁক বংগদেশৰ চুবাদাৰ নিযুক্ত কৰে। মুৰ্শিদকুলি খাঁ এজন স্বাধীনচেতা লোক আছিল। তেওঁৰ দিনৰেপৰা বংগদেশত মোগল সম্রাটসকলৰ প্ৰাধান্য ক্ৰমাৎ হ্ৰাস হ'বলৈ আৰম্ভ কৰে। ১৭০৭ চনত সম্রাট ঔৰংজেবৰ মৃত্যু হোৱাত বংগদেশত মোগল কর্তৃত্ব দ্রুত গতিৰে কমিবলৈ ধৰে। বংগদেশৰ ৰাজধানী ঢাকাৰপৰা মুৰ্শিদাবাদলৈ স্থানান্তৰিত কৰি এওঁ একপ্ৰকাৰ স্বাধীন নবাব হিচাপেই বংগদেশ শাসন কৰিবলৈ ধৰে। তেতিয়ালৈকে ইংৰাজ বণিকসকলে মোগল সম্রাটৰ 'ফৰমান'ৰ অনুগ্ৰহত কোনো শুল্ক নিদিয়াকৈ বেহা-বেপাৰ কৰাৰ সুবিধা পাই আহিছিল, মুৰ্শিদকুলি খাঁই ইংৰাজ বেপাৰীসকলক সেই সুবিধাৰপৰা বঞ্চিত কৰে আৰু ১৭১৩ চনত এক ঘোষণা জাৰি কৰি ইংৰাজ বেপাৰীৰপৰাও প্ৰচলিত হাৰত শুল্ক আদায় কৰাৰ আদেশ প্ৰচাৰ কৰে। দীর্ঘদিন ধৰি ভোগ কৰি অহা বাণিজ্যিক সুবিধাৰপৰা বঞ্চিত হৈ পৰাত ইংৰাজসকলে জন চাৰমান (John Surman) নামৰ এজন ইংৰাজ লোকৰ নেতৃত্বত এটা সজাতি দল মোগল সম্রাটৰ ওচৰলৈ পঠায়। কটকীকেইজন গৈ ১৭১৪ চনৰ জহকালি দিল্লীত উপস্থিত হয়গৈ, সেই সময়ত কোনো এক কঠিন ৰোগত ভুগি থকা মোগল সম্রাট ফাৰুখছিয়াৰক কটকী দলৰ লগত থকা উইলিয়াম হেমিল্টন (William Hamilton) নামৰ চিকিৎসকজনে আৰোগ্য কৰে। তাতে ইংৰাজসকলৰ প্ৰতি সদয় হৈ সম্রাটে ইংৰাজ বণিকসকলক এখন নতুন 'ফৰমান'দ্বাৰা বছৰি

তিনি হাজাৰ টকা উপঢৌকনৰ বিনিময়ত বংগদেশত বিনা শুল্কে বাণিজ্য কৰাৰ অধিকাৰ দিয়ে (১৭১৭ চন)। কিন্তু স্বাধীনতাপ্রিয় নবাব মুর্শিদকুলি খাঁই সম্রাটৰ 'ফৰমান' অগ্ৰাহ্য কৰাত বাধ্য হৈ ইংৰাজ বণিকসকলে নবাবক নিয়মিতভাৱে বাণিজ্যিক শুল্ক দি থাকিব লগা হয়।

মুর্শিদকুলি খাঁৰ মৃত্যুত তেওঁৰ জোঁৱায়েক চুজা-উদ্-দিন মহম্মদ খাঁ বংগৰ নবাব হয়। এওঁৰ শাসনকালতো শুল্ক ব্যৱস্থা অটুট আছিল। এইজনা নবাবৰ আমোলত বিহাৰ প্রদেশখন বংগদেশৰ অন্তর্ভুক্ত হয় আৰু নবাবে আলিবৰ্দী খাঁ নামৰ এজন বিচক্ষণ লোকক বিহাৰৰ শাসনকর্তা নিযুক্ত কৰে। চুজা উদ্-দিন মহম্মদ খাঁৰ মৃত্যুত (১৭৩৯ চন) সেই বছৰতে তেওঁৰ পুতেক ছৰফৰজ (ওৰফে আলা-উদ-দৌলা হাইদৰ জং) বংগৰ মচনদত বহে। তেওঁৰ দুর্বলতাৰ, বিশেষকৈ নাদিৰ ছাহৰ ভাৰত আক্রমণৰ ফলত দিল্লীত দেখা দিয়া ৰাজনৈতিক অস্থিৰ অৱস্থাৰ সুযোগ গ্ৰহণ কৰি বিহাৰৰ শাসনকর্তা আলিবৰ্দী খাঁই ছৰফৰজ খাঁক নবাবৰ গাদীৰপৰা খেদি নিজে নবাব হ'বৰ বাবে তেওঁৰ বিশ্বাসী বন্ধু মহম্মদ ইচা খাঁৰ জৰিয়তে দিল্লীৰ সম্রাট মহম্মদ ছাহৰপৰা এখন 'চনদ' লাভ কৰে। তাৰ বিনিময়ত সম্রাটক প্রতি বছৰে দিব লগা ধনৰ উপৰিও এক কোটি টকা দিবলৈ প্রতিশ্রুতি দিলে। সম্রাটৰপৰা অনুগ্ৰহ লাভ কৰি আলিবৰ্দী খাঁই ১৭৪০ চনৰ এপ্রিল মাহত ছৰফৰজ খাঁক ঘেৰিয়া নামৰ ঠাইত হোৱা যুদ্ধত পৰাজিত কৰি বংগদেশৰ 'মচনদ' দখল কৰে।

অন্যায় আৰু বলপূৰ্বকভাৱে বংগদেশৰ নবাবৰ গাদীত বহিলেও আলিবৰ্দী খাঁ এজন দায়িত্বশীল, দূৰদর্শী আৰু বিচক্ষণ লোক আছিল। শাসনব্যৱস্থা সুসংগঠিত কৰি তেওঁ দেশত শান্তি-শৃংখলা বজাই ৰাখিবলৈ যত্ন কৰিছিল। তেওঁৰ আমোলত বংগদেশত মৰাথা বৰ্গীসকলৰ উপদ্রব সঘনাই ঘটিবলৈ ধৰে আৰু তেওঁলোকৰ আক্রমণ বন্ধ কৰিবলৈ যত্ন কৰোঁতেই বহু সময় আৰু ধনৰ ব্যয় হয়। তথাপি মৰাথা বৰ্গীৰ উপদ্রব বন্ধ নোহোৱাত আলিবৰ্দী খাঁই বছৰি বাৰলাখ টকা চৌথ দানৰ প্রতিশ্রুতি আৰু উৰিষ্যাৰ একাংশৰপৰা ৰাজহ আদায়ৰ অধিকাৰ দি বংগদেশক সাময়িকভাৱে মৰাথা আক্রমণৰপৰা ৰক্ষা কৰে। এই ঘটনাৰ

পাছত তেওঁ প্ৰায় পাঁচ বছৰ জীয়াই আছিল। দূৰদৰ্শী আলিবৰ্দী খাঁই তেওঁৰ ৰাজ্যত থকা ইংৰাজ বেপাৰীসকলৰ প্ৰতি কোনো বেয়া ব্যৱহাৰ নকৰিলেও ইংৰাজসকলৰ মনোভাৱ আৰু প্ৰকৃত উদ্দেশ্য তেওঁ ভালদৰে বুজিব পাৰিছিল। ব্যৱসায়-বাণিজ্যৰ অন্তৰালত যে ৰাজনৈতিক প্ৰাধান্য স্থাপনৰ উদ্দেশ্যও ইংৰাজসকলৰ আছে, সেই কথা বুজিবলৈ তেওঁৰ বাকী নাছিল। সেয়েহে তেওঁ ইংৰাজ বণিকসকলক ব্যৱসায়ৰ ক্ষেত্ৰতহে অধিকাৰ দিবলৈ প্ৰস্তুত আছিল; কিন্তু ৰাজনৈতিক অথবা সামৰিক শক্তি বৃদ্ধি কৰাৰ ক্ষেত্ৰত কোনো সুযোগ দিবলৈ তেওঁ ৰাজী নাছিল। তথাপি মৰাঠা আক্ৰমণৰপৰা ৰক্ষা পৰিবৰ বাবে তেওঁ ইংৰাজসকলক 'মৰাঠা খাল' ( Maratha ditch ) খান্দিবলৈ আৰু কাচিমবজাৰ কুঠিৰ নিৰাপত্তাৰ বাবে প্ৰাচীৰ নিৰ্মাণৰ অনুমতি দিছিল।

ইংৰাজসকলৰ ক্ৰমাৎ বাঢ়ি অহা শক্তি সম্পৰ্কে আলিবৰ্দী খাঁ সম্পূৰ্ণভাৱে সজাগ আৰু সচেতন আছিল; আৰু তেওঁলোকৰ প্ৰকৃত উদ্দেশ্যৰ প্ৰতি নবাবৰ সন্দেহ ক্ৰমাৎ বাঢ়িছিল। কিন্তু দূৰদৰ্শী নবাবে ভালদৰে বুজিছিল যে নৌশক্তিত শক্তিশালী ইংৰাজসকলক বংগদেশৰপৰা খেদি পঠিওৱা সহজ নহয়। এই কাৰণে ইংৰাজসকলৰ প্ৰতি তেওঁ সতৰ্কতামূলক বন্ধুত্বনীতি অৱলম্বন কৰিছিল। কথিত আছে যে এবাৰ তেওঁৰ এজন সভাসদে ইংৰাজসকলক বংগদেশৰপৰা বহিষ্কাৰ কৰাৰ পৰামৰ্শ দিওঁতে আলিবৰ্দী খাঁই উত্তৰ দিছিল—'স্থলত জুই লাগিলে তাকে নুমোৱা কঠিন, সমগ্ৰ সাগৰত জুই লাগিলে তাক নুমোৱাৰ কাৰ সাধ্য?' ইয়াৰদ্বাৰা তেওঁ ইয়াকে বুজাইছিল যে স্থলভাগত মৰাঠাবৰ্গীৰ আক্ৰমণ ৰোধ কৰাই টান হৈছে, এনেস্থলত নৌশক্তিৰে বলীয়ান ইংৰাজসকলৰ লগত কাজিয়া আৰম্ভ কৰিলে তেওঁলোকৰ আক্ৰমণ ৰোধ কৰাৰ ক্ষমতা কাৰো নাই।

## ছিৰাজ-উদ-দৌলা ( ১৭৫৬-৫৭ চন )

আলিবৰ্দী খাঁৰ কোনো পুত্ৰ সন্তান নাছিল। তেওঁৰ তিনিগৰাকী জীয়েক আছিল। আনহাতে তেওঁৰ ভায়েক হাজী আহমদৰ কন্যা-সন্তান নাছিল; কিন্তু তিনিজন পুতেক আছিল। আলিবৰ্দী খাঁই তেওঁৰ ভায়েকৰ পুতেক তিনিজনলৈকে তেওঁৰ তিনিজনী জীয়েকক বিয়া দিয়ে। ডাঙৰ জোঁৱায়েক নাৱাজিছ মহম্মদ খাঁক বংগৰ শাসনকৰ্তা পাতি ঢাকাত

থয়, মাজু জোঁৱায়েক ছৈয়দ আহমদ খাঁক বিহাৰৰ শাসনকৰ্তা পাতি পূৰ্ণিয়াত থয় আৰু সৰু জোঁৱায়েক জৈন-উদ-দিন আহমদ খাঁক মুৰ্শিদাবাদত থয়। আলিবৰ্দী খাঁ জীৱিত থকা কালতে তেওঁৰ জোঁৱায়েক তিনিজন ঢ়ুকায়। গতিকে তেওঁ মুমলীয়া জীয়েক আমিনা বেগমৰ পুত্ৰ ছিৰাজ-উদ-দৌলাক বংগদেশৰ নবাব হিচাপে মনোনীত কৰে। ছিৰাজক নবাব মনোনীত কৰাত অৱশ্যে আলিবৰ্দীৰ আত্মীয়-স্বজনৰ বহুতেই অসন্তুষ্ট হৈছিল। ১৭৫৬ চনৰ ৯ এপ্ৰিল তাৰিখে নবাব আলিবৰ্দী খাঁৰ মৃত্যু হোৱাত ছিৰাজ-উদ দৌলাই বংগদেশৰ নবাবৰ গাদীত আৰোহণ কৰে। তেওঁৰ বয়স তেতিয়া তেইছ বছৰ মাত্ৰ। ককাদেউতাকৰ স্নেহত লালিত-পালিত হোৱা ছিৰাজ-উদ-দৌলাই দেশ শাসনৰ আৱশ্যকীয় অভিজ্ঞতা আৰু ৰাজনীতিৰ জটিলতা সম্পৰ্কে জ্ঞান লাভ কৰিব পৰা নাছিল। সেয়েহে ককাদেউতাকৰ মৃত্যুৰ পাছত তেওঁ সমস্ত বংগদেশৰ শাসনভাৰ গ্ৰহণ কৰিবলগীয়া হোৱাত স্বাভাৱিকতেই আৱশ্যকীয় সতৰ্কতা গ্ৰহণ কৰাত ব্যৰ্থ হ'ল। ফলত বংগৰ 'মচনদ' লৈ তেওঁৰ আত্মীয়সকল ষড়যন্ত্ৰত লিপ্ত হোৱাত এক প্ৰকাশ্য সংঘৰ্ষৰ সৃষ্টি হয়।

ছিৰাজ বংগদেশৰ 'মচনদ'ত বহাত আলিবৰ্দী খাঁৰ ডাঙৰ জীয়েক ঘাচিটি বেগম আৰু পূৰ্ণিয়াত থকা মাজু জীয়েকৰ পুতেক চৌকৎ জঙে ছিৰাজৰ বিৰুদ্ধে ষড়যন্ত্ৰত লিপ্ত হয়। এই ষড়যন্ত্ৰত ঘাচিটি বেগমক প্ৰধানকৈ সাহায্য কৰে তেওঁৰ দেৱান ৰাজবল্লভে। ঠিক এনে সময়তে ছিৰাজ-উদ-দৌলাৰ লৈতে ইংৰাজসকলৰ বিবাদৰ সূত্ৰপাত হোৱাত ছিৰাজৰ বিৰুদ্ধে গঢ়ি উঠা ষড়যন্ত্ৰই জটিল ৰূপ ধাৰণ কৰে।

ছিৰাজ-উদ-দৌলা আৰু ইংৰাজসকলৰ মাজত আগৰেপৰা সদ্ভাৱ নাছিল আৰু ছিৰাজ-উদ-দৌলা বংগদেশৰ নবাব হোৱাৰ পাছতো তেওঁৰ প্ৰতি ইংৰাজসকলে সন্মান প্ৰদৰ্শন কৰা নাছিল বুলি জনা যায়। ছিৰাজ-উদ-দৌলা বংগদেশৰ নতুন নবাব হোৱাত চিৰাচৰিত প্ৰথা অনুসৰি তেওঁক ইংৰাজসকলে উপঢৌকন দি সন্মান প্ৰদৰ্শন কৰা নাছিল। বৰঞ্চ ঘাচিটি বেগম আৰু ৰাজবল্লভৰ সহায়ত বংগদেশত তেওঁলোকৰ প্ৰাধান্য বিস্তাৰৰ চেষ্টাহে কৰিছিল। ঘাচিটি বেগমৰ পক্ষ গ্ৰহণ কৰি ৰাজবল্লভৰ পুত্ৰ কৃষ্ণ দাস সপৰিয়ালে অনেক ধন-বস্তুসহ ঢাকাৰপৰা কলিকতালৈ পলাই আহে। ছিৰাজ-উদ-দৌলাই কৃষ্ণ দাসক কৰায়ত্ত কৰাৰ হুকুম দিয়াত

কৃষ্ণ দাসে কলিকতাত থকা ইংৰাজসকলৰ আশ্ৰয় লৈ থাকে। নবাবে কৃষ্ণ দাসক তেওঁৰ হাতত চমজাই দিবলৈ জনোৱা দাবী ইংৰাজসকলে অমান্য কৰে। স্বাভাৱিকতে এই কথাত ছিৰাজ-উদ-দৌলা ইংৰাজসকলৰ ওপৰত ক্ষুব্ধ হয়। তেওঁৰ বিৰুদ্ধে ঘাচিটি বেগম আৰু ৰাজবল্লভে কৰা ষড়যন্ত্ৰত যে ইংৰাজসকল জড়িত আছে এই কথা পৰিস্ফুট হৈ উঠে। অৱশ্যে আলিবৰ্দী খাঁ জীয়াই থাকোঁতেই ছিৰাজ-উদ-দৌলাই কেনো বাতৰি পাইছিল যে আলিবৰ্দীৰ মৃত্যুৰ পাছত ঘাচিটি বেগমক ইংৰাজসকলে সহায় কৰাৰ প্ৰতিশ্ৰুতি দিছে।

ইতিমধ্যে আলিবৰ্দীৰ মৃত্যুৰ ঠিক আগে আগে ফৰাছী আৰু ইংৰাজৰ মাজত সাত বছৰীয়া ৰণ ( Seven Years War ) আৰম্ভ হোৱাত বংগদেশত ইংৰাজ আৰু ফৰাছী বণিকসকলে নিৰাপত্তাৰ কাৰণে নিজ নিজ ঘাটিবোৰত দুৰ্গ নিৰ্মাণ আৰু অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ কৰিবলৈ ধৰে। নবাবৰ গাদীত বহি ছিৰাজ-উদ-দৌলাই তেওঁলোকক দুৰ্গ নিৰ্মাণ বন্ধ কৰিবলৈ আদেশ দিলে। ফৰাছী বেপাৰীসকলে ছিৰাজৰ আদেশ অনুযায়ী দুৰ্গ নিৰ্মাণ কাৰ্য্য বন্ধ কৰে, কিন্তু ইংৰাজ বেপাৰীসকলে ছিৰাজৰ হুকুমলৈ ভ্ৰূক্ষেপ নকৰি দুৰ্গ নিৰ্মাণ আৰু অন্যান্য কাম-কাজ চলাই থাকিল। আনকি নবাবে পঠিওৱা কটকীকো বেয়া ব্যৱহাৰ কৰিলে। এই কথাত নবাব ক্ষুব্ধ হয়। এনে সময়তে নবাবে কৌশল অৱলম্বন কৰি ঘাচিটি বেগমক মুৰ্শিদাবাদলৈ আনি একপ্ৰকাৰ বন্দী অৱস্থাত ৰাখে। ছিৰাজ বিৰোধী ষড়যন্ত্ৰৰ প্ৰধান নায়িকা ছিৰাজৰ হাতত পৰাত ইংৰাজসকলে যথেষ্ট ভয় খাই আগৰ বদআচৰণৰ বাবে তেওঁৰ ওচৰত দুখ প্ৰকাশ কৰে। এই সুযোগতে নবাবে ইংৰাজসকলক দুৰ্গ নিৰ্মাণ বন্ধ কৰি ইতিমধ্যে তৈয়াৰ কৰা দুৰ্গৰ অংশ ভাঙি পেলাবলৈ আদেশ দিয়ে। এই আদেশ জাৰি কৰাৰ ঠিক পাছতেই তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰত লিপ্ত থকা পুৰ্ণিয়াৰ শাসনকৰ্তা চৌকৎ জঙক ধৰিবলৈ সসৈন্যে আগবাঢ়ে ( ১৭৫৬ চনৰ মে' মাহ )। তেওঁ গৈ ৰাজমহল পাওঁতে কলিকতাৰ ইংৰাজ গভৰ্ণৰ ৰ'জাৰ ড্ৰেকে ( Roger Drake ) পঠিওৱা চিঠি এখন তেওঁৰ হাতত পৰে। উক্ত চিঠিত ভদ্ৰ ভাষাত ছিৰাজ-উদ-দৌলাক ইংৰাজৰ সম্ভাৱৰ কথা জনালেও ইংৰাজসকলে অনতিবিলম্বে দুৰ্গ নিৰ্মাণ বন্ধ কৰা সম্পৰ্কে কোনো কথা লিখা নাছিল। তেওঁৰ ৰাজ্যত বেপাৰ কৰি থকা ইংৰাজ

বেপাৰীইঁতৰ এনে উদ্ধত আৰু মইমতালি আচৰণত অত্যন্ত ক্ষুব্ধ হৈ পূৰ্ণিয়াৰ অভিযান সিমানতে বন্ধ ৰাখি মুৰ্শিদাবাদলৈ ঘূৰি আহে আৰু কেইদিনমানৰ ভিতৰতে ইংৰাজ বণিকসকলক উপযুক্ত শিক্ষা দিবলৈ সসৈন্যে কলিকতা অভিমুখে যাওনা হয়। বাটতে কাচিমবজাৰত থকা ইংৰাজ কুঠি দখল কৰে আৰু তাত থকা প্ৰধান ইংৰাজ অধিকৰ্ত্তাজনক বন্দী কৰে। ছিৰাজ-উদ-দৌলাৰ আগমনৰ বাতৰি পাই কলিকতাৰ ফ'ৰ্ট উইলিয়ামত ( Fort William ) থকা গভৰ্নৰ ড্ৰেক আৰু ভালেমান ইংৰাজলোকে ল'ৰা-তিৰোতাসহ পলাই গৈ পানীৰ মাজত থকা ফুল্টা নামে ঠাইত আশ্ৰয় লয়গৈ। ফ'ৰ্ট উইলিয়ামত থকা বাকী লোকসকলে আত্মৰক্ষা কৰিবলৈ ব্যৰ্থ হৈ নবাবৰ হাতত আত্মসমৰ্পণ কৰে। এইদৰে ১৭৫৬ চনৰ ২০ জুনত নবাবে অপ্ৰয়াসে কলিকতা দখল কৰে।

ফ'ৰ্ট উইলিয়াম দখলৰ লগতে কুখ্যাত 'অন্ধকূপ হত্যা' নামৰ এটা ঘটনা জড়িত আছে। আগতে অন্ধকূপ হত্যাৰ কাহিনী নবাব ছিৰাজ-উদ-দৌলাৰ অমানুষিক নৃশংসতাৰ দৃষ্টান্ত হিচাপে দাঙি ধৰা হৈছিল। কিন্তু আধুনিক যুগৰ ঐতিহাসিকসকলে গৱেষণাৰদ্বাৰা প্ৰমাণ কৰি দেখুৱাইছে যে অন্ধকূপ হত্যাৰ কাহিনী হলৱেল (Holwell) নামৰ এজন ইংৰাজ কৰ্মচাৰীৰ উৰ্বৰ মস্তিষ্কৰ অতিৰঞ্জিত সৃষ্টিহে। আনকি এই ঘটনা একেবাৰে অসত্য আৰু ভিত্তিহীনো হ'ব পাৰে। হলৱেলৰ বৰ্ণনামতে নবাবে ফ'ৰ্ট উইলিয়াম আক্ৰমণ কৰিলত যিসকল ইংৰাজ লোক বন্দী হ'ল, তেওঁ-লোকক নবাবৰ আদেশমতে ১৮'×১৪' ফুটৰ এটা কোঠালীত আবদ্ধ কৰি ৰখা হয়। মুঠ বন্দীৰ সংখ্যা আছিল ১৪৬ জন। ৰাতিটো আবদ্ধ হৈ থকাৰ পিছত পিছদিনা পুৱা দেখা গ'ল যে উশাহ-নিশাহ বন্ধ হৈ ১২৩ জনৰ মৃত্যু হৈছে। যিসকল বাচি থাকিল তেওঁলোকৰ ভিতৰত হলৱেল নামৰ এজন লোকৰ লেখাৰপৰা গোটেই কাহিনীটো সংগ্ৰহ কৰা হয়। কিন্তু ইমান কম পৰিসৰৰ ভিতৰত ১৪৬ জন প্ৰাপ্তবয়স্ক লোকক ৰখাটো একেবাৰে সম্ভৱ নহয়। নবাবে ফ'ৰ্ট উইলিয়াম আক্ৰমণ কৰাৰ আগদিনাই অধিকসংখ্যক ইংৰাজে সেই ঠাই ত্যাগ কৰি পলাই যায়। সেই সময়ত কলিকতাত খুব বেছি ইংৰাজ লোক নাছিল। প্ৰকৃতিতে কিমানজন ইংৰাজ নবাবৰ হাতত বন্দী হয় তাৰ সঠিক সংখ্যা জনা নাযায়। তদুপৰি এই ঘটনাৰ কিবা সত্যতা থাকিলেও তাৰ বাবে ছিৰাজ-উদ দৌলা

প্ৰত্যক্ষভাৱে দায়ী হ'ব নোৱাৰে, কিয়নো কলিকতা দখল কৰি নবাবে তেওঁৰ সেনাপতি মানিকচাঁদৰ হাতত নগৰখন গটাই মুৰ্শিদাবাদলৈ ঘুৰি যায়।

ছিৰাজ-উদ-দৌলাই কলিকতা অধিকাৰ কৰাৰ বাতৰি আৰু অন্ধকূপ হত্যাৰ অতিৰঞ্জিত কাহিনী মাদ্ৰাজ পাওঁতে প্ৰায় দুমাহ লাগিল। মাদ্ৰাজত থকা ইংৰাজ কৰ্তৃপক্ষই এই খবৰ পায়েই এডমিৰেল বাটছন (Admiral Watson) আৰু ৰবাৰ্ট ক্লাইৰ নেতৃত্বত এক নৌবহৰ আৰু এদল সৈন্য কলিকতা পুনৰুদ্ধাৰৰ বাবে পঠিয়ালে। এই ফৌজত ৯০০ ইউৰোপীয় আৰু ১৫০০ ভাৰতীয় সৈন্য আছিল। সৈন্যবাহিনীটোৱে অক্টোবৰ মাহত মাদ্ৰাজৰপৰা জাহাজেৰে বংগদেশলৈ আহি ফুল্টা নামে ঠাইত অৱতৰণ কৰিলে (১৭৫৬ চন, ডিচেম্বৰ)। ইয়াৰ দুদিনমানৰ পাছতে বাটছন আৰু ক্লাইৰে কলিকতা আক্ৰমণ কৰে। ইয়াৰ আগতে নবাবৰ বিষয়া কলিকতাৰ ফৌজদাৰ মানিকচাঁদক কোম্পানিয়ে টকা দি হাতকৰি ৰাখিছিল। গতিকে তেওঁলোকক দেখুৱাই ইংৰাজ সৈন্যৰ লগত মিছা ৰণ এখন পাতি মুৰ্শিদাবাদলৈ পলাই গ'ল। গতিকে ইংৰাজ সৈন্যই অনায়াসে কলিকতা অধিকাৰ কৰে (১৭৫৭ চনৰ ২ জানুৱাৰি)। ইয়াৰ আঠ দিনৰ পাছত ইংৰাজ সৈন্যই হুগলীত থকা মোগল থানা দখল কৰি ওচৰৰ গাঁও-ভূঁই লুণ্ঠন কৰে।

এই বাতৰি পাই নবাবে ক্লাইৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰে আৰু ১৯ জানুৱাৰি তাৰিখে আহি হুগলী পায়হি। ৪০,০০০ অশ্বাৰোহী, ৬০,০০০ পদাতিক আৰু ৩০ টা কামানেৰে সুসজ্জিত এক বিৰাট বাহিনী লৈ নবাব আহি কলিকতাত উপস্থিত হয়হি। আনহাতে ইংৰাজ পক্ষত আছিল সৰ্বমুঠ প্ৰায় ২২০০ সৈন্য আৰু ১৪ টা কামান। ক্লাইৰে কলিকতাৰ কাষৰ কাশীপুৰত নবাবৰ সেনাবাহিনীক বাধা দিবলৈ আগুৱাই যায়। ফেব্ৰুৱাৰিৰ ৫ তাৰিখে নিচেই পুৱাতে কুঁৱলীৰ আঁৰ লৈ ক্লাইৰ সসৈন্যে নবাবৰ শিবিৰৰ মাজত হঠাতে উপস্থিত হ'লগৈ। দুয়োপক্ষৰ মাজত এখন ভয়ানক ৰণ লাগে আৰু এই ৰণত উভয় পক্ষৰ কিছু ক্ষয়-ক্ষতি হয়। নবাবৰ সেনাৰ বিক্ৰমত টিকিব নোৱাৰি ক্লাইৰ হুহকি যায়। কিন্তু ক্লাইৰৰ অতৰ্কিত আক্ৰমণত নবাব ইমান বিচলিত হ'ল যে এই ঘটনাৰ ৪ দিনৰ পাছত তেওঁ ইংৰাজ পক্ষৰ লগত

আলিনগৰ সন্ধিত চহী কৰে ( ১৭৫৭ চনৰ ৯ ফেব্ৰুৱাৰি )। এই সন্ধিৰ চৰ্তানুসাৰে (ক) দিল্লীৰ সম্ৰাটে ইংৰাজসকলক দি অহা সকলোবোৰ সা-সুবিধা নবাবে মানি লয়। (খ) বংগ, বিহাৰ আৰু উৰিষাৰ ভিতৰত কোম্পানিয়ে বিনা শুল্কে বেপাৰ কৰাৰ অধিকাৰ পায়। (গ) কলিকতা, কাচিমবজাৰ আৰু ঢাকাত থকা ইংৰাজৰ সকলোবোৰ কুঠী নবাবে ঘূৰাই দিয়াৰ উপৰি ইংৰাজসকলক সকলোবোৰ ক্ষয়-ক্ষতিৰ ক্ষতিপূৰণ দিবলৈ গাত লয়। (ঘ) ইংৰাজসকলে তেওঁলোকৰ সুবিধা মতে কলিকতাত দুৰ্গ নিৰ্মাণ কৰাৰ অধিকাৰ পায়। আৰু (ঙ) কোম্পানিয়ে 'চিক্কা' টকা মোহৰ মৰাৰ অধিকাৰ পায়। ইয়াৰ পৰিবৰ্তে ইংৰাজসকলে নবাবৰ সৈতে সহআক্ৰমণ আৰু প্ৰতিৰক্ষাত্মক মৈত্ৰীত আবদ্ধ হয়।

নবাবৰ পক্ষে এনে অপমানজনক চুক্তিত চহী কৰাৰ সপক্ষে ভালেমান যুক্তি দৰ্শোৱা হৈছে। নবাবে বুজিবলৈ পালে যে ইতিমধ্যে তেওঁৰ কিছুমান বিষয়াই ইংৰাজৰ লগত মিতিৰালি কৰিছে আৰু তেওঁলোকে তেওঁক ভাঙি অন্য এজনক নবাব পতাৰ চক্ৰান্ত কৰিছে আৰু ইংৰাজ কোম্পানিয়ে এই দলটোক সমৰ্থন জনাইছে। দ্বিতীয়তে, তেওঁ দেখিলে যে মোগল সম্ৰাট আলমগীৰে তেওঁক বংগদেশৰ নবাব হিচাপে স্বীকৃতি দিয়া নাই আৰু সম্ৰাটৰ পুতেক আলি গওহৰে (পাছত এওঁ দ্বিতীয় ছাহ আলম নামে খ্যাত হয়) বিহাৰ আক্ৰমণৰ আয়োজন কৰিছে। তৃতীয়তে, আফগানিস্তানৰ সমৰনায়ক আহমদ ছাহ ডুৰানীয়ে ইতিমধ্যে দিল্লী নগৰ অধিকাৰ কৰিছে। ছিৰাজ-উদ-দৌলাৰ মনত ভয়, জানোচা আফগানসকলে অযোধ্যাৰ নবাব আৰু ৰোহিলাৰ আফগানসকলৰ লগ হৈ বংগদেশ আক্ৰমণ কৰে। এনে অৱস্থাত পৰি তেওঁ ইংৰাজসকলৰ লগত সন্ধি কৰাটোৱেই উত্তম উপায় বুলি বিবেচনা কৰিলে। ক্লাইবৰ পক্ষে নবাবৰ ওপৰত প্ৰতিশোধৰ পোতক নোলোৱাকৈ নবাবৰ সৈতে কৰা আলিনগৰ সন্ধিৰ সপক্ষে কেইটামান যুক্তি দৰ্শোৱা হৈছে। প্ৰথমতে, নবাব ছিৰাজ-উদ-দৌলাই আগবঢ়োৱা সন্ধিৰ প্ৰস্তাৱত ক্লাইবে আদৰণি জনোৱাৰ কাৰণ এয়ে যে নৌ-বাহিনীৰ অধিনায়ক ৱাটছনৰ লগত তেওঁৰ সম্পৰ্ক ইতিমধ্যে কিছু বেয়া হৈছিল। তদুপৰি মাদ্ৰাজ কৰ্তৃপক্ষই ৰবাৰ্ট ক্লাইবক স্বতন্ত্ৰ ক্ষমতা আৰোপ কৰাত কলিকতাৰ ইংৰাজ কৰ্তৃপক্ষই

ভাল পোৱা নাছিল। দ্বিতীয়তে, বংগদেশত থকা ফৰাছী শক্তিয়ে এই সুযোগতে নবাবৰ পক্ষ গ্ৰহণ কৰাৰ আশংকা কৰা হৈছিল। আনকি ফৰাছী সমৰনায়ক বুছি উত্তৰ চৰকাৰৰপৰা আহি শত্ৰুপক্ষৰ লগ লোৱাৰো সম্ভাবনা আছিল। তৃতীয়তে, কৰ্ণাটৰ ৰাজনৈতিক পৰিবেশ কিছু অশান্তিজনক হোৱাত মাদ্ৰাজৰ ইংৰাজ কৰ্তৃপক্ষই তাৰপৰা পঠিউৱা সেনাবাহিনীক ঘূৰাই নিয়াৰ কথাও চিন্তা কৰিছিল। এনেবোৰ কাৰণত ক্লাইবে প্ৰথম সুযোগতে ছিৰাজ-উদ-দৌলাৰ লগত চুক্তিত আবদ্ধ হয়।

নবাব ছিৰাজ-উদ-দৌলাৰপৰা আৱশ্যকীয় সুবিধাখিনি আদায় কৰি লৈ ক্লাইবে এতিয়া নবাবৰপৰা আৰু কিছু সুবিধা আদায় কৰাৰ বাবে উঠি-পৰি লাগে। বাহ্যিকভাৱে ক্লাইবে নবাবৰ লগত বন্ধুত্বপূৰ্ণ চুক্তি কৰিলেও ভিতৰি ভিতৰি তেওঁ নবাবক শত্ৰু বুলি গণ্য কৰি লৈছিল আৰু সুযোগ পালে নবাবৰ বিৰুদ্ধে প্ৰকাশ্যভাৱে যুদ্ধত অৱতীৰ্ণ হ'বলৈকো স্থিৰ কৰিছিল। কিন্তু এনে সংগ্ৰামত অৱতীৰ্ণ হোৱাৰ আগতে বংগদেশত থকা ইংৰাজৰ শত্ৰু ফৰাছীসকলক বহিষ্কাৰ কৰা একান্ত দৰকাৰ, যাতে নবাবৰ লগত ফৰাছীসকলৰ কোনো যুটীয়া প্ৰচেষ্টা হ'ব নোৱাৰে। ইতিমধ্যে ইউৰোপত সাত বছৰীয়া ৰণ (Seven Years' War) আৰম্ভ হোৱাত ইংৰাজ আৰু ফৰাছীসকলৰ মাজত যুদ্ধ আৰম্ভ হয়। ক্লাইবে চন্দন নগৰত থকা ফৰাছী ঘাটি আৰু বাণিজ্যকেন্দ্ৰ দখল কৰিবৰ বাবে নবাবৰ অনুমতি বিচৰাত নবাব মান্তি নহ'ল। তেওঁৰ মতে ইংৰাজসকলৰ দৰে ফৰাছীসকলেও তেওঁৰ ৰাজ্যত আইন-সংগতভাৱে বেহা-বেপাৰ কৰিছে। গতিকে তেওঁৰ ৰাজ্যৰ ভিতৰতে এচাম লোকৰ ওপৰত আক্ৰমণ কৰিবলৈ আন এচাম লোকক অনুমতি দিব নোৱাৰি। নবাবৰ বাধালৈ কেৰেপ নকৰি আৰু নবাবৰ দুৰ্বলতাৰ সুযোগ লৈ ক্লাইব আৰু ৱাটছনে চন্দননগৰ আক্ৰমণ কৰি হস্তগত কৰে (মাৰ্চ, ১৭৫৭ চন)। চন্দন নগৰত থকা কিছুসংখ্যক ফৰাছী লোক পলাই গৈ নবাবৰ আশ্ৰয় লয়, কিছু লোক মৰে আৰু বাকীখিনি ইংৰাজৰ হাতত বন্দী হয়। ফলত নবাবে ফৰাছীসকলৰ সাহায্য পোৱাৰ আশা সমূলি নাইকিয়া হয়। লগে লগে তেওঁৰ পতনৰ পথ প্ৰশস্ত হৈ পৰে।

ইফালে ৰাজধানী মুৰ্শিদাবাদত নবাব ছিৰাজ-উদ-দৌলাক গাদীচ্যুত কৰাৰ এক গোপন ষড়যন্ত্ৰ আৰম্ভ হয়। এই ষড়যন্ত্ৰৰ প্ৰধান উদ্যোক্তা

আছিল নবাবৰ সেনানায়ক মীৰজাফৰ। তেওঁৰ লগতে যোগ দিলে ৰায় লতিফ খাঁ, ৰায়দুৰ্লভ আদি নবাবৰ কেইজনমান মুখ্য বিষয়াই আৰু বংগদেশৰ আটাইতকৈ চহকী সদাগৰ জগৎ শেঠে। তেওঁলোক আটায়ে আছিল স্বাৰ্থান্বেষী আৰু অৰ্থলোভী। ষড়যন্ত্ৰৰ মূল উদ্দেশ্য হ'ল ছিৰাজ-উদ-দৌলাক নবাবৰ গাদীৰপৰা আঁতৰাই মীৰজাফৰক বংগদেশৰ নবাব পতা। মুৰ্শিদাবাদত থকা ইংৰাজ কোম্পানিৰ প্ৰতিনিধি (resident) উইলিয়াম ৱাটচে নবাবৰ বিৰুদ্ধে চলা কাৰ্য্যকলাপৰ চু-তা লৈ আছিল আৰু সময়ে সময়ে কলিকতাত থকা ইংৰাজ কৰ্তৃপক্ষক অৱগত কৰাই আছিল। ক্লাইবৰপৰা উদ্গনি পাই তেওঁ এতিয়া নবাবৰ বিৰুদ্ধে গঢ়ি উঠা ষড়যন্ত্ৰত যোগ দিলে। তেওঁৰ জৰিয়তে মীৰজাফৰৰ লগতে ক্লাইবৰ যোগাযোগ হয়। এই ক্ষেত্ৰত বিশেষ সহায় কৰে উমিচাঁদ নামৰ আন এজন সদাগৰে। বন্দবস্ত হ'ল যে ৰবাৰ্ট ক্লাইবে সৈন্যবাহিনী লৈ মুৰ্শিদাবাদৰ ওচৰত থকা পলাশী নামৰ ঠাইলৈ অগ্ৰসৰ হ'ব আৰু মীৰজাফৰে নবাবৰ পক্ষ এৰি তেওঁৰ নেতৃত্বত থকা সৈন্যবাহিনী লৈ ক্লাইবৰ লগত যোগ দিব। ইয়াৰ পাছত ছিৰাজ-উদ-দৌলাক আঁতৰাই মীৰজাফৰক নবাবৰ গাদীত বহুউৱা হ'ব। সকলো আয়োজন সম্পূৰ্ণ হোৱাত ক্লাইব, মীৰজাফৰ আৰু উমিচাঁদৰ মাজত এক গোপনীয় চুক্তি স্বাক্ষৰিত হয় (১০ জুন, ১৭৫৭ চন)। চুক্তি অনুসৰি মীৰজাফৰে সকলো ফৰাচী লোক আৰু বাণিজ্য কুঠী ইংৰাজৰ হাতত চমজাই দিব, ছিৰাজে কলিকতা আক্ৰমণ কৰাত ইংৰাজৰ পক্ষে ব্যক্তিগত আৰু কোম্পানিৰ যি ক্ষয়-ক্ষতি হ'ল, তাৰ উচিত মূল্য দিব; কাচিমবজাৰ আৰু ঢাকাত দুৰ্গ নিৰ্মাণ কৰাৰ অনুমতি দিব, কলিকতাৰ ওপৰত ইংৰাজৰ সাৰ্বভৌম অধিকাৰ থাকিব আৰু নবাবৰ দৰবাৰত কোম্পানিৰ এজন প্ৰতিনিধি থাকিব। অৱশ্যে সদাগৰ উমিচাঁদে এই কামত সহায় কৰা বাবে পাব লগা ৩০ লাখ টকা আগতীয়াকৈ বিচাৰিছিল আৰু টকাৰ অংকটো চুক্তিখনত সন্নিবিষ্ট কৰাত জোৰ দিছিল। তাকে নকৰিলে ষড়যন্ত্ৰটো সদৰি কৰি দিম বুলিও ভয় দেখুৱাইছিল। ক্লাইবে তেতিয়া এখন জাল দলিল প্ৰস্তুত কৰি চুক্তিৰ চৰ্তসমূহৰ লগতে উমিচাঁদে পাব লগা ৩০ লাখ টকাৰ কথা উল্লেখ কৰে। ৱাটচনে উক্ত জাল দলিলত চহী কৰিবলৈ অমান্তি হোৱাত ক্লাইবেই ৱাটচনৰ চহীটো কৰে।

**পলাশী যুদ্ধ**

ষড়যন্ত্র সম্পূর্ণ হৈ উঠাত নবাবৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ চেলু এটা বিচাৰি ক্লাইবে ছিৰাজ-উদ-দৌলাক আলিনগৰ সন্ধিৰ চৰ্তাৱলী ভংগ কৰিছে বুলি দোষাৰোপ কৰি এখন পত্ৰ দিয়ে। সেই পত্ৰৰ জবাব অহাৰ আগেয়েই তেওঁ ৩০০০ বগুৰা চিপাহী লৈ পলাশী অভিমুখে যাওনা হয় আৰু ২৩ জুনৰ দিনা নিচেই পুৱাতে সেই ঠাইত ওলায়গৈ। ইফালে নবাব ছিৰাজ-উদ-দৌলাই ইংৰাজৰ অভিসন্ধি আৰু বিশ্বাসঘাটকতাৰ বাতৰি পাই আগতীয়াকৈ আহি ভাগীৰথী নৈৰ পাৰৰ পলাশী পথাৰত খোপনি পুতি আছিলহি। নবাবৰ বাহিনীত আছিল প্ৰায় ৫০,০০০ সৈন্য। তাৰে মাত্ৰ দুহাজাৰ তেওঁৰ খাচ নেতৃত্বত আছিল বাকীখিনি মীৰজাফৰ, য়াৰ লতিফ খাঁ, ৰায়দুৰ্লভ আৰু মীৰমদনৰ অধীনত আছিল। ১৭৫৭ চনৰ জুন মাহৰ ২৩ তাৰিখে পলাশী পথাৰত বংগৰ স্বাধীন নবাব ছিৰাজ-উদ-দৌলা আৰু বণিক ইংৰাজ সেনাৰ মাজত ভাৰতৰ ইতিহাসত যুগান্তকাৰী এখন ৰণ লাগে। যুদ্ধ আৰম্ভ হোৱাৰ আগতে নবাবৰ সংখ্যাধিক বিশাল বাহিনী দেখি ইংৰাজ সেনাপতি ক্লাইবৰ অন্তৰ কঁপি উঠিছিল। কিন্তু যুদ্ধ আৰম্ভ হোৱাত নবাবৰ তিনিজন সেনাপতি—মীৰজাফৰ, য়াৰ লতিফ খাঁ আৰু ৰায়দুৰ্লভে বিশ্বাসঘাতকতা কৰি যুদ্ধত অংশ গ্ৰহণ কৰাৰপৰা বিৰত থাকে। কেৱল অলপীয়া সৈন্য লৈ মীৰমদন আৰু আন এজন সেনাপতি মোহনলালৰ অধীনত থকা তাকৰীয়া সেনাই ইংৰাজসেনাক ব্যতিব্যস্ত কৰি তোলে। কিন্তু যুদ্ধক্ষেত্ৰত হঠাতে মীৰমদনৰ গাত গুলি লাগি মৃত্যু হোৱাত মোহনলালে অকলেই যুদ্ধ চলাই থাকে। অৱস্থা বেয়া দেখি নবাবে সেনাপতি মীৰজাফৰক নিজৰ তম্বুলৈ মতাই অনাই শত্ৰুৰ বিপক্ষে অস্ত্ৰ ধাৰণ কৰিবলৈ অনুৰোধ কৰে; আনকি নবাবে নিজৰ পাগুৰি খুলি মীৰজাফৰৰ আগত থৈ কাতৰ মিনতি জনালে আৰু আলিবৰ্দী খাঁৰ দিনত নবাবৰ প্ৰতি থকা মীৰজাফৰৰ আনুগত্যৰ কথাও সোঁৱৰালে। মীৰজাফৰেও কোৰাণত ধৰি শপত খাই ইংৰাজৰ বিৰুদ্ধে ৰণ কৰাৰ প্ৰতিশ্ৰুতি দিলে, কিন্তু তেওঁ নবাবক পৰামৰ্শ দিলে যে সেইদিনালৈ যুদ্ধ বন্ধ কৰি পিছদিনা দুগুণ উৎসাহেৰে ৰণ কৰিব লাগে। বিশ্বাসঘাতক মীৰজাফৰৰ ছলাহী কথাত ভোল গৈ নবাবে যুদ্ধবিৰতিৰ আদেশ দিলে।

নবাবৰ আদেশ পাই অনিচ্ছা সত্ত্বেও মোহনলাল ৰণক্ষেত্ৰৰপৰা পিছ হুহকি আহিল। তাকে দেখি নবাবৰ সেনাবাহিনীয়ে ধৰি ল'লে যে মোহনলাল যুদ্ধক্ষেত্ৰ এৰি পলাইছে। সেনাপতি পলোৱা দেখি সন্মুখ সমৰত থকা বাকীবোৰ সৈন্য পলাবলৈ ধৰে। তাতে নবাবৰ তম্বুৰ-পৰা ওলাই গৈ মীৰজাফৰে ক্লাইৱলৈ জৰুৰী বাতৰি পঠালে ইংৰাজ সৈন্য তড়িৎ গতিৰে আগুৱাই আহিব লাগে। কথামতে কাম। একালে নবাবৰ সৈন্যৰ পলায়ন আৰু আনহাতে ইংৰাজ সৈন্যৰ অগ্ৰগমন; গোটেই ঘটনাটো কি হ'ল একো তৎ ধৰিব নোৱাৰি ছিৰাজ-উদ-দৌলাই ৰণক্ষেত্ৰ এৰি আবেলি চাৰিমান বজাত এটা বেগী উটত উঠি ৰাজনিশা মুৰ্শিদাবাদ পাবগৈ। তাতো অৱস্থা নিৰাপদ নেদেখি আত্মৰক্ষাৰ্থে পলায়ন কৰিবলৈ বাধ্য হয়। কিন্তু বিহাৰ অভিমুখে যাওঁতে দুৰ্ভাগ্যক্ৰমে বাটতে ৰাজমহলৰ ওচৰত ৩০ জুন তাৰিখে ডানা ছাহ নামৰ এজন মুছলমান ফকীৰৰ হাতত ধৰা পৰে। তাৰপৰা বন্দী অৱস্থাত তেওঁক মুৰ্শিদাবাদলৈ অনা হয় (২ জুলাই তাৰিখে)। মীৰজাফৰে নিজে একো নকৰি তেওঁৰ পুতেক মীৰণৰ হাতত বন্দীক গতাই দিয়ে। মীৰণে সেই ৰাতিয়েই বন্দী অৱস্থাত ছিৰাজ-উদ-দৌলাক মহম্মদী বেগ নামৰ এজন নীহ লোকৰ হতুৱাই হত্যা কৰায়।

**পলাশী যুদ্ধৰ ফলাফল:** পলাশীৰ হোৱা যুদ্ধখনক প্ৰকৃততে যুদ্ধ বুলি কোৱা টান। কিয়নো এই যুদ্ধত উভয় পক্ষৰ সৈন্যবাহিনীয়ে সন্মুখাসন্মুখিকৈ যুদ্ধত অংশ গ্ৰহণ কৰিবলৈ পোৱা নাছিল। মাত্ৰ দুয়ো পক্ষৰ কামান বৰটোপবৰহে গুলিয়াগুলি চলিছিল। তদুপৰি দুয়োপক্ষৰ সৰহসংখ্যক সৈন্য নীৰৱ নিস্পন্দ হৈয়ে ৰ'ল: নবাবৰ মুখ্য সেনাপতি মীৰজাফৰ আৰু ৰায়দুৰ্লভে, আৰু ইংৰাজ পক্ষৰ প্ৰধান সেনাপতি ক্লাইৱে যুদ্ধৰ আলেখলেখ চাই থাকিল। এই যুদ্ধত ক্ষয়-ক্ষতিৰ পৰিমাণো নগণ্য। ইংৰাজ পক্ষৰ ৭ জন ইউৰোপীয় আৰু ১৬ জন ভাৰতীয় চিপাহীৰ মৃত্যু হয়; ১৩ জন ইউৰোপীয় আৰু ৩৬ জন ভাৰতীয় চিপাহী আহত হয়। নবাবৰ পক্ষৰ প্ৰায় ৫০০ লোকৰ মৃত্যু হয়। আৰু প্ৰায় সমসংখ্যক লোক আহত হয়। কিন্তু নবাবৰ আটাই-কেইটা বৰটোপ, যুদ্ধৰ সা-সজুলি, ৰচিদ-পাতি আৰু অন্যান্য বয়-বস্তু

শত্ৰুপক্ষৰ হাতত পৰিল। সেইবাবে পলাশীৰ যুদ্ধ বুলি নকৈ এখন ডাঙৰ কাঁজিয়া বুলি ক'লেও ভুল নহ'ব। কিন্তু ফলাফল হিচাপে পৃথিৱীৰ বহু বিখ্যাত যুদ্ধতকৈ পলাশী যুদ্ধৰ ফলাফল বেছি গুৰুত্বপূৰ্ণ আৰু সুদূৰপ্ৰসাৰী। এই যুদ্ধখনে ভাৰতৰ ৰাজনীতিত এক নতুন যুগৰ সূচনা কৰিলে। বংগদেশত ইংৰাজ কৰ্তৃত্বৰ সুদৃঢ় ভেটি স্থাপন হ'ল পলাশীত আৰু বংগদেশক কেন্দ্ৰ কৰিয়েই ইংৰাজসকলে ভাৰতত এখন সাম্ৰাজ্য গঢ়ি তুলিলে।

পলাশী যুদ্ধৰ ফলত ইংৰাজসকলৰ প্ৰতিপত্তি আৰু মৰ্য্যাদা বহুগুণে বাঢ়িল। পলাশীত ইংৰাজ সেনাপতিসকলৰ সমৰকুশলতাৰ উল্লেখযোগ্য পৰিচয় পোৱা নগ'ল সঁচা, কিন্তু এই যুদ্ধৰ ফলত ভাৰতৰ দেশীয় ৰজাসকলৰ আৰু ভাৰতীয় প্ৰজাৰ মনত ইংৰাজসকলৰ চাতুৰি, বুদ্ধি আৰু সামৰিক শক্তি সম্পৰ্কে এক উচ্চ ধাৰণাৰ সৃষ্টি হ'ল; আৰু বগালোকৰ প্ৰতি আতংক ভাৱৰ সৃষ্টি হ'ল। ফৰাচী ওলন্দাজ আদি অন্যান্য ইউৰোপীয় বণিকসকলেও ইংৰাজসকলক আগতকৈ বেছি সমীহ কৰিবলৈ ধৰে। মীৰজাফৰ বংগদেশৰ নবাবৰ 'মচনদ'ত বহাৰ অলপদিনৰ ভিতৰতে ঢাকা আৰু পূৰ্ণিয়াত বিদ্ৰোহে দেখা দিয়ে আৰু মৰাঠাসকলেও বংগদেশৰ কাষৰীয়া অঞ্চলবোৰ লুণ্ঠন কৰিবলৈ ধৰে। মোগল সম্ৰাটৰ পুত্ৰ আলি গৌহৰে (পৰৱৰ্তী কালত সম্ৰাট দ্বিতীয় ছাহ আলম) বংগদেশ আৰু বিহাৰ দখল কৰাৰ উদ্দেশ্যে পাটনা অৱৰোধ কৰে। এনেবোৰ বিপদৰ সময়ত মীৰজাফৰে ইতিপূৰ্বে স্বাক্ষৰিত চুক্তিৰ ভিত্তিত ইংৰাজসকলৰ সাহায্য গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। স্বাভাৱিকতেই ইংৰাজসকলৰ প্ৰভাৱ আৰু প্ৰতিপত্তি দোপতদোপে বেছি হৈ উঠে। ইয়াৰ ফলতেই ইংৰাজসকলৰ পক্ষে মীৰজাফৰক খেদাই মীৰ কাছিমক বংগৰ 'মচনদ'ত প্ৰতিষ্ঠা কৰা তাৰ পাছত বক্সাৰ যুদ্ধত মীৰকাছিমক পৰাজিত কৰা আৰু মোগল সম্ৰাট ছাহ আলম আৰু অযোধ্যাৰ নবাবক নিজৰ প্ৰভাৱৰ অধীনলৈ টানি অনা সম্ভৱ হৈছিল। সেই সকলোবোৰৰ সূত্ৰপাত হয় পলাশী যুদ্ধত। পলাশী যুদ্ধৰপৰাই ইংৰাজসকলে বংগদেশৰ শাসনব্যৱস্থাত প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে এক অতি শক্তিশালী প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰে আৰু এক বিৰাট ভূমিকাত অৱতীৰ্ণ হয়। সেয়েহে পলাশী যুদ্ধৰ ফলাফল যুগান্তকাৰী বুলি কোৱা হয়।

অৱশ্যে এইটো কোৱা ঠিক নহ'ব যে পলাশী যুদ্ধৰ লগতে বংগদেশৰ তথা মীৰজাফৰৰ সাৰ্বভৌমত্ব ইংৰাজৰ হস্তগত হ'ল অথবা পলাশী যুদ্ধৰ ফলত বংগদেশখন ইংৰাজৰ অধীনলৈ গ'ল। প্ৰকৃতপক্ষে ইংৰাজসকলে কোনো এবাৰত বংগদেশ জয় কৰা নাই। পৰ্য্যায়ক্ৰমেহে বংগদেশ ইংৰাজ শাসনৰ অধীনলৈ যায়। মীৰজাফৰ বংগৰ নবাব হোৱাৰ পাছতো ইংৰাজ কোম্পানি মূলতঃ বাণিজ্য প্ৰতিষ্ঠান হৈয়ে ৰ'ল যদিও কোম্পানিৰ সামৰিক আৰু ৰাজনৈতিক শক্তি ক্ৰমাগতভাৱে বাঢ়িবলৈ ধৰে। পলাশী যুদ্ধৰ পাছত মীৰজাফৰে কোম্পানিক চব্বিছ পৰগণা দিলেও, সেই পৰগণাৰ নিৰ্ধাৰিত বছৰেকীয়া খাজনা নবাবক দিব লাগিছিল। তদুপৰি কোম্পানিৰ উচ্চতম সভা 'কৰ্ট অব ডিৰেক্টৰছ' সেই সময়ত ভাৰতবৰ্ষত সাম্ৰাজ্য গঠনৰ পক্ষপাতী নাছিল। ১৭৫৯ চনত ৰবাৰ্ট ক্লাইৰে বংগদেশ জয় কৰাৰ উদ্দেশ্যে সৈন্য বিচাৰি উইলিয়াম পিটৰ ( William Pitt ) ওচৰত পেচ কৰা প্ৰস্তাৱ কৰ্ট অব ডিৰেক্টৰছে অগ্ৰাহ্য কৰে। ১৭৬৫ চনত ইংৰাজ কোম্পানিয়ে মোগল সম্ৰাটৰপৰা বংগদেশৰ দেৱানী লাভ কৰে। এই সকলোবোৰ বিবেচনা কৰিলে দেখা যায় যে পলাশী যুদ্ধতেই কোম্পানিয়ে বংগদেশৰ সাৰ্বভৌমত্ব লাভ কৰিছে বুলি কোৱা কথাষাৰৰ অৰ্থ নাই। কিন্তু পলাশী যুদ্ধতেই ইংৰাজ কোম্পানি বাণিজ্যিক প্ৰতিষ্ঠানৰপৰা ৰাজনৈতিক শক্তিলৈ ৰূপান্তৰিত হ'ল, এই কথা অনস্বীকাৰ্য্য।

পলাশী যুদ্ধৰ তাৎপৰ্য্য অনুধাবন কৰি প্ৰখ্যাত ঐতিহাসিক যদুনাথ চৰকাৰে লিখিছে '১৭৫৭ চনৰ ২৩ জুন তাৰিখে ভাৰতবৰ্ষত মধ্যযুগৰ অৱসান ঘটে আৰু আধুনিক যুগ আৰম্ভ হয়।' তেখেতৰ মতে পলাশী যুদ্ধৰপৰা ৱাৰেন হেষ্টিংছৰ দিনলৈকে ( ১৭৫৭ চনৰপৰা ১৭৭৬ চনলৈ) এই কুৰি বছৰতকৈ কম সময়ৰ ভিতৰতে দেশখন মধ্যযুগীয় ধৰ্মভিত্তিক শাসনৰ কবলৰপৰা মুক্ত হ'বলৈ আৰম্ভ কৰে। শিক্ষা, সাহিত্য, সমাজ, ধৰ্ম, মানুহৰ কাম-কাজৰ ধাৰা, ৰাজনৈতিক জীৱন ইত্যাদিত পশ্চিমৰ নতুন ভাৱধাৰাৰ প্ৰভাৱ পৰে।

### মীৰজাফৰ ( ১৭৫৭—৬০ চন )

ছিৰাজ-উদ-দৌলাক বিশ্বাসঘাতকতা কৰি আহি মীৰজাফৰ ২৪ জুন তাৰিখে মুৰ্শিদাবাদ পায়হি। ২৯ জুনৰ দিনা ক্লাইভো আহি সেই

ঠাই পায়হি আৰু হীৰাঝিল প্ৰাসাদত ভয়ত সোমাই থকা মীৰজাফৰক আনি 'মচনদ'ত বহুৱাই বংগদেশৰ নবাব বুলি ঘোষণা কৰে। এইদৰে বিশ্বাসঘাতকতাৰ পুৰস্কাৰ স্বৰূপে মীৰজাফৰে বংগৰ নবাবী লাভ কৰে। নবাব হৈ ইংৰাজক দিব লগা ধন বিচাৰি ৰাজভঁৰাল খুলি চাওঁতে দেখা গ'ল যে তাত আশা কৰাতকৈ বহুত কম পৰিমাণৰ ধন জমা আছে। আনহাতে পূৰ্ব প্ৰতিশ্ৰুতিমতে ইংৰাজসকলক ধন-বিত দি সন্তুষ্ট নকৰিলে তেওঁৰ পৰিত্ৰাণ নাই। আন উপায় নোপোৱাত তেওঁ ৰাজপ্ৰাসাদৰ বহুমূলীয়া বাচন-বৰ্তন আৰু অন্যান্য সা-সামগ্ৰী বিক্ৰী কৰে। ক্লাইবক দিয়ে ২,৩৪,০০০ পাউণ্ড, কোম্পানিৰ কাউন্সিলৰ সদস্যসকলৰ প্ৰত্যেককে ৫০ হাজাৰৰপৰা ৮০ হাজাৰ পাউণ্ড দিয়ে আৰু ছিৰাজ-উদ-দৌলাই কলিকতা আক্ৰমণ কৰাৰ সময়ত হোৱা ক্ষতিৰ পূৰণৰ বাবদ ইংৰাজ কোম্পানিক দিয়ে ১০,০০০০০ টকা। তদুপৰি ৮৮০ বৰ্গমাইল বিস্তৃত চব্বিছ পৰগণাৰ জমিদাৰী কোম্পানিক গতাই দিয়ে। পাছত এই জমিদাৰী ক্লাইবৰ নামত দিয়া হয়। মীৰজাফৰ আৰু ইংৰাজৰ মাজত হোৱা চুক্তিৰ মধ্যস্থকাৰী মুখ্য নায়ক উমিচাঁদ নামৰ লোকজনে অৱশ্যে একো নাপালে। তেওঁক জনাই দিয়া হ'ল যে তেওঁৰ হাতত থকা ৩০ লাখ টকীয়া দলিলখন আচলতে জাল দলিল। অৰ্থৰ অনাটন হোৱা সত্ত্বেও কোম্পানি আৰু কোম্পানিৰ কৰ্মচাৰীবৃন্দক প্ৰচুৰ পৰিমাণৰ টকা দিবলগীয়া হোৱাত মীৰজাফৰৰ শাসনৰ অৱস্থা সংগীন হৈ পৰে। তেওঁ অধীনস্থ হিন্দু কৰ্মচাৰী আৰু জমিদাৰসকলৰপৰাও জোৰ কৰি অৰ্থ সংগ্ৰহ কৰিবলৈ দ্বিধাবোধ কৰা নাছিল। মেদিনীপুৰৰ শাসনকৰ্তা ৰামৰাম সিং বিহাৰৰ শাসনকৰ্তা ৰামনাৰায়ন আৰু দেৱান ৰায়দুৰ্লভৰ সঞ্চিত অৰ্থ ৰাজভঁৰাললৈ অনাৰ চেষ্টা চলোৱাৰ ফলত মীৰজাফৰ তেওঁলোকৰ অপ্ৰিয় হৈ উঠে। ক্লাইবে অৱশ্যে তাকেই বিচাৰিছিল। এতিয়া ক্লাইব আৰু ইংৰাজৰ সহায় আৰু সমৰ্থন অবিহনে মীৰজাফৰ টিকি থকা সম্ভৱ নহয়। ক্লাইবেই এতিয়া সৰ্বেসৰ্বা হৈ পৰিল।

তেতিয়ালৈকে মোগল সম্ৰাট দ্বিতীয় ছাহ আলমে মীৰজাফৰক বংগৰ নবাব হিচাপে সাংবিধানিক স্বীকৃতি দিয়া নাছিল। ক্লাইবে বংগ-দেশৰ প্ৰখ্যাত ধনী ব্যৱসায়ী জগৎ শেঠৰ জৰিয়তে মীৰজাফৰক মোগল সম্ৰাটৰ স্বীকৃতি দিয়ায়। আনহাতে ৰবাৰ্ট ক্লাইবো আছিল

মাদ্ৰাজ পৰিষদৰ অধীনস্থ কোম্পানিৰ এজন তলতীয়া কৰ্মচাৰীহে। সেইদেখি আইনসংগতভাৱে বংগদেশৰ প্ৰশাসনত হস্তক্ষেপ কৰাৰ কতৃ'ত্ব ক্লাইবৰ নাছিল। আনহাতে ক্লাইবেই হ'ল বংগদেশৰ প্ৰকৃত নিয়ন্ত্ৰণ কৰ্তা। এনে খেলিমেলি দূৰ কৰি ক্লাইবক আৱশ্যকীয় ক্ষমতা দিয়াৰ উদ্দেশ্যে ১৭৫৮ চনৰ জুন মাহত কলিকতা পৰিষদে (Calcutta Council) কোম্পানিৰ উৰ্দ্ধতন কতৃ'পক্ষৰ অনুমোদনসাপেক্ষে বংগদেশৰ গভৰ্নৰ পাতিলে। যথাসময়ত উৰ্দ্ধতন কতৃ'পক্ষৰপৰা অনুমোদন আহিল। ইয়াৰদ্বাৰা মীৰজাফৰক স্পষ্টকৈ বুজাই দিয়া হ'ল যে বংগদেশৰ আচল মালিক ক্লাইৱ। কিন্তু তেতিয়াও বংগৰ নবাবৰ লগত কোম্পানিৰ গভৰ্নৰৰ সম্বন্ধ সঠিকভাৱে নিৰূপিত হোৱা নাছিল। তথাপি ক্লাইবে নবাবৰ ওপৰত এক্তিয়াৰ চলাই থাকিল।

নবাবৰ কৰ্মচাৰী দেৱান ৰায়দুৰ্ল'ভ আৰু বিহাৰৰ শাসনকৰ্তা ৰাম-নাৰায়নৰপৰা নবাবে টকা আদায়ৰ বাবে হেঁচা দিবলৈ ধৰাত ক্লাইবে হস্তক্ষেপ কৰি নবাবৰ কৰ্মচাৰী দুজনক ৰাজৰোষৰপৰা ৰক্ষা কৰে। ফলত ৰামনাৰায়ন আৰু ৰায়দুৰ্ল'ভ ক্লাইবৰ সমৰ্থক হৈ উঠে। এনে সময়তে ঢাকা আৰু পুৰ্ণিয়াত বিদ্ৰোহে দেখা দিয়ে। ক্লাইবৰ সাহায্যত ঢাকাৰ বিদ্ৰোহ অনায়াসে দমন কৰা হ'ল। কিন্তু পুৰ্ণিয়াত হোৱা বিদ্ৰোহ দমন কৰিবলৈ নবাবৰ সৈন্যবাহিনী অশান্ত হ'ল; কিয়নো অৰ্থাভাৱৰ হেতুকে নবাবে তেওঁলোকক দৰমহা দিয়া নাছিল। বাধ্য হৈ মীৰজাফৰে ইংৰাজৰ সাহায্য গ্ৰহণ কৰে। ফলত কোম্পানিৰ ওচৰত নবাব আৰু বেছি ঋণী হ'ল। এতিয়া নবাবৰ আৰ্থিক দুৰৱস্থাই চৰম সীমা পালেগৈ।

১৭৫৯ চনত মোগল সম্ৰাট দ্বিতীয় আলমগীৰৰ পুত্ৰ চাহজাদা আলি গৌহৰে দিল্লীৰপৰা পলাই আহি এলাহাবাদৰ শাসনকৰ্তা মহম্মদ কুলী খাঁ আৰু অযোধ্যাৰ নবাব চুজা-উদ-দৌলাৰ সাহায্য লৈ বংগদেশ জয় কৰাৰ উদ্দেশ্যে বিহাৰ আক্ৰমণ কৰে। এপ্ৰিল মাহত আলি গৌহৰ আগবাই আহি পাটনা চহৰো অৱৰোধ কৰেহি, বিহাৰৰ শাসনকৰ্তা ৰামনাৰায়নে পৰাক্ৰমে যুঁজি সেই আক্ৰমণ ৰোধ কৰে। ইতিমধ্যে ক্লাইবৰ অধীনত ইংৰাজ সৈন্য সেইখিনি পোৱাত আলি গৌহৰে পশ্চাদাপসৰণ কৰে। এই সাহায্যৰ প্ৰতিদানস্বৰূপে ক্লাইবে

মীৰজাফৰৰপৰা চব্বিছ পৰগনাৰ জাইগীৰী ধন লাভ কৰে ; এই ধন কোম্পানিয়ে আগতে নবাবক দিছিল। ১৭৬০ চনত চুজা-উদ-দৌলাৰ সৈতে লগ লৈ তেওঁ পুনৰ বিহাৰ আক্ৰমণ কৰে কিন্তু ইংৰাজৰ হাতত পৰাস্ত হয়। এই ঘটনাই স্পষ্টকৈ প্ৰমাণ কৰিলে যে মীৰজাফৰৰ অস্তিত্ব ইংৰাজৰ ওপৰত নিৰ্ভৰ কৰিছে।

কিন্তু ইংৰাজসকলৰ দাবী আৰু ঔদ্ধত্য ইমান বেছি হ'ল যে মীৰজাফৰে সহি থাকিবলৈ টান পালে। অতিষ্ঠ হৈ তেওঁ ওলন্দাজসকলৰ লগ হৈ বংগদেশৰপৰা ইংৰাজসকলক বহিষ্কাৰ কৰিবলৈ গোপনে যোগাযোগ কৰে। সেই সময়ত বংগদেশত ওলন্দাজসকলৰ বেপাৰ-বাণিজ্য চলি আছিল, আৰু পাটনা, ঢাকা, পিপলী, চুচুৰা, কালিকাপুৰ আদি ঠাইত তেওঁলোকৰ বাণিজ্যকোঠ আছিল। কিন্তু তেওঁলোকৰ প্ৰধান শাসনকেন্দ্ৰ আছিল যবদ্বীপৰ বাটাভিয়াত চুচুৰাত থকা ওলন্দাজ কৰ্তৃপক্ষই বাটাভিয়াৰপৰা সাতখন যুদ্ধজাহাজ মাতি পঠায় আৰু ১৭৫৯ চনৰ অক্টোবৰ মাহৰ ওলন্দাজ নৌবহৰ আহি হুগলী নৈৰ মোহনাত উপস্থিত হয়হি। ইতিপূৰ্বে ক্লাইবে মীৰজাফৰ আৰু ওলন্দাজৰ মাজত চলা গোপন যোগাযোগৰ সম্ভেদ পাইছিল আৰু সেই কাৰণে তেওঁ সততে সতৰ্ক দৃষ্টি ৰাখিছিল। বিদাৰাৰ (Biddara) নৌ যুদ্ধত কৰ্নেল ফ'ৰ্ডে (Colonel Ford) এই ওলন্দাজ নৌবহৰ আক্ৰমণ কৰি সম্পূৰ্ণৰূপে ধ্বংস কৰে। ওলন্দাজ নৌবাহিনী ধ্বংস হোৱাত মীৰজাফৰৰ আশা একেবাৰে লুপ্ত হয়।

মীৰজাফৰৰ প্ৰতি ইংৰাজসকলৰ সদ্ভাৱ ক্ৰমান্বয়ে কমি যাবলৈ ধৰে। ওলন্দাজসকলৰ সৈতে গোপনে ষড়যন্ত্ৰ কৰি ধৰা পৰাত ইংৰাজসকলে তেওঁক বিশ্বাসঘাতক বুলি ভাবিবলৈ লয়। দ্বিতীয়তে, কোম্পানিয়ে পাবলগীয়া ধন নিয়মিতভাৱে আদায় কৰিব পৰা নাছিল, আৰু সেই ধন দিব পৰা সামৰ্থ্যও তেওঁৰ নাছিল। ফলত কোম্পানিক দিব লগা ধনৰ পৰিমাণ বাঢ়িবলৈহে ধৰে। তৃতীয়তে, নবাবে সময়ে সময়ে কোম্পানিৰ উচ্চ কৰ্মকৰ্তাসকলক শকত ধনৰ মোনা আগবঢ়াই সন্তুষ্ট কৰি ৰাখিব পৰা নাছিল। সেয়েহে তেওঁলোকে এতিয়া মীৰজাফৰক গাদীচ্যুত কৰাৰ কথা চিন্তা কৰে। ইতিমধ্যে ১৭৬০ চনৰ ফেব্ৰুৱাৰি মাহত ক্লাইব স্বদেশলৈ ঘূৰি যায় আৰু তেওঁৰ ঠাইত হলৱেল (Holwell)

অস্থায়ীভাবে বংগদেশত কোম্পানিৰ গৱৰ্ণৰ হয়। চমাহৰ পাছত হেনৰি ভান্সিটার্ট (Henry Vansittart) গভৰ্ণৰ হয়। আনহাতে মীৰজাফৰৰ পুতেক মীৰণৰ বজ্ৰপাতত মৃত্যু হয়।

ইংৰাজসকলে এতিয়া মীৰজাফৰক আঁতৰাই তেওঁৰ জোঁৱায়েক মীৰকাছিমক বংগৰ নবাব পাতিবলৈ স্থিৰ কৰে। কলিকতা পৰিষদৰ সন্মতি লৈ ১৭৬০ চনৰ ২৭ চেপ্টেম্বৰ তাৰিখে ভান্সিটার্টে মীৰকাছিমৰ সৈতে এক চুক্তি সম্পাদন কৰে—মীৰজাফৰৰ অলক্ষিতে। চুক্তিমতে মীৰকাছিমে কোম্পানিৰ সমস্ত পাওনা উচল কৰি দিব আৰু বৰ্ধমান, মেদিনীপুৰ, আৰু চট্টগ্ৰাম এই তিনিখন জিলা কোম্পানিক চমজাই দিব। প্ৰতিদানস্বৰূপে সদ হতে কোম্পানিয়ে তেওঁক বংগদেশৰ উপচুবাদাৰ পাতিব আৰু তেৱেঁই বংগদেশৰ শাসনৰ ধাৰা চলাব। কিন্তু ভৱিষ্যতে মীৰজাফৰৰ পাছত তেওঁকেই নবাব পাতিব বুলি প্ৰতিশ্ৰুতি দিয়ে। ভান্সিটার্ট মুৰ্শিদাবাদলৈ গৈ মীৰকাছিমক উপচুবাদাৰ পাতিব লাগে বুলি মীৰজাফৰৰ ওচৰত প্ৰস্তাৱ পেচ কৰে। নতুন ব্যৱস্থাত মীৰজাফৰে দুৰ্বাৰ আপত্তি জনালে। বহুত বঢ়াই-বুজাই নবাবক মান্তি কৰিব নোৱাৰাত ইংৰাজ সেনাই মুৰ্শিদাবাদৰ ৰাজপ্ৰাসাদ ঘেৰাও কৰে। অসহায় নবাব বাধ্য হৈ ৰাজধানী এৰি কলিকতালৈ যাওন হ'ল। মীৰকাছিমক নবাব বুলি ঘোষণা কৰা হ'ল। এইদৰে বিনাৰক্তপাতে এজন নবাবৰ বদলি আন এজনক নবাব পতা হয়।

মীৰকাছিমক নবাব পাতি ইংৰাজ কোম্পানিৰ কৰ্মকৰ্তাসকলে উপযুক্ত পুৰস্কাৰ আদায় কৰিবলৈ ত্ৰুটি নকৰিলে। চেলামী হিচাপে ভান্সিটার্টে ৫০ হাজাৰ পাউণ্ড (তেওঁৰ বছৰেকীয়া দৰমহা আছিল ১৮ হাজাৰ পাউণ্ড), হলৱেলে ২৭ হাজাৰ পাউণ্ড আৰু কলিকতা পৰিষদৰ আন সদস্যসকলে ২৫ হাজাৰ পাউণ্ডকৈ লয়। কৰ্ণাটক যুদ্ধৰ খৰচৰ বাবে নতুন নবাবে ৫ লাখ টকা দিয়ে। এইদৰে নবাব-ভঙা পতা কাৰ্য ধন উপাৰ্জন কৰাটো কোম্পানিৰ কৰ্মচাৰীসকলৰ একৰকম লাভজনক ব্যৱসায়ত পৰিণত হয়। ভগৱানৰ নামত শপত খাই বংগৰ নবাবী পদত প্ৰতিষ্ঠা কৰা মীৰজাফৰক আঁতৰাই অৰ্থলাভ আৰু স্বাৰ্থপূৰণৰ আশাত ইংৰাজে মীৰকাছিমক নবাব পাতে। এনে স্বাৰ্থলোলুপতাই ইংৰাজ জাতীয় চৰিত্ৰত এনে পংকিল কলংক সানিছে যে শতবাৰ পৰিষ্কাৰ কৰিলেও

সেই কলংক মোচন কৰিব পৰা নাযায়। এই কথা কোনো কোনো ইংৰাজ ঐতিহাসিকেও স্বীকাৰ কৰিছে।

## মীৰকাছিম (১৭৬০-৬৪ চন)

মীৰকাছিম এজন সুদক্ষ আৰু দূৰদৰ্শী প্ৰশাসক আছিল। দেশাত্মবোধ তেওঁৰ ব্যক্তিত্বৰ অন্যতম গুণ আছিল। কিন্তু সেই সময়ত বংগদেশৰ ৰাজনৈতিক পৰিবেশ ইমান মলিয়ন আছিল যে এনে এজন লোকে স্বাৰ্থলোভী ইংৰাজৰ সৈতে চুক্তিত আবদ্ধ হৈ শহুৰেকক আঁতৰাই নিজে নবাব হৈছিল। মীৰজাফৰৰ দুৰ্বলতা তেওঁ ভালদৰে উপলব্ধি কৰিব পাৰিছিল। নবাবৰ গাদীত বহিয়েই তেওঁ কোম্পানিৰ ধাৰ মাৰি আৰ্থিক স্বচ্ছলতা আনিবলৈ যত্ন কৰিছিল। লগতে শাসনযন্ত্ৰ নিকা আৰু কটকটীয়া কৰিবলৈ বিচাৰিছিল। অতি কম দিনৰ ভিতৰতে তেওঁ কোম্পানিৰ সকলো ধাৰ পৰিশোধ কৰিলে আৰু বৰ্ধমান, মেদিনীপুৰ আৰু চট্টগ্ৰাম এই তিনিখন জিলা কোম্পানিক চমজাই দিলে। শাসনকাৰ্য্যত মিতব্যয়িতা নীতি গ্ৰহণ কৰি কেইবাটাও অতিৰিক্ত কৰ বা 'আবওবাব' লগাই অৰ্থাভাব দূৰ কৰিবলৈ তেওঁ সমৰ্থ হয়। বীৰভূমৰ ৰজাকে ধৰি বিদ্ৰোহী সামন্ত, জমিদাৰসকলক দমন কৰি তেওঁ নিজৰ শক্তি বঢ়ায়। এইদৰে তেওঁ তিনিবছৰৰ ভিতৰতে শাসনযন্ত্ৰ নিকা কৰি অৰ্থনৈতিক স্বচ্ছলতা আনে। সম্ৰাট ছাহ আলমক বছৰি ২৬ লাখ টকা চালামী দি মীৰকাছিমে নিজকে বংগৰ আইনসংগত নবাব বুলি সম্ৰাটৰ স্বীকৃতি লয়।

মীৰকাছিমৰ দৰে স্বাধীনচেতা দূৰদৃষ্টিসম্পন্ন আৰু দেশপ্ৰেমিক নবাবে ইংৰাজ কোম্পানিৰ বহতীয়া হৈ থাকিবলৈ টান পালে। কোম্পানিৰ কবলৰপৰা মুক্ত হ'বৰ বাবে তেওঁ কেইবাটাও ব্যৱস্থা গ্ৰহণ কৰিলে। প্ৰথমতে বিহাৰৰ নায়েব বা ফৌজদাৰ ৰামনাৰায়নক ইংৰাজসকলে মীৰজাফৰৰ দিনৰেপৰা ৰক্ষণাবেক্ষণ দি আহিছিল। নতুন নবাব মীৰকাছিমে ৰামনাৰায়নৰ ইংৰাজ-প্ৰীতি ভালদৰে লক্ষ্য কৰি আহিছিল। ৰামনাৰায়নেও ইংৰাজৰ ছত্ৰছায়াৰ তলত থাকি নবাবৰ প্ৰতি প্ৰকৃত আনুগত্য হেৰুৱাই পেলাইছিল। ফলত বিহাৰত শাসনকাৰ্য্যত কিছু বেমেজালিয়ে দেখা দিয়ে। এই সুযোগতে নবাবে ৰামনাৰায়নক পদচ্যুত

কৰায়। এই বিষয়ত অৱশ্যে গভৰ্নৰ ভান্সিটাৰ্টে নবাবৰ লগত সহযোগ কৰে। দ্বিতীয়তে, ইংৰাজৰ প্ৰভাৱৰপৰা দূৰত থাকিবৰ উদ্দেশ্যে তেওঁ ৰাজধানী মুৰ্শিদাবাদৰপৰা তুলি নি মুংগেৰত পাতিলে আৰু ৰাজধানীৰ চাৰিওকাষে দুৰ্গ নিৰ্মাণ কৰিলে। তৃতীয়তে, মীৰকাছিমে নিজৰ সেনাবাহিনী ইউৰোপীয় সামৰিক শিক্ষাপদ্ধতিৰে গঢ়ি তোলাৰ ব্যৱস্থা কৰিলে যাতে ভৱিষ্যতে আৱশ্যক হ'লে ইংৰাজ কোম্পানিৰ লগত ফেৰ মাৰিব পৰা যায়। ৰেনাৰ্ড (Reinhard), এওঁক সাধাৰণতে 'চামৰু' বুলিহে জনা যায়) আৰু মাৰ্কাৰ (Markar) নামৰ দুজন ইউৰোপীয় সৈনিকৰ অধীনত সৈনাবাহিনীক সামৰিক প্ৰশিক্ষণ দিয়ায়। সৈন্যবাহিনীৰ আৱশ্যকীয় যথেষ্টসংখ্যক কামান আৰু বন্দুক নিৰ্মাণৰো তেওঁ ব্যৱস্থা কৰে। এই সকলোবোৰ ব্যৱস্থাৰপৰা স্পষ্ট হৈ পৰে যে মীৰকাছিমে শহুৰেক মীৰজাফৰৰ দৰে ইংৰাজৰ হাতৰ পুতলা হৈ থাকিবলৈ নিবিচাৰে আৰু মীৰজাফৰৰ দৰে তেওঁ বংগৰ নবাবী পদ ত্যাগ কৰিবলৈকো প্ৰস্তুত নহয়। বৰঞ্চ ইংৰাজৰ প্ৰভাৱৰপৰা মুক্ত হৈ স্বাধীন হৈ থাকিবলৈহে বিচাৰে। কিন্তু ইংৰাজৰ সৈতে অনাৱশ্যক দ্বন্দ্ব এখন পাতি লোৱাটোও তেওঁ বিচৰা নাছিল।

ইংৰাজ আৰু মীৰকাছিমৰ মাজত এখন বিবাদ লাগিবলৈ বেছি দিন নালাগিল। ইতিমধ্যে ইংৰাজসকলৰ আচল উদ্দেশ্য সম্পৰ্কে মীৰকাছিমৰ মনত সন্দেহৰ সৃষ্টি হৈছিল আৰু এই সন্দেহ বেছি বঢ়াই তুলিলে সম্ৰাট ছাহ আলমৰ প্ৰশ্ন লৈ। ছাহজাদা আলি গৌহৰে বাপেক আলমগীৰৰ হত্যাৰ পিছত দ্বিতীয় ছাহ আলম উপাধি লৈ নিজকে মোগল সম্ৰাট বুলি ঘোষণা কৰিলে। কিন্তু তেতিয়াও তেওঁ দিল্লীৰ সিংহাসন লাভ কৰা নাই। দিল্লীৰ ৰাজনৈতিক অস্থিৰতা হেতুকে তেওঁ তালৈ যাবলৈ ভয় কৰি বিহাৰৰ সীমান্তত আছিল। ইংৰাজসকলে ছাহ আলমৰপৰা কিছু সুবিধা আদায় কৰাৰ আশাৰে তেওঁক দিল্লীৰ সিংহাসনত বহুৱাবলৈ সাহায্যৰ প্ৰতিশ্ৰুতি দিলে। স্বাভাৱিকতে মীৰকাছিমৰ সন্দেহ দৃঢ়ীভূত হ'ল কিজানি তেওঁৰ অজ্ঞাতে ইংৰাজসকলে সম্ৰাটৰপৰা বংগদেশৰ নবাবৰ ওপৰত কৰ্তৃত্ব খটুৱাবলৈ নতুন ক্ষমতা লাভ কৰে। কিন্তু আচল বিবাদখন লাগিল অভ্যন্তৰীণ বাণিজ্য শুল্কৰ প্ৰশ্ন লৈ।

মীৰকাছিমৰ ৰাজত্বৰ বহু আগেয়েই ইষ্ট ইণ্ডিয়া কম্পেনিয়ে বংগদেশত বিনা শুল্কে আমদানি আৰু ৰপ্তানিৰ বাণিজ্য কৰাৰ অধিকাৰ লাভ কৰিছিল। তেতিয়াৰেপৰা কোম্পানিৰ উচ্চপদস্থ কৰ্মচাৰীসকলে 'দস্তক' নামৰ এখন প্ৰমাণপত্ৰত কোম্পানিৰ আমদানি-ৰপ্তানি দ্ৰব্য বুলি লিখি দিলেই সেই দ্ৰব্য বিনাশুল্কে এঠাইৰপৰা অন্যঠাইলৈ নিব পৰাৰ বন্দোবস্ত আছিল। লাহে লাহে কোম্পানিৰ কৰ্মচাৰীসকলে দস্তকৰ অপব্যৱহাৰ কৰি বংগদেশৰ অভ্যন্তৰীণ বাণিজ্যত অংশ গ্ৰহণ কৰিবলৈ ধৰে। বিশেষকৈ ১৭৫৬ চনৰ পাছত দস্তকৰ অপব্যৱহাৰ ক্ৰমাৎ বাঢ়িবলৈ ধৰে। ফলত কোম্পানিৰ কৰ্মচাৰীসকলে তেওঁলোকৰ পণ্যদ্ৰব্য বংগদেশৰ বজাৰত ভাৰতীয় বেপাৰীতকৈ কম দামত বেচিব পাৰিছিল, কিয়নো তেওঁলোকে অভ্যন্তৰীণ বাণিজ্য শুল্ক ফাঁকি দিছিল। আনহাতে ভাৰতীয় বেপাৰী-সকলে নিৰ্দিষ্ট হাৰত বাণিজ্য শুল্ক আদায় দিব লাগিছিল। গতিকে ইংৰাজ বেপাৰীয়ে বেচা মূল্যত তেওঁলোকে পণ্য-দ্ৰব্য বিক্ৰী কৰিব নোৱাৰিছিল; তেনে কৰিলে তেওঁলোকে লোকচান ভৰিছিল। এই কাৰণে বংগদেশত বেপাৰ কৰা ভাৰতীয় বেপাৰীৰ অৱস্থা ক্ৰমাৎ বেয়া হ'বলৈ ধৰে। আনহাতে নবাব মীৰকাছিমৰ ৰাজহ কমিবলৈ ধৰে। ইংৰাজ কৰ্মচাৰীসকলৰ দস্তকৰ অপব্যৱহাৰ তথা অভ্যন্তৰীণ বাণিজ্যত অবৈধ অধিকাৰ আৰু ৰাজকীয় ৰাজহ লোকচান স্বাধীনচেতা নবাব মীৰকাছিমে স্বীকাৰ কৰি লোৱা সম্ভৱ নাছিল। এই বিষয়টো নবাবে ইংৰাজ গভৰ্নৰৰ দৃষ্টিগোচৰ কৰি ইংৰাজ কৰ্মচাৰীৰ অবৈধ আচৰণৰ প্ৰতিবাদ জনালে। ইংৰাজ গভৰ্নৰ ভান্সিটাৰ্টে পৰিস্থিতি বুজি পাইছিল যদিও তেওঁ কোনো প্ৰতিকাৰৰ ব্যৱস্থা কৰা নাছিল, অৱশ্যে প্ৰতিকাৰৰ ব্যৱস্থা লোৱা তেওঁৰ পক্ষে সম্ভৱো নাছিল। কিয়নো কোনো প্ৰতিকাৰ ব্যৱস্থা লোৱাৰ বিষয়ত কলিকতা কাউন্সিল ৰাজী নাছিল। এই বিষয়ত কাউন্সিলৰ ভালেমান সদস্যৰে স্বাৰ্থ প্ৰত্যক্ষভাৱে জড়িত আছিল। উপায়হীন হৈ মীৰকাছিমে দেশীয় প্ৰজাৰ ওপৰত থকা সকলো বাণিজ্যিক শুল্ক উঠাই দিয়ে। কিন্তু এই ব্যৱস্থাত ইংৰাজসকল ক্ষুব্ধ হ'ল আৰু ইংৰাজ বেপাৰীবৰ্গই আগৰেপৰা ভোগ কৰি অহা অগ্ৰাধিকাৰী চৰ্তবোৰৰ দাবী জনালে কিন্তু মীৰকাছিমে উক্ত দাবী নামঞ্জুৰ কৰিলে। ইংৰাজ-সকলৰ ঔদ্ধত্য ইমানেই বাঢ়িছিল যে কেইজনমান ইংৰাজ কৰ্মচাৰীয়ে

নবাবৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰি হ'লেও অবৈধ অৰ্থোপাৰ্জনৰ পথ মুকলি কৰাৰ প্ৰস্তাৱ আগ বঢ়ালে। এওঁলোকৰ ভিতৰত মুখ্য আছিল পাটনাৰ ইংৰাজ বাণিজ্যকুঠিৰ এজেন্ট এলিছ (Ellis)। ইংৰাজ আৰু নবাবৰ মাজত বুজাপৰাৰ দ্ৰুত অৱনতি ঘটাত এলিছ চাহাবে পাটনা চহৰ অধিকাৰ কৰাৰ চেষ্টা কৰাত মীৰকাছিমেও ইংৰাজৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰিবলৈ বাধ্য হয়। তেওঁ পাটনাবাসৰ ইংৰাজসকলক বহিষ্কাৰ কৰি চহৰখন দখল কৰে। ফলস্বৰূপে ইংৰাজ আৰু নবাবৰ মাজত যুদ্ধ আৰম্ভ হয় (১৭৬৩ চন, জুন মাহ)।

মেজৰ আডামছৰ (Adams) অধীনত ১১০০ ইউৰোপীয় আৰু ৪০০০ হাজাৰ দেশীয় চিপাহীৰ এক সেনাবাহিনী নবাবৰ ৰাজধানী মুংগেৰ অভিমুখে পঠোৱা হয়। এই সেনাবাহিনীয়ে ক্ৰমান্বয়ে কাটোৱা, মুৰ্শিদাবাদ, ঘেৰিয়া আৰু উদয়নলাত নবাবৰ বাহিনীক পৰাস্ত কৰি মুংগেৰ দখল কৰে। ইংৰাজৰ হাতত হাৰি মীৰকাছিমে গৈ অযোধ্যাৰ নবাব চুজা-উদ-দৌলাৰ আশ্ৰয় গ্ৰহণ কৰেগৈ। তাতে থাকি তেওঁ অযোধ্যাৰ নবাব আৰু সম্ৰাট ছাহ আলমৰ সহায় লৈ ইংৰাজৰ বিৰুদ্ধে পুনৰ যুদ্ধৰ বাবে প্ৰস্তুতি চলায়। মীৰকাছিম, চুজা উদ-দৌলা আৰু ছাহ আলমৰ মিলিত বাহিনীয়ে ১৭৬৪ চনত বিহাৰৰ সীমান্তৰ বক্সাৰ নামে ঠাইত মেজৰ হেক্টৰ মনৰো (Hector Munro) পৰিচালিত ইংৰাজ ফৌজৰ বিৰুদ্ধে যুদ্ধত অৱতীৰ্ণ হয়। কিন্তু এই যুদ্ধতো ইংৰাজ বাহিনীয়ে জয়লাভ কৰে। এইদৰে বংগদেশৰ শেষ স্বাধীনতাপ্ৰিয় নবাব মীৰকাছিমৰ শেষ চেষ্টা ব্যৰ্থ হোৱাত আত্মৰক্ষাৰ্থে পলাবলৈ বাধ্য হয় আৰু পলাতক অৱস্থাতে ১৭৭৭ চনত তেওঁৰ মৃত্যু ঘটে। আনহাতে ইংৰাজৰ হাতত শোচনীয়ভাৱে পৰাজয় বৰণ কৰি সম্ৰাট ছাহ আলমে ইংৰাজ পক্ষ গ্ৰহণ কৰে আৰু কিছুদিনৰ ভিতৰতে তেওঁলোকৰ সৈতে সন্ধি কৰে। বিজয়ী ইংৰাজ সৈন্য অযোধ্যা অভিমুখে অগ্ৰসৰ হোৱাত নবাব চুজা-উদ-দৌলা পলাই গৈ ৰোহিলাসকলৰ আশ্ৰয় লয়গৈ।

অলপ দিনৰ ভিতৰত তেৱোঁ ইংৰাজৰ সৈতে চুক্তিবদ্ধ হয়। বক্সাৰ যুদ্ধৰপৰাই উত্তৰ ভাৰতত ইংৰাজৰ শক্তি আৰু প্ৰভাৱ অভাৱনীয়ভাৱে বৃদ্ধি পায়। পলাশী যুদ্ধৰ পাছত বংগদেশৰ নবাবী আমোলৰ ৰাজত্ব

ঘূৰাই অনাৰ যি ক্ষীণ আশা কৰা হৈছিল, বক্সাৰ যুদ্ধৰ পাছত সেই আশা সমূলঞ্চে মাৰ গ'ল। সেয়েহে ভাৰতত ব্ৰিটিছ সাম্ৰাজ্যৰ ভেটি স্থাপনৰ সন্দৰ্ভত বিচাৰ কৰিলে বক্সাৰ যুদ্ধৰ গুৰুত্ব পলাশী যুদ্ধতকৈ অনেক গুণে বেছি। সমৃদ্ধিশালী গংগা উপত্যকাত এতিয়া ইংৰাজ শক্তি নিষ্কণ্টকীয়া হৈ ৰহিল আৰু এতিয়াৰপৰা ইংৰাজসকলে কেৱল সাম্ৰাজ্য বিস্তাৰ আৰু সংগঠনৰ বাবেহে যুদ্ধ-বিগ্ৰহত লিপ্ত হৈছিল।

মীৰকাছিমৰ পৰাজয়ৰ পাছত ইংৰাজসকলে ভূতপূৰ্ব নবাব মীৰজাফৰক পুনৰ বংগৰ নবাব পাতিলে আৰু তেওঁৰ লগত এটা নতুন চুক্তি




চিত্ৰ ৩ : পলাশী আৰু বক্সাৰ যুদ্ধ

কৰিলে (১৭৬৩ চন)। নবাব পতাৰ বাবে ইংৰাজ বিষয়াবৰ্গই তেওঁৰপৰা বিস্তৰ উপঢৌকন গ্ৰহণ কৰিলে। চুক্তি অনুসৰি ১৭৬০ চনত মীৰ-কাছিমে ইংৰাজসকলক দিয়া বৰ্ধমান, মেদিনীপুৰ আৰু চট্টগ্ৰাম এই তিনিখন জিলাৰ অনুদান নবাব মীৰজাফৰেও সাব্যস্ত কৰে। ইংৰাজ কোম্পানিয়ে কলিকতাৰ টাকশালত মৰা মুদ্ৰা নবাবে মৰা মোহৰৰ লগতে সমমূল্যৰ বুলি গ্ৰহণ কৰা হ'ল আৰু কোম্পানিৰ টকা বংগদেশৰ সকলো ঠাইতে চলিল। নবাবৰ সৈন্যবাহিনীৰ সংখ্যা সীমিত কৰা হ'ল। ভৱিষ্যতে কোম্পানিৰ অনুমোদন নোহোৱাকৈ নবাবৰ সৈন্যবাহিনী বৃদ্ধি কৰিব নোৱাৰিব; নবাবৰ ৰাজধানীত এতিয়াৰপৰা কোম্পানিৰ প্ৰতিনিধি

( resident ) থাকিব। ইয়াৰ উপৰিও বাণিজ্যিক ক্ষেত্ৰত কোম্পানিয়ে কিছু ওপৰঞ্চি সুবিধা লাভ কৰে আৰু নবাবে কোম্পানিৰ ক্ষতিপূৰণৰ বাবে প্ৰচুৰ ধন দিবলৈ গাত লয়।

১৭৬৫ চনত মীৰজাফৰৰ মৃত্যু হোৱাত ইংৰাজ কোম্পানিয়ে তেওঁৰ পুত্ৰ নাজিম-উদ-দৌলাক নবাব পাতি তেওঁৰ সৈতে এক নতুন চুক্তি সম্পাদিত কৰে। তাৰবাবে নতুন নবাবে ইংৰাজ বিষয়াবৰ্গক শকত ধনৰ টোপোলা দিবলগীয়া হয়। চুক্তিমতে কোম্পানিৰ পৰিষদৰ পৰামৰ্শ আৰু অনুমোদনক্ৰমে নতুন নবাবে 'নাইবচুবা' পদবীধাৰী এজন বিষয়া নিযুক্তি দিয়ে আৰু এইজন বিষয়াৰ ওপৰতেই দেশৰ শাসনভাৰ প্ৰধানতঃ ন্যস্ত হয়। লগতে এইটো'ও স্থিৰ হ'ল যে কোম্পানিৰ বিনা অনুমতিত এওঁক সেই পদৰপৰা আঁতৰাব নোৱাৰিব। এই বিষয়াজনেই হ'ল মহম্মদ ৰেজা খাঁ। এই চুক্তিদ্বাৰা নতুন নবাবৰ সৈন্য সংখ্যা সীমিত কৰা হয়। দৰাচলতে, নাজিম-উদ-দৌলা নামতহে নবাব হৈ ৰ'ল, বংগদেশৰ আচল শাসন ক্ষমতা থাকিল ইংৰাজ কোম্পানিৰ হাতত। এতিয়াৰপৰা নবাব আৰু ইংৰাজৰ মাজত ক্ষমতা লৈ হোৱা দ্বন্দ্বৰ একৰকম অন্ত পৰিল।

## ক্লাইভৰ দ্বিতীয় শাসনকাল

১৭৬৪ চনত লণ্ডনস্থ কোম্পানিৰ পৰিচালকবৰ্গই ( Board of Directors ) ৰবাৰ্ট ক্লাইভক বংগদেশৰ গভৰ্নৰ পাতি দ্বিতীয়বাৰ ভাৰতলৈ পঠায় আৰু তেওঁ তাৰ পাছৰ বছৰৰ মে' মাহত কলিকতাত উপস্থিত হয়হি। ইতিমধ্যে স্বদেশত থকা কালত তেওঁ ভাৰতত অবৈধ আৰু অসংগতভাৱে অৰ্জন কৰা ধনৰ বলত অভিজাত শ্ৰেণীত ভুক্ত হৈছিল। ভাৰতলৈ উভতি আহি এইবাৰ তেওঁ নিজৰ উন্নতিৰ লগে লগে ইংৰাজৰ স্বাৰ্থৰ প্ৰতি মনোযোগ দিয়ে। ভাৰতত তেওঁ সন্মুখীন হোৱা সমস্যাবোৰ হ'ল—বক্সাৰ যুদ্ধৰ পাছত সম্ৰাট চাহ আলম আৰু নবাব চুজা-উদ-দৌলাৰ সৈতে কোম্পানিৰ ৰাজনৈতিক সম্বন্ধ স্থিৰ কৰা, বংগৰ নবাবৰ সৈতে থকা কোম্পানিৰ সম্বন্ধৰ ব্যৱস্থা কৰা আৰু কোম্পানিৰ অভ্যন্তৰীণ সমস্যাবোৰ সমাধান কৰা।

গোনপ্ৰথমে তেওঁ অযোধ্যাৰ নবাব চুজা-উদ-দৌলাৰ সৈতে ৰাজনৈতিক বুজাপৰা কৰিবলৈ আগ বাঢ়ে। বক্সাৰ যুদ্ধত ইংৰাজ সেনাই চুজা-উদ-দৌলাক পৰাজিত কৰি অযোধ্যা পদানত কৰাত অনায়াসে অযোধ্যা ৰাজ্য ইংৰাজৰ খাচ দখললৈ অনাৰ সুযোগ পাইছিল। ইতিমধ্যে তেওঁৰ পূৰ্বগামী ভান্সিটাৰ্টে অযোধ্যাখন নবাবৰপৰা কাঢ়ি আনি সম্রাট ছাহ আলমক দিয়াৰ প্ৰতিশ্ৰুতি দিছিল। কিন্তু ক্লাইবে এতিয়া এই মত অগ্ৰাহ্য কৰে. কিয়নো তেওঁৰ বিশ্বাস আছিল যে মোগল সম্রাটক অযোধ্যা ৰাজ্য অৰ্পণ কৰিলেও ইংৰাজৰ সহায় আৰু সমৰ্থনবিনে ইয়াক ৰখা সম্ভৱপৰ নহ'ব। আনহাতে অযোধ্যা ৰাজ্য ইংৰাজৰ খাচ দখললৈ আনি খোলাখুলিভাৱে ৰাজনৈতিক ক্ষমতা প্ৰয়োগ কৰা বাঞ্ছনীয় নহয় বুলি তেওঁ বিবেচনা কৰিছিল এনে কৰিলে অন্যান্য ইউৰোপীয় বণিক সম্প্ৰদায় আৰু দেশীয় ৰজাসকলৰ মনত সন্দেহ আৰু ঈৰ্ষাৰ সৃষ্টি হোৱাৰ সম্ভাৱনা আছিল। তদুপৰি তেওঁ ইংৰাজ কোম্পানিৰ অধিকাৰ বংগ বিহাৰ-উৰিষ্যাৰ ভিতৰতে সীমাবদ্ধ ৰখাকেই শ্ৰেয় বুলি বিবেচনা কৰিছিল। এই সকলোবোৰ কথা চিন্তা কৰি অযোধ্যাৰ পৰাজিত নবাব চুজা-উদ-দৌলাৰ সৈতে এলাহাবাদত সন্ধি স্থাপন কৰে (১৭৬৫ চনৰ আগষ্ট মাহত) সন্ধিৰ চৰ্ত অনুযায়ী কোৰা আৰু এলাহাবাদৰ বাহিৰে সমস্ত অযোধ্যা ৰাজ্য চুজা-উদ-দৌলাক ঘুৰাই দিয়ে। যুদ্ধৰ ক্ষতিপূৰণ হিচাপে নবাবে ৫০ লাখ দিবলৈ প্ৰতিশ্ৰুতি দিয়ে। নবাবে বাৰানসীৰ জমিদাৰ বলৱন্ত সিংহক তেওঁৰ জমিদাৰীৰ ওপৰত থকা অধিকাৰ সাব্যস্ত কৰে। তদুপৰি শত্ৰুপক্ষৰ বিৰুদ্ধে উভয়ে সহায় আৰু সমৰ্থন আগবঢ়াবলৈ চুক্তিবদ্ধ হয়। এতিয়াৰপৰাই অযোধ্যা ইংৰাজৰ ওপৰত নিৰ্ভৰশীল হৈ পৰে আৰু নিজ স্বাৰ্থ ৰক্ষাৰ্থে ইংৰাজেও মধ্যৱৰ্তী ৰাজ্য ( buffer state ) হিচাপে ৰক্ষণাবেক্ষণ দি থাকে।

একে সময়তে ক্লাইবে মোগল সম্রাট ছাহ আলমৰ সৈতেও এক ৰাজনৈতিক মীমাংসাত উপনীত হয় ক্লাইবে সম্রাটক কোৰা আৰু এলাহাবাদ প্ৰদেশ দুখন চমজাই দিয়ে আৰু সম্রাটে কোম্পানিৰ ৰক্ষণাবেক্ষণ গ্ৰহণ কৰি এলাহাবাদত থাকিবলৈ লয়। কৃতজ্ঞ সম্রাটে বছৰি ২৬ লাখ টকা কৰদানৰ বিনিময়ত কোম্পানিক বংগ-বিহাৰ-উৰিষ্যাৰ

দেৱানী প্ৰদান কৰি এক 'ফৰমান' জাৰি কৰে (১২ আগষ্ট, ১৭৬৫ চন)। দেৱানী গ্ৰহণৰ লগে লগে ইংৰাজ কোম্পানিয়ে আইনসংগতভাৱে বংগৰ ৰাজস্ব সংগ্ৰহৰ অধিকাৰ লাভ কৰে। এতিয়াৰপৰা এহাতে যেনেকৈ বংগদেশৰ ওপৰত কোম্পানিৰ অধিকাৰ স্বীকৃত হ'ল, আনহাতে তেনেকৈ বংগৰ নবাব কোম্পানিৰ ওপৰত অৰ্থৰ বাবে নিৰ্ভৰশীল হৈ পৰিল। দেৱান পদৰ কৰ্তব্য আছিল দেশৰ ৰাজহ সংগ্ৰহ কৰা আৰু শাসনকাৰ্য্য পৰিচালনাৰ কামত হোৱা ব্যয় সেই ৰাজহৰপৰা বাদ দি ওপৰঞ্চিখিনি দিল্লীৰ ৰাজকোষলৈ পঠিওৱা। এতিয়াৰপৰা কোম্পানিয়ে বংগৰ ৰাজস্ব আদায় কৰি সেই অৰ্থৰপৰা ২৬ লক্ষ টকা মোগল সম্ৰাটলৈ পঠাব আৰু বংগৰ শাসনকাৰ্য্য পৰিচালনাৰ বাবে এক নিৰ্ধাৰিত পৰিমাণ নবাবক দি উদ্বৃত্ত ধন কোম্পানিয়ে নিজৰ হাতত ৰাখিব। ইয়াৰ ফলত কোম্পানিয়ে নবাবৰ সমান মৰ্য্যাদা লাভ কৰে। কোম্পানিৰ শক্তি আৰু প্ৰতিপত্তি অতিকৈ বাঢ়িল। সেইবাবে কোম্পানিৰ দেৱানী লাভ ভাৰতত ইংৰাজসকলৰ ইতিহাসত এক যুগান্তকাৰী ঘটনা।

ইয়াৰ পাছত ক্লাইভে নবাব নাজিম-উদ-দৌলাৰ সৈতেও এক চুক্তি কৰি বংগৰ শাসনকাৰ্য্য চলাবৰ বাবে নবাবক বছৰি ৫৩ লাখ টকা দিবলৈ মান্তি হয়। ইয়াৰ বিনিময়ত নবাবে বংগৰ ৰাজস্বৰ ওপৰত থকা সমস্ত দাবী ত্যাগ কৰে। আগতে নিযুক্তি দিয়া 'নাইবচুবা' মহম্মদ ৰেজা খাঁৰ হাতত যাতে অতিৰিক্ত ক্ষমতা ন্যস্ত নহয় সেই উদ্দেশ্যে ক্লাইভে দুৰ্লভ ৰায় আৰু জগত শেঠক ৰেজা খাঁৰ সহকাৰী হিচাপে নিযুক্ত কৰে। ইয়াৰ উপৰিও ৰজা চিতাব ৰায়ক পাটনাৰ বাণিজ্য-কুঠিৰ প্ৰধান বিষয়াৰ সতে যুটীয়াভাৱে ৰাজহ সংগ্ৰহৰ দায়িত্ব অৰ্পণ কৰে। এইবোৰ ব্যৱস্থাৰদ্বাৰা একালে যেনেকৈ নবাবৰ ক্ষমতা সংকোচন কৰা হ'ল, আনকালে তেনেকৈ ভৱিষ্যতে নবাব নিজাম-উদ-দৌলাৰ মীৰকাছিমৰ দৰে স্বাধীনতা লাভৰ প্ৰচেষ্টা ব্যৰ্থ কৰা হ'ল।

**ক্লাইভৰ দ্বৈত শাসন (Double Govt.) :** সম্ৰাট চাহ আলমে কোম্পানিক 'দেৱানী' প্ৰদান কৰাৰ ফলত বংগত দ্বৈত শাসন প্ৰৱৰ্তন হয়। আইনসংগতভাৱে নবাব হ'ল 'নিজামত' অৰ্থাৎ সামৰিক প্ৰশাসন আৰু ফৌজদাৰী গোচৰৰ বিচাৰৰ অধিকাৰী আৰু কোম্পানি হ'ল

'দেৱানী' অৰ্থাৎ ৰাজহ সংগ্ৰহ আৰু অসামৰিক প্ৰশাসনৰ অধিকাৰী। কিন্তু ইতিপূৰ্বে ১৭৬৫ চনৰ ফেব্ৰুৱাৰি মাহত কোম্পানি আৰু নবাব নাজিম-উদ-দৌলাৰ মাজত হোৱা চুক্তিমতে নবাবে বংগৰ প্ৰতিৰক্ষা আৰু বৈদেশিক বিষয়সমূহ কোম্পানিক চমজাই দিয়ে আৰু অসামৰিক শাসনকাৰ্য্য কোম্পানিৰ মনোনীত 'নাইবচুবা' ৰেজা খাঁৰ ওপৰত ন্যস্ত কৰে। বাস্তৱিকতে এতিয়া কোম্পানিয়েই বংগৰ শাসক হৈ পৰিল। অথচ ক্লাইভে কোম্পানিৰ 'দেৱানী' কাম-কাজ প্ৰকাশ্যভাৱে নিজৰ হাতলৈ নানি নবাবৰ আগৰ কৰ্মচাৰীৰ হাতভেই ৰাখিলে। ফলত নবাবে পালে ক্ষমতাহীন দায়িত্ব আৰু কোম্পানিয়ে লাভ কৰিলে দায়িত্বহীন ক্ষমতা। এনে ব্যৱস্থাকে দ্বৈত শাসন বুলি কোৱা হয়। দ্বৈত শাসনৰ ফলত বংগৰ প্ৰজাসাধাৰণে অনিবাৰ্য্যভাৱে অশেষ কষ্ট ভোগ কৰিবলগীয়া হয়। গোটেই দেশতে শান্তি আৰু শৃংখলা ভংগ হয়, শাসনযন্ত্ৰৰ সকলো স্তৰতে ব্যাপক দুৰ্নীতি আৰু স্বাৰ্থপৰতা সোমাই পৰে ডকাইতৰ দলে গাঁৱলীয়া ৰাইজৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰে. দেশত খেতি-বাতি নোহোৱাত অৰ্থনৈতিক অৱস্থাৰ অৱনতি ঘটে; ব্যৱসায়-বাণিজ্য, শিল্প-উদ্যোগ আদিৰ স্বাভাৱিকতে ব্যাঘাত হয়।

**ক্লাইভৰ সংস্কাৰ ঃ** কোম্পানিৰ অভ্যন্তৰীণ প্ৰশাসন নিকা কৰিবলৈ ক্লাইভে নানা ব্যৱস্থা গ্ৰহণ কৰে। ইতিমধ্যে কোম্পানিৰ কৰ্মচাৰীবৃন্দ দুৰ্নীতি আৰু স্বাৰ্থপৰায়ণতাত পোত খাই পৰিছিল। এনে বহু প্ৰচলিত দুৰ্নীতি সহজে নিবাৰণ কৰা যে কঠিন, সেই কথা তেওঁ বুজি উঠিছিল। অৱশ্যে এনে অৱস্থাৰ বাবে ক্লাইভ নিজেও বহু পৰিমাণে জগৰীয়া, কিয়নো প্ৰথমবাৰ গভৰ্ণৰ হৈ তেৱেঁই উপঢৌকন আৰু পাৰিতোষিক গ্ৰহণ কৰি অবাধ দুৰ্নীতিৰ দৃষ্টান্ত দেখুৱাই যায়। যি কি নহওক, অভ্যন্তৰীণ শাসন সংস্কাৰ সাধনৰ উদ্দেশ্যে সামৰিক আৰু বেসামৰিক বিষয়ৰ যাৱতীয় ক্ষমতা তেওঁ স্বহস্তে গ্ৰহণ কৰিলে। তেওঁ কোম্পানিৰ চাকৰিয়ালসকলক পাৰিতোষিক, উপঢৌকন আদি গ্ৰহণ নিষিদ্ধ কৰে আৰু তেওঁলোকক অভ্যন্তৰীণ বাণিজ্যত লিপ্ত হোৱা নিষিদ্ধ কৰে। কিন্তু সেই সময়ত তেওঁলোকৰ দৰমহা নিচেই তাকৰ হোৱাৰ বাবে আৰু তেওঁলোকৰ ব্যক্তিগত অভ্যন্তৰীণ ব্যৱসায় নিষিদ্ধ কৰাত হোৱা লোকচান

পূৰ্বপাৰ্থে তেওঁ এক বাণিজ্য সংঘ (Society of Trade) গঠন কৰে। সেই সংঘৰ হাতত লোণ, তামোল আৰু ধঁপাতৰ একচেটিয়া অধিকাৰ ন্যস্ত কৰে আৰু সেইবোৰ সামগ্ৰীৰ ব্যৱসায়ৰ লাভাংশ কোম্পানিৰ কৰ্মচাৰীসকলে তেওঁলোকৰ পদৰ পৰ্য্যায় অনুযায়ী পোৱাৰ ব্যৱস্থা কৰিলে। অৱশ্যে ক্লাইভৰ এই প্ৰতিষ্ঠান বেছিদিন স্থায়ী নহ'ল। পৰিচালক বৰ্ডে (Court of Directors) নামঞ্জুৰ কৰাত প্ৰতিষ্ঠানটো অলপ দিনৰ ভিতৰতে বন্ধ কৰিব লগাত পৰে। কলিকতা কাউন্সিলৰ তিনি-জন দুৰ্নীতিপৰায়ণ বিষয়াক ক্লাইভে সদস্য পদৰপৰা অপসৰণ কৰে। কোম্পানিৰ সৈন্যবাহিনী পুনৰসংগঠন কৰি জেনেৰেল কাৰনাকক (General Carnac) সেনাধ্যক্ষ নিযুক্তি দিয়ে। সৈন্যবাহিনীৰ খৰচ কমোৱা আৰু ব্যাপ্ত হৈ পৰা দুৰ্নীতি ৰোধ কৰাৰ উদ্দেশ্যে সৈন্যসকলে ভোগ কৰি অহা প্ৰচলিত 'ডবল বাট্টা' (double allowance) তেওঁ বন্ধ কৰি দিয়ে। আগৰ নিয়মমতে সমৰ ক্ষেত্ৰত থকা সৈন্যকহে 'বাট্টা' দিয়া হৈছিল। কিন্তু নবাব মীৰজাফৰে ইংৰাজ সেনাৰ প্ৰতি তেওঁৰ কৃতজ্ঞতাৰ চিন স্বৰূপে তেওঁলোকৰ বাট্টা দুগুণ কৰি দিয়ে আৰু সেই খৰচ তেওঁ বহন কৰে আৰু পলাশী যুদ্ধৰ পাছৰ শান্তিৰ সময়তো সৈন্যসকলে 'ডবল বাট্টা' পাবলৈ ধৰে। ক্লাইভে নিয়ম কৰে যে কেৱল যুদ্ধত নিযুক্ত থকা সৈন্যসকলেহে এই 'ডবল বাট্টা' পাব পাৰিব। এনে কৰাত সৈন্যবাহিনীৰ মাজত অসন্তুষ্টিৰ সৃষ্টি হয় আৰু বিষয়াবৰ্গৰ মাজত এক বিদ্ৰোহে দেখা দিয়ে। অৱশ্যে তেওঁ কঠোৰ হাতেৰে এই বিদ্ৰোহ দমন কৰে।

## ক্লাইভৰ কৃতিত্ব আৰু চৰিত্ৰ

১৭৬৭ চনত ক্লাইভ যেতিয়া শেষবাৰৰ কাৰণে স্বদেশলৈ উভতি যায়, তেওঁৰ খ্যাতি দীপ্তিমান সূৰ্য্যৰ দৰে বিয়পি পৰিছিল। ক্লাইভে ভাৰতত এখন ব্ৰিটিছ সাম্ৰাজ্য স্থাপনৰ সম্ভাৱনা দাঙি ধৰি ইংৰাজসকলক চমক লগাই তুলিছিল। ই সঁচাকৈয়ে প্ৰশংসনীয়। কিন্তু এইজন লোক পোনপ্ৰথমে ইষ্ট ইণ্ডিয়া কোম্পানিৰ কেৰাণী হিচাপেহে কামত সোমাইছিল। নিজৰ বুদ্ধি, উদ্যম আৰু উচ্চাকাংক্ষাৰ বলত খোপতখোপে উন্নতি কৰি শেষত বংগদেশৰ গভৰ্ণৰ পদত অধিষ্ঠিত হ'বলৈ সমৰ্থ হৈছিল।

তেওঁ একান্ত কৰ্তব্যবোধৰ গুণত কোম্পানিৰ পৰিচালকবৃন্দৰ মন আকৰ্ষণ কৰি বিশ্বাসভাজন হ'ব পাৰিছিল। তেওঁৰ স্বদেশপ্ৰীতিও আছিল গভীৰ। ইংৰাজ জাতিৰ স্বাৰ্থ ৰক্ষাৰ্থে শঠতা, চাতুৰি, জাল আৰু প্ৰবঞ্চনা আদি নীচ পন্থা গ্ৰহণ কৰিবলৈকো তেওঁ কুণ্ঠাবোধ কৰা নাছিল। তেওঁৰ চৰিত্ৰৰ আন এটা বিশেষত্ব হ'ল অৰ্থলোলুপতা। প্ৰথমবাৰ বংগদেশলৈ আহি তেওঁ জঘন্য পন্থাৰে "যেন তেন প্ৰকাৰেণ" প্ৰচুৰ অৰ্থ উপাৰ্জন কৰে আৰু সেই টকাৰ জোৰত পাৰ্লিয়ামেণ্টৰ সদস্য পদ লাভ কৰে। অসৎ উপায়েৰে ধন কেনেকৈ ঘটিব লাগে তাৰ ঐতিহাসিক দৃষ্টান্ত ক্লাইভে ৰাখি থৈ যায়।

ক্লাইভেই ভাৰতত ব্ৰিটিছ সাম্ৰাজ্যৰ পাটখুটা পোতে বুলি ক'ব পাৰি। কৰ্ণাটৰ দ্বিতীয় যুদ্ধত ক্লাইভৰ সুদক্ষ পৰিচালনাত আৰ্কট অৱৰোধ কৰাৰ ফলত দাক্ষিণাত্যত ফৰাচী প্ৰভাৱ নিষ্প্ৰভ হ'বলৈ আৰম্ভ কৰে আৰু পৰৱৰ্তী ঘটনাৱলীত ক্লাইভৰ সামৰিক প্ৰতিভা সুস্পষ্ট হৈ পৰে। ছিৰাজ-উদ-দৌলাৰ হাতৰপৰা কলিকতা-পুনৰ দখল কৰি তেওঁ বংগদেশত ইংৰাজৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰাৰ পাতনি মেলে পলাশীৰ যুদ্ধত। স্বদেশৰ স্বাৰ্থ সিদ্ধিৰ বাবে জঘন্য পন্থা অৱলম্বন কৰিও ইষ্ট ইণ্ডিয়া কম্পেনিক বাণিজ্যিক প্ৰতিষ্ঠানৰপৰা এক ৰাজনৈতিক শক্তিত পৰিণত কৰে। ইয়াৰ লগতে অন্যান্য ইউৰোপীয় শক্তিক বংগদেশৰপৰা বহিষ্কাৰ কৰি আৰু মোগল বাদচাহৰপৰা দেৱানী লাভ কৰি ক্লাইভে ভাৰতত ইংৰাজ সাম্ৰাজ্যৰ ভেটি প্ৰতিষ্ঠা কৰি যায়। তেওঁৰ প্ৰতিষ্ঠিত সাম্ৰাজ্যৰ সুৰক্ষাৰ উদ্দেশ্যে তেওঁ অযোধ্যা আৰু ইংৰাজ ৰাজ্যৰ মাজত অযোধ্যা ৰাজ্যক 'মধ্যৱৰ্তী ৰাজ্য' হিচাপে ৰাখে।

## ভেৰেলষ্ট (Verelst) আৰু কাৰ্টিয়াৰ (Cartier)

১৭৬৭ চনত ৰবাৰ্ট ক্লাইভ স্বদেশলৈ ঘূৰি যোৱাত ভেৰেলষ্ট ১৭৬৯ চনলৈ আৰু কাৰ্টিয়াৰ ১৭৭২ চনলৈ বংগদেশৰ গৱৰ্ণৰ পদত থাকে। এওঁলোকৰ শাসন কালত কোনো গুৰুত্বপূৰ্ণ ৰাজনৈতিক ঘটনা ঘটা নাছিল যদিও অৰ্থনৈতিক, সামাজিক আৰু প্ৰশাসনীয় বিভাগত এক ভয়াবহ অৱস্থাৰ সৃষ্টি হয়। ক্লাইভে প্ৰৱৰ্তন কৰা দ্বৈত শাসনৰ অনিবাৰ্য কুফল স্পষ্ট ৰূপত প্ৰকট হৈ পৰে। দেৱানীৰ কাম-কাজ চলাইছিল নবাবৰ পুৰণা বিষয়াসকলে আৰু কোম্পানিৰ

বিষয়াবৰ্গ ৰাজহ আদায়ৰ প্ৰতি উদাস আছিল। ফলত ৰাজহ আদায়-কাৰী কৰ্মচাৰীসকলৰ অতপালি আৰু শোষণৰ মাত্ৰা চৰিল। ৰাজহ নিৰ্ধাৰণৰ ক্ষেত্ৰত কোনো সুস্থিৰ নীতি নথকাত প্ৰতিবছৰে নতুন নতুন ব্যৱস্থা প্ৰবৰ্তন কৰা হয়। ফলত প্ৰজাসাধাৰণৰ মাজত বেমেজালিয়ে দেখা দিয়াৰ লগতে খেতি-বাতিও ক্ষতিগ্ৰস্ত হয়। কোম্পানিৰ চাকৰিয়াল-সকলে অবৈধ উপায়ে ব্যৱসায়-বাণিজ্যৰ যোগেদি অৰ্থোপাৰ্জন কৰাত প্ৰবৃত্ত হ'ল। ক্ষমতাবিহীন নবাব দেশত শান্তি আৰু শৃংখলা বজাই ৰখাত শোচনীয়ভাৱে ব্যৰ্থ হয়, ফলত অশান্তি আৰু অৰাজকতাৰ সৃষ্টি হয়। এনে অৱস্থাত ১৭৭০ চনত বংগদেশত ব্যাপক আৰু ভয়ানক দুৰ্ভিক্ষই দেখা দিয়ে। বংগদেশত এই দুৰ্ভিক্ষ 'ছিয়াত্তৰৰ মন্বন্তৰ' নামেৰে পৰিচিত। জনা যায় যে দুৰ্ভিক্ষৰ ফলত সমগ্ৰ বংগদেশৰ এক-তৃতীয়াংশ লোকৰ হানি হয় আৰু ইয়াৰ প্ৰভাৱ পৰৱৰ্তী প্ৰায় ৪০ বছৰ কাল পৰ্যন্ত থাকে। দেশৰ এনে দুৰ্দশাগ্ৰস্ত অৱস্থাতো জনসাধাৰণক খাজনা মাফ দিয়া হোৱা নাছিল। বৰঞ্চ কোম্পানিৰ কৰ্মচাৰীসকলৰ স্বৰ্ণলোভ চৌগুণে বৃদ্ধি পাইছিল। ফলত সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক জীৱনলৈ এক বিপৰ্যয় নামি আহিছিল। ঠিক এনে সময়তে ৱাৰেন হেষ্টিংছ বংগদেশৰ গভৰ্ণৰ হৈ আহে আৰু নেতৃত্বৰ ভাৰ গ্ৰহণ কৰিয়েই জনসাধাৰণৰ দুখ-দুৰ্দশাৰ প্ৰতি মনোযোগ দিয়ে। সেয়েহে ৱাৰেন হেষ্টিংছৰ আগমনে ভাৰতত ইংৰাজ ইতিহাসত এক নতুন অধ্যায়ৰ সূচনা কৰিলে বুলি ক'ব পাৰি।

## চতুৰ্থ অধ্যায়

# ভাৰতত ইংৰাজ শক্তিৰ বিস্তাৰ

১৭৭২ চনত ৱাৰেন হেষ্টিংছ বংগদেশৰ গভৰ্ণৰ নিযুক্ত হৈ আহে আৰু ১৭৮৫ চনৰ ফেব্ৰুৱাৰি মাহলৈকে তেওঁ ভাৰতত থাকে। তেওঁৰ দীঘলীয়া শাসনকাল দুভাগত বিভক্ত কৰিব পাৰি। প্ৰথম ভাগ ১৭৭২ চনৰপৰা ১৭৭৪ চনলৈকে—এই সময়ছোৱাত তেওঁ বংগদেশৰ গভৰ্ণৰ আছিল। দ্বিতীয় ভাগ ১৭৭৪ চনৰপৰা ১৭৮৫ চনলৈকে—এই কালছোৱাত তেওঁ গভৰ্ণৰ জেনেৰেল পদত আছিল। বংগদেশৰ গভৰ্ণৰ হৈ অহাৰ আগতে তেওঁ কেইবাবছৰো কোম্পানিৰ তলতীয়া কৰ্মচাৰী হিচাপে সেই পদত আছিল। সেইবাবে বংগদেশৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থা কোম্পানিৰ বাণিজ্যিক আৰু শাসন ব্যৱস্থা সম্বন্ধে তেওঁৰ কিছু অভিজ্ঞতা আছিল। ফাৰ্চী আৰু বঙলা ভাষা তেওঁ ভালদৰে জানিছিল। এতিয়া তেওঁ নিজৰ অভিজ্ঞতা পৰিপুষ্ট কৰাৰ আৰু লগতে কৰ্মক্ষেত্ৰত নিজৰ বুদ্ধি, কৌশল আৰু নীতি প্ৰয়োগ কৰাৰ সুন্দৰ সুযোগ পালে।

বংগদেশলৈ গভৰ্ণৰ হৈ আহি ৱাৰেন হেষ্টিংছে নানা প্ৰকাৰৰ জটিল সমস্যাৰ সন্মুখীন হ'ব লগাত পৰে। ইতিমধ্যেই ভয়ংকৰ দুৰ্ভিক্ষৰ কৰাল গ্ৰাসত পৰি বংগৰ জনসাধাৰণৰ অৰ্থনৈতিক জীৱন ছেদেলি-ভেদেলি হৈ পৰিছিল। দ্বৈত শাসনৰ ফলত ৰাজহ আৰু প্ৰশাসনীয় ব্যৱস্থাত অনেক ত্ৰুটিয়ে দেখা দিছিল। আনহাতে ইষ্ট ইণ্ডিয়া কম্পেনি বণিক প্ৰতিষ্ঠানৰপৰা ৰাজশক্তিলৈ ৰূপান্তৰিত হোৱাৰ ফলত ভাৰতীয় ৰাজ-শক্তিৰ প্ৰতি কোম্পানিৰ নীতি সুস্পষ্ট কৰা প্ৰয়োজন হৈ উঠে। কোম্পানিৰ পৰিচালক সভাই বাৰে বাৰে ভাৰতত ব্ৰিটিছ সাম্ৰাজ্য বিস্তাৰ সম্বন্ধে নিষেধাজ্ঞা জাৰি কৰি আহিছিল আৰু কোম্পানিৰ সামৰিক আৰু

বেসামৰিক খৰচ কমাবৰ বাবেও বাৰে বাৰে নিৰ্দেশ দি আহিছিল। হেষ্টিংছে ভালদৰে বুজি উঠিছিল যে ব্ৰিটিছ শক্তি ভাৰতত প্ৰতিষ্ঠা কৰিবলৈ হ'লে দেশীয় ৰজাসকলক ব্ৰিটিছ সাহায্যৰ ওপৰত নিৰ্ভৰশীল কৰি তুলিব লাগিব। এয়ে হ'ল 'অধীনতামূলক মিত্ৰতা' (Subsidiary alliance) নীতিৰ গুৰি। পৰৱৰ্তী কালত ৱেলেছলিয়ে এই নীতিকেই ব্যাপকৰূপে প্ৰয়োগ কৰি ভাৰতত ব্ৰিটিছ সাম্ৰাজ্য বিস্তাৰ কৰি গ'ল।

## হেষ্টিংছৰ পৰৰাষ্ট্ৰ নীতি

বংগ, বিহাৰ আৰু উৰিষ্যাৰ সীমাৰ বাহিৰে কোম্পানীৰ প্ৰভুত্ব বিস্তাৰৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব আৰোপ কৰি হেষ্টিংছে পৰৰাষ্ট্ৰ নীতি গঢ়ি তুলিছিল। সেই ক্ষেত্ৰত তেওঁ ভালেখিনি সাফল্য অৰ্জন কৰিবলৈ সমৰ্থ হৈছিল, পৰৰাষ্ট্ৰ সম্পৰ্কত তেওঁৰ সংস্পৰ্শলৈ অহা শক্তিসমূহ হ'ল মোগল সম্ৰাট ছাহ আলম, অযোধ্যাৰ নবাব মাৰাঠা-সকল আৰু মহিসুৰৰ চুলতান।

**সম্ৰাট ছাহ আলমৰ সৈতে বিবাদঃ** ১৭৬৫ চনত হোৱা চুক্তি অনুযায়ী বছৰি ছাব্বিছ লাখ টকা গ্ৰহণ কৰি ছাহ আলম এলাহাবাদত আছিল। অন্তৰত প্ৰবল হেঁপাহ থকা সত্বেও দিল্লীৰ ৰাজনৈতিক বাতাবৰণ তেওঁৰ প্ৰতি অনুকূল নোহোৱাত তেওঁ তালৈ যোৱাৰ পৰা বিৰত আছিল। কিন্তু কিছুদিনৰ ভিতৰতে পৰাক্ৰমী মাৰাঠাসকলে দ্ৰুত গতিৰে হেৰোৱা শক্তি পুনৰুদ্ধাৰ কৰি উত্তৰ ভাৰতৰ ৰাজনীতিৰ পৰিবৰ্তন আনে। ইয়াৰেই ফলস্বৰূপে ১৭৭১ চনত তেওঁলোকে ঐতিহ্যপূৰ্ণ মোগল ৰাজধানী দিল্লী চহৰ অধিকাৰ কৰি ছাহ আলমক তালৈ আমন্ত্ৰণ জনালে। তেনে কৰাৰ উদ্দেশ্য আছিল ছাহ আলমক সম্ৰাটৰূপে দিল্লীৰ গাদীত বহুৱাই সম্ৰাটৰ প্ৰতিনিধি হিচাপে তেওঁলোকে ভাৰতৰ ৰাজনীতিত নিজৰ শক্তি আৰু প্ৰভাৱ বিস্তাৰ কৰা। দিল্লীৰ সিংহাসনত বহি বাদচাহ হোৱাৰ প্ৰবল ইচ্ছাক বাধা দিব নোৱাৰি ইংৰাজসকলৰ বাধা নামানি ছাহ আলম গৈ দিল্লী পালেগৈ। মাৰাঠাসকল আহ্লাদিত হৈ উঠিল।

১৭৭২ চনত ৱাৰেন হেষ্টিংছ ভাৰতলৈ আহি দেখিলে যে ইংৰাজৰ আশ্ৰিত মোগল সম্ৰাট ছাহ আলম ভাৰতত ইংৰাজ শক্তিৰ প্ৰধান প্ৰতিদ্বন্দ্বী মাৰাঠাসকলৰ হাতৰ পুতলা হ'ল। সম্ৰাটৰ এনে কাৰ্য্যক বিশ্বাসঘাটকতা বুলি গণ্য কৰি ভৱিষ্যত বিপদৰ সন্মুখীন হ'বৰ বাবে

বৃত্তি আঁচনি গ্ৰহণ কৰিলে। সেইবাবে দিল্লীত থকা বাদচাহ ছাহ আলমে যেতিয়া ১৭৭২ চনত তেওঁৰ প্ৰাপ্য ছাব্বিছ লাখ টকা দাবী কৰিলে হেষ্টিংছে সেই দাবী প্ৰত্যাখ্যান কৰিলে। সেই টকা তেওঁ পাইছিল ইংৰাজ কোম্পানিক বংগ, বিহাৰ আৰু উৰিষ্যাৰ দেৱানী প্ৰদান কৰাৰ বাবে। অকল সেয়ে নহয়, ইমান দিনে তেওঁৰ অধিকাৰত থকা কোৰা আৰু এলাহাবাদ জিলা দুখনো কাঢ়ি ল'লে। ইয়াৰ অৰ্থ এয়ে হ'ল যে ইংৰাজে সম্ৰাটক দিয়া সকলো সুবিধা উঠাই ল'লে।

কিন্তু হেষ্টিংছে ছাহ আলমৰ পৰা কোৰা আৰু এলাহাবাদ জিলা দুখন ঘূৰাই লৈ তেওঁৰ বছৰেকীয়া ভাট্টা ছাব্বিছ লাখ টকাও বন্ধ কৰাটো কিমান ন্যায়সংগত হৈছিল, সেই বিষয়ে যথেষ্ট মতানৈক্য আছে। সম্ৰাটে মৰাঠাসকলৰ লগত যোগ দি মৰাঠা শক্তি বৃদ্ধি কৰাত সহায়ক হ'ল সঁচা, কিন্তু এতিয়া কোৰা আৰু এলাহাবাদ সম্ৰাটৰ হাতত ৰাখিবলৈ দিলে বংগ আৰু বিহাৰৰ নিৰাপত্তা বিপদাপন্ন হোৱাৰো সম্ভাৱনা। তদুপৰি সম্ৰাটক বছৰি ছাব্বিছ লাখ টকা দিলে মৰাঠা শক্তিৰ আৰ্থিক অৱস্থা উন্নতিসাধন কৰাত সহায়ক হ'ব। এনে যুক্তিৰ ভিত্তিতেই হেষ্টিংছে মোগল সম্ৰাটৰ প্ৰতি ভিন্ন নীতি গ্ৰহণ কৰিলে। হেষ্টিংছৰ এই যুক্তি সম্পূৰ্ণ গ্ৰহণীয় নহয়। কিয়নো সন্ধিৰ চৰ্তানুসাৰেহে সম্ৰাট ছাহ আলমক বছৰি ছাব্বিছ লাখ টকা দিয়াৰ বন্দোবস্ত হৈছিল। সেই চুক্তি নাকচ নকৰাকৈ বা মাত্ৰ উকলি যোৱাৰ বাবে একপক্ষীয়ভাৱে ইচ্ছানুযায়ী তেওঁৰ অনুদান বন্ধ কৰাটো সমীচীন বুলিব নোৱাৰি। কাৰণ আনহাতে ছাহ আলমে প্ৰদান কৰা বংগ-বিহাৰ-উৰিষ্যাৰ দেৱানী ইংৰাজে উপভোগ কৰিয়েই থাকিল।

**অযোধ্যাৰ নবাবৰ সৈতে নতুন সম্পৰ্ক :** মৰাঠাসকলৰ উত্তৰ ভাৰত অভিযান কৰা অগ্ৰগতি আৰু বংগ, বিহাৰ উৰিষ্যাৰ প্ৰতিৰক্ষা প্ৰশ্নৰ পৰিপ্ৰেক্ষিতত ৱাৰেন হেষ্টিংছে অযোধ্যাৰ নবাবৰ সৈতে থকা সম্পৰ্কৰ নতুন ৰূপ দিয়াৰ প্ৰয়োজনবোধ কৰে। এই উদ্দেশ্যে ১৭৭৩ চনত নবাব চুজা উদ-দৌলাৰ সৈতে বাৰাণসীত সাক্ষাৎ কৰি তাতে এক চুক্তি সম্পাদন কৰে। বাৰাণসী সন্ধিমতে (৭ ছেপ্টেম্বৰ, ১৭৭৩) হেষ্টিংছে অযোধ্যাৰ নবাবৰ পৰা পঞ্চাছ লাখ টকা গ্ৰহণ কৰি কোৰা

আৰু এলাহাবাদ জিলা দুখন তেওঁক ঘূৰাই দিয়ে। এতিয়াৰেপৰা নবাবে তেওঁৰ সাহায্যাৰ্থে ইংৰাজ সৈন্য নিয়োগ কৰিলে একোটা ব্ৰিগেডৰ (brigade) বাবে মাহিলি ত্ৰিছ হাজাৰ টকাৰ পৰিবৰ্তে দুইলাখ দহ হাজাৰ টকা দিব লাগিব। হেষ্টিংছে এই ব্যৱস্থা হাতত লোৱাৰ প্ৰধান লক্ষ্য আছিল অযোধ্যাৰ নবাবৰ শক্তি বৃদ্ধি কৰি মৰাঠা আৰু ইংৰাজৰ মাজত অযোধ্যাক মধ্যৱৰ্তী ৰাজ্য হিচাপে গঢ়ি তোলা যাতে বংগদেশ আক্ৰমণ কৰিবলগীয়া হ'লে মৰাঠাসকলে প্ৰথমেই অযোধ্যাৰ ওপৰত হাত দিব লাগিব আৰু সেই আক্ৰমণ অযোধ্যা ৰাজ্যই যাতে চম্ভালিব পাৰে। তদুপৰি নবাবৰপৰা পোৱা পঞ্চাছ লাখ টকাই কোম্পানিৰ অৰ্থনৈতিক অনাটনত ভালেখিনি সকাহ দিলে।

১৭৭৫ চনত নবাব চুজা-উদ-দৌলাৰ আকস্মিক মৃত্যু হোৱাত তেওঁৰ পুত্ৰক আচফ্-উদ-দৌলা নবাবৰ গাদীত বহে। হেষ্টিংছৰ ইচ্ছাৰ বিৰুদ্ধে গৱৰ্ণৰ জেনেৰেলৰ কাউন্সিলৰ সংখ্যাগৰিষ্ঠ সদস্যৰ অনুমোদন অনুযায়ী চুজা-উদ-দৌলাৰ মৃত্যুৰ লগে লগে তেওঁৰ সৈতে থকা সন্ধি বাতিল হোৱা বুলি ঘোষণা কৰি নতুন নবাব আচফ্-উদ-দৌলাক এক নতুন চুক্তিত চহী কৰিবলৈ বাধ্য কৰা হয়। এই নতুন চুক্তি (২১ মে', ১৭৭৫) অনুসৰি নবাবে বাৰাণসীৰ জমিদাৰী আৰু ভালেমান সুবিধা ইংৰাজক দিবলৈ বাধ্য হয়।

## ৰোহিলা যুদ্ধ

অযোধ্যাৰ উত্তৰ-পশ্চিমে গংগা আৰু গোগ্ৰা নদীৰ মধ্যৱৰ্তী অঞ্চলত ৰোহিলা নামৰ আফগান ফৈদ এটাই বাস কৰিছিল। তেওঁলোকৰ নামেৰেই সেই অঞ্চলৰ নাম হৈছিল ৰোহিলখণ্ড। স্থানীয় অধিবাসীৰ সৰহসংখ্যক আছিল হিন্দু, কিন্তু শাসন কৰিছিল ৰোহিলা চৰ্দাৰসকলে। তেওঁলোকৰ মাজত মুখ্য আছিল হাফিজ ৰহমত খাঁ। মৰাঠাসকলে উত্তৰ ভাৰতত প্ৰতিপত্তি বিস্তাৰ কৰি ৰোহিলখণ্ডৰ অভিমুখে অগ্ৰসৰ হয়। ১৭৭২ চনৰ আৰম্ভণিতে মৰাঠাসকলে ৰোহিলখণ্ড আক্ৰমণ কৰে। ৰোহিলা চৰ্দাৰ হাফিজ খাঁই পৰাজিত হৈ অযোধ্যাৰ নবাবৰ আশ্ৰয় লয়গৈ অৱশ্যে অলপ দিনৰ ভিতৰতে মৰাঠাসকলে ৰোহিলখণ্ড ত্যাগ

কৰে। অযোধ্যাৰ নবাবৰ লগত ৰোহিলাসকলৰ সদ্ভাৱ নাথাকিলেও মৰাঠা আক্ৰমণৰ বিৰুদ্ধে অযোধ্যাৰ নবাবৰ ওচৰত সাহায্য প্ৰাৰ্থনা কৰাৰ বাহিৰে কোনো উপায় নাছিল। সেয়েহে পুনৰবাৰ মৰাঠাসকলৰ আক্ৰমণ আশংকা কৰি চৰ্দাৰ হাফিজ ৰহমত খাঁই অযোধ্যাৰ নবাবৰ সৈতে এক চুক্তিত স্বাক্ষৰ কৰে (১৭ জুন, ১৭৭২)। অযোধ্যাত থকা ইংৰাজ সৈন্যৰ সেনাধ্যক্ষ ছাৰ ৰবাৰ্ট বাৰ্কাৰৰ (Sir Robert Barker) উপস্থিতিত এই চুক্তি সম্পাদিত হৈছিল। চুক্তি অনুযায়ী নবাব চুজা-উদ-দৌলাই মৰাঠাসকলক ৰোহিলখণ্ডৰপৰা আঁতৰাই পঠাব পাৰিলে হাফিজ ৰহমত খাঁই নবাবক চল্লিছ লাখ টকা দিবলৈ প্ৰতিশ্ৰুতি দিয়ে।

১৭৭৩ চনৰ আৰম্ভণিতে মৰাঠাসকলে পুনৰ ৰোহিলখণ্ড আক্ৰমণ কৰে। অযোধ্যাৰ নবাবৰ সেনাবাহিনী আৰু ইংৰাজ সৈন্য মিলিত হৈ মৰাঠা আক্ৰমণ প্ৰতিহত কৰিবৰ উদ্দেশ্যে আগবাঢ়ি যায়। কিন্তু দুয়োপক্ষৰ মাজত সংঘৰ্ষ হোৱাৰ আগতেই মৰাঠা সৈন্যই ৰোহিলখণ্ড ত্যাগ কৰে। ইতিমধ্যে পেচোৱা মাধৱ ৰাওৰ মৃত্যুত মৰাঠা ৰাজধানী পুণাত ৰাজনৈতিক অস্থিৰতাই দেখা দিয়াৰ বাবেই মৰাঠাসকলে এনেদৰে ৰোহিলখণ্ড ত্যাগ কৰে। নবাব চুজা-উদ-দৌলাই এতিয়া ৰোহিলাসকলৰপৰা তেওঁৰ প্ৰাপ্য চল্লিছ লাখ টকা দাবী কৰিলে; কিন্তু ৰোহিলাসকল এই টকা দিবলৈ সন্মত নহ'ল। ফলত নবাবে আকাংক্ষিত ৰোহিলখণ্ড জয় কৰাৰ এক উত্তম সুযোগ পালে। বাৰানসী সন্ধি অনুযায়ী হেষ্টিংছে প্ৰয়োজনমতে নবাবক ইংৰাজ সৈন্য দি সাহায্যৰ প্ৰতিশ্ৰুতি দিছিল আৰু এতিয়া ৰোহিলখণ্ড জয় কৰাৰ উদ্দেশ্যে নবাবে ইংৰাজ সৈন্য বিচাৰিলে। তেওঁ ইংৰাজ সেনাবাহিনীৰ খৰচ বহন কৰাৰ উপৰিও চল্লিছ লাখ টকা দিবলৈ গাত ল'লে। ফলত হেষ্টিংছে কৰ্ণেল চেম্পিয়নৰ (Colonel Champion) নেতৃত্বত এক ফৌজ ইংৰাজ সৈন্যক নবাব চুজা-উদ-দৌলাক সহায় কৰিবলৈ পঠালে (ফেব্ৰুৱাৰি, ১৭৭৪)। অযোধ্যাৰ সেনাবাহিনীয়ে ইংৰাজ বাহিনীৰ সৈতে মিলিত হৈ ১৭৭৪ চনৰ এপ্ৰিল মাহত ৰোহিলখণ্ড আক্ৰমণ কৰে। ফলত ৰোহিলাসকলৰ সৈতে এক প্ৰচণ্ড যুদ্ধ হয়। মিৰানপুৰ কট্ৰা নামে ঠাইত হোৱা এই যুদ্ধত ৰোহিলাৰ সেনাবাহিনীয়ে প্ৰবল পৰাক্ৰমেৰে শত্ৰুপক্ষৰ বিৰুদ্ধে সংগ্ৰাম চলাই শেষত পৰাজয় বৰণ কৰে। ৰোহিলা চৰ্দাৰ হাফিজ

ৰহমত খাঁ যুদ্ধত নিহত হয়। বিজয়ী বাহিনীয়ে বিজিতৰ ওপৰত অতি নিষ্ঠুৰ ব্যৱহাৰ কৰে আৰু প্ৰায় কুৰি হাজাৰ ৰোহিলা গংগা নদী পাৰ হৈ পলাই যায়। সমস্ত ৰোহিলখণ্ড নবাবৰ ৰাজ্যৰ অন্তৰ্ভুক্ত হয়; কেৱল ৰামপুৰক কেন্দ্ৰ কৰি এটা এলেকা চৰ্দাৰ আলি মহম্মদৰ পুত্ৰ ফৈজ উল্লা খাঁক ঘুৰাই দিলে। বন্দৱস্ত হ'ল যে ফৈজউল্লা খাঁই পাঁচ হাজাৰতকৈ অধিক সৈন্য ৰাখিব নোৱাৰিব আৰু প্ৰয়োজন হ'লেই এই সৈন্যবাহিনীয়ে নবাবক সাহায্য কৰিবলৈ প্ৰস্তুত থাকিব।

ৰোহিলাসকলৰ সৈতে ইংৰাজ পক্ষৰ প্ৰত্যক্ষভাৱে কোনো বিবাদ নাছিল আৰু তেওঁলোকে ইংৰাজৰ বিৰুদ্ধে শত্ৰুতামূলক কোনো আচৰণ কৰা নাছিল। সমসাময়িক ভাৰতৰ অন্যান্য বহুতো ৰাজ্যৰ দৰে ৰোহিলা চৰ্দাৰসকলে শাসনকাৰ্য্য চলাইছিল আৰু তেওঁলোকৰ অধীনত বাস কৰা হিন্দুসকলেও চৰ্দাৰসকলৰ বিৰুদ্ধে কোনো বিক্ষোভ প্ৰদৰ্শন কৰা নাছিল। অযোধ্যাৰ নবাবৰ সৈতেও ৰোহিলাসকলৰ কোনো প্ৰত্যক্ষ বিৰোধ নাছিল; অৱশ্যে ৰোহিলখণ্ডৰ ওপৰত নবাবৰ অভিলাষ আগৰেপৰা আছিল। এনে অৱস্থাৰ পৰিপ্ৰেক্ষিতত ৱাৰেন হেষ্টিংছে নবাবৰ সপক্ষে স্বাধীন ৰোহিলাসকলৰ বিপক্ষে ইংৰাজ সৈন্যক যুদ্ধত অৱতীৰ্ণ কৰোৱাৰ কোনো যুক্তি থাকিব নোৱাৰে। ই মানৱতা আৰু নৈতিকতাবিৰোধী অভিযান। বাৰ্ক ( Barke ), মিল ( Mill ), মেকলে ( Macaulay ), লায়েল ( Lyall ) আদি লেখক আৰু ঐতিহাসিকৰ মতে অৰ্থলাভৰ আশাতেই হেষ্টিংছে এনে গৰ্হিত কাৰ্য্য কৰিছিল; কিয়নো সেই সময়ত তেওঁক টকাৰ একান্ত আৱশ্যক হৈছিল। সেয়ে হ'লেও, হেষ্টিংছৰ ৰোহিলা নীতি সমৰ্থনযোগ্য হ'ব নোৱাৰে। হেষ্টিংছে এই কথা ভালদৰে বুজিছিল যে ৰোহিলাসকলে ভৱিষ্যতে ইংৰাজ ৰাজ্যত আক্ৰমণ কৰিব নোৱাৰে আৰু অদূৰ ভৱিষ্যতে তেওঁলোকে মৰাঠাসকলৰ সৈতে মিলিত হৈ অযোধ্যা বা ইংৰাজ ৰাজ্যত উপদ্ৰৱ কৰাৰ সম্ভাৱনাও নাই। কিয়নো, ইতিমধ্যে পুণাত পেচোৱা মাধৱ ৰাওৰ মৃত্যুত মৰাঠাসকলৰ মাজত আত্মকলহ আৰম্ভ হৈছিল। উত্তৰ-পশ্চিম কালেদিও শিখসকল ক্ৰমান্বয়ে শক্তিশালী হৈ আহিছিল। আনকি হেষ্টিংছৰ প্ৰধান সমৰ্থক চাৰ জন ষ্ট্ৰেচিয়ে (Sir John Strachey ) স্বীকাৰ কৰিছে যে হেষ্টিংছৰ এই কাৰ্য্যত আদৰ্শৰ

কোনো নাম-গোন্ধ নাই। অৱশ্যে হেষ্টিংছৰ প্ৰধান সমৰ্থকসকলে ক'ব খোজে যে ইংৰাজ অধিকাৰৰ নিৰাপত্তাৰ খাতিৰতেই ৰোহিলা যুদ্ধ সমৰ্থন কৰিব পাৰি, কিয়নো শক্তিশালী মৰাথাসকলৰ বিৰুদ্ধে থিয় দিবলৈ দুৰ্বল ৰোহিলাসকলৰ সামৰ্থ্য নাছিল। কেনেবাকৈ ৰোহিলখণ্ড মৰাথাসকলৰ অধীনলৈ গ'লে কেৱল অযোধ্যা ৰাজ্যাৰে নহয়, ইংৰাজ অধিকৃত বংগদেশৰ নিৰাপত্তাও বিপন্ন হ'লহেঁতেন। এনে অৱস্থাত মৰাথাসকলক ৰোহিলখণ্ড অধিকাৰ কৰিবলৈ দিয়াটো কেতিয়াও সমৰ্থন-যোগ্য হ'ব নোৱাৰে। এতেকে অযোধ্যাৰ নবাবৰ সমৰ্থনত হেষ্টিংছে ৰোহিলা যুদ্ধত প্ৰবৃত্ত হোৱাটো সমৰ্থনযোগ্য। তেওঁলোকৰ মতে পৰৱৰ্তী কালত স্পষ্টভাৱে দেখা গ'ল যে নবাবে ৰোহিলখণ্ড অধিকাৰ কৰাৰ পাছত সেই অঞ্চলত মৰাথাসকলৰ আক্ৰমণ হোৱা নাছিল। হেষ্টিংছৰ সমৰ্থকসকলে আৰু কয় যে ৰোহিলা যুদ্ধৰ ফলস্বৰূপে পোৱা চল্লিছ লাখ টকা ওপৰঞ্চি সুবিধা ; কিন্তু টকাৰ বাবে হেষ্টিংছ যুদ্ধত প্ৰবৃত্ত হোৱা নাছিল।

**প্ৰথম মৰাথা যুদ্ধ :** সেই সময়ত ইংৰাজসকলৰ প্ৰধান প্ৰতিদ্বন্দ্বী আছিল শক্তিশালী মৰাথাসকল। তেওঁলোকৰ মুখ্য নেতা আছিল পেচোৱা। পাণিপথৰ তৃতীয় যুদ্ধৰ পাচৰেপৰা মৰাথাসকলক নেতৃত্ব দি পুনৰ সঞ্জীৱিত কৰিছিল বাজী ৰাওৰ পুত্ৰ পেচোৱা মাধৱ ৰাৱে। কিন্তু ১৭৭২ চনৰ নৱেম্বৰ মাহত আঠাইছ বছৰীয়া মাধৱ ৰাওৰ মৃত্যু হোৱাত মৰাথাসকলৰ মাজত আত্মকলহৰ সৃষ্টি হয় আৰু তাৰ ফলস্বৰূপেই মৰাথা শক্তি দুৰ্বল হয়। মাধৱ ৰাওৰ উত্তৰাধিকাৰী সূত্ৰে তেওঁৰ ভায়েক নাৰায়ন ৰাও পেচোৱাৰ গাদীত বহিল। কিন্তু কেইমাহমানৰ ভিতৰতে দদায়েক ৰঘুনাথ ৰাওৰ (বা ৰঘুবা) চক্ৰান্তত তেওঁক হত্যা কৰা হয়। ৰঘুনাথ ৰাও নিজেই পেচোৱাৰ গাদীত বহিল। অৱশ্যে মৰাথাসকলৰ কেইবাজনো নেতাই ৰঘুনাথ ৰাওৰ এই কাৰ্য্যত সমৰ্থন জনাবলৈ টান পালে। এইসকলৰ ভিতৰত মুখ্য আছিল নানা ফড়নবিশ। নানা সেই যুগৰ এজন সুদক্ষ আৰু প্ৰবীণ ৰাজনীতিজ্ঞ লোক আছিল। তেওঁলোকে অনতিবিলম্বে কোনো পন্থা গ্ৰহণ নকৰি ভৱিষ্যতৰ কোনো সুযোগলৈ বাট চাই ৰ'ল। কিছু দিনৰ ভিতৰতে সেই সুযোগ ওলাল। বৃত

নাৰায়ণ ৰাওৰ পত্নী গংগা বাঈৰ এটি পুত্র সন্তান জন্ম হোৱাত (১৮ এপ্রিল, ১৭৭৪) নানা ফড়নবিশ, সাখাৰাম বাপু আদি নেতাসকলে সেই শিশুকে মাধৱ ৰাও নাৰায়ণ নামেৰে পেচোৱাৰ পদত অধিষ্ঠিত কৰিলে আৰু শাসনকাৰ্য্য চলাবৰ কাৰণে এক পৰিচালকমণ্ডল (regency) সৃষ্টি কৰিলে। বাধ্য হৈ ৰঘুনাথ ৰাৱে পেচোৱা পদ ত্যাগ কৰি ইংৰাজৰ কৃপাভিক্ষাৰী হ'ল। সুযোগ গ্রহণ কৰি কিছুদিন আলোচনাৰ শেষত ইংৰাজে ৰঘুনাথ ৰাওৰ সৈতে ১৭৭৫ চনৰ মাৰ্চ মাহত চুৰাট সন্ধি সম্পাদন কৰে। সন্ধিৰ চৰ্ত অনুযায়ী ৰঘুনাথ ৰাৱে চালচেট দ্বীপ আৰু কেইটামান দ্বীপ ইংৰাজক চমজাই দিব লাগিব; ভাৰুচ আৰু চুৰাটৰ ৰাজহৰ একাংশ ইংৰাজসকলক আদায় কৰিবলৈ অধিকাৰ দিব লাগিব। ইয়াৰ বিনিময়ত ইংৰাজ বাহিনীয়ে ৰঘুনাথ ৰাওক সাহায্য কৰিবলৈ মাত ল'লে। বোম্বাই কাউন্সিলে ৰঘুনাথ ৰাওক পেচোৱা বুলি স্বীকৃতি দিলে। ৰঘুনাথ ৰাওক ইংৰাজৰ ২৫০০ সৈন্যই সহায় কৰিব, ইংৰাজ সৈন্যৰ খৰচৰ বাবদ ৰঘুনাথ ৰাৱে বছৰি দেৰলাখ টকা দিব আৰু আমানত হিচাপে জমা ৰাখিবলগীয়া হ'ল ছয়লাখ টকা। ভৱিষ্যতে ৰঘুনাথ ৰাৱে পুনা চৰকাৰৰ লগত কোনো শান্তি চুক্তি কৰিলে সেই চুক্তিত ইংৰাজ পক্ষকো অন্তৰ্ভুক্ত কৰিব লাগিব। ঐতিহাসিক গ্রাণ্ট ডাফৰ মতে এই চুক্তিয়ে প্রথম ইংগ-মৰাঠা যুদ্ধৰ পাতনি মেলিলে।

চুৰাট সন্ধিৰ লগে লগে বোম্বাইৰ ইংৰাজ কৰ্তৃপক্ষই চালচেট অধিকাৰ কৰাত পুণাৰ মৰাঠা বাহিনী আৰু ইংৰাজ চৰকাৰৰ মাজত যুদ্ধ আৰম্ভ হ'ল। মাহী নদীৰ পাৰৰ আৰাচ নামৰ ঠাইত হোৱা যুদ্ধত (১৮ মে, ১৭৭৫) ৰঘুনাথ ৰাও আৰু ইংৰাজৰ সম্মিলিত বাহিনীয়ে জয়লাভ কৰে। একে সময়তে জন মুৰৰ (John Moore) অধীনত ইংৰাজ নৌ ভৰীয়ে মৰাঠা নৌবাহিনীক বিধ্বস্তৰূপে পৰাস্ত কৰে। ইয়াকে দেখি মৰাঠা নেতা ফটেহ সিং গাইকোৱাৰে ইংৰাজ পক্ষ গ্রহণ কৰে। ইংগ-মৰাঠা সংঘৰ্ষৰ এনে অৱস্থাতে বোম্বাই কাউন্সিলে মৰাঠা বাহিনীৰ বিৰুদ্ধে ঘোষণা কৰা একপক্ষীয় যুদ্ধৰ বিৰোধিতা কৰি কলিকতা কাউন্সিলে জনালে যে ৰঘুনাথ ৰাওৰ সৈতে কৰা চুৰাট সন্ধি অবৈধ আৰু মৰাঠাৰ বিৰুদ্ধে কৰা যুদ্ধ অবিবেচনাপ্রসূত, বিপজ্জনক আৰু অন্যায়। কলিকতা কাউন্সিলে বোম্বাই কাউন্সিলৰ নীতি আৰু কাৰ্য্যৰ ওপৰত

হস্তক্ষেপ কৰাৰ মূলতে হ'ল ১৭৭৩ চনত ব্ৰিটিছ পাৰ্লিয়ামেণ্টে বিধিবদ্ধ কৰা ৰেগুলেটিং এক্ট (Regulating Act)। এই আইনৰ জৰিয়তে বংগদেশৰ গভৰ্ণৰক গভৰ্ণৰ জেনেৰেল পদলৈ উন্নীত কৰা হয় আৰু গৱৰ্ণৰ জেনেৰেলৰ কাউন্সিলক মাদ্ৰাজ আৰু বোম্বাই প্ৰেছিডেন্সিৰ ওপৰত যুদ্ধ আৰু সন্ধি সংক্ৰান্ত বিষয়ত ক্ষমতা দান কৰা হয়।

ফলস্বৰূপে ৱাৰেন হেষ্টিংছে বোম্বাই কাউন্সিলৰ কাৰ্য্যকলাপ ব্যক্তিগত-ভাৱে পচন্দ নকৰিলেও মৰাথাসকলক ইংৰাজৰ একমাত্ৰ শক্তিশালী শত্ৰু বুলি গণ্য কৰি বোম্বাই কাউন্সিলে মৰাথাৰ বিৰুদ্ধে কৰা চুৰাট সন্ধিক সমৰ্থন জনাবলৈ ইচ্ছা কৰিছিল। কিন্তু কলিকতা কাউন্সিলৰ অধিকাংশ সদস্যই আপত্তি জনোৱাত সেইটো হৈ নুঠিল।

কলিকতা কাউন্সিলৰ নিৰ্দেশ অনুসাৰে কৰ্ণেল আপটন (Colonel Upton) গৈ মৰাথাসকলৰ সৈতে ১৭৭৬ চনৰ ১ মাৰ্চ তাৰিখে পুৰন্দৰ সন্ধিত স্বাক্ষৰ কৰিলে। সন্ধিৰ চৰ্তানুযায়ী মৰাথাসকলৰ সৈতে ইংৰাজৰ সাধাৰণ শান্তি প্ৰতিষ্ঠা হ'ল। চালচেট ইংৰাজৰ হাতত্তে ৰ'ল, চুৰাট সন্ধি আনুষ্ঠানিকভাৱে ৰদ কৰা হ'ল. ইংৰাজ পক্ষই ৰঘুনাথ ৰাওৰ পক্ষ ত্যাগ কৰিলে; ৰঘুনাথ ৰাওৰ জীৱন নিৰ্বাহৰ বাবে মৰাথা চৰকাৰে বছৰি তিনিলাখ পোন্ধৰ হাজাৰ টকা দিবলৈ গাত ল'লে আৰু তেওঁ গুজৰাটৰ কোপাৰ গাঁও নামে ঠাইত থাকিব. যুদ্ধৰ ক্ষতিপূৰণ হিচাপে ইংৰাজে মৰাথা চৰকাৰৰপৰা বাৰলাখ টকা আৰু ভাৰুচৰ ৰাজহ পালে। বোম্বাই কাউন্সিল পুৰন্দৰ সন্ধিত সন্তুষ্ট হ'ব নোৱাৰিলে।

ইতিমধ্যে বিলাতত কোম্পানিৰ পৰিচালক সভাই বোম্বাই কাউন্সিলৰ-দ্বাৰা স্বাক্ষৰিত চুৰাট সন্ধিত সমৰ্থন জনোৱাত পৰিস্থিতিৰ পুনৰ পৰিবৰ্তন ঘটিল। লগে লগে বোম্বাই কাউন্সিলে ৰঘুনাথ ৰাওৰ পক্ষ সমৰ্থন কৰি তেওঁক বোম্বাইলৈ নিমন্ত্ৰণ জনায়। আনহাতে পুণাত সাখাৰাম বাপু আৰু নানা ফড়নবিশৰ মাজত মতানৈক্য ঘটে। ফলত পুৰন্দৰ সন্ধিৰ চৰ্তাৱলী পালন কৰোঁতে কিছু হেমেজালিয়ে দেখা দিয়ে। তাতে ফৰাচী-সকলৰ সৈতে পুণা চৰকাৰৰ ৰাজনৈতিক সম্বন্ধ ঘটাৰ বাতৰিয়ে ইংৰাজ পক্ষক সন্দিহান কৰি তোলে। এই ক্ষেত্ৰত বোম্বাই কাউন্সিলে ৰঘুনাথ ৰাওক পেছোৱা পদত অধিষ্ঠিত কৰিবলৈ মৰাথাৰ বিৰুদ্ধে পুনৰ যুদ্ধত

পৰাজিত হয়। কিন্তু এই পৰাজয়ত 'হেষ্টিংছ নিৰাশ নহ'ল। তেওঁ কেপ্টেইন পোপামক (Popham) ইংৰাজৰ মিত্ৰ গোহাডৰ ৰাণাৰ সাহায্যার্থে পঠিয়ায়। পোপামে চিন্ধিয়াৰ গোৱালিয়ৰ দুৰ্গটো দখল কৰে আৰু জেনেৰেল কামাকে (Camac) চিপ্ৰিৰ যুদ্ধত (বৰ্ত্তমান শিৱপুৰী) স্বয়ং চিন্ধিয়াক পৰাস্ত কৰে (১৬ ফেব্ৰুৱাৰি, ১৭৮১)। ফলত ইংৰাজৰ মৰ্য্যাদা বৃদ্ধি পালে আৰু মহাদজী চিন্ধিয়াই ইংৰাজৰ লগত মিত্ৰতা স্থাপন কৰিবলৈ উৎসুক হৈ উঠিল। মহাদজী চিন্ধিয়া আছিল এজন সমৰকুশলী আৰু দূৰদৃষ্টিসম্পন্ন নেতা। তেওঁ ইংৰাজৰ ক্ৰমবৰ্দ্ধমান শক্তিৰ বিষয়ে সচেতন আছিল। সেইবাবে তেওঁ ১৭৮১ চনৰ ১৩ অক্টোবৰ তাৰিখে ইংৰাজৰ লগত এটা চুক্তি কৰে আৰু চুক্তিমতে তেওঁ ইংৰাজ আৰু মাৰাঠাৰ মাজত সন্ধি স্থাপন কৰি দিবলৈ গাত লয়।

চিন্ধিয়াৰ যত্নতেই ইংৰাজ আৰু মাৰাঠাৰ মাজত চেলবাই নামে ঠাইত ১৭৮২ চনৰ ১৭ মে' তাৰিখে সন্ধি স্বাক্ষৰিত হয়। সন্ধিৰ প্ৰধান চৰ্তসমূহ হ'ল চালচেট আৰু কেইটামান দ্বীপৰ বাদে পুৰন্দৰ সন্ধিৰ সময়ৰপৰা এতিয়ালৈকে অধিকাৰ কৰা ঠাইবোৰ ঘূৰাই দিয়া; মাধৱ ৰাও নাৰায়ণক পেচোৱা বুলি স্বীকাৰ কৰা; ৰঘুনাথ ৰাওক মাহে পঁচিছ হাজাৰ টকা ভাট্টা দিয়া; চিন্ধিয়াক যমুনা নদীৰ পশ্চিম তীৰৰ অঞ্চলবোৰ ঘূৰাই দিয়া আৰু গাইকোঁৱাৰে ১৭৭৫ চনৰ আগৰ ঠাইবোৰ ঘূৰাই পোৱা। হায়দৰ আলিয়ে মাৰাঠা পক্ষ গ্ৰহণ কৰিছিল। তেওঁ চেলবাই চুক্তিত যোগদান নকৰিলেও আৰ্কটৰ নবাব আৰু ইংৰাজৰ হাতৰপৰা অধিকাৰ কৰা ঠাইবোৰ ঘূৰাই দিবলগীয়া হ'ল। মুঠতে যুদ্ধৰ আগতে যি অৱস্থা আছিল, একেবকম সেই অৱস্থাকে আকৌ ঘূৰাই অনা হ'ল।

কোনো কোনো ঐতিহাসিকে চেলবাই সন্ধিক ভাৰতবৰ্ষৰ ইতিহাসত এক প্ৰধান ঘটনা বুলি আখ্যা দিছে। চেলবাই সন্ধিয়ে প্ৰথম ইংগ-মাৰাঠা যুদ্ধৰ সামৰণি পেলালে; কিন্তু ৰাজ্যবিস্তাৰৰ ক্ষেত্ৰত দুয়োফালে বিশেষ অগ্ৰগতি লাভ কৰিব নোৱাৰিলে। অৱশ্যে ইংৰাজৰ মৰ্য্যাদা অক্ষুণ্ণ থাকিল। চেলবাই সন্ধিয়ে পৰৱৰ্ত্তী কুৰি বছৰ কাল ইংৰাজ আৰু মাৰাঠাৰ মাজত শান্তিৰক্ষা কৰিবলৈ সমৰ্থ হ'ল। এই দীৰ্ঘসময়ছোৱা [illegible] ইংৰাজসকলে ভাৰতত

এছেক বন্দৰতে এখন ফৰাচী নৌবহৰ ইংৰাজৰ বিৰুদ্ধে আহি উপস্থিত হয়হি আৰু ইংৰাজ নৌ বাহিনীৰ সৈতে কেইবাৰ ৰণ লাগে। কিন্তু অলপ দিনৰ ভিতৰতে (ডিচেম্বৰ, ১৭৮২) হায়দৰ আলিৰ মৃত্যু হোৱাত তেওঁৰ পুত্ৰ টিপু চুলতানে যুদ্ধ চলাই থাকিল। ১৭৮৩ চনত ইউৰোপত ভাৰ্ছাই সন্ধিৰদ্বাৰা ইংৰাজ আৰু ফৰাচীৰ মাজত বিৰোধৰ অন্ত পৰাত ভাৰততো ইংগ-ফৰাচী সংঘৰ্ষৰ অৱসান ঘটে। ফলত ১৭৮৪ চনৰ মাৰ্চ মাহত টিপু চুলতান আৰু ইংৰাজৰ মাজত মাংগালোৰত এক চুক্তি সম্পাদিত হয়। চুক্তি অনুসৰি পৰস্পৰে পৰস্পৰৰ অধিকৃত এলেকাসমূহ ঘুৰাই দিবলৈ স্বীকাৰ কৰে।

## হেষ্টিংছৰ আমোলত শাসন ব্যৱস্থা

ৰাজহ : হেষ্টিংছ বংগৰ গৱৰ্ণৰ হৈ অহাৰ সময়ত ক্লাইভে প্ৰবৰ্তন কৰা দ্বৈত শাসনৰ কুফলবোৰে স্পষ্টভাৱে দেখা দিছিল। পৰিচালক বৰ্গৰ নিৰ্দেশমতে ৰাজহৰ হেষ্টিংছে শাসনভাৰ গ্ৰহণ কৰিয়েই দ্বৈত শাসনৰ অৱসান ঘটাই দেৱানী পৰিচালনাৰ প্ৰত্যক্ষ দায়িত্ব কোম্পানিৰ ওপৰত ন্যস্ত কৰে। ইয়াৰ আগলৈকে কোম্পানি দেৱান হ'লেও কোম্পানিসংক্ৰান্ত কাম-কাজৰ দায়িত্ব আছিল নবাবৰ ওপৰত। নবাবৰ দায়িত্ব কমাৰ লগতে নবাবৰ ভাট্টা বছৰি ৩২ লাখ টকাৰপৰা হ্ৰাস কৰি ১৬ লাখ টকা ধাৰ্য্য কৰা হ'ল। নবাবৰ প্ৰতিনিধি হিচাপে কাম কৰা মহম্মদ ৰেজা খাঁ আৰু ছিতাব ৰায়ক পদচ্যুত কৰি দেৱান পদবী দুটা উঠাই দিলে। হেষ্টিংছৰ লক্ষ্য আছিল দ্বৈত শাসনৰ ফলত সৃষ্টি হোৱা অব্যৱস্থা দূৰ কৰি শাসনব্যৱস্থাৰ প্ৰকৃত সংস্কাৰ কৰা।

ৰাজহ সংগ্ৰহৰ নতুন বিধি প্ৰৱৰ্তন: কোম্পানিৰ আগৰ ৰাজহ আদায়ৰ বাবে নিযুক্ত কৰ্মচাৰী পৰিদৰ্শকৰ (supervisor) বদলি কলেক্টৰ (সংগ্ৰাহক) নামৰ বিষয়া নিযুক্ত কৰিলে। প্ৰত্যেক জিলাতে গৈ জমিদাৰৰ লগত বন্দোবস্ত কৰাৰ বাবে 'ভ্ৰাম্যমাণ কমিটি' (committee of circuit) নামে এটা নতুন কমিটি গঠন কৰিলে। প্ৰথমতে ১৭৭২ চনত একেলগে পাঁচ বছৰৰ বাবে মাটি বন্দোবস্ত কৰাটো স্থিৰ হয়। ৰাজহ সংক্ৰান্ত নিয়ম-নীতি নিৰ্ধাৰণ আৰু সিদ্ধান্ত গ্ৰহণৰ বাবে গঠিত হ'ল 'ব'ৰ্ড অৱ ৰেভিনিউ' (Board of Revenue) কলিকতাত। এই ব'ৰ্ডখনত [illegible]

থাকে। ৰাজহ সংস্কাৰৰ ফলত কোম্পানিৰ ৰাজকোষত অৰ্থৰ পৰিমাণ বাঢ়িল কিন্তু হেষ্টিংছৰ শত্ৰুৰ সংখ্যাও বৃদ্ধি পালে।

**বিচাৰ ঃ** ৰাজহ বিভাগত নতুন ব্যৱস্থা প্ৰবৰ্তন কৰি হেষ্টিংছে বিচাৰ বিভাগৰো কিছু সংস্কাৰ সাধন কৰি শাসনব্যৱস্থা কটকটীয়া কৰাৰ যত্ন কৰে। মোগল ৰাজত্বৰ সময়ৰ পৰাই বিচাৰ ব্যৱস্থা দুভাগত ভাগ কৰা হৈছিল— দেৱানী আৰু নিজামত। ৰাজহ সংগ্ৰহ আৰু সেই সংক্ৰান্তত হোৱা বিবাদ নিষ্পত্তিৰ ভাৰ আছিল দেৱানৰ ওপৰত আৰু তেৱেঁই দেৱানী কৰ্তব্য সম্পাদন কৰিছিল। চুৰি-ডকাইতি আদি অপৰাধ সম্বন্ধীয় বিচাৰৰ ভাৰ আছিল ফৌজদাৰৰ ওপৰত। ১৭৬৫ চনত কোম্পানিয়ে দেৱানী ক্ষমতা লাভ কৰাৰ ফলত 'দেৱানী' বিচাৰৰ ভাৰ কোম্পানিৰ ওপৰত পৰিল। কিন্তু কোম্পানিয়ে ৰাজহ সংগ্ৰহত উৎসাহ দেখুৱালেও দেৱানী বিচাৰক ওপৰত গুৰুত্ব আৰোপ কৰা নাছিল। ইফালে ফৌজদাৰী বিষয়ক দায়িত্ব বংগৰ নবাবৰ ওপৰত থাকি যায়।

১৭৭২ চনত হেষ্টিংছে দেৱানী আৰু ফৌজদাৰী, এই দুয়োটা বিভাগতে নতুন ব্যৱস্থাৰ প্ৰবৰ্তন কৰে। তেওঁ দেৱানী সংক্ৰান্তত প্ৰত্যেক জিলাতে একোখন দেৱানী আদালত স্থাপন কৰে আৰু সেই আদালতক মফস্বল দেৱানী আদালত বোলা হয়। এই আদালতৰ প্ৰধান আছিল কলেক্টৰ; তেওঁক সহায় কৰিবলৈ ভাৰতীয় বিচাৰক নিয়োগ কৰে। ১০ টকাৰ পৰা ৫০০ টকা মূল্যৰ মাটি সংক্ৰান্তৰ গোচৰবোৰ এই আদালতে বিচাৰ কৰাৰ ক্ষমতা পায়। বিচাৰকসকলে নিৰ্দিষ্ট হাৰত দৰমহা পোৱাৰ নিয়ম কৰে। মফস্বল দেৱানী আদালতৰ ওপৰত সদৰ দেৱানী আদালত স্থাপন কৰে। গৰ্ভৰ্ণৰ আৰু তেওঁৰ কাউন্সিলৰ দুজন সদস্যক লৈ এই আদালত কলিকতাত স্থাপিত হয়। মফস্বল দেৱানী আদালতবোৰৰ পৰা যোৱা আপীল গ্ৰহণ কৰাৰ উপৰিও জমিদাৰী আৰু তালুকদাৰী উত্তৰাধিকাৰী সংক্ৰান্ত বিষয় বিচাৰ কৰাৰ ক্ষমতা এই আদালতক দিয়া হয়। জিলাৰ জমিদাৰৰ দেৱানী বিচাৰ কৰাৰ ক্ষমতা বন্ধ কৰি দিয়া হয়। ফৌজদাৰী বিষয়ত প্ৰতি জিলাতে একোখন মফস্বল নিজামত আদালত পতা হয়। এজন কাজী, এজন মুফ্তি, দুজন মৌলবী আৰু চাৰিজন উপকাৰী লৈ এই আদালত গঠন কৰা হয়। জিলাৰ কলেক্টৰৰ এই আদালতৰ

## হেষ্টিংছৰ স্বেচ্ছাচাৰিতা

ভাৰতত ব্ৰিটিছৰ প্ৰাধান্য দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰাই হেষ্টিংছৰ মূল লক্ষ্য আছিল। এই লক্ষ্য আগত ৰাখিয়েই তেওঁ ৰাষ্ট্ৰ নীতি নিৰ্ধাৰণ কৰিছিল। অৱশ্যে কোনো কোনো ক্ষেত্ৰত ব্যক্তিগত আৰু কোম্পানিৰ স্বাৰ্থৰ খাতিৰত তেওঁ নানা প্ৰকাৰৰ অন্যায় পথ অথবা চাতুৰীৰ আশ্ৰয় গ্ৰহণ কৰিবলৈকো কুণ্ঠাবোধ কৰা নাছিল। সেয়েহে তেওঁৰ কিছুমান কাম অত্যাচাৰত পৰিণত হৈছিল। কিন্তু তেওঁৰ কাউন্সিলৰ সদস্যবৰ্গই তেওঁক বহু সময়ত বিৰোধিতা কৰি কাম-কাজ সুসম্পন্ন কৰাত বাধা দিছিল। হেষ্টিংছৰ সৈতে কাউন্সিলৰ একাধিক সদস্যৰ বিৰোধ হোৱাৰ বাবে তেওঁৰ বিপক্ষে কাউন্সিলত ভালেমান অভিযোগ উত্থাপিত হৈছিল। তাৰে কিছুমান অভিযোগ তেওঁৰ চৰিত্ৰত কলংকৰ চেকা পেলাইছে।

**বৰ্দ্ধমানৰ ৰাণীৰ অভিযোগ ঃ** বৰ্ধমানৰ ৰজা তিলকচান্দৰ মৃত্যুত তেওঁৰ বিধৱা ৰাণীক হেষ্টিংছে নাবালক পুত্ৰৰ অভিভাৱক নিযুক্ত কৰে, কিন্তু কলিকতা কাউন্সিলে সেই ব্যৱস্থা বাতিল কৰি ব্ৰজকিশোৰ নামৰ এজন লোকক অভিভাৱক পাতে। ১৭৭৪ চনৰ শেষৰফালে ৰাণীয়ে অভিযোগ কৰে যে বৰ্ধমানৰ ইংৰাজ ৰেছিডেন্টৰ সহায়ত ব্ৰজকিশোৰে বৰ্ধমানৰ ৰাজসম্পত্তিৰ অপচয় কৰিছে। হেষ্টিংছে ব্ৰজকিশোৰক সমৰ্থন কৰে কিন্তু কাউন্সিলৰ অন্যান্য সদস্যবৰ্গৰ সংখ্যাধিক ভোটত ব্ৰজকিশোৰে সম্পত্তিৰ হিচাপ দাখিল কৰিবলৈ বাধ্য হয়। ব্ৰজকিশোৰে দাখিল কৰা হিচাপ মতে তেওঁ হেষ্টিংছক পোন্ধৰ হাজাৰ টকা আৰু তেওঁৰ সচিব আৰু আন কৰ্মচাৰীকো ভেটি দিয়া বুলি উল্লেখ কৰে। হেষ্টিংছে এই বিষয়ৰ তদন্তৰ বিৰোধিতা কৰাত কাউন্সিলৰ সদস্যসকলৰ সন্দেহ আৰু দৃঢ় হয়।

**ৰাণী ভৱানীৰ অভিযোগ ঃ** ৰাণী ভৱানী আছিল ৰাজশাহীৰ জমিদাৰ। ১৭৭০ চনত দেখা দিয়া ভয়ংকৰ দুৰ্ভিক্ষ আৰু ১৭৭৩ চনত হোৱা প্ৰবল বানপানীৰ ফলত ৰাজ্যৰ অৱস্থা অতি দুখ লগা হোৱাত ৰাণী ভৱানীয়ে তেওঁৰ প্ৰজাসমূহৰপৰা জোৰজুলুম কৰি খাজনা আদায় নকৰি তেওঁলোকৰ অৱস্থা কিছু উন্নত হোৱালৈ প্ৰতীক্ষা কৰে। গতিকে ৰাণীয়ে চৰকাৰী খাজনা শোধোৱাত পলম হৈছিল। এই কাৰণে

হেষ্টিংছৰ চৰকাৰে ৰাণীৰ প্ৰাসাদ বেৰাও কৰি মুঠ ২২, ৫৮, ৬৭৪ টকা আদায় কৰি দিয়ে। তাতে সন্তুষ্ট নাথাকি পাছৰ বছৰ দুলাল ৰায় নামৰ এজন লোকক ৰাজশাহীৰ জমিদাৰী প্ৰদান কৰে, কিন্তু কাউন্সিলৰ সৰহসংখ্যক সদস্যৰ মত অনুসৰি ১৭৭৫ চনত ৰাণীয়ে তেওঁৰ জমিদাৰী ঘূৰাই পায়।

## নন্দকুমাৰৰ বিচাৰ

১৭৭৫ চনৰ মাৰ্চ মাহত মহাৰাজ নন্দকুমাৰে কলিকতা কাউন্সিলৰ ওচৰত এক অভিযোগ পত্ৰত জনায় যে মীৰজাফৰৰ বিধবা পত্নী মণিবেগমক নাবালক নবাবৰ অভিভাৱক হিচাপে নিযুক্তি দিয়াৰ বাবদ মণিবেগমৰপৰা হেষ্টিংছে তিনিলাখ পঞ্চাছ হাজাৰ টকা ভেটি গ্ৰহণ কৰিছিল। কাউন্সিলৰ তিনিজন সদস্যই এই গুৰুতৰ অভিযোগ সম্পৰ্কে তদন্ত দাবী কৰাত হেষ্টিংছ খঙত অলি-পকি উঠি আন এজন সদস্য বাৰওৱেলক (Barwell) লগত লৈ কাউন্সিলৰ সভা ভংগ কৰি ওলাই আহে। হেষ্টিংছৰ এনে আচৰণ সম্পৰ্কে নানা তৰহৰ মতামত পোৱা যায়। ছাৰ জেমছ ষ্টিফেন (Sir James Stephen), ছাৰ জি. ডব্লিউ. ফৰেষ্ট (Sir G. W Forrest), ট্ৰটাৰ (Trotter) আদি লেখকৰ মতে নন্দকুমাৰৰ এই অভিযোগ ভিত্তিহীন। আনহাতে বেভাৰিজ (Beveridge), চাৰ হেনৰি এলিয়ট (Sir Henrey Elliot), বাৰ্ক (Burke) আদি লেখক আৰু ৰাজনীতিজ্ঞসকলৰ মতে নন্দকুমাৰৰ এই অভিযোগ মূলতে সঁচা। কিন্তু উইলচন (Wilson) আদি ঐতিহাসিকৰ মতে হেষ্টিংছে কেৱল কাউন্সিলৰদ্বাৰা কৰা তদন্তৰ পদ্ধতিহে বিৰোধিতা কৰিছিল। অৱশ্যে অনেকে ভাবে যে তেওঁৰ বিৰুদ্ধে অনা অভিযোগ তদন্ত কৰাত বাধা দি হেষ্টিংছে নিজৰ দোষ প্ৰমাণিত কৰাত সহায়হে কৰিছিল।

নন্দকুমাৰে কাউন্সিলত হেষ্টিংছৰ বিৰুদ্ধে অভিযোগ উত্থাপন কৰাৰ কিছুদিনৰ পাছতে কামাল-উদ-দীন নামৰ এজন লোকে জোচেফ ফৌক (Joseph Fowke), ফ্ৰান্সিচ ফৌক (Francis Fowke) আৰু নন্দকুমাৰৰ বিৰুদ্ধে এক অভিযোগ দাখিল কৰে। এই অভিযোগত কোৱা হয় যে জোচেফ ফৌক, ফ্ৰান্সিচ ফৌক আৰু নন্দকুমাৰে জোৰ কৰি

বাবেন হেষ্টিংছে তেটি খোৱা বুলি অভিযোগ থকা এখন কাগজত তেওঁৰ চহী কৰাই লয়। ফলত নন্দকুমাৰ, জোছেফ আৰু ফ্রান্সিছ এই তিনিজনেই গ্রেপ্তাৰ হয়। অৱশ্যে তেওঁলোকক জামিনত মুক্তি দিয়া হয়। কিন্তু কামাল-উদ-দীনে দিয়া অভিযোগৰ বিচাৰ হোৱাৰ আগতেই বালকীদাস নামৰ এজন মহাজনৰ ফালৰপৰা নন্দকুমাৰৰ বিৰুদ্ধে জালিয়াতিৰ অভিযোগ উঠে (মে', ১৭৭৫)। অভিযোগ মতে কোম্পানিৰপৰা বালকীদাসৰ তিনিলাখ টকা প্রাপ্য আছিল। কিন্তু এই ধন আদায় কৰাৰ আগতেই বালকীদাসৰ মৃত্যু আসন্ন হৈ উঠাত তেওঁ নন্দকুমাৰৰ ওপৰত নিজৰ পৰিবাৰৰ দায়িত্ব দি এখন উইলযোগে কোম্পানিৰপৰা পাবলগীয়া টকা আদায়ৰ ভাৰ অৰ্পণ কৰে। ইয়াৰ আগতেই নন্দকুমাৰে বালকীদাসক নিজৰ কিছু মণি-মুক্তা বিক্রী কৰিবলৈ দিছিল। কিছু-দিনৰ ভিতৰত বালকীদাসৰ মৃত্যু হয়। ১৭৬৯ চনত নন্দকুমাৰে কোম্পানিৰপৰা তিনিলাখ টকা গ্ৰহণ কৰি তেওঁ নিজৰ মণি-মুক্তাৰ বাবদ ৪৮,০২১ টকা নিজ কাতত ৰাখে। এই সংক্রান্তত থকা কাগজ-পত্র জাল বুলি দিয়া অভিযোগৰ বাবে নন্দকুমাৰৰ বিচাৰ হয়। উচ্চতম ন্যায়ালয়ৰ বিচাৰপতি চাৰ এলিজা ইম্পেৰ বিচাৰত ইংলেণ্ডৰ চলিত তৎকালীন আইন অনুসাৰে নন্দকুমাৰৰ প্রাণদণ্ড হয়।

নন্দকুমাৰৰ বিচাৰ এনে সন্দেহজনকভাৱে কৰা হৈছিল, যাৰ ফলত লোকে ধাৰণা কৰিছিল যে নন্দকুমাৰ এক ৰাজনৈতিক ষড়যন্ত্ৰৰ বলি হৈছিল। আনকি বেভাৰিজ, চাৰ এলফ্রেড লায়েল (Sir Alfred Lyall), জেমছ ষ্টিফেন আদি ইংৰাজ লেখকৰ মতেও নন্দকুমাৰে হেষ্টিংছৰ বিৰুদ্ধে তোলা অভিযোগবোৰ যাতে লুকাই পৰে তাৰ বাবেই হেষ্টিংছে নন্দকুমাৰৰ ফাঁচীৰ ব্যৱস্থা কৰে। নন্দকুমাৰ এজন প্ৰভাৱশালী আৰু বিত্তশালী লোক আছিল। এনে এজন লোকে যেতিয়া হেষ্টিংছৰ বিৰুদ্ধে অভিযোগ আনিলে, তেতিয়া তেওঁৰ ওপৰত কঠোৰ শাস্তি বিহি আন লোকে ভবিষ্যতে যাতে এনে দুঃসাহস কৰিব নোৱাৰে, তাৰেই ব্যৱস্থা কৰা হেষ্টিংছৰ উদ্দেশ্য আছিল। ব্যক্তিগতভাৱেও নন্দকুমাৰক হেষ্টিংছে ঘৃণাৰ দৃষ্টিৰে চাইছিল বুলি প্রমাণ পোৱা যায়। নন্দকুমাৰক তেওঁ শত্রু বুলিয়েই গণ্য কৰিছিল। এতেকে নন্দকুমাৰে হেষ্টিংছৰ বিৰুদ্ধে যি অভিযোগ আনিছিল তাক লুপ্ত কৰিবলৈ নন্দকুমাৰৰ

মৃত্যু হেষ্টিংছৰ কাৰণে একান্ত প্ৰয়োজন আছিল। নন্দকুমাৰৰ বিচাৰ এটা প্ৰহসন মাত্ৰ আছিল। ছাৰ এলিজা ইম্পে আছিল হেষ্টিংছৰ বাল্যবন্ধু আৰু বিচাৰ কৰিছিল ইংলেণ্ডত প্ৰচলিত আইনৰদ্বাৰাই, ভাৰতীয় আইন অনুসৰি নহয়। এই সকলোবোৰ কথা বিবেচনা কৰি নন্দকুমাৰৰ ফাঁচী বিচাৰৰ নামত হত্যাকাণ্ড (Judicial murder) বুলি অভিহিত কৰা হৈছে।

**ৰজা চৈৎ সিংহৰ ওপৰত জুলুম :** ১৭৭৫ চনত অযোধ্যাৰ নবাৰ আচফ-উদ-দৌলাই বাধ্য হৈ কোম্পানিৰ সৈতে কৰা চুক্তি অনুসৰি ৰজা চৈৎ সিংহৰ অধীনত থকা সকলো জিলা আৰু জমিদাৰী ইংৰাজৰ অধীনলৈ যায়। এতিয়াৰপৰা তেওঁ নবাবৰ সলনি কোম্পানিক বছৰেকীয়া নিৰ্দিষ্ট ২২৫ লাখ টকা কৰ দিব লগা হ'ল। কিন্তু দক্ষিণ আৰু পশ্চিম ভাৰতত মৰাথা আৰু ফৰাচীসকলৰ সৈতে হোৱা যুদ্ধ পৰিচালনাৰ বাবে ধনৰ আৱশ্যক হোৱাত ১৭৭৮ চনত হেষ্টিংছে বাৰানসীৰ ৰজা চৈৎ সিংহৰপৰা ওপৰঞ্চি পাঁচ লাখ টকা দাবী কৰিলে। প্ৰথমতে, চৈৎ সিংহই এই টকা দিবলৈ আপত্তি কৰিছিল; শেষত অৱশ্যে সেই টকা সমূলঞ্চে পৰিশোধ কৰে। কিন্তু লগতে তেওঁ জনায় যে ভৱিষ্যতে তেওঁ এনে দাবী পূৰণ কৰিবলৈ অপাৰগ। পাছৰ বছৰত হেষ্টিংছে আকৌ টকাৰ দাবী কৰাত ৰজাই তেওঁৰ অসমৰ্থতাৰ কথা জনালত খঙ উঠি হেষ্টিংছে চৈৎ সিংহৰ ৰাজ্যলৈ সৈন্য পঠিয়াই আগৰ টকাৰ দাবীৰ ওপৰতো দুহাজাৰ পাউণ্ড জৰিমনা আদায় কৰে। ১৭৮০ চনত আকৌ পাঁচলাখ টকা দাবী কৰাত ৰজা চৈৎ সিংহই হেষ্টিংছক ব্যক্তিগতভাৱে দুইলাখ টকা উপঢৌকন দি অত্যাচাৰৰপৰা নিষ্কৃতি পাবলৈ চেষ্টা কৰে। কিন্তু হেষ্টিংছে দুইলাখ টকা গ্ৰহণ কৰিও ৰজাক অত্যাচাৰৰপৰা অব্যাহতি নিদিলে। বছৰেকীয়া কৰৰ উপৰিও পাঁচলাখ টকা আৰু কোম্পানিৰ বাবে দুহাজাৰ অশ্বাৰোহী সৈন্য ৰজাৰপৰা দাবী কৰিলে। চৈৎ সিংহই আপত্তি কৰোঁতাত অশ্বাৰোহীৰ সংখ্যা একহাজাৰলৈ নামিল। ইমানতো হেষ্টিংছ ক্ষান্ত নহ'ল। চৈৎ সিংহই অশ্বাৰোহী সৈন্যৰ যোগাৰ কৰাত অথবা পলম কৰাৰ অজুহাতত তেওঁ ৰজাক পঞ্চাছ লাখ টকাৰ জৰিমনা কৰে আৰু ৰজাৰপৰা কৈফিয়ৎ ল'বলৈ

হেষ্টিংছ নিজে বাৰানসীত উপস্থিত হ'লগৈ। ৰজাই দিয়া কৈফিয়ৎ অগ্ৰাহ্য কৰি হেষ্টিংছে ৰজাক গ্ৰেপ্তাৰ কৰিবলৈ আদেশ দিলে। ফলত ৰজাই ৰাজ্য ত্যাগ কৰিলে। ৰজাৰ এনে অপমান আৰু দুৰ্দশা দেখি ৰামনগৰৰপৰা এদল প্ৰজা গৈ ইংৰাজ সৈন্যবাহিনীক আক্ৰমণ কৰাত হেষ্টিংছ পলাই গৈ চুনাৰ দুৰ্গত আশ্ৰয় লয়গৈ। সুবিধা পাই চৈৎ সিংহই হেৰোৱা ৰাজ্য উদ্ধাৰৰ চেষ্টা চলাই ইংৰাজ বাহিনীৰ হাতত শোচনীয়ভাৱে পৰাজিত হয়। হেষ্টিংছে বাৰানসীত গৈ চৈৎ সিংহৰ আত্মীয় মহীপ নাৰায়ণ নামৰ এজনক আগতকৈ দুগুণ পৰিমাণৰ কৰ প্ৰদানৰ চৰ্তে বাৰানসীৰ জমিদাৰী অৰ্পণ কৰে। কলিকতা কাউন্সিলে হেষ্টিংছৰ কাৰ্য্যক প্ৰশংসা কৰি অনুমোদন জনায়।

হেষ্টিংছে চৈৎ সিংহৰ ওপৰত কৰা দাবীসমূহ প্ৰকৃতপক্ষে অত্যাচাৰ বুলি ক'ব পাৰি। নিয়মিতৰূপে বছৰেকীয়া কৰ আদায় দিয়া সত্ত্বেও হেষ্টিংছে ৰজা চৈৎ সিংহক ওপৰঞ্চি টকা দাবী কৰি বাৰে বাৰে জুলুম দিয়াৰ কোনো যুক্তি থাকিব নোৱাৰে। ৰজাৰ ওপৰত কৰা অন্যায় আচৰণৰ বাবে সেই কালত লণ্ডনৰ ইংৰাজ কৰ্তৃপক্ষয়ো হেষ্টিংছক কটু সমালোচনা কৰিছিল।

**অযোধ্যাৰ বেগমৰ ওপৰত অন্যায় আচৰণঃ** অযোধ্যাৰ নবাব চুজা-উদ-দৌলাৰ পত্নী আৰু মাক অযোধ্যাৰ বেগম নামেৰে পৰিচিত হৈ আহিছে। নবাব চুজা-উদ-দৌলাৰ মৃত্যুৰ পাছত পুতেক আচফ-উদ-দৌলা নবাব হোৱাত মৃত নবাবৰ পত্নী আৰু মাকৰ ভৰণ পোষণৰ কাৰণে জায়গীৰ দিয়া হয়। জনা যায় যে বেগমসকলৰ নিজৰো প্ৰচুৰ পৰিমাণৰ মণি-মুক্তা আছিল। নতুন নবাব আচফ-উদ-দৌলাই কোম্পানিক দিব লগা ধন পৰিশোধ কৰিব নোৱৰাত কোম্পানিৰ ওচৰত ঋণী হৈ পৰে। স্বাভাৱিকতেই নবাবে বেগমসকলৰ সঞ্চিত সম্পদলৈ চকু দিয়ে আৰু যেনেতেনে সেই ধন হাত কৰিবলৈ যত্ন কৰে। অৱশেষত বেগমে নবাবক ত্ৰিছলাখ টকা দি কোম্পানিৰপৰা প্ৰতিশ্ৰুতি ল'লে যে ভৱিষ্যতে টকাৰ বাবে নবাব আচফ-উদ-দৌলাই তেওঁলোকক দিগদাৰ দিব নোৱাৰিব। কিন্তু ১৭৮১ চনত অযোধ্যাৰ বেগমসকলে ৰজা চৈৎ সিংহক সমৰ্থন জনাইছিল বুলি কাৰণ দেখুৱাই কোম্পানিয়ে বেগমসকলক

ৰক্ষা কৰাৰ বাবে দিয়া প্ৰতিশ্ৰুতি উঠাই লয়। নবাবৰ আপত্তি অগ্ৰাহ্য কৰি বেগমসকলক ভয় দেখুৱাবলৈ হেষ্টিংছে এদল ইংৰাজ সৈন্য পঠালে। অযোধ্যাৰ ইংৰাজ প্ৰতিনিধিৰ (Resident) লগ হৈ এই সৈন্যদলে বেগমৰ দেৱান আৰু অন্যান্য কৰ্মচাৰীৰ ওপৰত নানা প্ৰকাৰৰ নিৰ্য্যাতন আৰম্ভ কৰিলে। শেষত বলপূৰ্বকভাৱে বেগম সকলৰপৰা সকলো ধন-বস্তু হস্তগত কৰিলে (ডিচেম্বৰ, ১৭৮২)। অযোধ্যাৰ বেগমসকলৰ প্ৰতি




চিত্ৰ ৪ : হেষ্টিংছৰ সময়ত ভাৰত (১৭৭২-১৭৮৫)

কৰা এই আচৰণে তেওঁৰ চৰিত্ৰত মচিব নোৱৰা কালিমা সানি থৈ গৈছে। হেষ্টিংছৰ সমৰ্থকসকলে অনেক চেষ্টা কৰিও হেষ্টিংছক এই দোষৰপৰা মুক্ত কৰিব পৰা নাছিল।

**ৱাৰেন হেষ্টিংছৰ বিৰুদ্ধে মহাভিযোগ (Impeachment of Waren Hastings):** ভাৰতত ইষ্ট ইণ্ডিয়া কোম্পেনিৰ ৰাজনৈতিক ক্ষমতা আৰু শক্তি বৃদ্ধিৰ সম্পৰ্কে বিলাতৰ সংসদ একেবাৰে নিৰ্বাক নাছিল। অৱশ্যে সংসদৰ কোনো কোনো সদস্য কোম্পানিৰ ধনেৰে পৰিপুষ্ট হৈছিল বাবে তেওঁলোকে কোম্পানিৰ কাৰ্য্যকলাপ যথাসম্ভৱ সমৰ্থন কৰি গৈছিল; কিন্তু আন ভালেমান সদস্যই কোম্পানিৰ বৰ্ধিত শক্তি ভালপোৱা নাছিল আৰু সেইসকলে ভাৰতত কোম্পানিৰ ক্ৰিয়া-কলাপৰ সমালোচনা চলাইছিল। ইয়াৰ ফলত স্বাভাৱিকভেই ইংলেণ্ডত ব্ৰিটিছ পাৰ্লিয়ামেণ্টত এটা দীৰ্ঘম্যাদী তৰ্ক-বিতৰ্কৰ সূত্ৰপাত হৈছিল। ইতিমধ্যেই পাৰ্লিয়ামেণ্টে নিয়ামক বিধি (Regulating Act) আদি কৰি কেইখনো আইন প্ৰণয়ন কৰি ভাৰতত কোম্পানিৰ শাসন-ব্যৱস্থা নিয়ন্ত্ৰণ কৰিবলৈ যত্ন কৰিছিল। এনে পৰিস্থিতিত ৱাৰেন হেষ্টিংছে ভাৰতত চলাই থকা অত্যাচাৰ জুলুম, অসৎ আচৰণ আদি বিষয়ে ইংলেণ্ডত নানা ধৰণৰ প্ৰশ্নৰ উদয় হ'ল আৰু লগতে ভালেমান অভিযোগো প্ৰকাশ পাবলৈ ধৰিলে। সেই সময়ৰ বিলাতৰ কাকতত জুনিয়াছৰ চিঠি (Letters of Junus) শিৰোনামাত ভাৰতত ব্ৰিটিছ শাসনৰ তীব্ৰ সমালোচনা কৰি কিছুমান চিঠি প্ৰকাশ হয়। চিঠিবোৰৰ আচল লেখক কোন আছিল সেই কথা প্ৰকাশ নাপালেও বহুলোকৰ ধাৰণা আছিল যে সেইবোৰৰ লেখক হেষ্টিংছৰ প্ৰধান শত্ৰু ফিলিপ ফ্ৰান্সিছ। ১৭৮২ চনত ৱাৰেন হেষ্টিংছ, ছাৰ এলিজা ইম্পে আৰু লৰেন্স ছুলিভান (Lawrance Sulivan) আদি উচ্চপদস্থ বিষয়াবৰ্গক ভাৰতৰপৰা ইংলেণ্ডলৈ ঘূৰি যাবলৈ বাধ্য কৰিবলৈ সংসদত এটা প্ৰস্তাৱ উত্থাপন কৰা হয়। শেষত অৱশ্যে হেষ্টিংছৰ বিৰুদ্ধে থকা প্ৰস্তাৱ বাতিল কৰা হ'ল যদিও ইম্পে স্বদেশলৈ ঘূৰি যাব লগা হয়। পিট (Pitt) প্ৰধান মন্ত্ৰী হোৱাত হেষ্টিংছৰ কাৰ্য-কলাপৰ সমালোচনা আৰু বাঢ়িল, কিয়নো পিটে গৱৰ্ণৰ জেনেৰেলৰ সকলো কাম সমৰ্থন কৰা

নাছিল। ফলত ১৭৮৫ চনত হেষ্টিংছে পদত্যাগ কৰি স্বদেশলৈ ঘূৰি যায় আৰু কিছুদিনৰ ভিতৰতে তেওঁৰ বিৰুদ্ধে সংসদত মহাঅভিযোগ উত্থাপিত হয়।

পোন প্ৰথমে বিখ্যাত বাগ্মীবৰ এডমাণ্ড বাৰ্কে ( Edmund Burke ) ১৭৮৬ চনত কমন্স সভাত হেষ্টিংছৰ বিৰুদ্ধে অভিযোগ তোলে। প্ৰথমতে অভিযোগৰ সংখ্যা আছিল ১১টা, কিন্তু পাছলৈ গৈ হয়গৈ ২২টা। ৰোহিলা যুদ্ধৰ বাবে তেওঁ নিৰ্দোষী বুলি স্থিৰ হ'লেও ৰজা চৈৎ সিংহ আৰু অযোধ্যাৰ বেগমৰ প্ৰতি কৰা আচৰণৰ বাবে তেওঁক নিন্দা কৰি প্ৰস্তাৱ লোৱা হয়। তাৰ পাচত পাৰ্লিয়ামেণ্টৰ নিয়ম অনুসৰি হাউচ অৱ কমন্সত অভিযোগ গ্ৰহণ কৰি হাউচ অৱ লৰ্ডছত বিচাৰ আৰম্ভ হয়। ১৭৮৮ চনৰ ফেব্ৰুৱাৰিৰপৰা ১৭৯৫ চনৰ এপ্ৰিল মাহলৈ দীঘলীয়া সাত বছৰ কাল এই বিচাৰ চলিছিল। বিচাৰৰ মুখ্য অভিযোগবোৰ আছিল অযোধ্যাৰ নবাবৰ লগত কৰা চুক্তি ভংগ, অন্যায়ভাৱে কোৰা আৰু এলাহাবাদ বিক্ৰী কৰা, চৈৎ সিংহ আৰু অযোধ্যাৰ বেগমক অত্যাচাৰ আৰু উৎপীড়ন কৰা, আপোন ইচ্ছামতে বংগদেশৰ ৰাজহৰ বন্দবস্ত কৰা আৰু অসৎ উপায়েৰে উপঢৌকন আৰু ভেটি গ্ৰহণ কৰা। হেষ্টিংছৰ বিপক্ষে যোগ দিয়ে বাৰ্ক, ফক্স ( Fox ), ছেৰিদান ( Sheridan ), পেলহাম ( Pelham ), উইণ্ডহাম ( Windham ), চাৰ্লছ গ্ৰে' ( Charles Grey ) আদিয়ে। শেষত হেষ্টিংছ নিৰ্দোষী সাব্যস্ত হ'ল সচা, কিন্তু আত্মপক্ষ সমৰ্থন কৰি খৰচ কৰোঁতেই সৰ্বস্বান্ত হ'ল। কোম্পানিৰ পৰিচালকবৰ্গই তেওঁক উপযুক্ত অনুদান দিবলৈ বিচাৰিছিল কিন্তু চৰকাৰে আপত্তি কৰাত দিয়া হৈ নুঠিল। কোম্পানিৰ স্বাৰ্থৰ হৈ কাম কৰাৰ পৰিবৰ্তে হেষ্টিংছে শেষত পালে দৰিদ্ৰতা, অপমান আৰু অপযশ।

কোনো কোনো লেখকৰ মতে সংসদৰদ্বাৰা হেষ্টিংছৰ বিচাৰ হ'ল ইংৰাজ জাতিৰ ন্যায়পৰায়ণতা, সততা আৰু উৎকৃষ্ট মানসিকতাৰ নিদৰ্শন। বংগদেশৰ পতনোন্মুখী শাসনব্যৱস্থাক সংস্কাৰ কৰি যিজন লোকে ব্ৰিটিছ শাসনৰ স্থায়ী বীজ ৰোপণ কৰি গ'ল, অৰ্থৰ অভাৱৰ হেতু ভাৰতবৰ্ষত ইংৰাজ প্ৰভাৱ যেতিয়া ক্ষীণ হ'বলৈ ধৰিছিল এনে সময়ত যিজনে আৰ্থিক স্বচ্ছলতা আনিলে, আৰু যি জনে সদাশঙ্কিত

বংগদেশক বহিঃশত্ৰুৰ আক্ৰমণৰপৰা ৰক্ষা কৰিবলৈ সকলো ব্যৱস্থা লৈছিল সেইজন লোকক মহাঅভিযোগত অভিযুক্ত কৰিবলৈ আপ্ৰাণ চেষ্টা চলিছিল। এইবোৰলৈ চাই ইংৰাজ জাতি হেষ্টিংছৰ প্ৰতি অকৃতজ্ঞ বুলি কোৱাৰ থল থাকিল। আনহাতে ভাৰতত ইংৰাজ শাসনৰ মুখ্যৰ্বীজনক দোষী সাব্যস্ত কৰি ইংৰাজে তেওঁলোকৰ শাসন যে ন্যায় আৰু সততাৰ ওপৰত প্ৰতিষ্ঠিত তাক প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিছিল। অৱশ্যে এই কথা ভাবিলে ভুল হ'ব যে যিসকল লোকে হেষ্টিংছক দণ্ডিত কৰিবলৈ যত্ন কৰিছিল, তেওঁলোক সকলোৱেই ন্যায় আৰু সত্যৰ হকে যুঁজিছিল, অথবা হেষ্টিংছৰ অত্যাচাৰ আৰু জুলুমৰ পৰিণামত দুৰ্দশাগ্ৰস্ত লোকৰ প্ৰতি তেওঁলোকৰ অন্তৰ কান্দি উঠিছিল আৰু সেই দুখ মোচন কৰিবলৈ যত্ন কৰিছিল। হেষ্টিংছৰ বিচাৰ আছিল বিৰোধী স্বাৰ্থৰ সংঘাত।

## ৱাৰেন হেষ্টিংছৰ কৃতিত্ব নিৰূপণ

ৱাৰেন হেষ্টিংছৰ কৃতিত্ব বিচাৰ কৰিবলৈ হ'লে প্ৰথমতে সমসাময়িক সমস্যাবোৰৰ বিষয়ে উল্লেখ কৰা একান্ত প্ৰয়োজন। হেষ্টিংছ গৱৰ্ণৰ হৈ অহাৰ সময়ত বংগদেশৰ শাসনব্যৱস্থা দুখ লগা ধৰণে ভাগি পৰিছিল। ক্লাইভে প্ৰৱৰ্তন কৰা দ্বৈত শাসনৰ কুফলবোৰ সৰ্বত্ৰবিদ্যমান হৈ পৰিছিল; নবাব হৈ পৰিছিল কোম্পানিৰ ওচৰত আৰ্থিকভাৱে ভিক্ষাৰী; কোম্পানিৰ ৰাজকোষ শূন্যপ্ৰায় আছিল আৰু কোম্পানিৰ কৰ্মচাৰীসকলে সুবিধা বুজি ব্যক্তিগত স্বাৰ্থ পূৰণত অধিক মনোনিবেশ কৰিছিল আৰু সকলোপ্ৰকাৰৰ অসৎ উপায় অৱলম্বন কৰিবলৈ কুণ্ঠাবোধ কৰা নাছিল। ১৭৭০ চনত দেখা দিয়া ভয়ংকৰ দুৰ্ভিক্ষৰ ফলত দেশৰ অৰ্থনৈতিক অৱস্থা জুকলা হৈ পৰিছিল; প্ৰজা সাধাৰণৰ আৰ্থিক অৱস্থা শোক লগা হৈ উঠিছিল। চোৰ-ডকাইতৰ উৎপাত বাঢ়িছিল আৰু গোটেই দেশতে শান্তি আৰু নিৰাপত্তা বিপন্ন হৈ পৰিছিল। ইফালে পৰৰাষ্ট্ৰ ক্ষেত্ৰত মোগল সম্ৰাট চাহ আলম দিল্লীলৈ গৈ পৰাক্ৰমী মাৰাঠাসকলৰ হাতত পুতলা হৈছিল। ইংৰাজ শক্তিৰ প্ৰধান শত্ৰু মাৰাঠাসকলে নতুন উদ্যমেৰে ভাৰতৰ ৰাজনীতিত এক নতুন দিগন্ত মুকলি কৰাৰ প্ৰচেষ্টা হাতত লৈছিল; বংগৰ সীমান্তৱৰ্তী ৰাজ্য অযোধ্যা আছিল

দুৰ্বল অথচ অযোধ্যাৰ নিৰাপত্তাৰ ওপৰতেহে নির্ভৰ কৰিছিল বংগদেশৰ নিৰাপত্তা। দক্ষিণ ভাৰতত হায়দৰ আলি পৰাক্রমী আৰু শক্তিশালী হৈ উঠাত ইংৰাজৰ স্বাৰ্থ ক্ষুণ্ণ হোৱাৰ আশংকাই দেখা দিছিল। ভাৰতত ইংৰাজ শাসনৰ প্ৰাৰম্ভণি কালছোৱাত এনে সংকটময় অৱস্থাৰ সন্মুখীন হৈ হেষ্টিংছে অসাধাৰণ ধৈৰ্য্য আৰু দক্ষতাৰে অলপ দিনৰ ভিতৰতে অৱস্থাৰ পৰিবর্তন সাধন কৰিবলৈ সমৰ্থ হৈছিল। ই সঁচাকৈয়ে কৃতিত্বৰ কথা।

অভ্যান্তৰীণ আৰু পৰৰাষ্ট্ৰ, উভয়ক্ষেত্ৰতে হেষ্টিংছৰ অসাধাৰণ নৈপুণ্য আৰু ব্যক্তিগত প্ৰতিভাৰ পৰিচয় ফুটি ওলাইছে। পৰিচালক ব'ৰ্ডৰ নির্দেশ অনুসৰি তেওঁ বংগদেশত দ্বৈত শাসনৰ অন্ত পেলাই এক নতুন শাসনব্যৱস্থাৰ পাতনি মেলে। সমগ্ৰ ৰাজ্যৰ ৰাজস্ব বিষয়ৰ তদাৰক কৰিবলৈ তেওঁ এখন ৰাজস্ব ব'ৰ্ড স্থাপন কৰে। আৰু জমিদাৰৰ লগতে প্ৰথমে পাঁচ বছৰৰ বাবে মাটিৰ বন্দৱস্ত কৰে। হেষ্টিংছে প্ৰতি জিলাত একোজন কলেক্টৰৰ ওপৰত ৰাজস্ব সংগ্ৰহৰ দায়িত্ব অৰ্পণ কৰে। তেৱেঁই বিচাৰ বিভাগৰ সংস্কাৰ সাধন কৰি দেৱানী আৰু ফৌজদাৰী আদালতৰ সৃষ্টি কৰিলে আৰু বিচাৰৰ দায়িত্ব ইংৰাজ আৰু ভাৰতীয় বিচাৰকৰ ওপৰত ন্যস্ত কৰিলে। প্ৰচলিত দেশীয় বিধিবিধান একেবাৰে উঠাই নিদি হিন্দু আৰু মুছলিম আইন অনুসৰি বিচাৰ কৰাৰ নিয়ম কৰা হয়। ইয়াৰ বাহিৰেও মুদ্ৰা নীতি আদি গ্ৰহণ কৰি তেওঁ কেইবাটাও বিষয়ত সংস্কাৰ সাধন কৰে।

পৰৰাষ্ট্ৰ বিষয়ত হেষ্টিংছে অধীনতামূলক মিত্ৰতা নীতি গ্ৰহণ কৰে আৰু এই ভিত্তিতে অযোধ্যাৰ নবাবক কোম্পানিৰ অনুগত মিত্ৰত পৰিণত কৰে। পৰবর্তী কালত লর্ড ৱেলেছলিয়ে এই নীতিকেই ব্যাপকৰূপে প্ৰয়োগ কৰে। তেওঁ মৰাঠা আক্রমণৰ প্ৰতিৰোধকল্পে অযোধ্যা ৰাজ্যক ইংৰাজ সাহায্য দানৰ প্ৰতিশ্রুতি আগবঢ়াই সেই ৰাজ্যক মধ্যবৰ্তী ৰাজ্য হিচাপে গঢ়ি তোলে। মৰাঠাসকলৰ লগত যোগ দিয়াৰ কাৰণে সম্ৰাট চাহ আলমক দিয়া সকলো সুবিধা হেষ্টিংছে বন্ধ কৰে। মৰাঠা শক্তি আৰু মহিছুৰ ৰাজ্যৰ বিৰুদ্ধে তেওঁ যথাযথ ব্যৱস্থা গ্ৰহণ কৰে। ইয়াৰ উপৰিও তিব্বত আৰু নেপালৰ লগতে বাণিজ্য সম্পর্ক গঢ়ি তোলাৰ উদ্দেশ্যে জর্জ বগ্‌ল (George Bogle) নামৰ এজন লোকক ১৭৭৪ চনত তিব্বতৰ টাচি লামাৰ (Tashi Lama) ওচৰলৈ তেওঁৰ শাসন কালতে প্ৰেৰণ কৰা হয়।

ভাৰতীয় ভাষা, সাহিত্য, সামাজিক ৰীতি-নীতিৰ প্ৰতি হেষ্টিংছৰ সজাগ দৃষ্টি আৰু সহানুভূতিৰ পৰিচয় পোৱা যায়। ভাৰতৰ প্ৰাচীন ভাষা-কৃষ্টি সংৰক্ষণ আৰু সংগ্ৰহৰ প্ৰয়োজনীয়তা হেষ্টিংছে অতিকৈ উপলব্ধি কৰিছিল, সেয়েহে সাহিত্যানুৰাগী হালহেড চাহাবৰদ্বাৰাই হিন্দু আইন সম্বন্ধে এক নিবন্ধ সম্পাদন কৰোৱায় আৰু বিদগ্ধ পণ্ডিত নিয়োগ কৰি হিন্দু আইন সংকলিত কৰি সেইবোৰ ইংৰাজীলৈ অনুবাদ কৰায়। তেওঁৰ যত্নতেই কলিকতাৰ মাদ্ৰাছা স্থাপন হয়। হেষ্টিংছৰ উৎসাহৰ ফলতেই ১৭৮৪ চনত ছাৰ উইলিয়াম জন্ছৰদ্বাৰা এছিয়াটিক ছ'ছাইটি ( Asiatic Society ) প্ৰতিষ্ঠা হয় আৰু পৰৱৰ্তী কালত এই অনুষ্ঠানে প্ৰাচ্য ভাষা-কৃষ্টি আৰু ঐতিহাসিক গৱেষণা আদিৰ প্ৰতি যথেষ্ট বৰঙণিৰ যোগান ধৰিছে।

অৱশ্যে অভ্যন্তৰীণ আৰু পৰৰাষ্ট্ৰ বিষয়ৰ সমস্যাৱলী সমাধান কৰোঁতে গ্ৰহণ কৰা নীতি আৰু পন্থা সমালোচনাৰ বিষয়বস্তু হৈ পৰাটো স্বাভাৱিক, ইংলেণ্ডতো তাৰ প্ৰতিক্ৰিয়া হৈছিল। অৱশেষত তেওঁ মহাভিযোগৰ সন্মুখীন হ'ব লগা হৈছিল। তেওঁ গ্ৰহণ কৰা কাৰ্য্য পন্থা আৰু আচৰণ বহু ক্ষেত্ৰত ভাৰতবাসীৰ স্বাৰ্থ, ন্যায় আৰু মৰ্য্যাদাৰ পৰিপন্থী আছিল। ভাৰতীয় স্বাৰ্থৰ ফালৰপৰা বিচাৰ কৰিলে তেওঁৰ অনেক কাৰ্য্যাৱলী নিন্দনীয় আছিল আৰু এইবোৰ ভাৰতীয়ৰ পক্ষে গ্ৰহণযোগ্য হ'ব নোৱাৰে।

হেষ্টিংছৰ বহুমুখী কৰ্মধাৰা বিশ্লেষণ কৰিলে দেখা যায় যে প্ৰত্যেক সমস্যা সমাধান কৰোঁতে তেওঁৰ অসামান্য দক্ষতা আৰু প্ৰবল একাগ্ৰতাৰ পৰিচয় পোৱা যায়। যি দায়িত্ব দি তেওঁক ভাৰতলৈ পঠিওৱা হৈছিল, সেই দায়িত্ব যথাযথভাৱে পালন কৰিব পাৰিছিল আৰু তাকে কৰোঁতে সকলো প্ৰকাৰৰ উপায় অৱলম্বন কৰিছিল। যত্নসহকাৰে বিচাৰ ব্যৱস্থাৰ নতুন ভেটি স্থাপন কৰি কোম্পানিৰ শাসনব্যৱস্থাত বিশৃংখলতাৰ পৰিবৰ্তে শৃংখলা আনি ৰাজস্ব বিভাগৰ সংস্কাৰ সাধন কৰি বংগদেশত ইংৰাজ ৰাজত্বৰ লাইখুটাটো সুদৃঢ় কৰিছিল এইজনা পুৰুষেই আৰু তাৰ ওপৰত ভিত্তি কৰিয়েই ভাৰতত ইংৰাজৰ প্ৰভুত্ব বিস্তাৰৰ সম্ভাৱনা উন্মুক্ত হৈ উঠে। সেয়ে ব্ৰিটিছ সাম্ৰাজ্য গঠনত যিসকল লোকে অৱদান যোগালে, সেইসকলৰ ভিতৰত হেষ্টিংছৰ স্থান সুউচ্চ পৰ্য্যায়ত থাকিব তাত অকণো সন্দেহ নাই। তেওঁৰ বহুমুখী প্ৰতিভা, অসাধাৰণ দক্ষতা, কাৰ্য্যক্ষমতা আৰু ব্যক্তিগত কৃতিত্ব ইতিহাসৰ পাতত আজিও স্মৰণীয় হৈ আছে।

## পঞ্চম অধ্যায়

# মহিষুৰৰ উত্থান আৰু পতন

### হায়দৰ আলিৰ অভ্যুত্থান

মোগল সাম্ৰাজ্যৰ ভাঙোনৰ লগে লগে ভাৰতৰ বিভিন্ন প্ৰান্তত কেইবাজনো ভাগ্যান্বেষীয়ে নিজকে শক্তিশালী কৰি তুলিবলৈ সক্ষম হয়। এইসকলৰ ভিতৰত মহিষুৰৰ হায়দৰ আলি আছিল অন্যতম। নিজ ৰাজ্যৰ স্বাধীনতাৰ কাৰণে ব্ৰিটিছৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰি হায়দৰ আলি আৰু তেওঁৰ সুযোগ্য পুত্ৰ টিপু চুলতানে যি কৃতিত্ব অৰ্জন কৰিছিল, সি ভাৰতবাসীৰ কাৰণে আজিও গৌৰৱৰ বিষয়। তেওঁলোক অকৃতকাৰ্য্য হ'ল সঁচা, কিন্তু এইটো কথা মনত ৰাখিব লাগিব যে উদীয়মান ব্ৰিটিছ শক্তিয়ে একমাত্ৰ তেওঁলোকৰ ওচৰতহে (সাময়িকভাৱে হ'লেও) নতশিৰ হ'বলৈ বাধ্য হৈছিল, আন কোনো ভাৰতীয় শক্তিৰ ওচৰত নহয়। হায়দৰ আলি আৰু টিপু চুলতানে দাক্ষিণাত্যৰ আন দুই শক্তি নিজাম আৰু মৰাঠাসকলৰপৰা যথোপযুক্ত সাহায্য লাভ কৰিব পৰা হ'লে ভাৰতত ব্ৰিটিছৰ প্ৰভুত্ব বিস্তাৰত কিছু পলম হ'লহেঁতেন।

হায়দৰ আলিৰ পূৰ্বপুৰুষসকলৰ সম্পৰ্কে বিশেষ কথা জনা নাযায়। তেওঁৰ পিতাক ফটে মহম্মদ পঞ্জাবৰপৰা আহি এজন সাধাৰণ সৈনিক হিচাপে দাক্ষিণাত্যত কৰ্মজীৱন আৰম্ভ কৰিছিল। পাছত তেওঁ মহিষুৰৰ ৰজাৰপৰা বুধিকোট নামৰ জাইগীৰখন লাভ কৰে। বুধিকোটতে ১৭২১ কিম্বা ১৭২২ চনত হায়দৰ আলিয়ে জন্মগ্ৰহণ কৰে। হায়দৰৰ ৭ বছৰ বয়সতে পিতাকৰ মৃত্যু ঘটে আৰু উপযুক্ত অভিভাৱকৰ অভাৱত তেওঁ শিক্ষা লাভৰ কোনো সুযোগ নাপালে। তেওঁ আৰু তেওঁৰ ককায়েক হাৎবাজখান সকতে নঞ্জৰাজৰ অধীনত চাকৰিত সোমায়। নঞ্জৰাজ

আছিল মহিশূৰৰ হিন্দু ৰজাৰ দলৈ অথবা প্ৰধান মন্ত্ৰী। সেনাপতিৰ পদো তেৱেঁই লাভ কৰিছিল। মহিশূৰ ৰাজ্যৰ আন এজন প্ৰধান বিষয়া হ'ল দেৱান। দেৱানৰ হাতত ৰাজহ বিষয়ৰ ভাৰ ন্যস্ত হৈছিল। দলৈ নঞ্জৰাজে ৰজা কৃষ্ণৰায়ৰ দুৰ্বলতাৰ সুবিধা গ্ৰহণ কৰি নিজকে মহিশূৰৰ এজন সৰ্বশক্তিমান শাসক হিচাপে প্ৰতিষ্ঠিত কৰে। নঞ্জৰাজৰ অধীনত চাকৰি লৈ হায়দৰে নিজৰ সমৰকুশলতাৰ পৰিচয় দিবলৈ সক্ষম হয় আৰু তাৰ পাছত তেওঁ দোপতদোপে উন্নতিৰ পথত আগবাঢ়ি যায়। এই সময়ছোৱাতে তেওঁ নঞ্জৰাজৰ হৈ দ্বিতীয় কৰ্ণাটৰ যুদ্ধত ব্ৰিটিছৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰি ইউৰোপীয় ৰণ-কৌশল সম্পৰ্কে প্ৰচুৰ জ্ঞান লাভ কৰে। যুদ্ধক্ষেত্ৰৰপৰা ঘূৰি আহি তেওঁ কেইজনমান ফৰাচী প্ৰশিক্ষকৰ সাহায্যত এটা আধুনিক সৈন্যবাহিনী গঢ়ি তোলে। ১৭৫৫ চনত তেওঁক নঞ্জৰাজে দিন্দিগুলৰ ফৌজদাৰ পদত নিযুক্ত কৰে। ক্ৰমান্বয়ে হায়দৰৰ আকাংক্ষা বাঢ়ি যায় আৰু শেষত তেওঁ তেওঁৰ পৃষ্ঠপোষক নঞ্জৰাজক আঁতৰাই থৈ নিজকে শাসনত প্ৰতিষ্ঠিত কৰে (১৭৬১)। দেৱান খণ্ডৰাৱে মৰাঠাসকলৰ সাহায্যত তেওঁক ক্ষমতাচ্যুত কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু তেওঁৰ চেষ্টা বিফল হয়। মহিশূৰ হিন্দু ৰাজ্যৰপৰা মুছলমান ৰাজ্যলৈ ৰূপান্তৰিত হ'ল। ১৭৬৫ চনত হায়দৰ আলিয়ে 'খান বাহাদুৰ' উপাধি গ্ৰহণ কৰি মহিশূৰ ৰাজ্য শাসন কৰিবলৈ ধৰিলে। শ্ৰীৰংগপট্টমত তেওঁ নতুনকৈ এখন ৰাজধানী স্থাপন কৰে।

মহিশূৰৰ সৰ্বময় কৰ্তা হৈ হায়দৰ আলিয়ে ৰাজ্য বঢ়াবলৈ মন মেলে। দাক্ষিণাত্যৰ ৰাজনৈতিক পৰিস্থিতি সেই সময়ত তেওঁৰ বাবে অনুকূল আছিল। হায়দৰাবাদৰ নিজাম উচ্চাকাংক্ষী আছিল যদিও হায়দৰ আলিৰ সমান যোগ্যতা তেওঁৰ নাছিল। দাক্ষিণাত্যৰ আন এক শক্তি মৰাঠাসকল ইতিমধ্যে তৃতীয় পাণিপথৰ যুদ্ধত (১৭৬১) পৰাজয় বৰণ কৰি লৈ সাময়িকভাৱে দিকভ্ৰান্ত হৈ পৰিছিল। ইংৰাজসকলে তেতিয়াও ৰাজনৈতিক আধিপত্য বিস্তাৰৰ বাবে কোনো পৰিকল্পিত নীতি গ্ৰহণ কৰা নাছিল। এনে অৱস্থাত হায়দৰ আলিয়ে সহজে বিদনুৰ, সুন্দা, চেৰা, কানাৰা, গুটি আদি ঠাই জয় কৰি নিজ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। হায়দৰ আলিৰ এই ৰাজ্যবিস্তাৰত মৰাঠা, নিজাম আৰু ইংৰাজসকল আতংকিত হৈ পৰিল। হায়দৰৰ শক্তিবৃদ্ধিত বিশেষকৈ মৰাঠাসকল

উদ্বিগ্ন হৈ পৰে, কিয়নো তেওঁলোকে তৃতীয় পাণিপথৰ যুদ্ধৰ পাছত উত্তৰতকৈ দক্ষিণৰ ফালেহে অগ্ৰগতি লাভ কৰাৰ কথা চিন্তা কৰিছিল। গতিকে নতুন পেছোৱা মাধৱ ৰাৱে (১৭৬০-৭২) হায়দৰৰ বিৰুদ্ধে থিয় দিবলৈ মনস্থ কৰিলে। ১৭৬৫ চনত তেওঁ হায়দৰৰ ৰাজ্য আক্ৰমণ কৰে আৰু হায়দৰে তেওঁৰ হাতত পৰাজয় বৰণ কৰিবলৈ বাধ্য হয়। যুদ্ধৰ ফলস্বৰূপে পেছোৱা মাধৱ ৰাৱে হায়দৰ আলিৰপৰা ৩২ লাখ টকা আৰু গুটি আৰু সৱনুৰ নামৰ ঠাই দুখন লাভ কৰিলে। সাময়িকভাৱে হ'লেও মহিচুৰ আৰু মৰাঠাসকলৰ মাজত শান্তি স্থাপন হ'ল।

ইতিমধ্যে ইষ্ট ইণ্ডিয়া কম্পেনিৰ মাদ্ৰাজ চৰকাৰে হায়দৰৰ বিৰুদ্ধে এক শক্তিগোষ্ঠী তৈয়াৰ কৰাৰ পৰিকল্পনা হাতত লয়। প্ৰথমে মাদ্ৰাজ চৰকাৰে নিজামক নিজৰ ফলীয়া কৰিবলৈ যত্ন কৰিলে। হায়দৰাবাদৰ নিজামো হায়দৰ আলিৰ ওপৰত থকাণো সন্তুষ্ট নাছিল। গতিকে তেওঁ মহিচুৰক ধ্বংস কৰিবলৈ ইংৰাজৰ লগত এক চুক্তিত উপনীত হয় (নৱেম্বৰ, ১৭৬৬)। এই চুক্তিমতে নিজামে ইংৰাজক তেওঁৰ ৰাজ্যৰ উত্তৰ চৰকাৰ অঞ্চল সমৰ্পণ কৰে আৰু ইয়াৰ বিনিময়ত ইংৰাজে তেওঁক হায়দৰ আলিৰ বিৰুদ্ধে সামৰিক সাহায্য আগবঢ়োৱাৰ প্ৰতিশ্ৰুতি দিয়ে। পেছোৱা মাধৱ ৰাওৰ লগতো ইংৰাজসকল এটা বুজা-পৰাত উপনীত হোৱাত হায়দৰ আলি এটা কঠিন পৰীক্ষাৰ সন্মুখীন হ'ল। তেওঁ এতিয়া অকলে তিনিওটা শক্তিৰ বিৰুদ্ধে থিয় দিব লগাত পৰিল। হায়দৰ আলি অৱশ্যে বিচলিত নহ'ল মৰাঠাসকলে প্ৰথমে তেওঁৰ ৰাজ্য আক্ৰমণ কৰাত তেওঁ তেওঁলোকক অৰ্থৰদ্বাৰা বশীভূত কৰিলে। ১৭৬৭ চনৰ এপ্ৰিল মাহত নিজামে ইংৰাজ সৈন্যাধ্যক্ষ কৰ্ণেল জ'ছেফ স্মিথৰ সাহায্যত মহিচুৰ আক্ৰমণ কৰে, কিন্তু হায়দৰ আলিয়ে আৰ্কটৰ নবাব মহম্মদ আলিৰ ককায়েক আৰু তেওঁৰ প্ৰতিদ্বন্দ্বী মহফুজ খানৰ সহায়ত নিজামকো নিৰস্ত্ৰ কৰিলে। এনে অৱস্থাত ইংৰাজসকলৰ হৈ কৰ্ণেল স্মিথেই অকলশৰে যুদ্ধ চলাই যাবলৈ বাধ্য হয়। এইখনেই হৈছে প্ৰথম ইংগ-মহিচুৰৰ যুদ্ধ। এই যুদ্ধৰ কাৰণে মাদ্ৰাজৰ ইংৰাজ কৰ্তৃপক্ষই দায়ী।

যি কি নহওক, যুদ্ধৰ প্ৰথমাৱস্থাত কৰ্ণেল স্মিথে অভূতপূৰ্ব সাফল্য লাভ কৰে। ১৭৬৭ চনৰ ছেপ্টেম্বৰ মাহত তেওঁ হায়দৰ আলিক সংগৰ

আৰু ত্ৰিনোমালি নামৰ দুখন যুদ্ধক্ষেত্ৰত পৰাস্ত কৰিবলৈ সক্ষম হয়। হায়দৰ আলিয়ে পৰাজয় বৰণ কৰাত নিজামে তেওঁৰ পক্ষ ত্যাগ কৰি ইংৰাজৰ লগত নতুনকৈ আকৌ এখন চুক্তি সম্পন্ন কৰে (ফেব্ৰুৱাৰি, ১৭৬৮)। নিজামৰ নিচিনা সুবিধাবাদী নবাব এজনৰ সৈতে পুনৰ এখন চুক্তি কৰাত কোম্পানিৰ সঞ্চালক সভা (Court of Directors) বিতুষ্ট হয় আৰু দাক্ষিণাত্যৰ ৰাজনৈতিক পৰিস্থিতি জটিল কৰি তোলাৰ বাবে যাইকৈ মাদ্ৰাজ কৰ্তৃপক্ষক জগৰীয়া কৰে।

ইতিমধ্যে বোম্বাইৰ ইংৰাজ চৰকাৰেও হায়দৰ আলিৰ বিপক্ষে থিয় দিলে। বোম্বাই বাহিনীৰ মাংগালোৰ অভিযান ব্যৰ্থ হয় আৰু হায়দৰ আলিয়ে পুনৰ মাংগালোৰ অধিকাৰ কৰে। ইফালে মাদ্ৰাজ চৰকাৰৰ অদূৰদৰ্শী কাৰ্য্যকলাপৰ বাবে কৰ্নেল স্মিথেও হায়দৰৰ বিৰুদ্ধে কোনো অগ্ৰগতি লাভ কৰিব নোৱাৰিলে। ইংৰাজসকলক বিস্ময়াভিভূত কৰি ১৭৬৯ চনৰ মাৰ্চ মহত হায়দৰ আলি মাদ্ৰাজৰ উপকণ্ঠ অঞ্চলত উপস্থিত হ'ল। মাদ্ৰাজ চৰকাৰে উপায়বিহীন হৈ মহিসুৰৰ কৰ্তাৰ লগত সন্ধি কৰিবলৈ বাধ্য হয় (৪ এপ্ৰিল, ১৭৬৯)। সন্ধিৰ চৰ্তমতে পৰস্পৰে পৰস্পৰক অধিকৃত স্থানসমূহ আৰু যুদ্ধবন্দী ঘূৰাই দিবলৈ স্থিৰ কৰে। তদুপৰি, আন কোনোৱা শক্তিয়ে মহিসুৰক আক্ৰমণ কৰিলে মাদ্ৰাজ চৰকাৰে হায়দৰক সামৰিক সাহায্য আগবঢ়োৱাৰ প্ৰতিশ্ৰুতি দিয়ে। ইংৰাজসকলে কোনো ভাৰতীয় শক্তিৰ সৈতে আগতে এনে ধৰণৰ চৰ্তাৱলীত আবদ্ধ হোৱা নাছিল। হায়দৰ আলিৰ কাৰণে এইটো কম গৌৰৱৰ কথা নহয়।

অৱশ্যে সন্ধি স্থাপনৰ পাছত হায়দৰ আলি আৰু মাদ্ৰাজ চৰকাৰৰ মাজত কোনো সদ্ভাৱ গঢ়ি নুঠিল। ১৭৭১ চনত মৰাঠাসকলে পুনৰ মহিসুৰ আক্ৰমণ কৰাত হায়দৰ আলিয়ে ১৭৬৯ চনৰ সন্ধিৰ চৰ্তানুসৰি মাদ্ৰাজ চৰকাৰৰপৰা সামৰিক সাহায্য বিচাৰিলে। কিন্তু মাদ্ৰাজ চৰকাৰে হায়দৰক সহায় কৰিবলৈ আগবাঢ়ি নাহিল। ইংৰাজসকলে প্ৰতিশ্ৰুতি ভংগ কৰাত হায়দৰ আলি ক্ৰুদ্ধ হয় আৰু ইয়াৰ পোতক তুলিবলৈ মনে মনে স্থিৰ কৰে। ইফালে হায়দৰাবাদৰ নিজাম আৰু পেছোৱা মাধৱ ৰাও ইংৰাজৰ ওপৰত অসন্তুষ্ট হৈ উঠাত হায়দৰ আলিৰ পক্ষে এক ইংৰাজ বিৰোধী শিবিৰ গঠন কৰাত কোনো অসুবিধা

নহ'ল। ১৭৭৯ চনত হায়দৰ আলি, নিজাম, মাধৱ ৰাও, বেৰাৰৰ (নাগপুৰ) ভোঁসলে আৰু গোৱালিয়ৰৰ সিন্ধিয়া ইংৰাজৰ বিৰুদ্ধে একত্রিত হ'ল। ইতিমধ্যে আমেৰিকাৰ স্বাধীনতা যুদ্ধত (১৭৭৫-৮৩) ফ্ৰান্স, হলেণ্ড আৰু স্পেইনে যোগদান কৰাত চৌদিশে ইংৰাজসকলৰ বিপদ ঘনীভূত হৈ উঠিল। তথাপি গভৰ্নৰ জেনেৰেল ৱাৰেন হেষ্টিংছে ভাৰতবৰ্ষৰ পৰা ফৰাচী আধিপত্য লুপ্ত কৰিবৰ অভিপ্ৰায়ে মালবাৰ উপকূলত অৱস্থিত মাহে নামৰ বন্দৰটো অধিকাৰ কৰিলে। মাহে আছিল মহিচুৰ ৰাজ্যৰ অন্তৰ্গত। প্ৰতিৰক্ষা আৰু বাণিজ্যিক দিশৰ পৰা এই বন্দৰটো মহিচুৰৰ কাৰণে বৰ গুৰুত্বপূৰ্ণ আছিল। হায়দৰ আলিয়ে ইংৰাজসকলৰ কাৰ্য্যৰ তীব্ৰ প্ৰতিবাদ কৰিলে আৰু ইয়াৰ একো ফল নধৰাত ১৭৮০ চনত যুদ্ধ ঘোষণা কৰে। এইখনেই দ্বিতীয় ইংগ-মহিচুৰ যুদ্ধ।

যুদ্ধৰ আৰম্ভণিতে হায়দৰ আলিয়ে বিস্তৰ সাফল্য লাভ কৰে। পল্লীলুৰৰ ( Pollilure ) বিখ্যাত যুদ্ধত তেওঁ ইংৰাজ বাহিনীক শোচনীয়ভাৱে পৰাজিত কৰি আৰ্কট অধিকাৰ কৰিবলৈ সক্ষম হয় (অক্টোবৰ, ১৭৮০)। মাদ্ৰাজ চৰকাৰ পৰম দুৰ্য্যোগৰ মুখত পতিত হ'ল; এই অৱস্থাৰ পৰা ৰক্ষা কৰিবলৈ ৱাৰেন হেষ্টিংছ আগবাঢ়ি আহিল। তেওঁ সেই সময়ৰ বিখ্যাত সৈন্যাধ্যক্ষ চাৰ আয়াৰ কুটক বংগদেশৰ পৰা পঠাই দিলে আৰু কূটনৈতিক বুদ্ধিৰে ভোসঁলে, নিজাম আৰু সিন্ধিয়াক হায়দৰ আলিৰ সংস্ৰৱৰ পৰা বিচ্ছিন্ন কৰিলে। হায়দৰ আলিয়ে অকলেই যুদ্ধ কৰি গ'ল, কিন্তু চাৰ আয়াৰ কুটৰ হাতত একাদিক্ৰমে প'ৰ্টʼ ন'ভ' (Porto Novo), পল্লীপুৰ আৰু শলিংগড়ৰ (Solingar) যুদ্ধত পৰাজয় বৰণ কৰিবলৈ বাধ্য হয়। কিন্তু আনহাতে তাঞ্জোৰৰ ওচৰৰ এখন ৰণক্ষেত্ৰত হায়দৰ আলিৰ পুত্ৰ টিপুৰ হাতত ইংৰাজ কৰ্নেল ব্ৰেইথ ৱেইট (Colonel Braith Waite) বিষমভাৱে পৰাজিত হয়। ১৭৮১ চনত হায়দৰ আলিয়ে ওলন্দাজসকলৰ লগতো এখন মিত্ৰতামূলক সন্ধি কৰিছিল; কিন্তু তেওঁলোকৰ সকলো ঘাটি ইতিমধ্যে ইংৰাজ বাহিনীয়ে হস্তগত কৰাত হায়দৰ আলি তেওঁলোকৰ সহায়ৰ পৰা বঞ্চিত হ'ল। ১৭৮২ চনৰ আগভাগতে এডমিৰেল ছাফ্ৰেন (Admiral Suffren) নেতৃত্বত এক ফৰাচী নৌ-বহৰ ভাৰতত উপস্থিত হয় আৰু

তাৰ পিছে পিছে ডুই ৰাজাৰ ফৰাছী সৈন্য লৈ ডু চেমিনো (Du Chemin) মহিছুৰলৈ আহে। তেওঁলোকে কোনো উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিব পৰাৰ আগতে হায়দৰ আলিৰ মৃত্যু ঘটে (৭ ডিচেম্বৰ, ১৭৮২)।

হায়দৰ আলিৰ মৃত্যুৰ পাছতে তেওঁৰ পুত্ৰ টিপুৱে যুদ্ধ চলাই যায়। ১৭৮৩ চনত তেওঁ ব্ৰিগেডিয়াৰ মেথিওজৰ নেতৃত্বাধীন বম্বে চৰকাৰৰ ইংৰাজ বাহিনী এটা ক পৰাস্ত কৰে। ইতিমধ্যে আমেৰিকাৰ স্বাধীনতা যুদ্ধৰ সামৰণি পৰাত ইংৰাজ আৰু ফৰাছী কৰ্তৃপক্ষই ভাৰততো অস্ত্ৰ সম্বৰণ কৰিলে। টিপু অকলশৰীয়া হৈ পৰিল, তথাপি তেওঁ বিদনুৰ দখল কৰাত কৃতকাৰ্য্য হয়। ১৭৮৩ চনৰ নভেম্বৰ মাহত কৰ্নেল ফুলাৰটনে টিপুৰ হাতৰপৰা কোইম্বাটুৰ জয় কৰি ৰাজধানী শ্ৰীৰংগপট্টমৰ ফালে অগ্ৰসৰ হোৱাৰ পৰিকল্পনা কৰে, কিন্তু মাদ্ৰাজৰ নতুন গভৰ্নৰ লৰ্ড মেকাৰ্টনিয়ে শান্তি স্থাপন কৰিব খুজি তেওঁক যুদ্ধ শেষ কৰিবলৈ আদেশ দিলে। আলাপ-আলোচনাৰ পাছত টিপু আৰু মাদ্ৰাজ চৰকাৰৰ মাজত মাংগালোৰত এখন সন্ধিপত্ৰ স্বাক্ষৰিত হয় (মাৰ্চ, ১৭৮৪)। উভয় পক্ষই যুদ্ধ-বন্দী মুক্তি আৰু অধিকৃত স্থানসমূহ ঘূৰাই দিবলৈ মান্তি হ'ল।

দ্বিতীয় ইংগ-মহিছুৰ যুদ্ধই দাক্ষিণাত্যৰ প্ৰকৃত গৰাকী কোন, সেই প্ৰশ্নটোৰ মীমাংসা কৰিব নোৱাৰিলে। যুদ্ধৰ শেষৰ ফালে টিপুৰ পৰাজয় অৱশ্যম্ভাৱী হৈ উঠিছিল যদিও ইংৰাজসকলে শান্তি স্থাপন কৰিবলৈ অধিক ব্যগ্ৰ হোৱাত, যুদ্ধ বিজয়ী সন্মানৰপৰা তেওঁলোক বঞ্চিত হ'ল। গতিকে তেওঁলোকে টিপুৰপৰা কোনো সুবিধাজনক চৰ্ত আদায় কৰিব নোৱাৰিলে। গভৰ্নৰ জেনেৰেল ৱাৰেন হেষ্টিংছ মাংগালোৰৰ সন্ধিত সন্তুষ্ট নহ'ল।

## হায়দৰ আলিৰ কৃতিত্ব

হায়দৰ আলিয়ে ভাৰত ইতিহাসত এখন বিশিষ্ট আসন অধিকাৰ কৰি আছে। সামান্য অৱস্থাৰপৰা নিজ প্ৰতিভা আৰু কাৰ্য্যক্ষমতাৰ বলত তেওঁ মহিছুৰ ৰাজ্যৰ সৰ্বময় কৰ্তাত পৰিণত হয়গৈ। সাংগঠনিক

প্ৰতিভা, ব্যক্তিগত সাহস, বাস্তৱ বুদ্ধি আৰু গভীৰ ৰাজনৈতিক জ্ঞানত সেই কালত তেওঁৰ সমকক্ষ ভাৰতত আন কোনো নাছিল। আকবৰ আৰু ৰঞ্জিত সিংহৰ দৰে তেওঁ আছিল নিৰক্ষৰ, কিন্তু প্ৰখৰ স্মৃতিশক্তিৰ বাবে ৰাজকাৰ্য্য পালনত তেওঁ কোনো বাধাৰ সন্মুখীন হোৱা নাছিল। তদুপৰি তেওঁ কেইবাটাও ভাষা সুন্দৰভাৱে ক'ব পাৰিছিল। ৰাজ্যৰ সকলো বিষয়লৈকে সমানে চকু দি তেওঁ প্ৰতিটো কাম সুকলমে সমাধা কৰিব পাৰিছিল। তেওঁৰ সাক্ষাৎ কৰাৰ নিৰ্দিষ্ট সময় নাছিল, সকলো সময়তে যিকোনো মানুহে তেওঁৰ সৈতে দেখা কৰিব পাৰিছিল। ড ভিনচেন্ট স্মিথে হায়দৰ আলিৰ চৰিত্ৰ অংকন কৰিবলৈ গৈ তেওঁক এজন অবিবেচকী ধৰ্ম, দয়া-মায়া আৰু নীতিজ্ঞানহীন শাসক হিচাপে অভিহিত কৰিছে। স্মিথৰ মন্তব্যত বিশেষ গুৰুত্ব আৰোপ কৰিব নোৱাৰি। শত্ৰুৰে পৰিবেষ্টিত থকা কাৰণে তেওঁৰ শাসন স্বাভাৱিকতে কঠোৰ আছিল, কিন্তু সেইবুলি তেওঁ অনাহকতে প্ৰজাৰ ওপৰত কোনো অত্যাচাৰ কৰা নাছিল ধৰ্মৰ ক্ষেত্ৰত তেওঁ আছিল উদাৰ মনোভাবাপন্ন, সকলো মানুহৰ প্ৰতি তেওঁ সমান ব্যৱহাৰ কৰিছিল। তেওঁ ইছলাম ধৰ্মৰ বাহ্যিক আচৰণসমূহ অৱশ্যে পালন কৰা নাছিল কিন্তু তাৰ কাৰণে তেওঁ ধৰ্ম এৰি দিয়া বুলি ক'ব নোৱাৰি। হায়দৰ আলিক এজন নীতিজ্ঞানহীন শাসক বুলিও কোৱা কঠিন। তেওঁ নঞ্জৰাজক আঁতৰাই নিজকে ক্ষমতাত প্ৰতিষ্ঠিত কৰিছিল সঁচা, কিন্তু পৰিস্থিতিৰ সুযোগ গ্ৰহণ নকৰা লোক জগতত অতি বিৰল। ইংৰাজসকলেও দেশীয় ৰাজ্যত অভ্যন্তৰীণ পৰিস্থিতিৰ সুযোগ গ্ৰহণ কৰিয়েই ভাৰতত ব্ৰিটিছ সাম্ৰাজ্যৰ ভেটি স্থাপন কৰিছিল। প্ৰতিশ্ৰুতি পালনত হায়দৰ আলি আছিল সদায় তৎপৰ, কিন্তু আনহাতে মাদ্ৰাজৰ ইংৰাজ চৰকাৰেহে ১৭৭১ চনত মাৰাঠাসকলৰ বিৰুদ্ধে হায়দৰক পূৰ্ব প্ৰতিশ্ৰুতিমতে সহায় নকৰি নীতিবিগৰ্হিত কাম কৰিছিল। সমসাময়িক ব্ৰিটিছ কৰ্মকৰ্তাসকলতকৈ যে তেওঁৰ স্থান উচ্চ, সেইটো স্বীকাৰ কৰিবই লাগিব।

হায়দৰ আলিয়ে জীৱনৰ বেছিভাগ সময় যুদ্ধ-বিগ্ৰহতে অতিবাহিত কৰিছিল কিন্তু কোনো সময়তে তেওঁ কেতিয়াও আত্মবিশ্বাস হেৰুউৱা নাছিল। অসীম বিপদৰ সময়তো অকণো ধৈৰ্য্য নেহেৰুৱাই স্থিৰভাৱে সকলো কাম সম্পাদন কৰিব পাৰিছিল। প্ৰথম ইংগ-মহিছুৰ যুদ্ধৰ সময়ত

নিজাম, মৰাথা আৰু ইংৰাজ এই তিনিওটা শক্তি তেওঁৰ বিৰুদ্ধে থিয় দিয়াত তেওঁ কূটনীতি আৰু অৰ্থবধাৰা ভাৰতীয় শক্তি দুটা ব্ৰিটিছৰপৰা বিচ্ছিন্ন কৰি তুলিবলৈ সক্ষম হৈছিল। অকল সেয়েই নহয়, ব্ৰিটিছৰ বিৰুদ্ধে এক শক্তিসংঘ গঢ়ি তোলাৰ ক্ষেত্ৰত তেওঁৱেই আছিল প্ৰথম ভাৰতীয় নৃপতি। দুৰ্ভাগ্যৰ কথা যে সেই শক্তিসংঘ স্থায়ী নহ'ল। এজন সমৰ নায়ক হিচাপেও হায়দৰৰ কীৰ্তি স্মৰণীয়। কেইবাখনো যুদ্ধত ব্ৰিটিছ বাহিনীক পৰাভূত কৰি তেওঁ নিজৰ সামৰিক প্ৰতিভা প্ৰতিপন্ন কৰে। ইংৰাজৰ লগত প্ৰথম সংঘৰ্ষত মাদ্ৰাজ নগৰ আক্ৰমণ নকৰি শান্তিৰ প্ৰস্তাৱ মানি লোৱা কাৰ্য্যত তেওঁৰ দূৰদৃষ্টিসম্পন্ন ৰাজনৈতিক জ্ঞানৰ পৰিচয় পোৱা যায়। মাদ্ৰাজ আক্ৰমণ কৰা হ'লে তেওঁ এখন দীঘলীয়া যুদ্ধত লিপ্ত হ'ব লগা হ'লহেঁতেন আৰু তেনে অৱস্থাত দাক্ষিণাত্যৰ আন ভাৰতীয় শক্তিবোৰেও তেওঁক আক্ৰমণ কৰিবলৈ সুবিধা পালেহেঁতেন। কিন্তু তেওঁ তাকে নকৰি ব্ৰিটিছৰ লগত এখন সন্মানজনক সন্ধিত উপনীত হৈ সম্ভাব্য ধ্বংসৰ মুখৰপৰা নিজ ৰাজ্যক ৰক্ষা কৰে। শাসনকাৰ্য্যত কঠোৰতা অৱলম্বন কৰা সত্ত্বেও সাহস, দৃঢ়তা, পৰধৰ্ম-সহিষ্ণুতা আৰু বিদ্যানুৰাগী স্বভাৱৰ বাবে সকলোৱে আজিও তেওঁক শ্ৰদ্ধাৰে সোঁৱৰে।

**টিপু চুলতান আৰু তৃতীয় ইংগ-মহিছুৰ যুদ্ধঃ** দ্বিতীয় ইংগ-মহিছুৰ যুদ্ধৰ অসমাপ্ত অৱস্থাতে হায়দৰ আলিৰ মৃত্যু ঘটাত তেওঁৰ সুযোগ্য পুত্ৰই সেই যুদ্ধ চলাব লগাত পৰে। ১৭৮৪ চনত যুদ্ধৰ ওৰ পৰিল আৰু সেই বছৰতে টিপুৱে চুলতান উপাধি লৈ মহিছুৰৰ ৰাজপাটত উঠে। পিতাকৰ দৰে তেওঁও আছিল এজন সমৰকুশলী বীৰ; প্ৰথম আৰু দ্বিতীয় ইংগ-মহিছুৰৰ যুদ্ধত অংশ গ্ৰহণ কৰি নিজ যোগ্যতাৰ পৰিচয় দিবলৈ তেওঁ সক্ষম হৈছিল।

টিপু চুলতান আছিল সম্পূৰ্ণভাৱে ব্ৰিটিছবিৰোধী। তেওঁ নিজেও এই কথা স্বীকাৰ কৰিছিল আৰু সেই কাৰণে জীৱনৰ কোনো এটা ক্ষণতে তেওঁ ব্ৰিটিছৰ লগতে বন্ধুত্ব স্থাপন কৰাৰ বাবে চেষ্টা কৰা নাছিল। মাংগালোৰ সন্ধি স্বাক্ষৰিত হোৱাৰ পাছৰেপৰা তেওঁ পুনৰ যুদ্ধৰ বাবে প্ৰস্তুতি চলায়। ব্ৰিটিছৰ বিৰুদ্ধে সাহায্য লাভৰ আশাৰে

তেওঁ ১৭৮৭ চনত ফ্ৰান্স আৰু টাৰ্কিলৈ দূত প্ৰেৰণ কৰে। ইয়াৰ-পৰা অৱশ্যে কোনো লাভ নহ'ল। উক্ত দেশ দুখনে তৎকালেই কোনো সাহায্য আগ নবঢালে, মাত্ৰ ভৱিষ্যতে সহায় কৰিম বুলিহে প্ৰতিশ্ৰুতি দিলে। মৰাথা আৰু নিজামৰ লগতো কোনো সদ্ভাৱ নথকাৰ কাৰণে টিপুৰে অকলশৰে ব্ৰিটিছৰ বিৰুদ্ধে থিয় দিব লগা হ'ল।

১৭৮৬ চনত গৱৰ্ণৰ জেনেৰেল লৰ্ড কৰ্নৱালিছ ভাৰতবৰ্ষত উপস্থিত হয়। দাক্ষিণাত্যৰ পৰিস্থিতিলৈ লক্ষ্য কৰি তেওঁ বুজি উঠে যে টিপুৰ সৈতে এখন যুদ্ধ অনিবাৰ্য্য আৰু সেই কাৰণে তেওঁ মৰাথা আৰু নিজামৰ সৈতে এটা সম্প্ৰীতিৰ ভাৱ গঢ়ি তুলিবলৈ চেষ্টা কৰে। পুণাৰ ৰেছিডেণ্ট মেলেটক তেওঁ মৰাথাসকলৰ লগত এটা বুজা-পৰালৈ আহিবলৈ কয় আৰু তেওঁ নিজে নিজামৰ লগত যোগাযোগ স্থাপন কৰে। নিজামৰ লগত হোৱা ব্ৰিটিছৰ সম্বন্ধই তৃতীয় ইংগ-মহিছুৰ যুদ্ধৰ সম্ভাৱনা অধিক বৃদ্ধি কৰিলে। লৰ্ড কৰ্নৱালিছৰ দাবীৰ পৰিপ্ৰেক্ষিতত নিজামে উত্তৰ চৰকাৰ অঞ্চলৰ গণ্টুৰ জিলাখন সমৰ্পণ কৰে (১৭৮৮), কিন্তু তাৰ বিনিময়ত তেওঁ মহিছুৰৰ বিৰুদ্ধে ব্ৰিটিছৰ সাহায্য বিচাৰিলে। ১৭৮৪ চনৰ ভাৰত আইনে কোম্পানিৰ চৰকাৰক আক্ৰমণাত্মক নীতি অনুসৰণ কৰাৰপৰা বিৰত থাকিবলৈ নিৰ্দেশ দিছিল, কিন্তু কৰ্ন-ৱালিছে পৰোক্ষভাৱে সেই নিৰ্দেশ উলংঘা কৰি নিজামক সহায় কৰিবলৈ আগবাঢ়ি আহিল। তেওঁ নিজামৰ ওচৰলৈ এটা ব্ৰিটিছ বাহিনী পঠাই দিলে আৰু লগতে কোম্পানিৰ বন্ধু শক্তিবৰ্গৰ বিৰুদ্ধে সেই বাহিনী ব্যৱহাৰ কৰিবলৈ নিষেধ কৰিলে। বন্ধু শক্তিবৰ্গৰ এখন তালিকা প্ৰস্তুত কৰি নিজামক দিয়া হ'ল, কিন্তু সেই তালিকাৰপৰা মহিছুৰৰ নামটো বাদ পৰিল। কৰ্নৱালিছৰ প্ৰকৃত মনোভাৱৰ বিষয়ে কাৰো মনত লেশ-মাত্ৰও সন্দেহ নাথাকিল।

যুদ্ধ অৱশ্যম্ভাৱী হৈ উঠাত টিপু চুলতানে ১৭৮৯ চনৰ ২৯ ডিচেম্বৰ তাৰিখে ত্ৰিবাংকুৰ ৰাজ্য আক্ৰমণ কৰে। ত্ৰিবাংকুৰৰ ৰজা আছিল ইংৰাজৰ মিত্ৰ; মাংগালোৰৰ সন্ধি অনুসৰি তেওঁ ইংৰাজৰপৰা সামৰিক সাহায্য দাবী কৰিব পাৰে। ত্ৰিবাংকুৰৰ ৰজাই সেয়ে মাদ্ৰাজ চৰকাৰৰ ওচৰত সহায়ৰ কাৰণে আবেদন জনালে। মাদ্ৰাজৰ গৱৰ্ণৰ ছাৰ জন হলেণ্ডে তেওঁক সহায় কৰিবলৈ অস্বীকাৰ কৰিলে। লৰ্ড কৰ্নৱালিছে

কলেগুৰ কাৰ্য্যক তীব্ৰ নিন্দা কৰে আৰু পূৰ্ব চুক্তি অনুসৰি যে ত্ৰিবাংকুৰক সহায় কৰিবলৈ বাধ্য, সেই কথা সোঁৱৰাই দিয়ে। তাৰ ফলস্বৰূপে তৃতীয় ইংগ-মহিছুৰ যুদ্ধৰ (১৭৯০-৯২) সূচনা হয়। ইতিমধ্যে নিজাম আৰু মৰাথাসকলে ইংৰাজৰ লগত মিত্ৰতা কৰাত (জুলাই, ১৭৯০) লৰ্ড কৰ্নৱালিছৰ সাহস দুগুণে বাঢ়িল।

নিজাম আৰু মৰাথাসকলৰ সাহায্যৰ পাছতো ব্ৰিটিছ বাহিনীয়ে টিপু চুলতানৰ বিৰুদ্ধে বিশেষ অগ্ৰগতি লাভ কৰিব নোৱাৰিলে। বৰঞ্চ কেইবাখনো যুদ্ধত মেজৰ জেনেৰেল মিডজক ঘটুৱাই টিপুৰে নিজৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰে। যুদ্ধৰ গতি বেয়াৰফালে ঢাল খোৱাত লৰ্ড কৰ্নৱালিছে নিজেই ব্ৰিটিছ বাহিনীৰ নেতৃত্ব গ্ৰহণ কৰিবলৈ বাধ্য হয় (জানুৱাৰি, ১৭৯১)। ভেলোৰ আৰু অম্বুৰৰ মাজেদি গতি কৰি মাৰ্চ মাহৰ ২১ তাৰিখে কৰ্নৱালিছে বাংগালোৰ অধিকাৰ কৰে। ১০ মে তাৰিখে তেওঁ শ্ৰীৰংগপট্টমৰ কাষ চাপিল, কিন্তু তাৰপৰা আৰু আগবাঢ়িব নোৱাৰিলে। টিপুৰ ৰণ কৌশলৰ বাবে তেওঁ বাধ্য হৈ বাংগালোৰলৈ গৈ আশ্ৰয় ল'বলৈ বাধ্য হয়। খৰালি পুনৰ যুদ্ধ আৰম্ভ হ'ল আৰু ৩ নৱেম্বৰত (৭৯১) টিপুৱে ব্ৰিটিছৰ হাতৰপৰা কোইম্বাটুৰ নগৰখন জয় কৰে। ব্ৰিটিছৰ বিৰুদ্ধে টিপুৰ এয়ে অন্তিম জয়লাভ। ইয়াৰ পাছত টিপুৱে আৰু ব্ৰিটিছ বাহিনীৰ অগ্ৰগতি ৰোধ কৰিব নোৱাৰিলে। ১৭৯২ চনৰ ৫ ফেব্ৰুৱাৰিৰ দিনা লৰ্ড কৰ্নৱালিছ শ্ৰীৰংগপট্টমৰ ওচৰত উপস্থিত হয়হি। টিপুৱে উপায়হীন হৈ সন্ধি কৰিবলৈ বাধ্য হয় (মাৰ্চ ১৭৯২)।

শ্ৰীৰংগপট্টম সন্ধিৰ চৰ্তানুসৰি টিপুৱে তেওঁৰ ৰাজ্যৰ আধা অংশ শত্ৰুপক্ষৰ হাতত এৰি দিয়ে। কৃষ্ণাৰপৰা পেনাৰ নদীলৈকে নিজামে আৰু তুংগভদ্ৰা নদীৰ কাষৰ অঞ্চলসমূহ মৰাথাসকলে লাভ কৰিলে। মালবাৰ ডিণ্ডিগুল আৰু বৰমহল ইংৰাজৰ হাতলৈ আহিল। টিপুৱে কুৰ্গ ৰজাৰ ওপৰত থকা কৰ্তৃত্ব ত্যাগ কৰে আৰু তাত ইংৰাজৰ প্ৰাধান্য স্থাপিত হ'ল। যুদ্ধৰ ক্ষতিপূৰণ হিচাপে টিপু চুলতানে প্ৰায় আঢ়ৈ কোটি টকা ইংৰাজক দিম বুলি প্ৰতিশ্ৰুতি দিয়ে আৰু জামিনস্বৰূপে নিজৰ পুতেক দুজনক কৰ্নৱালিছৰ ওচৰলৈ পঠাই দিয়ে।

শ্ৰীৰংগপট্টমৰ সন্ধিয়ে প্ৰকৃতপক্ষে কোনো সমস্যাৰ সমাধান কৰিব নোৱাৰিলে। টিপুৱে অৰ্দ্ধৰাজ্য ত্যাগ কৰিলে যদিও তেওঁৰ অৰ্থবল

প্ৰায় অটুট থাকিল আৰু সেয়ে আৰু এখন যুদ্ধৰ সম্ভাৱনা হৈ গ'ল। এই সম্ভাৱনা হৈ যোৱা কাৰণে বহু ঐতিহাসিকে লৰ্ড কৰ্ণৱালিছক দোষাৰোপ কৰিব খোজে, কিয়নো তেওঁ সেই সময়ত মহিশূৰ ৰাজ্যখন অধিকাৰ কৰি লোৱা হ'লে টিপুৱে উত্তৰোত্তৰ শক্তি সঞ্চয়ৰ বাবে কোনো সুবিধা নাপালেহেঁতেন আৰু চতুৰ্থ ইংগ-মহিশূৰ সংঘৰ্ষৰো প্ৰয়োজন নহ'ল-হেঁতেন। কিন্তু সমসাময়িক ঘটনাৱলীলৈ মন কৰিলে লৰ্ড কৰ্ণৱালিছে শ্ৰীৰংগপট্টমত লোৱা ব্যৱস্থাই উপযুক্ত হৈছিল বুলি ক'ব পাৰি। সেই সময়ত বিপ্লৱী ফ্ৰান্সৰ লগত ইংলেণ্ডৰ সম্বন্ধ ক্ৰমাগত বেয়াৰ ফালে গতি কৰিছিল আৰু এনে অৱস্থাত টিপুৱে ফ্ৰান্সৰ লগত মিত্ৰতা কৰা হ'লে লৰ্ড কৰ্ণৱালিছ এটা ডাঙৰ বিপৰ্য্যয়ৰ সন্মুখীন হ'ব লগাত পৰিলেহেঁতেন। তদুপৰি, ব্ৰিটিছ সেনাবাহিনীৰ বহুসংখ্যক লোক অসুস্থ হৈ পৰাত আৰু ইংলেণ্ডস্থ কৰ্তৃপক্ষই শান্তি স্থাপনৰ বাবে পুনঃ পুনঃ নিৰ্দেশ দিয়াত কৰ্ণৱালিছে টিপুৰ লগত সন্ধি কৰিবলৈ একপ্ৰকাৰ বাধ্য হৈ পৰিল। গোটেই মহিশূৰ ৰাজ্যখন অধিকাৰ কৰা হ'লে নিজাম আৰু মৰাঠাসকলো ব্ৰিটিছবিৰোধী হৈ উঠাৰ সম্ভাৱনা আছিল। সেই সময়ত অন্ততঃ কৰ্ণৱালিছে এইটো বিচৰা নাছিল। গতিকে শ্ৰীৰংগপট্টমত সন্ধি কৰি তেওঁ বন্ধুত্বও ৰক্ষা কৰিলে আৰু শত্ৰুপক্ষকো কিছু পৰিমাণে দুৰ্বল কৰি তুলিলে।

## চতুৰ্থ ইংগ-মহিশূৰ যুদ্ধ

টিপুৰ নিচিনা দুৰ্দ্ধৰ্ষ যোদ্ধা আৰু স্বাধীনতাপ্ৰিয় ৰজা এজন শ্ৰীৰংগ-পট্টমৰ সন্ধিত সন্তুষ্ট হ'ব নোৱাৰিলে। তেওঁ সৈন্যবাহিনী পুনৰ সুস-জ্জিত কৰে আৰু ৰাজধানীৰ প্ৰতিৰক্ষামূলক ব্যৱস্থা অধিক সবল কৰি তোলে। সকলো ক্ষেত্ৰতে কঠোৰ নিয়ম-শৃংখলা স্থাপন কৰা হয়। অৰ্থ-নৈতিক দিশতো টিপুৱে মনোনিবেশ কৰে আৰু তাৰ ফলত ৰাজ্যখন পুনৰ চহকী হৈ উঠে। যুদ্ধৰ ক্ষতিপূৰণ পৰিশোধ কৰি তেওঁ নিজৰ পুতেক দুজনকো মুক্ত কৰিলে।

১৭৯৩ চনত ফ্ৰান্স আৰু ইংলেণ্ডৰ মাজত যুদ্ধ আৰম্ভ হোৱাত আন্ত-ৰ্জাতিক পৰিস্থিতি টিপুৰ অনুকূল হৈ পৰিল। ফ্ৰান্সৰ লগত মিত্ৰতা স্থাপন কৰিবলৈ তেওঁ যত্নপৰ হয় আৰু নিজে ফৰাচী বিপ্লৱী দল জেক'বিন ক্লাবত (Jacobin Club) যোগদান কৰে। ৰাজধানী শ্ৰীৰংগপট্টমত

বিপ্লৱী ফ্ৰান্সৰ পতাকা এখনো উত্তোলন কৰা হয়। ইফালে ব্ৰিটিছৰ বিৰুদ্ধে সাহায্য বিচাৰি টিপুৱে আফগানিস্তান, টাৰ্কি, মৰিচাচ আদি দেশৰ লগত যোগাযোগ আৰম্ভ কৰে। মালাৰ্টিক নামৰ ফৰাছী গভৰ্নৰ এজন টিপুৰ প্ৰধান সমৰ্থক হৈ পৰিল আৰু তেওঁৰ চেষ্টাৰ ফলতে ফৰাছী স্বেচ্ছাসেৱকৰ দল এটা আহি মাংগালোৰত উপস্থিত হয়হি (এপ্ৰিল, ১৭৯৮)।

টিপুৰ কাৰ্য্যাৱলীত নতুন গভৰ্নৰ জেনেৰেল লৰ্ড ৱেলেছলি গভীৰভাৱে অসন্তুষ্ট হয়। বৈদেশিক সাহায্য লাভ কৰি টিপু ভয়ংকৰ হৈ উঠিব পাৰে আৰু সেই কাৰণে তাৰ আগতে তেওঁ টিপুক ধ্বংস কৰিবলৈ স্থিৰ কৰে। দাক্ষিণাত্যৰ পৰিস্থিতি অধ্যয়ন কৰিবলৈ তেওঁ নিজে আহি মাদ্ৰাজত উপস্থিত হয় (২৬ এপ্ৰিল, ১৭৯৮)। মাদ্ৰাজ চৰকাৰে যুদ্ধৰ কথা চিন্তা কৰা নাছিল; কিন্তু ৱেলেছলিয়ে সৈন্যবাহিনীক সক্ষম হ'বলৈ আদেশ দিলে। ইফালে টিপুৰ বিৰুদ্ধে ১৭৯০ চনৰ অনুৰূপ চুক্তি এখনি কৰিবলৈ তেওঁ নিজাম আৰু মৰাঠাসকলৰ কাষ চাপিল। হায়দৰাবাদৰ নিজাম নিজাম আলি আছিল মৰাঠাসকলতকৈ দুৰ্বল, গতিকে ৱেলেছলিয়ে প্ৰথমতে তেওঁৰ লগতে যোগাযোগ আৰম্ভ কৰে। নিজামে তৎকালেই ব্ৰিটিছৰ সৈতে এখন স্বাধীনতামূলক চুক্তিত আবদ্ধ হয় (১ ছেপ্টেম্বৰ, ১৭৯৮)। নিজামে ব্ৰিটিছৰপৰা ৰক্ষণাবেক্ষণ লাভ কৰিলে কিন্তু তাৰ বিনিময়ত তেওঁ নিজৰ স্বাধীনতা হেৰুৱালে। মৰাঠাসকল অৱশ্যে কোনো চুক্তি কৰিবলৈ সন্মত নহ'ল; তথাপি ৱেলেছলিয়ে যুদ্ধৰ অন্তত তেওঁলোককো মহিসুৰ ৰাজ্যৰ এক খণ্ড দিম বুলি ঘোষণা কৰিলে।

যুদ্ধৰ আয়োজন সমাপ্ত হোৱাত ৱেলেছলিয়ে টিপুৰপৰা ব্ৰিটিছবিৰোধী কাৰ্য্য-কলাপৰ বিষয়ে কৈফিয়ৎ দাবী কৰিলে। টিপুৰ উত্তৰ সন্তোষজনক নহয় বুলি ১৭৯৯ চনত তেওঁ যুদ্ধ ঘোষণা কৰে। টিপুৱে কাৰোপৰা কোনো সাহায্য নাপালে, গতিকে তেওঁ অকলশৰে থিয় দিব লগা হয়। কিন্তু ব্ৰিটিছ আক্ৰমণ আছিল সুপৰিকল্পিত আৰু ফলত টিপুৱে পদে পদে হাৰ মানিবলগীয়া হ'ল। সদাশিৱ (৫ মাৰ্চ, ১৭৯৯) আৰু মলভেলিৰ (২৭ মাৰ্চ, ১৭৯৯) যুদ্ধত পৰাজয় বৰণ কৰি ৰাজধানী প্ৰতিৰক্ষাৰ্থে তেওঁ শ্ৰীৰংগপট্টমলৈ গতি কৰে। ইয়াতো তেওঁ সৌভাগ্যৰ মুখ দেখা নাপালে। নিজ ৰাজ্যৰ স্বাধীনতা ৰক্ষা কৰিবলৈ গৈ ৪ মে'

তাৰিখে তেওঁ গুলাৰ আঘাতত প্ৰাণ বিসৰ্জন দিলে। টিপুৰ মৃত্যুৰ লগে লগে মহিচুৰৰ গৌৰবোজ্জ্বল ইতিহাসবো অন্ত পৰিল। টিপুৰ পৰিয়ালবৰ্গক প্ৰথমে ভেলোৰত বন্দী কৰি ৰখা হয়; কিন্তু পাছত তেওঁলোকক কলিকতালৈ স্থানান্তৰিত কৰা হ'ল (১৮০৬)।

টিপুৰ পতনৰ পাছত মহিচুৰ ৰাজ্যখন খণ্ড-বিখণ্ড কৰা হয়। ৱেলেচ্-লিয়ে কানাড়, ৱেনাড, কোইম্বাটুৰ আদি কেইবাটাও গুৰুত্বপূৰ্ণ অঞ্চল কোম্পানিৰ কাৰণে ৰাখে। ইংৰাজ বন্ধু নিজামৰ হাতত গুটি, গুৰমুকুণ্ড আৰু চিতলদুৰ্গৰ কিছু অংশ সমৰ্পণ কৰা হয়। কিছু চৰ্তসাপেক্ষে ৱেলেচলিয়ে মৰাথাসকলকো মহিচুৰৰ একাংশ দিবলৈ ইচ্ছা কৰিছিল, কিন্তু তেওঁলোকে সেয়া গ্ৰহণ নকৰিলে। গতিকে ইংৰাজ আৰু নিজামে সেই ৰাজ্যখণ্ডও ভাগ কৰি লয়। মহিচুৰৰ বাকী থকা অংশটো আগৰ হিন্দু ৰজাৰ নাবালক পুতেক এজনক দান কৰা হয়। এই নতুন মহিচুৰ ৰাজ্যখন সম্পূৰ্ণভাৱে ব্ৰিটিছ চৰকাৰৰ কৰতলীয়া হ'ল। কুশা-সনৰ অভিযোগত গভৰ্নৰ জেনেৰেল উইলিয়াম বেণ্টিংকে ১৮৩১ চনত মহিচুৰৰ শাসনভাৰ নিজৰ হাতলৈ আনিছিল। ১৮৮১ চনত মহিচুৰৰ ৰজাক অৱশ্যে পুনৰ শাসনত অধিষ্ঠিত কৰা হয়।

ইংৰাজৰ প্ৰধান প্ৰতিদ্বন্দ্বী টিপু চুলতানক নিপাত কৰাত ইংৰাজ লোকসকলে ৱেলেচলিক ভূয়সী প্ৰশংসা কৰিলে। ব্ৰিটিছ কৰ্তৃপক্ষয়ো তেওঁৰ কৃতিত্বৰ শলাগ লয় আৰু তেওঁক 'মাৰ্কুইছ অব ৱেলেচলি' খিতাপ প্ৰদান কৰে। এই সন্মানত ৱেলেচলি অৱশ্যে সন্তুষ্ট নহ'ল। তেওঁ ইয়াতকৈ আৰু বেছি সন্মানজনক উপাধি আশা কৰিছিল।

## টিপু চুলতান ঃ এটি পৰ্য্যালোচনা

নিজ ৰাজ্যৰ স্বাধীনতা ৰক্ষাৰ্থে ব্ৰিটিছৰ বিৰুদ্ধে যুঁজি প্ৰাণ বিস-ৰ্জন দিয়া ভাৰতীয় ৰজাসকলৰ ভিতৰত টিপু চুলতান হৈছে সৰাতোকৈ শ্ৰেষ্ঠ। ব্ৰিটিছ আছিল তেওঁৰ ঘোৰ শত্ৰু আৰু সেই কাৰণে জীৱনৰ কোনো সময়তে তেওঁলোকৰ সৈতে মিত্ৰতা কৰাৰ কথা চিন্তা কৰা নাছিল। ৱেলেচলিৰ 'অধীনতামূলক মিত্ৰতাত' আবদ্ধ হৈ তেওঁ হায়-দৰাবাদৰ নিজামৰ দৰে নিষ্কণ্টকে ৰাজ্য শাসন কৰিব পাৰিলেহেঁতেন; কিন্তু তেওঁ সেই পথ বাছি নল'লে। তেওঁৰ স্বদেশপ্ৰেম আৰু আত্ম-

সন্মানবোধ ইমান গভীৰ আছিল যে শেষ অৱস্থাত শ্ৰীৰংগপট্টমৰ পতন অনিবাৰ্য্য বুলি জানি প্ৰকৃত বীৰৰ দৰে মৃত্যুক বৰণ কৰিলে।

সামৰিক ক্ষেত্ৰতো টিপুৱে যথেষ্ট পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হয়। ব্ৰিটিছৰ বিৰুদ্ধে দ্বিতীয় আৰু তৃতীয় সংঘৰ্ষত তেওঁ কেইবাখনো যুদ্ধত জয়লাভ কৰি নিজৰ যশস্যা বৃদ্ধি কৰে। তৃতীয় সংঘৰ্ষত লৰ্ড কৰ্নৱালিছৰ দৰে বিস্তৰ সামৰিক অভিজ্ঞতা অৰ্জন কৰা সেনাপতি এজনেও অশেষ কষ্টেৰেহে টিপুক বশীভূত কৰিবলৈ সক্ষম হয়। টিপু চুলতানৰ ৰাজনৈতিক জ্ঞানো প্ৰশংসনীয়; ইউৰোপত ইংগ-ফৰাচী বিৰোধৰ পৰিপ্ৰেক্ষিতত মহিছুৰৰ বৈদেশিক নীতি নিৰ্ধাৰণ কৰি তেওঁ বিচক্ষণতাৰ পৰিচয় দিয়ে। কিন্তু তেওঁৰ ৰাজনৈতিক বিচাৰ বুদ্ধি পিতাক হায়দৰ আলিৰ দৰে বাস্তৱমুখী আছিল বুলি ক'ব নোৱাৰি। হায়দৰে পৰাপক্ষত নিজাম আৰু মৰাঠাসকলক হাতত ৰাখিহে ব্ৰিটিছৰ বিৰুদ্ধাচৰণ কৰাৰ কথা ভাবিছিল, কিয়নো, তেওঁ ভালদৰে বুজিছিল যে তিনিওটা শক্তিৰ বিৰুদ্ধে একেলগে থিয় দিয়াটো নিৰ্বুদ্ধিতাৰ কাম হ'ব। কিন্তু টিপু চুলতানে নিজাম আৰু মৰাঠাসকলৰ লগত সদ্ভাৱ স্থাপন কৰিবলৈ কোনো চেষ্টা নকৰিলে। তাৰ ফলত বিপদ ঘনীভূত হৈ উঠিল। হায়দৰাবাদৰ নিজামে নিৰাপত্তাৰ কাৰণে ব্ৰিটিছৰ হৈতে মিত্ৰতাসূত্ৰত আবদ্ধ হ'ল। মৰাঠাসকল ব্ৰিটিছৰ লগত কোনো মীমাংসালৈ নাহিল যদিও চতুৰ্থ ইংগ-মহিছুৰ যুদ্ধত নিৰপেক্ষতা অৱলম্বন কৰি পৰোক্ষভাৱে ব্ৰিটিছৰ জয়লাভৰ পথ সুগম কৰি তুলিলে। টিপু চুলতানে হয়তো বৈদেশিক সাহায্যৰ আশা কৰি ভাৰতীয় শক্তি দুটাৰ প্ৰতি হেয় মনোভাব পোষণ কৰিছিল, কিন্তু এইটো বিজ্ঞজনোচিত কাৰ্য্য নহ'ল। তিনিওটা ভাৰতীয় শক্তি একত্ৰিত হোৱা হ'লে ৱেলেছলিয়ে ইমান সহজে টিপুক পৰাভূত কৰিব পৰাৰ আশা নাছিল। গতিকে টিপুৰ দৃষ্টিভংগী আৰু ভাৰতীয় শক্তি দুটাৰ প্ৰত্যক্ষ বা পৰোক্ষ বিৰোধেই মহিছুৰৰ পতনৰ এটা প্ৰধান কাৰণ বুলি ক'ব পাৰি।

কিছুমান ব্ৰিটিছ লেখকে টিপুক এজন বৰ্বৰ আৰু নিষ্ঠুৰ শাসক বুলি অভিহিত কৰিব খোজে। ইংৰাজ-বৈৰী হিচাপে টিপু ইমানেই প্ৰখ্যাত হৈ উঠিছিল যে তেওঁৰ প্ৰতি কিছুমান লোক বিৰূপ হোৱাটো একো আশ্চৰ্য্যজনক কথা নহয়। তেওঁৰ ওপৰত বিতৃষ্ট হৈয়েই শ্ৰীৰংগপট্টমৰ

পতনৰ পাচত ব্ৰিটিছ বাহিনীয়ে নিৰীহ প্ৰজাবৰ্গৰ ওপৰত নৃশংস অত্যাচাৰ আৰম্ভ কৰিছিল। শত্ৰুক টিপুৱে কঠোৰ দণ্ডেৰে দণ্ডিত কৰিছিল, কিন্তু সেইবুলি তেওঁ কোনো বাছ-বিচাৰ নোলোৱাকৈ সকলোকে অত্যাচাৰ কৰিছিল বুলি ক'ব নোৱাৰি। তেওঁৰ শাসনৰ জনপ্ৰিয়তাৰ কথা তেওঁৰ সমসাময়িক এডৱাৰ্ড মুৰ আৰু মেজৰ ডিৰমৰ লিখনিৰপৰা জনা যায়। ইংৰাজ শাসনাধীন মাদ্ৰাজৰ খেতিয়কসকলৰ দুৰ্গতিৰ বিপৰীতে মহিচুৰ ৰাজ্যৰ খেতিয়কসকলৰ স্বচ্ছল অৱস্থাই টিপুৰ সুশাসনৰ কথাকে প্ৰতিপন্ন কৰে। দৰাচলতে তেওঁৰ দৰে কঠোৰ পৰিশ্ৰমী, সচ্চৰিত্ৰবান আৰু বিদ্বান নৃপতি এজন সেই সময়ত নাছিল। তেওঁ শাসনকাৰ্য্যৰ প্ৰতিটো বিষয়ৰ ওপৰত চকু ৰাখিছিল আৰু সমসাময়িক কলুষতাই তেওঁক স্পৰ্শ কৰিব পৰা নাছিল। কন্নড়, পাৰ্চী আৰু উৰ্দু ভাষা তেওঁ সুন্দৰকৈ ক'ব পাৰিছিল। তেওঁৰ নিজৰে এটা ডাঙৰ পুথিভঁৰাল আছিল। ধৰ্ম বিষয়ত তেওঁ পিতাকৰ দৰে উদাৰ নাছিল সঁচা; কিন্তু সেইবুলি ব্ৰিটিছ লেখকসকলে ক'ব খোজাৰ দৰে তেওঁক হিন্দুবিদ্বেষী বুলি ক'ব নোৱাৰি। তেওঁৰ চৰিত্ৰত বিভিন্ন গুণৰ সমাবেশ ঘটিলেও অহংকাৰী স্বভাৱৰ বাবে তেওঁ বহুতৰে অপ্ৰিয় হৈ পৰিছিল। তেওঁ যি ভাবিছিল তাকেই কৰিছিল, আনৰ মতামতলৈ কোনো ভ্ৰূক্ষেপ কৰা নাছিল। তথাপি টিপুৰ কৰ্তব্যনিষ্ঠা, স্বদেশপ্ৰীতি আৰু আত্মত্যাগৰ দৃষ্টান্তই আজিও সকলোকে বিমুগ্ধ কৰে।

ষষ্ঠ অধ্যায়

# পেছোৱাসকলৰ প্ৰাধান্য আৰু মৰাথা শক্তিৰ পতন

## পেছোৱাসকলৰ উত্থান আৰু মৰাথা ৰাষ্ট্ৰসংঘ

অষ্টাদশ শতিকাত মৰাথাসকলৰ কৃতিত্বৰ গুৰিতে আছে পেছোৱাসকলৰ অৱদান। ১৭১৩ চনত কংকণদেশীয় ব্ৰাহ্মণ বালাজী বিশ্বনাথ পেছোৱা পদত অধিষ্ঠিত হয় আৰু এই পদ তেওঁৰ বংশধৰসকলে পুৰুষানুক্ৰমিকভাৱে ভোগ কৰাত পেছোৱাসকলে শক্তি বৃদ্ধি কৰিবলৈ অধিক সুবিধা পায়। পেছোৱাসকলৰ নেতৃত্বত মৰাথাসকলে ভাৰতৰ বিভিন্ন দিশত নিজৰ প্ৰাধান্য স্থাপন কৰিবলৈ সক্ষম হয়। সেই সময়ত ইষ্ট ইণ্ডিয়া কম্পেনিযেও ভাৰতত ৰাজনৈতিক প্ৰভাৱ বিস্তাৰ কৰিবলৈ চেষ্টা কৰিছিল, গতিকে মৰাথাসকল কোম্পানিৰ প্ৰধান প্ৰতিদ্বন্দ্বী হৈ পৰিল। পেছোৱাসকলৰ দিনতে মৰাথা ৰাষ্ট্ৰসংঘৰো প্ৰধান বৈশিষ্ট্যসমূহ পৰিস্ফুট হৈ উঠে।

মোগল সম্ৰাট ঔৰংজেবে আপ্ৰাণ চেষ্টা কৰিও মৰাথাসকলক বশীভূত কৰিব নোৱাৰিলে। ১৬৮৯ চনত ঔৰংজেবে শিৱাজীৰ উত্তৰাধিকাৰী ছত্ৰপতি শম্ভুজীক ধৰি নি হত্যা কৰে আৰু তেওঁৰ পুতেক শাহুক বন্দী কৰি ৰাখে। ইমানতো মৰাথাসকলে পৰাজয় স্বীকাৰ নকৰিলে: তেওঁলোকে শম্ভুজীৰ ভায়েক ৰাজাৰামক ছত্ৰপতি বুলি ঘোষণা কৰি পুনৰ ঔৰংজেবৰ বিৰুদ্ধে থিয় দিয়ে। ১৭০০ চনত ৰাজাৰামৰ মৃত্যু ঘটাত তেওঁৰ পত্নী তাৰাবায়ে নাবালক পুতেক তৃতীয় শিৱাজীক সিংহাসনত পাপি মোগলৰ বিৰুদ্ধে অবিৰত সংগ্ৰাম চলাই যায়। ইতিমধ্যে

১৭০৭ চনত ঔৰংজেবৰ মৃত্যু ঘটিল; তেওঁৰ মৃত্যুৰ পাছত মৰাথাসকলৰ মাজত বিভেদ ঘটাবৰ কাৰণে শম্ভুজীৰ পুতেক শাহুক মোগলৰ বন্দীশালৰপৰা মুকলি কৰি দিয়া হয়। মোগলসকলৰ উদ্দেশ্য সফল হ'ল। শাহুৱে বন্দীশালৰপৰা ওলাই আহি মৰাথা সিংহাসন দাবী কৰে, কিন্তু এই দাবী গ্ৰহণ কৰিবলৈ তাৰাবাঈ মান্তি নহ'ল। উভয় পক্ষ শক্তি-পৰীক্ষাত নামিল। অৱশেষত শাহুৱে কৃতকাৰ্য্যতা লাভ কৰিলে। তেওঁ ছাতাৰাত নতুন ৰাজধানী পাতি ছত্ৰপতি দ্বিতীয় শিৱাজী হিচাপে ৰাজ্য শাসন কৰিবলৈ ধৰে। আনহাতে দ্বিতীয় শিৱাজীৰ কৰ্তৃত্ব স্বীকাৰ নকৰি তাৰাবাঈৰ পুতেক তৃতীয় শিৱাজীয়ে কোলাপুৰত এখন ৰাজধানী স্থাপন কৰে। কোলাপুৰৰ ৰাজ্যখন ভাৰতৰ স্বাধীনতাৰ সময়লৈকে বৰ্তি থাকে, পাছত ইয়াক মহাৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত কৰা হয়। ছাতাৰাৰ ৰাজ্যখন ১৮৪৬ চনত ব্ৰিটিছে অধিকাৰ কৰে।

দ্বিতীয় শিৱাজী ওৰফে শাহুৰ সুদীৰ্ঘ ৰাজত্ব কালতে (১৭০৮-৪৯) পেছোৱা বংশৰ অভ্যুত্থান ঘটে। তাৰাবাঈৰ বিৰুদ্ধে অগ্ৰসৰ হওঁতে দ্বিতীয় শিৱাজীয়ে কেইবাজনো মৰাথা সেনাপতি আৰু বিশেষকৈ বালাজী বিশ্বনাথৰপৰা প্ৰভূত সাহায্য লাভ কৰিছিল। গতিকে বিশ্বনাথক ১৭১২ চনত 'সেনাকৰ্তা' হিচাপে নিযোগ কৰা হয়। অলপ দিনৰ ভিতৰতে বিশ্বনাথে নিজকে এজন সুদক্ষ শাসনকৰ্তা আৰু সামৰিক সংগঠক হিচাপে প্ৰতিপন্ন কৰে; ফলত দ্বিতীয় শিৱাজীযে তেওঁক পেছোৱা অৰ্থাৎ প্ৰধান মন্ত্ৰীৰ পদত নিযুক্ত কৰিলে (১৬ নৱেম্বৰ, ১৭১৩)। ৰাজাৰামৰ সময়ৰপৰা 'প্ৰতিনিধি' নামৰ আন এজন মৰাথা ৰাজবিষয়াৰ মান-মৰ্য্যাদা পেছোৱাতকৈ অধিক আছিল, কিন্তু বালাজী বিশ্বনাথৰ কৰ্ম-দক্ষতাৰ ফলতে পেছোৱাৰ প্ৰাধান্য সকলো ক্ষেত্ৰতে স্বীকৃত হ'ল। তেওঁৰ মৃত্যুৰ পাছত প্ৰথম বাজীৰাও (১৭২০-৪০) আৰু বালাজী বাজীৰাৱে (১৭৪০-৬১) পেছোৱা পদৰ সম্মান বহুগুণে বৃদ্ধি কৰিলে। ১৭৪৯ চনত ছত্ৰপতি দ্বিতীয় শিৱাজীৰ মৃত্যু হোৱাত পেছোৱা বালাজী বাজীৰাৱে নতুন ছত্ৰপতি ৰামৰাজাৰপৰা এখন চুক্তি আদায় কৰে। এইখনেই হৈছে বিখ্যাত 'সংগোলা চুক্তি'। এই চুক্তিমতে ছত্ৰপতিৰ সকলো ক্ষমতা পেছোৱাই আহৰণ কৰিলে। ৰামৰাজাৰ বুঢ়ীমাক তাৰাবাঈ আৰু দামাজী গাইকৱাৰ নামৰ এজন মৰাথা জাইগীৰদাৰ

এই চুক্তিত সন্তুষ্ট নহ'ল। তেওঁলোকে বালাজী বাজীৰাওৰ বিপক্ষে থিয় দিলে, কিন্তু তেওঁলোকৰ চেষ্টা বিফলে গ'ল। দামাজী গাই-কঁৱাৰে বশ্যতা স্বীকাৰ কৰিলে আৰু তাৰাবাঈ পলাই গ'ল। এই সময়ৰপৰা পেছোৱা প্ৰকৃতপক্ষে মৰাথাসকলৰ ৰজা হ'ল। ৰামৰাজা আৰু তেওঁৰ উত্তৰাধিকাৰীসকল ছাতাৰাত থাকিল আৰু পেছোৱাই পুণাত এখন নতুন ৰাজধানী পাতিলে।

পেছোৱাসকলৰ নেতৃত্বতে মৰাথা সাম্ৰাজ্যই ঠন ধৰি উঠে। বালাজী বিশ্বনাথৰপৰা বালাজী বাজীৰাওলৈকে প্ৰত্যেকজন পেছোৱাই আছিল সুনিপুণ যুঁজাৰু আৰু তাৰ ফলতে উত্তৰ আৰু দক্ষিণ ভাৰতত মৰাথাসকলে ৰাজনৈতিক প্ৰাধান্য স্থাপন কৰিবলৈ সক্ষম হয়। সামৰিক কৃতিত্বৰ কাৰণেই মৰাথা সামন্তসকল বা জাইগীৰদাৰসকলে পেছোৱাৰ কৰ্তৃত্ব স্বীকাৰ কৰিব লগাত পৰে। জাইগীৰদাৰসকলক লৈয়ে মৰাথা ৰাষ্ট্ৰসংঘ গঠিত; ইয়াৰ মুৰব্বী হ'ল পেছোৱা আৰু আন সহযোগী-কেইজন হ'ল নাগপুৰৰ ভোঁচলে, বৰোদাৰ গাইকঁৱাৰ, গোৱালিয়ৰৰ সিন্ধিয়া আৰু ইন্দোৰৰ হোলকাৰ। প্ৰথম বাজীৰাওৰ দিনত মৰাথা ৰাষ্ট্ৰসংঘই সম্পূৰ্ণ ৰূপ লয়, কিন্তু ইয়াৰ বীজ ৰাজাৰামৰ দিনতে নিহিত হৈ আছিল। শিৱাজীৰ কৰ্মচাৰীসকল আছিল বেতনভোগী; তেওঁ উত্তৰাধিকাৰীসূত্ৰে কোনো বিষয়-বাব লাভ কৰা বা বেতনৰ পৰিবৰ্তে জাইগীৰ দান কৰাৰ নিয়ম প্ৰচলন কৰা নাছিল। পৰিস্থিতি হেতুকে শিৱাজীৰ উত্তৰাধিকাৰীসকলে পূৰ্বৰ ৰীতিমতে কাম কৰিবলৈ অপাৰগ হ'ল। ৰাজাৰামৰ দিনত অৰ্থৰ অভাৱ ঘটিল, গতিকে তেওঁ মৰাথা সেনাপতিসকলক মোগল এলেকা অধিকাৰ কৰি তাৰপৰা সৈন্যসকলৰ ভৰণ-পোষণৰ ব্যৱস্থা কৰিবলৈ নিৰ্দেশ দিয়ে। ইয়াৰপৰাই মৰাথাসকলৰ মাজত জাইগীৰ প্ৰথাৰ উৎপত্তি হয়। দ্বিতীয় শিৱাজী (শাহু) অথবা পেছোৱা বালাজী বিশ্বনাথে এই প্ৰথা তুলি দিবলৈ অসমৰ্থ হ'ল। দ্বিতীয় শিৱাজীয়ে মৰাথা জাইগীৰদাৰসকলৰ সহায়তহে নিজক ক্ষমতাত প্ৰতিষ্ঠিত কৰিব পাৰিছিল আৰু বালাজী বিশ্বনাথৰ নিজৰে এখন ডাঙৰ জাইগীৰ আছিল। বালাজী বিশ্বনাথৰ দিনতে মৰাথা জাইগীৰদাৰসকলে শক্তি সঞ্চয় কৰিবলৈ অধিক সুবিধা পায়। ১৭১৯ চনত মোগল সম্ৰাট মহম্মদ ছাহে মৰাথাসকলক দাক্ষিণাত্যৰ ছয়খন চুবাৰপৰা চৌথ আৰু

সৰদেশমুখী তুলিবলৈ অধিকাৰ দিয়াত পেছোৱাই সেই অধিকাৰ জাইগীৰ-দাৰসকলৰ হাতত অৰ্পণ কৰে। চৌথ আৰু সৰদেশমুখী তোলাৰ বাবে জাইগীৰদাৰসকলৰ মাজত মোগল চুবাকেইখনৰ সীমাও স্থিৰ কৰি দিয়া হয়। ইয়াৰ পাছৰপৰা জাইগীৰদাৰসকলে লাহে লাহে নিজৰ এলেকা বঢ়াই লয় আৰু শাসনৰ সুবিধাৰ্থে একোখন ঠাইত স্থায়ীভাৱে থাকিবলৈ ধৰিলে। এইদৰে প্ৰথম বাজীৰাওৰ সময়ত ৰনোজী সিন্ধিয়াই (১৭২৬-৫০) গোৱালিয়ৰত, মলহাৰ ৰাও হোলকাৰে (১৭২৮-৬৪) ইন্দোৰত, দামাজী গাইকঁৱাৰে (১৭৩২-৬৮) বৰোদাত আৰু ৰঘুজী ভোঁচলেই (১৭৩৮-৫৫) নাগপুৰত মৰাথা শাসনৰ নতুন কেন্দ্ৰস্থলসমূহ প্ৰতিষ্ঠা কৰে। নিজ নিজ এলেকাৰ ভিতৰত তেওঁলোক প্ৰত্যেকেই আছিল যথাৰ্থতে স্বাধীন, কিন্তু তেওঁলোকে পুণা চৰকাৰ অথবা পেছোৱা প্ৰথম বাজী ৰাওৰ কৰ্তৃত্ব স্বীকাৰ কৰিছিল। পেছোৱাসকল ক্ৰমে দুৰ্বল হৈ পৰাত, বিশেষকৈ প্ৰথম মাধৱ ৰাওৰ মৃত্যুৰ পাছত তেওঁলোকৰ উত্তৰাধিকাৰী-সকলে পেছোৱাৰ কৰ্তৃত্ব অৱমাননা কৰিবলৈ অধিক ব্যগ্ৰ হৈ পৰিল। মৰাথা ৰাষ্ট্ৰসংঘৰ পূৰ্বৰ একতা লোপ পালে আৰু ফলত এই ৰাষ্ট্ৰসংঘ ধ্বংসৰ মুখত পতিত হয়।

সি যি কি নহওক, বালাজী বাজীৰাওৰ নেতৃত্বত মৰাথা ৰাষ্ট্ৰসংঘ গৌৰৱৰ উচ্চ শিখৰত উপনীত হয়। কৃষ্ণা নদীৰ দক্ষিণৰ বহুতো অঞ্চলত মৰাথাৰ প্ৰভাৱ বৃদ্ধি পায় আৰু মৰাথাসকলে আৰ্কটৰ নবাব আৰু মহি-যুৰৰ হিন্দু ৰজাৰপৰা প্ৰচুৰ ধন আদায় কৰে। হায়দৰাবাদৰ নিজাম আলিয়ে পেছোৱাৰ ককায়েক সদাশিৱ ৰাও ভাউৰ (প্ৰথম বাজীৰাওৰ ভায়েক চিমনাজী আপ্পাৰ পুত্ৰ) হাতত উদ্গীৰৰ যুদ্ধত পৰাজয় বৰণ কৰি বিজাপুৰ, ঔৰংগাবাদ, দৌলতাবাদ আৰু বিদাৰৰ কিছু অংশৰ কৰ্তৃত্ব ত্যাগ কৰিবলৈ বাধ্য হয়। উত্তৰ ভাৰতৰ অভিযানতো মৰাথা-সকলে অভূতপূৰ্ব সাফল্য অৰ্জন কৰে। ৰাজপুতানা, দিল্লী আৰু পঞ্জাবত মৰাথা আধিপত্য স্বীকৃত হ'ল। উত্তৰ ভাৰতত আফগান প্ৰভাৱ লোপ পালে, কিন্তু আহমদ চাহ আবদালিয়ে ইমান সহজে মৰাথা কৰ্তৃত্ব স্বীকাৰ কৰিবলৈ মান্তি নহ'ল। ১৭৫৯ চনত আবদালিয়ে পুনৰ ভাৰত অভিযান আৰম্ভ কৰে। পঞ্জাব ৰক্ষা কৰিবলৈ মৰাথাসকলৰ যথেষ্ট সৈন্য নাছিল, গতিকে আবদালিয়ে সহজে পঞ্জাব পুনৰুদ্ধাৰ কৰি

দিল্লীৰ ফালে অগ্ৰসৰ হয়। পেছোৱাৰ সেনাপতি দত্তজী সিন্ধিয়াই আবদালিৰ অগ্ৰগতি ৰোধ কৰিব নোৱাৰিলে। আবদালিৰ বিৰুদ্ধে যুঁজ দি তেওঁ দিল্লীৰ ওচৰৰ বৰাৰিঘাটৰ যুদ্ধত প্ৰাণ হেৰুৱাৰ লগাত পৰে (৯ জানুৱাৰি, ১৭৬০)। মৰাঠাসকলৰ গৌৰৱ অস্তমিত হোৱাত এইবোৰ পেছোৱা বালাজী ৰাজীৰাৱে সদাশিৱ ৰাওক আফগানসকলৰ বিৰুদ্ধে প্ৰেৰণ কৰে। সদাশিৱ ৰাও বৰ মইমতীয়া স্বভাৱৰ আছিল, গতিকে তেওঁৰ তদাৰক কৰিবলৈ পেছোৱাৰ পুত্ৰ বিশ্বাস ৰাওকো লগতে পঠোৱা হয়। সদাশিৱ ৰাৱে দিল্লী পুনৰ দখল কৰে, কিন্তু বছদ-পাতিৰ অভাৱত তেওঁ এটা ডাঙৰ দুৰ্যোগৰ সম্মুখীন হয়। ইফালে আবদালিয়ে উত্তৰ ভাৰতৰ কেইবাটাও শক্তিৰ লগত মিত্ৰতা কৰি নিজকে অধিক শক্তিশালী কৰি তোলে। ১৭৬০ চনৰ শেষৰ ফালে মৰাঠা আৰু আফগানসকলৰ মাজত কেইবাবাৰো সংঘৰ্ষ লাগে, কিন্তু ইয়াত হাৰ-জিত কাৰো নহ'ল। ইতিমধ্যে মৰাঠাসকলে উপযুক্ত পৰিমাণৰ বছদ-পাতি সংগ্ৰহ কৰিব নোৱাৰি বিমোৰত পৰিল। এনে অৱস্থাত সদাশিৱ ৰাৱে আফগানসকলৰ লগত এটা সৰ্বশেষ মীমাংসাৰ বাবে স্থিৰ কৰে। ১৭৬১ চনৰ ১৪ জানুৱাৰিৰ দিনা পাণিপথৰ ঐতিহাসিক ৰণক্ষেত্ৰত উভয় পক্ষৰ মাজত যুদ্ধ আৰম্ভ হয়। উপযুক্ত নেতৃত্ব আৰু উচ্চ সামৰিক সংগঠনৰ বাবে আবদালিৰ সৈন্যবাহিনীয়ে শেষত জয়লাভ কৰিলে। সদাশিৱ ৰাও, বিশ্বাস ৰাও, জংকোজী সিন্ধিয়া আদি বিখ্যাত মৰাঠাসকল যুদ্ধত পৰিল; কিছুমানে যুদ্ধক্ষেত্ৰৰপৰা পলাই আত্মৰক্ষা কৰিলে। ইতিমধ্যে এটা নতুন বাহিনী লৈ পেছোৱাই পাণিপথৰ অভিমুখে ৰাওনা হৈছিল, কিন্তু বাটতে পৰাজয়ৰ বাতৰি পাই তেওঁ পুণালৈ ফিৰি আহিল। তেওঁ মৰাঠাৰ পৰাজয়ত অতিশয় দুখ পালে আৰু সেই দুখতে তেওঁৰ মৃত্যু হয় (জুন, ১৭৬১)।

পাণিপথৰ যুদ্ধই (ভাৰত ইতিহাসৰ তৃতীয় পাণিপথৰ যুদ্ধ) মৰাঠা-সকলৰ বিস্তৰ ক্ষতি সাধন কৰে। কেইবাজনো প্ৰখ্যাত সমৰকৰ্তাৰ উপৰিও প্ৰত্যেক মৰাঠা পৰিয়ালে অন্ততঃ একোজনকৈ লোক হেৰুৱাৰ লগাত পৰে। তদুপৰি হাতী, ঘোঁৰা, উটকে আদি কৰি বহু পৰিমাণৰ ধন-সোণ আফগানসকলৰ হস্তগত হয়। মৰাঠা শক্তি ক্ৰমাৎ দুৰ্বল হৈ পৰিল। সামৰিক বিপৰ্যয়ে পেছোৱাৰ পূৰ্বৰ সম্মান নষ্ট কৰে আৰু

মৰাথা সাম্ৰাজ্যৰ বান্ধোন ঢিলা হৈ আছিল। ভাৰতীয় ৰাজনীতিতো মৰাথাসকলে আগৰ প্ৰতিপত্তি হেৰুৱালে। ইতিমধ্যে পলাশীৰ যুদ্ধত জয়লাভ কৰি (১৭৫৭) ইংৰাজসকল অধিক বলবান হৈ উঠিল। তেওঁলোকে মৰাথাসকলৰ দুৰ্বলতাৰ সুযোগ পূৰামাত্ৰাই গ্ৰহণ কৰিলে।

**প্ৰথম মাধৱ ৰাও**

পাণিপথৰ তৃতীয় যুদ্ধই মৰাথাসকলৰ অপূৰণীয় ক্ষতি সাধন কৰে; কিন্তু সেইবুলি তেওঁলোকে সম্পূৰ্ণভাৱে দুৰ্বল হৈ পৰা নাছিল। মাধৱ ৰাওৰ নেতৃত্বত মৰাথাসকল পুনৰ শক্তিশালী হৈ উঠে। তেওঁ হ'ল বালাজী বাজীৰাওৰ দ্বিতীয় পুত্ৰ; প্ৰথম পুত্ৰ বিশ্বাস ৰাওৰ পাণিপথৰ যুদ্ধক্ষেত্ৰতে মৃত্যু হোৱাত তেৱেঁই পেচোৱাৰ আসন লাভ কৰে। সেই সময়ত তেওঁৰ বয়স আছিল মাথোন সোতৰ বছৰ, তথাপি তেওঁ অতি সোনকালে নিজকে এজন বিচক্ষণ শাসনকৰ্তা হিচাপে প্ৰতিপন্ন কৰিবলৈ সক্ষম হয়। বয়সত নবীন হোৱা হেতুকে তেওঁ প্ৰথমে তেওঁৰ খুড়াক ৰঘুনাথ ৰাওৰ অভিভাৱকত্ব মানি লয়। অৱশ্যে দুয়োজনৰ মাজত কোনো সদ্ভাৱ নাছিল। মৰাথা ইতিহাসৰ কুখ্যাত নায়ক ৰঘুনাথ ৰাও ৰঘুবা নামেৰেও পৰিচিত। ৰঘুনাথৰ কাৰ্য্যাৱলীত অতিষ্ঠ হৈ শেষত পেচোৱা মাধৱ ৰাৱে ১৭৬৮ চনত তেওঁক সকলো পদ-মৰ্য্যাদাৰপৰা বঞ্চিত কৰি বন্দীশালত থয়।

হায়দৰাবাদৰ নিজাম আলিয়ে উদগীৰৰ বিপৰ্য্যয়ৰ কথা পাহৰিব পৰা নাছিল, পাণিপথৰ তৃতীয় যুদ্ধই মৰাথাসকলক একেবাৰে দুৰ্বল কৰিলে বুলি তেওঁ আকৌ এবাৰ যুদ্ধৰ বাবে সাজু হয়। প্ৰায় ৬০ হাজাৰ সৈন্য সমন্বিতে তেওঁ পুণা অভিমুখে গতি কৰে, কিন্তু তেওঁৰ উদ্দেশ্য সফল নহ'ল। নিজামে পৰাজয় বৰণ কৰি মৰাথাসকলৰ লগত সন্ধি কৰিবলৈ বাধ্য হয় (১৭৬২)। মৰাথা সেনাপতি ৰঘুনাথ ৰাৱে পেচোৱাৰ বিৰুদ্ধে কেতিয়াবাকৈ হায়দৰাবাদৰ সহায়ৰ আৱশ্যক হ'ব বুলি নিজাম আলিৰ ওপৰত কোনো কঠোৰ চৰ্ত আৰোপ নকৰিলে। মৰাথাসকলৰ অন্তৰ্দ্বন্দ্বৰ সম্ভেদ পাই ১৭৬৩ চনত নিজাম আলিয়ে পুনৰ মৰাথা ৰাজ্য আক্ৰমণ কৰে; কিন্তু এইবাৰ ৰাক্ষসভুবনৰ যুদ্ধত (আগষ্ট) তেওঁ বিষমভাৱে পৰাজিত হয়। এই সময়ৰপৰা খৰ্দা যুদ্ধৰ সময়লৈকে (১৭৯৫) মৰাথা আৰু হায়দৰাবাদৰ মাজত কোনো সংঘৰ্ষ হোৱা নাছিল।

ইতিমধ্যে মহিচুৰত হায়দৰ আলিয়ে ক্ষমতা হস্তগত কৰি মৰাথাসকলৰ শত্ৰু হিচাপে থিয় দিয়ে। হায়দৰৰ উত্থানত মৰাথাসকল শংকিত হয় আৰু ১৭৬২ চনত তেওঁলোকে মহিচুৰ ৰাজ্য আক্ৰমণ কৰিলে। মৰাথা-সকলক প্ৰতিৰোধ কৰিব নোৱাৰি হায়দৰে সন্ধিৰ প্ৰস্তাৱ আগবঢ়ায়। সন্ধিৰ চৰ্তমতে হায়দৰে নিজ ৰাজ্যৰ কিছু অংশ এৰি দিয়ে আৰু মৰাথাসকলক আঠাইছ লাখ টকা ক্ষতিপূৰণ দিবলৈ মান্তি হয়। হায়দৰ আৰু মৰাথা-সকলৰ মাজত অৱশ্যে কোনো সম্ভাৱ স্থাপন নহ'ল। ১৭৬৪ চনত মৰাথা-সকলে পুনৰ মহিচুৰ আক্ৰমণ কৰে। হায়দৰ আলিৰ অৱস্থা শোচনীয় হৈ পৰিল, কিন্তু ৰঘুনাথ ৰাৱে মধ্যস্থতা কৰি উভয় পক্ষৰ মাজত শান্তি স্থাপন কৰে (১৭৬৫)। এইবাৰ হায়দৰে গুটি আৰু সৱনুৰ নামৰ ঠাই দুখনৰ কৰ্তৃত্ব ত্যাগ কৰিলে। তদুপৰি যুদ্ধৰ ক্ষতিপূৰণ হিচাপে মৰাথা-সকলক বত্ৰিছ লাখ টকা দিবলৈ বাধ্য হয়। ১৭৬৭ চনত পেছোৱা মাধৱ ৰাৱে নিজে আৰু এক অভিযান আৰম্ভ কৰে; হায়দৰে এইবাৰো কিছু ৰাজ্যখণ্ড আৰু অৰ্থ দি পেছোৱাৰ লগত মিত্ৰতাসূত্ৰত আবদ্ধ হ'ল। ইতিমধ্যে ৰঘুজীৰ পুত্ৰ জনোজী ভোঁচলেযো (নাগপুৰ) নিজাম আলি আৰু হায়দৰ আলিৰ লগলাগি পেছোৱাৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাত পেছোৱা মাধৱ ৰাৱে পুনৰ তেওঁক পেছোৱাৰ প্ৰতি আনুগত্য স্বীকাৰ কৰিবলৈ বাধ্য কৰায়।

মাধৱ ৰাওৰ নেতৃত্বত উত্তৰ ভাৰততো মৰাথাসকলে পুনৰ প্ৰাধান্য বিস্তাৰ কৰিবলৈ সক্ষম হয়। দোৱাব, বুন্দেলখণ্ড, মালৱা আৰু ৰাজপুতানাই মৰাথা কৰ্তৃত্ব স্বীকাৰ কৰে। দিল্লীৰ মোগল দৰবাৰতো মৰাথাসকলৰ প্ৰতিপত্তি স্থাপন হয়। মোগল সম্ৰাট দ্বিতীয় ছাহ আলম (১৭৫৯-১৮০৬) ১৭৬৫ চনৰপৰা ব্ৰিটিছৰ অনুগ্ৰহপ্ৰাৰ্থী হৈ এলাহাবাদত বাস কৰিছিল, বিখ্যাত মৰাথা সমৰকৰ্তা মহাদাজী সিন্ধিয়াই তেওঁক তাৰপৰা উদ্ধাৰ কৰি দিল্লীত পুনৰ প্ৰতিষ্ঠা কৰে (জানুৱাৰি, ১৭৭২)। ছাহ আলম মৰাথাসকলৰ হাতৰ পুতলা হৈ পৰিল।

১৭৭২ চনৰ নৱেম্বৰ মাহত পেছোৱা মাধৱ ৰাওৰ অকালতে মৃত্যু ঘটে। সেই সময়ত তেওঁৰ বয়স আছিল মাত্ৰ আঠাইছ বছৰ। পাণিপথৰ যুদ্ধৰ পাছত মৰাথাসকলক পুনৰ সংস্থাপন কৰি তেওঁ মৰাথা ইতিহাসত এটা অক্ষয় কীৰ্তি ৰাখি থৈ গৈছে। পেছোৱাসকলৰ ভিতৰত মাধৱ

বাৱেই হৈছে সৰ্বশ্ৰেষ্ঠ শেষ পেছোৱা। তেওঁৰ মৃত্যুৰ পাছৰপৰা মৰাঠা শক্তি আৰু ৰাষ্ট্ৰসংঘৰ পতন আৰম্ভ হয়। মৰাঠা ইতিহাসৰ প্ৰখ্যাত লেখক গ্ৰাণ্ট ডাফে যেয়ে মাধৱ ৰাওৰ অকাল মৃত্যু মৰাঠা সাম্ৰাজ্যৰ কাৰণে পাণিপথৰ যুদ্ধতকৈ কম ক্ষতিকৰ নহয় বুলি মন্তব্য কৰিছে।

## মৰাঠাসকলৰ আত্মকলহ আৰু ইংৰাজৰ হস্তক্ষেপ

অপুত্ৰক অৱস্থাতে মাধৱ ৰাওৰ মৃত্যু হোৱাত তেওঁৰ ভায়েক নাৰায়ণ ৰাও পেছোৱা পদত অধিষ্ঠিত হয়। তেওঁ আছিল দুৰ্বল, অকৰ্মণ্য আৰু ল'ৰালি স্বভাৱৰ; গতিকে তেওঁ নিষ্কণ্টকে ৰাজ্য ভোগ কৰিব নোৱাৰিলে। তেওঁৰ দিনতে মৰাঠাসকল আত্মঘাতী গৃহযুদ্ধত প্ৰবৃত্ত হয়।

নাৰায়ণ ৰাও পেছোৱা হোৱাত ৰঘুনাথ ৰাও সন্তুষ্ট নহ'ল। তেওঁ নিজেই আছিল পেছোৱা পদৰ অভিলাষী; তেওঁ এইবাৰ কিছু লোকক হাত কৰি নাৰায়ণৰ বিৰুদ্ধে উচটাই দিলে। খুড়াকৰ ষড়যন্ত্ৰৰপৰা নাৰায়ণ ৰাৱে নিজক ৰক্ষা কৰিব নোৱাৰিলে। ৰঘুনাথৰ সমৰ্থকসকলে তেওঁক ধৰি নি হত্যা কৰে (আগষ্ট, ১৭৭৩)। নাৰায়ণ ৰাওৰ কোনো প্ৰত্যক্ষ উত্তৰাধিকাৰী নথকাত ৰঘুনাথ ৰাও পেছোৱাৰ গাদীত বহিল, কিন্তু পুণা দৰবাৰৰ নেতৃস্থানীয় ব্যক্তিসকলে তেওঁৰ কৰ্তৃত্ব স্বীকাৰ কৰিবলৈ টান পালে। দৰবাৰৰ আটাইতকৈ প্ৰখ্যাত ব্যক্তিজন হ'ল প্ৰথম মাধৱ ৰাও আৰু নাৰায়ণ ৰাওৰ সুচতুৰ মন্ত্ৰী নানা ফড়নবিশ। ইতিমধ্যে মৃত নাৰায়ণ ৰাওৰ পত্নী গংগাবায়ে এটি পুত্ৰ সন্তান জন্ম দিয়ে (এপ্ৰিল, ১৭৭৪)। নানা ফড়নবিশ আৰু তেওঁৰ সহযোগীসকলে তত্‍ক্ষণিকে তেওঁক পেছোৱা বুলি মানি ল'লে আৰু 'বৰ ভাই' নামক এখন মন্ত্ৰণা পৰিষদ গঠন কৰি নাবালক পেছোৱাৰ নামত ৰাজ্য শাসন কৰিবলৈ ধৰিলে। এই নতুন পেছোৱাজনৰ নাম হ'ল মাধৱ ৰাও নাৰায়ণ ওৰফে দ্বিতীয় মাধৱ ৰাও। দ্বিতীয় মাধৱ ৰাও পেছোৱা হৈ থাকিল যদিও পাছলৈ নানা ফড়নবিশ পুণা চৰকাৰৰ সৰ্বময়কৰ্তা হৈ পৰিল।

ৰঘুনাথ ৰাওৰ অৱস্থা বিপজ্জনক হৈ উঠিল। তেওঁ পুণাৰপৰা পলাই গৈ পেছোৱাৰ গাদী পুনৰুদ্ধাৰ কৰিবৰ উদ্দেশ্যে বোম্বাইৰ ইংৰাজ কৰ্তৃপক্ষৰ লগত যোগাযোগ আৰম্ভ কৰে। ইংৰাজসকলে ৰঘুনাথৰপৰা কিছু

বিশেষ সুবিধা লাভ কৰাৰ সম্ভাৱনা দেখা পাই তেওঁক সহায় কৰিবলৈ মান্তি হয়। ইয়াৰ ফলস্বৰূপে উভয় পক্ষই চুৰাটত এখন সন্ধি কৰে (৭ মার্চ, ১৭৭৫)। সন্ধিৰ চৰ্তমতে ইংৰাজে ৰঘুনাথক ২,৫০০ সৈন্য দি সহায় কৰাৰ প্ৰতিশ্ৰুতি দিয়ে আৰু তাৰ বিনিময়ত ৰঘুনাথে বোম্বাইৰ ওচৰৰ চালচেট আৰু বেছেইন নামৰ দ্বীপ দুটা ইংৰাজৰ হাতত সমৰ্পণ কৰিবলৈ মান্তি হয়। ইয়াৰউপৰি চুৰাট আৰু ভাৰুচৰ ৰাজহৰ একাংশও ইংৰাজক দিয়াটো স্থিৰ কৰা হয়। বোম্বাই চৰকাৰে ৰঘুনাথক পেছোৱা বুলি স্বীকৃতি দিলে।

চুৰাট সন্ধিয়ে প্ৰথমবাৰৰ বাবে ইংৰাজ আৰু মৰাথাসকলৰ মাজত এখন যুদ্ধৰ সৃষ্টি কৰিলে। এই যুদ্ধৰ কাৰণে প্ৰকৃতপক্ষে ৰঘুনাথকে জগৰীয়া কৰিব পাৰি; ব্যক্তিগত স্বাৰ্থ পূৰণ কৰিবলৈ গৈ তেওঁ ইংৰাজৰ লগত মিত্ৰতা কৰি মৰাথা জাতিৰ পতন অৱশ্যম্ভাৱী কৰি তোলে। মাদ্ৰাজ চৰকাৰে কৰ্ণাটকত হস্তক্ষেপ কৰাৰ দৰে বোম্বাইৰ চৰকাৰেও মৰাথাসকলৰ আত্মকন্দলত হস্তক্ষেপ কৰি ভাৰতত ব্ৰিটিছৰ ৰাজনৈতিক প্ৰাধান্য বৃদ্ধি কৰিবলৈ বদ্ধপৰিকৰ হ'ল।

১৭৭৫ চনত প্ৰথম ইংগ-মৰাথা যুদ্ধখনৰ আৰম্ভ হয়। সাত বছৰৰ পাছত চেলবাই সন্ধি (১৭ মে', ১৭৮২) স্বাক্ষৰিত হোৱাত এই যুদ্ধখনৰ ওৰ পৰে। ৱাৰেন হেষ্টিংছৰ প্ৰসংগত এই যুদ্ধখনৰ বিষয়ে আলোচনা কৰা হৈছে; যুদ্ধখনৰ কেইটামান কথা এইখিনিতে বিশেষভাৱে উল্লেখ কৰিব পাৰি। প্ৰথমে, ইংগ-মৰাথা যুদ্ধত মৰাথা ৰাষ্ট্ৰসংঘৰ আটাই-কেইজন কৰ্ণধাৰে ইংৰাজৰ বিপক্ষে থিয় দিয়া নাছিল। ইন্দোৰৰ হোলকাৰে প্ৰথমৰেপৰা নিৰপেক্ষতা অৱলম্বন কৰিছিল আৰু বৰোদাৰ ফটে সিং গাইকৱাৰে শেষৰফালে ইংৰাজ পক্ষতহে যোগ দিছিল। গোৱালিয়ৰৰ মহাদাজী সিন্ধিয়া প্ৰথম অৱস্থাত পুণা চৰকাৰৰ পক্ষে আছিল যদিও, যুদ্ধৰ গতি বেয়াৰ ফালে যোৱাত তেওঁ ইংৰাজৰ লগত মিত্ৰতা স্থাপন কৰিবলৈ উৎসাহী হৈ পৰে। তেওঁৰ চেষ্টাতেই মৰাথা আৰু ইংৰাজৰ মাজত চেলবাই সন্ধিপত্ৰখন স্বাক্ষৰিত হয়। মৰাথা ৰাষ্ট্ৰ-নায়কসকলৰ স্বতন্ত্ৰীয়া মনোভাৱেই মৰাথা জাতিৰ সংহতি নষ্ট কৰি বিনাশৰ পথ প্ৰশস্ত কৰি তুলিলে। দ্বিতীয়তে, চেলবাই সন্ধিমতে দ্বিতীয় মাধৱ ৰাৱে পেছোৱা হিচাপে স্বীকৃতি পোৱাত পুণাত নানা

ফড়নবিশৰ কর্তৃত্ব দূৰীভূত হ'ল। তেওঁৰ শাসনত অৱশ্যে কেইবাজনো মৰাথা নায়ক সন্তুষ্ট হ'ব পৰা নাছিল, কিন্তু তেওঁৰ কূট-কৌশলী নীতিৰ বাবেই মৰাথাসকলে নিজকে ব্ৰিটিছৰ প্ৰভাৱৰপৰা ৰক্ষা কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ মৃত্যুৰ পাছত মৰাথাসকলক পৰিচালিত কৰিবলৈ আন কোনো বিচক্ষণ ব্যক্তি নাথাকিল। তৃতীয়তে, ইংগ-মৰাথা যুদ্ধৰ খৰচ বহন কৰিবলৈ গৈ গভর্নৰ জেনেৰেল বাবেন হেষ্টিংছে নীতিবহির্গত কিছুমান কার্য্য কৰিব লগা হয়। এইবোৰে তেওঁৰ সম্মান বহু পৰিমাণে লাঘৱ কৰে আৰু তাৰ কাৰণে ইংলেণ্ডত তেওঁ মহাভিযোগৰ সম্মুখীন হ'ব লগাত পৰিল। সৰ্বোশেষত, ইংগ-মৰাথা যুদ্ধৰপৰা ইংৰাজসকল বিশেষভাৱে লাভবান নহ'ল, কিন্তু মৰাথাসকলৰ লগত সন্ধি স্থাপন কৰি তেওঁলোকে উত্তৰোত্তৰ শক্তি সঞ্চয় কৰিবলৈ অধিক সুবিধা পালে। চেলবাইৰ পাছৰ কুৰি বছৰলৈকে ইংগ-মৰাথাৰ কোনো সংঘৰ্ষ লগা নাছিল। ইয়াৰ ফলতে ইংৰাজে টিপু চুলতান আৰু আন কেইটামান শক্তিক পৰাভূত কৰি ভাৰতত নিজৰ প্ৰতিপত্তি বিস্তাৰ কৰিবলৈ সক্ষম হয়।

## অহল্যাবাঈ, মহাদাজী সিন্ধিয়া আৰু নানা ফড়নবিশ

ইংগ-মৰাথা যুদ্ধখন দীৰ্ঘকাল ব্যাপি চলি আছিল যদিও সেই অনুপাতে মৰাথাসকল ক্ষতিগ্ৰস্ত নহ'ল। চেলবাই সন্ধিৰ পাছৰপৰা ইংৰাজৰ লগত দ্বিতীয় সংঘৰ্ষত উপনীত হোৱাৰ কিছু আগলৈকে মৰাথাসকল পুনৰ প্ৰভাৱশালী হৈ উঠে। এই সময়ছোৱাৰ ভিতৰত মৰাথা ৰাজনীতিৰ কর্ণধাৰকেইজন আছিল ইন্দোৰৰ অহল্যাবাঈ, গোৱালিয়ৰৰ মহাদাজী সিন্ধিয়া আৰু পুণাৰ নানা ফড়নবিশ। অহল্যাবাঈ আছিল মলহাৰ ৰাও হোলকাৰৰ বোৱাৰীয়েক আৰু খণ্ডে ৰাওৰ পত্নী। পিতাকৰ জীৱিত অৱস্থাতে খণ্ডে ৰাওৰ মৃত্যু ঘটে (১৭৫৪) আৰু তাৰ পাছত যথাক্ৰমে মলহাৰ ৰাও (১৭৬৪) আৰু তেওঁৰ নাতি মল্লে ৰাৱো (খণ্ডে ৰাওৰ পুত্ৰ) মৃত্যুমুখত পৰাত অহল্যাবায়ে ইন্দোৰৰ ৰাজকার্য্যৰ ভাৰ বহন কৰিব লগাত পৰে। এইগৰাকী মহীয়সী নাৰীৰ অসাধাৰণ প্ৰশাসনীয় দক্ষতাৰ ফলতে ইন্দোৰৰ সম্মান বহুগুণে বৃদ্ধি পায়। চাৰ জন মেলকমে (Sir John Malcolm) অহল্যাবাঈক এগৰাকী অতি পবিত্ৰ

আৰু আদৰ্শস্থানীয় শাসনকৰ্ত্ৰী হিচাপে অভিহিত কৰিছে। ১৭৯৫ চনত অহল্যাবাঈৰ মৃত্যু ঘটাত তেওঁৰ সেনাপতি তুকজী হোলকাৰ পদত অধিষ্ঠিত হয়। দুবছৰৰ পাছতে তেওঁৰো মৃত্যু ঘটে। তেওঁৰ পুতেক যশোৱন্ত ৰাৱে পিতাকৰ আসনত বহিল যদিও শাসনকাৰ্য্যত কোনো দক্ষতাৰ পৰিচয় দিব নোৱাৰিলে। তেওঁৰ দিনতে ইন্দোৰৰ গৌৰৱ ম্লান হৈ পৰে।

গোৱালিয়ৰৰ সিন্ধিয়া বংশৰ সৰাতোকৈ প্ৰখ্যাত ব্যাক্তিজন হ'ল মহাদাজী (১৭২৭-১৭৯৪)। পাণিপথৰ তৃতীয় যুদ্ধত জংকোজী আৰু তুকজীৰ মৃত্যু ঘটাত ১৭৬১ চনত মহাদাজীয়ে সিন্ধিয়াৰ আসন লাভ কৰে। তেৰেঁা অৱশ্যে পাণিপথৰ যুদ্ধত অংশ গ্ৰহণ কৰিছিল, কিন্তু সৌভাগ্যবশতঃ তেওঁ মৃত্যুৰ হাতৰপৰা ৰক্ষা পৰে। তেওঁ আছিল এজন দুৰ্ধৰ্ষ যোদ্ধা আৰু সমৰকৰ্তা হিচাপে সেই কালত মৰাঠাসকলৰ মাজত তেওঁৰ সমকক্ষ আন কোনো নাছিল। অৱশ্যে ৰাজনীতি বা কূটনীতি বিষয়ত তেওঁৰ জ্ঞান নানা ফড়নবিশৰ সমান পৰিপুষ্ট আছিল বুলি ক'ব নোৱাৰি। পাণিপথৰ পাছত মৰাথাসকলৰ পুনৰুত্থানৰ গুৰিতে তেওঁৰে অৱদান আছে আটাইতকৈ বেছি। তেওঁৰ সামৰিক সফলতাৰ কাৰণেই উত্তৰ ভাৰতত মৰাথাসকলৰ গৌৰৱ পুনৰ প্ৰতিষ্ঠিত হয। মোগল সম্ৰাট দ্বিতীয় ছাহ আলমক তেৰেঁই এলাহাবাদৰপৰা আনি দিল্লীত প্ৰতিষ্ঠা কৰে। নামত সম্ৰাট হৈ থাকিল যদিও মহাদাজীয়েই প্ৰকৃতপক্ষে দিল্লীৰ শাসনকৰ্তা হৈ পৰিল। ১৭৯২ চনত তেওঁ ৰাজপুত আৰু জাতসকলৰ ওপৰতো প্ৰাধান্য বিস্তাৰ কৰিবলৈ সক্ষম হয়।

উত্তৰ ভাৰতত প্ৰাধান্য স্থাপন কৰি তেওঁ পুণা দৰবাৰতো নিজৰ প্ৰভাৱ বৃদ্ধি কৰিবলৈ চেষ্টা কৰে। তেওঁ অৱশ্যে কেতিয়াও পেছোৱাৰ কৰ্তৃত্ব অৱমাননা কৰাৰ কথা চিন্তা কৰা নাছিল আৰু নিজকে পেছোৱাৰ এজন প্ৰতিনিধি বুলিহে বিবেচনা কৰিছিল। কিন্তু সেইবুলিয়েই তেৰেঁ পেছোৱাৰ অভিভাৱক নানা ফড়নবিশৰ কৰ্তৃত্ব সহজভাৱে মানি ল'ব পৰা নাছিল। সি যি কি নহওক, ১৭৯২ চনৰ জুন মাহত তেওঁ পেছোৱা দ্বিতীয় মাধৱ ৰাওক শ্ৰদ্ধা নিবেদন কৰিবলৈ বুলি পুণা অভিমুখে যাত্ৰা কৰে। মহাদাজী পুণালৈ অহাত নানা ফড়নবিশ সন্তুষ্ট নহ'ল, তেওঁ ইয়াত বিপদৰ সংকেতধ্বনিহে শুনিবলৈ পালে।

ইফালে মহাদাজীৰ অনুপস্থিতিৰ সুযোগ লৈ তুকজী হোলকাৰে গোৱালিয়ৰ আক্ৰমণ কৰে। তুকজীৰ আক্ৰমণ সফল নহ'ল; সিন্ধিয়াৰ ফৰাচী সেনাপতি বেনয়ট ডি বয়িনৰ ( Benoit de Boigne ) হাতত আজমীৰৰ লাখেৰি নামে ঠাইত তেওঁ পৰাজয় বৰণ কৰিবলৈ বাধ্য হয়। তুকজীৰ আক্ৰমণত নানা ফড়নবিশৰ হাত আছে বুলি সন্দেহ কৰাৰ থল আছে।

পুণাত থকা অৱস্থাতে মহাদাজী সিন্ধিয়াৰ মৃত্যু হয় (১২ ফেব্ৰুৱাৰি, ১৭৯৪)। তেওঁৰ মৃত্যুত মৰাথা জাতিয়ে এজন সুযোগ্য নেতাক হেৰুৱালে। জাত-ধৰ্ম-নিৰ্বিচাৰে সম্পূৰ্ণ পশ্চিমীয়া পদ্ধতিত এটা সৈন্যবাহিনী গঠন কৰা তেৱেঁই হৈছে প্ৰথম মৰাথা বীৰ। উপযুক্ত নেতৃত্বৰ অভাৱত অৱশ্যে তেওঁৰ মৃত্যুৰ পাছত সিন্ধিয়া সৈন্যবাহিনীৰ গৌৰৱ অস্তমিত হয়। তাৰ লগে লগে গোৱালিয়ৰৰ স্বাধীনতাৰো অন্ত পৰিল।

মৰাথা ইতিহাসত আন এজন ক্ষণজন্মা পুৰুষ হ'ল পুণাৰ নানা ফড়নবিশ (১৭৪২-১৮০০)। সমসাময়িক ইংৰাজ লেখকসকলে তেওঁৰ ব্যক্তিত্ব, প্ৰখৰ ৰাজনৈতিক বুদ্ধি আৰু কূটনৈতিক জ্ঞানৰ ভূয়সী প্ৰশংসা কৰি থৈ গৈছে। ৰঘুনাথ ৰাওৰ বিপৰীতে নাৰায়ণ ৰাওৰ পুত্ৰ দ্বিতীয় মাধৱ ৰাওক থিয় কৰাই পেচোৱা পদত অধিষ্ঠিত কৰা কাৰ্য্যতে তেওঁৰ প্ৰথম কৃতিত্বৰ পৰিচয় পোৱা যায়। সেই সময়ৰপৰা (১৭৭৪) পুণাত তেওঁৰ প্ৰাধান্য স্থাপন হয়। চেলবাই সন্ধি স্বাক্ষৰিত হোৱাৰ পাছত তেওঁ নৰ্মদা নৈৰ দক্ষিণত পুনৰ মৰাথা আধিপত্য বিস্তাৰ কৰিবলৈ চেষ্টা কৰে। নৰ্মদাৰ দক্ষিণস্থ অঞ্চলসমূহ সেই সময়ত মহিশূৰ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল; গতিকে টিপু চুলতানৰ লগত মৰাথা সংঘৰ্ষ অনিবাৰ্য্য হৈ উঠিল। টিপুৰ বিৰুদ্ধে অগ্ৰসৰ হোৱাৰ আগতে নানা ফড়নবিশ হায়দৰাবাদৰ নিজামৰ সৈতে মিত্ৰতাসূত্ৰত আবদ্ধ হয় (জুলাই, ১৭৮৪)। মহিশূৰৰ চুলতানে মৰাথা-নিজামৰ সংঘবদ্ধ শক্তিৰ বিৰুদ্ধে থিয় দিব নোৱাৰিলে; তেওঁ অৱশেষত সন্ধিৰ প্ৰস্তাৱ আগবঢ়াবলৈ বাধ্য হয়। সন্ধিৰ চৰ্ত অনুসৰি (এপ্ৰিল, ১৭৮৭) টিপু চুলতানে যুদ্ধৰ ক্ষতিপূৰণ হিচাপে মৰাথাসকলক ৪৫ লাখ টকা দিবলৈ গান্ত লয় আৰু বাদামী, কিট্টুৰ আৰু নাৰগুন্দৰ কৰ্তৃত্ব ত্যাগ কৰে। মৰাথাসকলে অৱশ্যে মহিশূৰ ৰাজ্যৰ বিজিত স্থানবোৰ ওভতাই দিবলৈ মান্তি হয়। এই সন্ধিপনে

মৰাথা আৰু মহিচুৰৰ মাজত কোনো শান্তি স্থাপন নকৰিলে। ইংৰাজ আৰু নিজামৰ লগত যুক্ত হৈ মৰাথাসকল পুনৰায় টিপুৰ সৈতে সংঘৰ্ষত লিপ্ত হ'ল (দ্বিতীয় ইংগ-মহিচুৰ যুদ্ধ)।

সময়বিশেষে মৰাথাসকলে নিজামৰ লগত মিত্ৰতা কৰিলেও, সেই মিত্ৰতা আছিল স্বাৰ্থজড়িত। দ্বিতীয় ইংগ-মহিচুৰ যুদ্ধৰ ফলস্বৰূপে মহিচুৰ দুৰ্বল হৈ পৰাত মৰাথাসকল আৰু নিজামৰ মাজত দুই দশক জোৰা বিৰতিৰ পাছত বিবাদ আৰম্ভ হয়। চৌথ আৰু সৰদেশমুখীৰ প্ৰশ্ন লৈ উভয় পক্ষৰ মাজত সম্ভাৱ নষ্ট হয়। নানা ফড়নবিশে পেছোৱাৰ হৈ নিজামৰপৰা কেইবাবছৰো অনাদায়ে থকা চৌথ আৰু সৰদেশমুখী দাবী কৰাত নিজামে সেইবোৰ দিবলৈ অস্বীকাৰ কৰে। তদুপৰি পেছোৱাৰ কেইজনমান কটকীক নিজামৰ দৰবাৰত অপমান কৰা হয়। ইয়াৰ প্ৰতিশোধ তুলিবলৈ মৰাথা নেতৃবৰ্গ—পেছোৱা, সিন্ধিয়া, হোলকাৰ আৰু ভোঁচলে ঐক্যবদ্ধভাৱে সাজু হ'ল। নিজামে ইংৰাজৰপৰা সহায় বিচাৰিলে কিন্তু তেওঁলোকে সহায় কৰিবলৈ মান্তি নহ'ল। খৰ্দাৰ যুদ্ধত নিজামৰ বাহিনীয়ে পৰাজয় বৰণ কৰিলে (মাৰ্চ, ১৭৯৫)। যুদ্ধত হাৰি নিজামে মৰাথাসকলৰ লগত এখন অপমানজনক সন্ধিৰ চৰ্তাৱলীত আবদ্ধ হ'ব লগাত পৰে।

খৰ্দা যুদ্ধই নানা ফড়নবিশৰ অন্তিম কৃতিত্ব বুলি ক'ব পাৰি। ইয়াৰ পাছৰপৰা তেওঁৰ প্ৰভাৱ ক্ৰমাৎ হ্ৰাস পাবলৈ ধৰে। ১৭৯৫ চনৰ ২৫ অক্টোবৰ তাৰিখে পেছোৱা দ্বিতীয় মাধৱ ৰাৱে নানা ফড়নবিশৰ অভিভাৱকত্বৰপৰা ৰক্ষা পোৱাৰ কোনো উপায় নেদেখি আত্মহত্যা কৰে। তেওঁৰ কোনো প্ৰত্যক্ষ উত্তৰাধিকাৰী নাছিল, গতিকে পেছোৱাৰ আসন লৈ মৰাথাসকলৰ মাজত তীব্ৰ বাদ-বিসম্বাদে দেখা দিলে। ৰঘুনাথ ৰাওৰ (ৰঘুবা) পুতেক বাজীৰাওক পেছোৱা পদৰ বাবে মনোনীত কৰা হয়, কিন্তু ইয়াৰ বিৰোধিতা কৰে নানা ফড়নবিশে। তেওঁলোক দুয়োৰে মাজত দুৰ্ঘোৰ শত্ৰুতা আছিল। উত্তৰাধিকাৰৰ প্ৰশ্নত ষড়যন্ত্ৰ আৰু উপষড়যন্ত্ৰৰ সৃষ্টি হয়। অৱশেষত ১৭৯৬ চনৰ ৪ ডিচেম্বৰ তাৰিখে নানা আৰু বাজীৰাও এক আপোচ মীমাংসাত উপনীত হ'ল। বাজীৰাৱে (দ্বিতীয়) পেছোৱা হিচাপে স্বীকৃতি লাভ কৰিলে আৰু নানা তেওঁৰ মন্ত্ৰী হৈ থাকিল। ইয়াৰ চাৰি বছৰৰ পাছতে মাত্ৰ ৫৮ বছৰ বয়সত নানা ফড়নবিশৰ মৃত্যু ঘটে (১৩ মাৰ্চ, ১৮০০)।

মৰাথাসকলৰ কাৰণে নানাৰ মৃত্যু এটা জাতীয় বিপৰ্য্যয় বুলি ক'ব পাৰি। তেওঁৰ শাসন আছিল স্বৈৰাচাৰ ধৰণৰ। তথাপি তেওঁৰ বিচক্ষণতাৰ গুণতে মৰাথাসকলে তেওঁলোকৰ স্বাধীনতা আৰু একতা বজাই ৰাখিবলৈ সক্ষম হৈছিল। তেওঁৰ জীৱিত কালত মৰাথাসকলে ব্ৰিটিছৰ অধীনতামূলক মিত্ৰতা নীতিত আবদ্ধ হোৱা নাছিল। যিটো সময়ত এটা এটাকৈ ক্ৰমাৎ ভাৰতীয় শক্তিবোৰে ব্ৰিটিছৰ দাসত্ব স্বীকাৰ কৰিছিল, সেই সময়ত কাকো অসন্তুষ্ট নকৰাকৈ নানাই যিদৰে মৰাথাসকলৰ সন্মান ৰক্ষা কৰিছিল, সেইটো কম কৃতিত্বৰ কথা নহয়। তেওঁৰ কূট-কৌশলী নীতিৰ প্ৰশংসা কৰিয়ে ব্ৰিটিছ ঐতিহাসিকসকলে তেওঁক 'মেকিয়াভেলি'ৰ লগত তুলনা কৰিছে। তেওঁৰ মৃত্যুৰ লগে লগে মৰাথাসকলৰ বিপদ ঘনীভূত হৈ উঠিল।

## দ্বিতীয় ইংগ-মৰাথা যুদ্ধ

অষ্টাদশ শতিকাৰ শেষৰ দশকতে মৰাথা ৰাষ্ট্ৰসংঘৰ প্ৰধান নায়ক মহাদাজী সিন্ধিয়া, অহল্যা বাঈ, তুকজী হোলক'ৰ আৰু নানা ফড়নবিশৰ পৰলোক প্ৰাপ্তি ঘটাত মৰাথা জাতি দিগভ্ৰান্ত হৈ পৰিল। ৰাষ্ট্ৰসংঘৰ গুৰু দায়িত্বভাৰ গ্ৰহণ কৰিবলৈ সেই সময়ত মৰাথাসকলৰ মাজত কোনো দূৰদৃষ্টিসম্পন্ন লোকৰ আবিৰ্ভাৱ নহ'ল। মহাদাজী সিন্ধিয়াৰ উত্তৰাধিকাৰী দৌলত ৰাও বা তুকজী হোলকাৰৰ উত্তৰাধিকাৰী যশোৱন্ত ৰাৱে মৰাথাসকলক নেতৃত্ব যোগাবলৈ অসমৰ্থ হ'ল। বৰঞ্চ তেওঁলোকৰ স্বাৰ্থপৰতাই মৰাথা জাতিক পতনৰ মুখলৈহে ঠেলি দিলে। পেছোৱা দ্বিতীয় বাজী ৰাও (১৭৯৬-১৮১৮) আছিল অকৰ্মণ্য আৰু ষড়যন্ত্ৰপ্ৰিয় লোক। গতিকে তেৱোঁ মৰাথাসকলক যথাযোগ্যভাৱে নেতৃত্ব দিবলৈ অপাৰগ হ'ল।

নানা ফড়নবিশৰ মৃত্যুৰ লগে লগে দৌলত ৰাও সিন্ধিয়া আৰু যশোৱন্ত ৰাও হোলকাৰে পুণাত নিজ নিজ প্ৰাধান্য স্থাপন কৰিবলৈ উঠি-পৰি লাগে। এনে সময়ত দ্বিতীয় বাজী ৰাৱে ইজনৰ বিৰুদ্ধে সিজনক তুলি দি পৰিস্থিতি অধিক জটিল কৰি তোলে। প্ৰথম অৱস্থাত দৌলত ৰাও সিন্ধিয়াই পুণাত নিজৰ প্ৰতিপত্তি স্থাপন কৰিবলৈ সক্ষম হৈছিল, কিন্তু এই প্ৰতিপত্তি তেওঁ বেছিদিন ভোগ কৰিব নোৱাৰিলে।

যশোৱন্ত ৰাও হোলকাৰে সিন্ধিয়াৰ বাহিনীৰ সৈতে মালৱাত যুঁজ কৰি থকা সময়তে পেছোৱাই হোলকাৰৰ ভায়েক বিথুজী হোলকাৰক হত্যা কৰায়। এই খবৰ পাই যশোৱন্ত ৰাও অতিশয় ক্ৰোধান্বিত হয় আৰু পুণা অভিমুখে যাত্ৰা আৰম্ভ কৰে। ১৮০২ চনৰ অক্টোবৰ মাহত তেওঁ সিন্ধিয়া আৰু পেছোৱাৰ সম্মিলিত বাহিনীক এখন যুদ্ধত পৰাভূত কৰি পুণা দখল কৰে। পেছোৱা বাজী ৰাও পলাই যাবলৈ বাধ্য হয়। এই সুযোগতে যশোৱন্ত ৰাও হোলকাৰে ৰঘুনাথ ৰাওৰ তোলনীয়া পুতেক অমৃত ৰাওৰ পুত্ৰ বিনায়ক ৰাওক পেছোৱাৰ আসনত প্ৰতিষ্ঠা কৰে।

পেছোৱা বাজী ৰাৱে পলাই গৈ ব্ৰিটিছৰ ওচৰত সহায় ভিক্ষা কৰে। ইয়াৰ ফলতে ১৮০২ চনৰ ৩১ ডিচেম্বৰত বেছেইনত এখন সন্ধিপত্ৰ স্বাক্ষৰিত হয়। পেছোৱাই ইংৰাজৰ বশ্যতা স্বীকাৰ কৰিলে আৰু তেওঁৰ ৰক্ষণাবেক্ষণৰ বাবে ইংৰাজে এক সৈন্যবাহিনী তেওঁক দিবলৈ প্ৰতিশ্ৰুত হয়। ইংৰাজ বাহিনীটো স্থায়ীভাৱে পেছোৱাৰ ৰাজ্যত ৰখাৰ স্থিৰ কৰা হয়, কিন্তু এই সৈন্যবাহিনীৰ ভৰণ-পোষণৰ বাবদ পেছোৱাই বছৰি ২৬ লাখ টকা আয় হোৱা তেওঁৰ ৰাজ্যৰ কিছু খণ্ড ইংৰাজক দিব লগাত পৰে। তদুপৰি ইংৰাজৰ সৈতে বিৰোধ থকা কোনো ইউৰোপীয় ব্যক্তিক আশ্ৰয় নিদিবলৈ আৰু প্ৰত্যক্ষভাৱে কোনো দেশীয় শক্তিৰ লগত সম্পৰ্ক নাৰাখিবলৈ পেছোৱা মান্তি হয়। লৰ্ড ৱেলেছলিৰ সাম্ৰাজ্যবাদী নীতি সাৰ্থক হ'ল : প্ৰথমবাৰৰ বাবে সৰাতোকৈ প্ৰসিদ্ধ ভাৰতীয় শক্তি এটাই তেওঁৰ বা ইংৰাজৰ কৰ্তৃত্ব স্বীকাৰ কৰিলে। মৰাঠাসকলৰ স্বাধীনতাৰ অন্ত পৰিল। ইংৰাজ বাহিনীৰ সাহায্যত বাজী ৰাৱে পুনৰ পেছোৱা পদ লাভ কৰিলে (১৩ মে, ১৮০৩)। আগৰ পেছোৱা বিনায়ক ৰাৱে ইন্দোৰত আশ্ৰয় ল'বলৈ বাধ্য হয়।

বেছেইনৰ সন্ধিয়ে ব্ৰিটিছৰ একচ্ছত্ৰিতাৰ প্ৰশ্নটো মীমাংসা কৰিব নোৱাৰিলে। সন্ধি সম্পন্ন কৰি লৰ্ড ৱেলেছলিয়ে আত্মসন্তুষ্টি লাভ কৰিলে যদিও মৰাঠাসকল পুনৰ জাগৰিত হৈ উঠিল। দৌলত ৰাও সিন্ধিয়া আৰু বেৰাৰৰ (নাগপুৰ) ৰঘুজী ভোঁচলেই বেছেইনৰ সন্ধি অস্বীকাৰ কৰি পেছোৱাৰ হৃত গৌৰৱ উদ্ধাৰৰ বাবে সাজু হ'ল। তেওঁলোকে যশোৱন্ত ৰাও হোলকাৰৰ লগতো যোগাযোগ আৰম্ভ কৰে, কিন্তু

হোলকাৰে সিন্ধিয়াৰ প্ৰতি থকা পূৰ্বৰ বৈৰী ভাব পৰিত্যাগ কৰিলে যদিও তেওঁ ততালিকে তেওঁলোকক সহায় কৰাৰ কোনো প্ৰতিশ্ৰুতি নিদিলে। মৰাথা ৰাষ্ট্ৰসংঘৰ আন এজন নায়ক বৰোদাৰ গাইকঁৱাৰ আগন্তুক সংঘৰ্ষৰপৰা একেবাৰে আঁতৰি থাকিল। মৰাথা জাতিৰ চৰম দুৰ্যোগৰ সময়ত আটাইকেইজন ৰাষ্ট্ৰনায়ক সংঘবদ্ধ হ'ব নোৱৰাটো সঁচাকৈয়ে বৰ দুৰ্ভাগ্যজনক।

তথাপি সিন্ধিয়া আৰু ভোঁচলে নিৰুৎসাহ নহ'ল। তেওঁলোকৰ যুটীয়া বাহিনী নৰ্মদাৰ দক্ষিণফালে সমবেত কৰোৱা হয়। ইংৰাজসকল সচকিত হ'ল। তেওঁলোকে মৰাথ নেতৃদ্বয়ক সৈন্য অপসাৰণ কৰিবলৈ দাবী জনালে। দাবী অগ্ৰাহ্য হোৱাত যুদ্ধৰ বাহিৰে আন কোনো পন্থা নাথাকিল। যুদ্ধ দিবলৈ গৈয়ো ইংৰাজসকল বিপদত পৰিল, কিয়নো তেওঁলোক আগতে এনে বিশাল সৈন্যবাহিনীৰ বিপক্ষে থিয় দিব লগা হোৱা নাছিল। মৰাথাসকলৰ মুঠ সৈন্যসংখ্যা হ'ল ২ লাখ ৫০ হাজাৰ। ইয়াৰ উপৰিও সম্পূৰ্ণ ইউৰোপীয় পদ্ধতিত গঠন কৰা আৰু ৪০ হাজাৰ বাছক বাছা সৈন্য সিন্ধিয়াই বেলেগে ৰাখিছিল। মৰাথা সৈন্যবাহিনীৰ বিপৰীতে ইংৰাজসকলে যুদ্ধৰ কোনো পৰ্যায়তে ৫৫ হাজাৰতকৈ বেছি সৈন্য নিয়োগ কৰিব পৰা নাছিল। কিন্তু শেষত ইংৰাজসকলেই জয়ী হয়। উপযুক্ত নেতৃত্বৰ অবিহনে যে সৈন্য বাহিনীৰ সংখ্যাৰ হিচাপ নিৰৰ্থক, তাক দ্বিতীয় ইংগ-মৰাথা যুদ্ধই সুস্পষ্টভাৱে প্ৰমাণ কৰে।

গৱৰ্ণৰ জেনেৰেল লৰ্ড ৱেলেছলিয়ে অত্যন্ত সুপৰিকল্পিতভাৱে যুদ্ধ আৰম্ভ কৰে। সিন্ধিয়া আৰু ভোঁচলেৰ বাহিনীক পৃথক কৰিবৰ উদ্দেশ্যে তেওঁ উত্তৰ ভাৰত আৰু দাক্ষিণাত্যৰ ফালে দুটা অভিযান পঠায়। উত্তৰ ভাৰতৰ দায়িত্বত থাকিল জেনেৰেল লেক; দাক্ষিণাত্য অভিযানৰ বাবে গভৰ্ণৰ জেনেৰেলৰ নিজৰ ভায়েক চাৰ আৰ্থাৰ ৱেলেছলিক (পিছলৈ ডিউক অব ৱেলিংটন নামে প্ৰসিদ্ধ) নিয়োগ কৰা হয়। তদুপৰি লৰ্ড ৱেলেছলিয়ে একে সময়তে গুজৰাট বুন্দেলখণ্ড আৰু উৰিষ্যাতো যুদ্ধ আৰম্ভ কৰিলে।

দাক্ষিণাত্যৰ ৰণাংগনত আৰ্থাৰ ৱেলেছলিয়ে অতি কম সময়ৰ ভিতৰতে

নিজৰ সামৰিক দক্ষতা প্ৰতিপন্ন কৰিবলৈ সক্ষম হয়। ১৮০৩ চনৰ ১২ আগষ্টৰ দিনা তেওঁ তত্তালিকে ভোঁচলেৰ হাতৰপৰা হায়দৰাবাদৰ সীমান্তত অৱস্থিত আহমদ নগৰ অধিকাৰ কৰে। এই জয়লাভৰ কিছু পাছতে তেওঁ সিন্ধিয়া আৰু ভোঁচলেৰ সৈন্য বাহিনীক ঔৰংগাবাদৰ সমীপবৰ্ত্তী আছাই নামে ঠাইত বিষমভাবে পৰাজিত কৰে (২৩ ছেপ্টেম্বৰ)। সেই একে বছৰৰে অক্টোবৰ মাহত বুৰহানপুৰ আৰু আছিৰগড ইংৰাজৰ হাতত পৰিল। ইতিমধ্যে সিন্ধিয়াই দাক্ষিণাত্যৰ ৰণাংগনৰপৰা বিদায় গ্ৰহণ কৰে, কিন্তু ৰঘুজী ভোঁচলেই যুদ্ধ চলাই থাকিল। ২৯ নভেম্বৰ তাৰিখে আৰগাঁৱ নামে ঠাইত ৱেলেছলি আৰু ভোঁচলেৰ মাজত পুনৰ এক প্ৰচণ্ড যুদ্ধ সংঘটিত হয়। এই যুদ্ধতো ৱেলেছলিয়ে জয়লাভ কৰিলে। ডিচেম্বৰ মাহৰ ১৫ তাৰিখে ভোঁচলে শক্তিৰ এটা প্ৰধান ঘাটি গাৱিলগড়ৰ দুৰ্গটোৰ পতন ঘটে। পদে পদে পৰাজয় বৰণ কৰি ৰঘুজী ভোঁচলেই দেওগাঁৱত সন্ধি কৰিবলৈ বাধ্য হয় (১৭ ডিচেম্বৰ, ১৮০৩)। দেও-গাঁৱৰ সন্ধি অনুসৰি ৰঘুজীয়ে' ৱাৰ্ধা নদীৰ পশ্চিমৰ ৰাজ্যাংশ, কটক আৰু বালাছোৰ ইংৰাজৰ হাতত শোধাই দিয়ে।' নিজাম বা পেছোৱাৰ সৈতে কিবা বিবাদ উপস্থিত হ'লে তেওঁ ইংৰাজৰ মধ্যস্থতা গ্ৰহণ কৰিবলৈ সন্মত হয়। কোম্পানিৰ চৰকাৰে নাগপুৰৰ বৈদেশিক নীতি পৰিচালনা কৰিবলৈ কৰ্তৃত্ব লাভ কৰিলে। তদুপৰি নাগপুৰৰ দৰবাৰত এজন ব্ৰিটিছ ৰেছিডেন্ট ৰখাৰো স্থিৰ কৰা হয়। নাগপুৰৰ প্ৰথম ৰেছিডেন্টজন হ'ল প্ৰখ্যাত ভাৰতপ্ৰেমী মনষ্টুৱাৰ্ট এলফিনষ্ট'ন।

দাক্ষিণাত্য অভিযান চলি থকা অৱস্থাতে উত্তৰ ভাৰততো যুদ্ধ আৰম্ভ হয়। ইয়াতো ইংৰাজে অভাৱনীয় সামৰিক সাফল্য অৰ্জন কৰে। ইংৰাজ সৈন্যবাহিনীৰ অধিনায়ক লেকে সিন্ধিয়াৰ পশ্চিমীয়া আদৰ্শত গঢ়ি তোলা সৈন্যবাহিনীক কেইবাখনো যুদ্ধত পৰাস্ত কৰি মৰাথা শক্তিৰ গৌৰৱ ধূলিসাৎ কৰিলে। আলিগড় আৰু আগ্ৰা ইংৰাজৰ হাতলৈ আহিল আৰু দিল্লীত ইংৰাজৰ কৰ্তৃত্ব স্থাপিত হ'ল। বৃদ্ধ আৰু অন্ধ সম্ৰাট ছাহ আলম এতিয়াৰেপৰা ইংৰাজৰ আশ্ৰয়প্ৰাৰ্থী হৈ পৰিল। প্ৰখ্যাত সিন্ধিয়া বংশৰ উত্তৰাধিকাৰী দৌলত ৰাৱে অৱশেষত ইমান সহজে ইংৰাজৰ বশ্যতা স্বীকাৰ কৰিবলৈ টান পালে। আলৱাৰ ৰাজ্যৰ লাশ্বৰী নামে ঠাইত তেওঁ পুনৰ লেকৰ বিৰুদ্ধে থিয় দিয়ে (নভেম্বৰ,

১৮০৩), কিন্তু ইয়াতো তেওঁ বিষমভাৱে ক্ষতিগ্ৰস্ত হ'ল। ইফালে বুন্দেলখণ্ড, গুজৰাট আৰু উৰিষ্যাতো ইংৰাজ বাহিনীয়ে অতীব সফলতা লাভ কৰে। উপায়বিহীন হৈ ১৮০৩ চনৰ ৩ ডিচেম্বৰ তাৰিখে সিন্ধিয়াই ইংৰাজৰ সৈতে সুৰ্জী অৰ্জুনগাঁও নামে ঠাইত এখন সন্ধি সম্পন্ন কৰে। এই সন্ধিৰ চৰ্তানুযায়ী সিন্ধিয়াই গংগা আৰু যমুনাৰ মধ্যবৰ্তী অঞ্চল, জয়পুৰ, যোধপুৰ আৰু গোহাড়ৰ উত্তৰত অৱস্থিত সমস্ত ৰাজ্যাংশ আৰু আহমদ নগৰ, ভাৰুচ আৰু অজন্তা পাহাৰ, পশ্চিমস্থ ৰাজ্যবিশেষ ইংৰাজৰ হাতত সমৰ্পণ কৰে। ইয়াৰ উপৰি তেওঁ নিজাম, পেচোৱা, মোগল সম্ৰাট আৰু কোম্পানিৰ চৰকাৰৰ ওপৰত থকা সকলো কৰ্তৃত্ব ত্যাগ কৰিব লগাত পৰে। গোৱালিয়ৰত এজন ইংৰাজ প্ৰতিনিধি ৰাখিবলৈকো তেওঁ সম্মতি জ্ঞাপন কৰে। চাৰ জন মেলকমেই হৈছে গোৱালিয়ৰৰ প্ৰথম ব্ৰিটিছ প্ৰতিনিধি অথবা ৰেছিডেণ্ট। সুৰ্জী অৰ্জুনগাঁও সন্ধি স্বাক্ষৰিত হোৱাৰ কিছু দিনৰ পাছতে সিন্ধিয়াই ইংৰাজৰ লগত পুনৰ অধীনতামূলক মিত্ৰতাসূত্ৰত আবদ্ধ হয় (২৭ ফেব্ৰুৱাৰি, ১৮০৪)। বেছেইনৰ পাছত ইংৰাজৰ লগত এনে ধৰণৰ চুক্তিত আবদ্ধ হোৱা সিন্ধিয়াই হৈছে দ্বিতীয় মৰাঠা ৰাষ্ট্ৰনায়ক।

মাত্ৰ পাঁচ মাহৰ (আগষ্ট—ডিচেম্বৰ, ১৮০৩) ভিতৰতে দুজন প্ৰখ্যাত মৰাঠা নেতাক পৰাজিত কৰিব পৰাটো ব্ৰিটিছৰ পক্ষে কম কৃতিত্বৰ কথা নহয়। ইষ্ট ইণ্ডিয়া কম্পেনি ক্ৰমাগত ভাৰতৰ এক প্ৰধান শক্তিত পৰিণত হ'ল। কটক আৰু বালাছোৰ ব্ৰিটিছৰ হাতলৈ অহাত মাদ্ৰাজ আৰু বংগদেশৰ মাজত প্ৰত্যক্ষ যোগাযোগ সম্ভৱপৰ হ'ল। মৰাঠাসকল দুৰ্বল হৈ পৰাত ব্ৰিটিছে ৰাজপুত ৰাজ্যসমূহৰ ওপৰত প্ৰাধান্য স্থাপন কৰিবলৈ অধিক সুবিধা পালে। এনেদৰে জয়পুৰ, যোধপুৰ, বুন্দী, ভৰতপুৰ প্ৰভৃতি ৰাজ্য ব্ৰিটিছ প্ৰভাৱাধীন হৈ পৰিল।

## হোলকাৰৰ সৈতে সংঘৰ্ষ

দ্বিতীয় ইংগ-মৰাঠা যুদ্ধৰ প্ৰথম পৰ্য্যায়ৰ সংঘৰ্ষ ১৮০৩ চনৰ ডিচেম্বৰ মাহতে শুদ পৰে; যুদ্ধৰ দ্বিতীয় পৰ্য্যায় আৰম্ভ হয় ১৮০৪ চনৰ এপ্ৰিল মাহৰপৰা। মৰাঠাসকলৰ এইবাৰৰ নেতা হ'ল যশোৱন্ত ৰাও হোলকাৰ। তেওঁ প্ৰথম অৱস্থাত সম্পূৰ্ণ নিৰ্বিকাৰ আছিল, কিন্তু সিন্ধিয়া আৰু

ভোঁচলেৰ পতনৰ পাছত তেওঁ ব্ৰিটিছৰ বিৰুদ্ধে থিয় দিলে। তেওঁৰ অৱশ্যে সিন্ধিয়াৰ দৰে পশ্চিমীয়া ৰণবিদ্যাত পাৰ্গত কোনো সৈন্যবাহিনী নাছিল ; তেওঁ সিদ্ধহস্ত আছিল মৰাঠাসকলৰ পুৰণিকলীয়া ৰণ-কৌশলত। ইয়াৰ বলতে তেওঁ অৱশ্যে কিছু সময়ৰ বাবে হ'লেও ব্ৰিটিছ বাহিনীক অতিষ্ঠ কৰি তুলিব পাৰিছিল।

হোলকাৰে প্ৰথমতে ব্ৰিটিছ মিত্ৰভাবাপন্ন ৰাজপুত ৰাজ্যবোৰত উৎপাত আৰম্ভ কৰে আৰু শেষত জয়পুৰৰ ওপৰত আক্ৰমণ চলায়। ব্ৰিটিছ বাহিনীৰ অধিনায়ক লৰ্ড লেকে হোলকাৰক বাধা দিবলৈ জয়পুৰলৈ গতি কৰে, কিন্তু বাৰিষা কাল উপস্থিত হোৱাত তেওঁ কানপুৰলৈ গুচি আহিল। হোলকাৰৰ গতিবিধি লক্ষ্য কৰাৰ ভাৰ কৰ্ণেল মনচনৰ ( Colonel Monson ) ওপৰত দিয়া হয়। মনচনে হোলকাৰৰ আক্ৰমণলৈ অপেক্ষা নকৰি নিজেই ৰাজপুতানাৰ ভিতৰত সোমাই পৰে কিন্তু মুকুন্দদাৰাৰ গিৰিসংকটত তেওঁক হোলকাৰে হঠাতে আক্ৰমণ কৰিলে। এনে আকস্মিক আক্ৰমণৰ কাৰণে মনচন অকণো সাজু নাছিল, ফলত তেওঁ বিস্তৰ ক্ষতিৰ সন্মুখীন হ'ল। ব্ৰিটিছ সৈন্যবাহিনী প্ৰায়ে সমূলঞ্চে ধ্বংস পালে। মুকুন্দদাৰাত পৰাজয় বৰণ কৰি কৰ্ণেল মনচন আগ্ৰালৈ পিছ হুহঁকি আহিল। হোলকাৰে জয়লাভ কৰাত ভৰতপুৰৰ জাত ৰজা ৰণজিত সিঙে ব্ৰিটিছ পক্ষ ত্যাগ কৰি হোলকাৰৰ পক্ষত যোগ দিয়েহি। ইতিমধ্যে সিন্ধিয়াযো ব্ৰিটিছৰ বিপক্ষে থিয় দিযে। কিন্তু ইমানতো মৰাঠাসকলে সৌভাগ্যৰ মুখ দেখা নাপালে।

১৮০৪ চনত অক্টোবৰ মাহত ভৰতপুৰৰ সহায়ত হোলকাৰে দিল্লী আক্ৰমণ কৰে, কিন্তু ব্ৰিটিছ ৰেচিডেণ্ট লেফটেনেণ্ট কৰ্ণেল অক্টাৰ্লনিয়ে ( Lt Colonel Ochterlony ) তেওঁৰ আক্ৰমণ ব্যৰ্থ কৰিবলৈ সক্ষম হয়। ইয়াৰ পাছত দিগ (১৩ নৱেম্বৰ) আৰু ফাৰুকাবাদৰ (১৭ নৱেম্বৰ) যুদ্ধত হোলকাৰে পৰাজয় বৰণ কৰে। শেষত তেওঁ ভৰতপুৰৰ অভেদ্য দুৰ্গত আশ্ৰয় লযগৈ। সেনাপতি লেকে ভৰতপুৰ আক্ৰমণ কৰিলে, কিন্তু চাৰিবাৰ চেষ্টা কৰিও দুৰ্গৰ পতন ঘটাবলৈ অসমৰ্থ হ'ল ; লেকৰ বিফলতাই ব্ৰিটিছ বাহিনীৰ গৌৰৱ বহু পৰিমাণে ম্লান কৰিলে। অৱশ্যে ভৰতপুৰৰ ৰজাই ব্ৰিটিছৰ বিৰুদ্ধাচৰণ কৰিবলৈ আৰু মন নকৰি ১৮০৫ চনৰ এপ্ৰিল মাহত সন্ধি স্থাপন কৰে। যুদ্ধৰ ক্ষতিপূৰণ হিচাপে ব্ৰিটিছক

২০ লাখ টকা দিয়া হয়, কিন্তু ভৰতপুৰৰ দুৰ্গটো ৰজাৰ হাতত থাকিল। জাত ৰজাজনৰ সহায়ৰপৰা বঞ্চিত হোৱা হেতুকে হোলকাৰ পঞ্জাবৰ ফালে পলাই যায়। ইতিমধ্যে তেওঁৰ ৰাজধানী ইন্দোৰ ব্ৰিটিছে দখল কৰিলে।

হোলকাৰৰ অৱস্থা সংকটাপন্ন হৈ উঠিল। কিন্তু তেওঁৰ বিৰুদ্ধে পুনৰ অগ্ৰসৰ হোৱাৰ আগতেই গভৰ্নৰ জেনেৰেল ৱেলেছলিক স্বদেশলৈ মাতি পঠোৱা হয়। তেওঁৰ ওপৰত গৃহ চৰকাৰ আগৰেপৰাই অসন্তুষ্ট আছিল; এনে অৱস্থাত মুকুন্দদাৰা আৰু ভৰতপুৰৰ সামৰিক বিপৰ্যায়ৰ বাৰ্তা আহি পোৱাত তেওঁৰ পতন অৱশ্যম্ভাৱী হৈ উঠিল। তেওঁৰ ঠাইত লৰ্ড কৰ্ণৱালিছক পুনৰ ভাৰতলৈ গভৰ্নৰ জেনেৰেল কৰি পঠোৱা হয় (জুলাই, ১৯০৫) কিন্তু তেওঁ আচম্বিতে মৃত্যু মুখত পৰাত (অক্টোবৰ, ১৯০৫) তেওঁ কোনো কাম সমাধা কৰি যাব নোৱাৰিলে। তেওঁৰ আকস্মিক মৃত্যুত গভৰ্নৰ জেনেৰেল পৰিষদৰ জ্যেষ্ঠ সদস্য ছাৰ জৰ্জ বাৰ্লৌই অস্থায়ীভাৱে কাৰ্য্য নিৰ্বাহ কৰে। তেওঁ প্ৰথমতে সিন্ধিয়াৰ লগত এখন নতুন সন্ধি স্বাক্ষৰিত কৰে (২৩ নৱেম্বৰ, ১৮০৫)। এই নতুন সন্ধিখনৰদ্বাৰা পূৰ্বে স্বাক্ষৰিত সুৰ্জী অৰ্জুনগাঁৱৰ সন্ধিৰ চৰ্তাৱলী বহু পৰিমাণে সংস্কাৰ কৰা হয়। নতুন সন্ধি অনুসৰি চম্বল নদী কোম্পানি আৰু সিন্ধিয়া ৰাজ্যৰ সীমা হিচাপে স্বীকৃত হয় আৰু সিন্ধিয়াই গোৱালিয়ৰ আৰু গোহাড় ঘূৰাই পালে। তদুপৰি ব্ৰিটিছে ৰাজপুতানাৰ অভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ নকৰে বুলি প্ৰতিশ্ৰুতি দিলে। ইতিমধ্যে হোলকাৰেও শিখসকলৰপৰা সহায় লাভ কৰিব নোৱাৰি লৰ্ড লেকৰ সৈতে সন্ধি কৰিবলৈ বাধ্য হয় (৭ জানুৱাৰি, ১৮০৬)। সন্ধি অনুসৰি হোলকাৰে বুণ্ডেলখণ্ড, ৰামপুৰা, কুচ, টংক, বুন্দি আৰু চম্বলৰ উত্তৰস্থ সকলো ৰাজ্যৰ কৰ্তৃত্ব ত্যাগ কৰে। অৱশ্যে তেওঁক মূল ৰাজ্যখন ওভতাই দিয়া হয়। ছাৰ জৰ্জ বাৰ্লৌই পাছত ৰাজপুত ৰাজ্য-সমূহ, টংক আৰু ৰামপুৰাও হোলকাৰৰ হাতত সমৰ্পণ কৰিলে।

## তৃতীয় ইংগ-মৰাঠা যুদ্ধ আৰু মৰাঠা ৰাষ্ট্ৰসংঘৰ পতন

ৱেলেছলিৰ প্ৰত্যাবৰ্তনৰ পাছৰপৰা কোম্পানিৰ চৰকাৰে ভাৰতৰ ক্ষেত্ৰত অহস্তক্ষেপ নীতি অনুসৰণ কৰিছিল যদিও কিন্তু মৰাঠা ৰাষ্ট্ৰ নায়ক-

সকল হৈয়াৰ সুযোগ গ্ৰহণ কৰিবলৈ অসমৰ্থ হ'ল। সুযোগ গ্ৰহণ কৰি মৰাথা শক্তিক পুনৰ সঞ্জীৱিত কৰিবৰ জোখাৰে অৱশ্যে তেওঁলোকৰ মাজত কোনো নেতাও নোলাল। কেইবা দশকো ধৰি বৰোদাৰ গাইক'ৱাৰে মৰাথা ৰাষ্ট্ৰসংঘৰ প্ৰতি এক উদাসীন মনোভাব পোষণ কৰি আহিছিল আৰু ১৮০৫ চনৰ এপ্ৰিল মাহত ব্ৰিটিছৰ লগত অধীনতামূলক মিত্ৰতা কৰি তেওঁ প্ৰায় এঘৰীয়া হৈ পৰিল। আন মৰাথা ৰাজ্যসমূহৰ অৱস্থাও কোনোগুণে উন্নত নহয়। শাসকসকলৰ অকৰ্মণ্যতাৰ বাবে সকলো ৰাজ্যতে এক ব্যাপক বিশৃংখল অৱস্থাৰ সৃষ্টি হয়। দৌলত ৰাও সিন্ধিয়াই তেওঁৰ বিশাল বাহিনীক ভৰণ-পোষণ দিব নোৱাৰি সৈনিকসকলক দস্যু বৃত্তি অৱলম্বন কৰিবলৈ সুবিধা দিলে। তেওঁলোকৰ লগত পিণ্ডাৰীবোৰো যুক্ত হোৱাত ওচৰ-পাজৰৰ ৰাজ্যসমূহৰ শান্তি নাইকিয়া হ'ল।

ৰঘুজী ভোঁচলেই ৰাজ্য শাসনত কোনো যোগ্যতাৰ পৰিচয় দিব নোৱাৰিলে। তেওঁৰ সময়তে নাগপুৰ আফগান আৰু পিণ্ডাৰীবোৰৰ একপ্ৰকাৰ ৰঙ্গভূমিত পৰিণত হয়। ১৮১৬ চনত তেওঁৰ মৃত্যু ঘটাত তেওঁৰ ৰাজ্যৰ অৱস্থিতি সন্দেহজনক হৈ পৰিল। আন এখন মৰাথা ৰাজ্য ইন্দোৰৰ অভ্যন্তৰীণ পৰিস্থিতি আছিল সবাতোকৈ সংকটজনক। যশোৱন্ত ৰাও হোলকাৰে তেওঁৰ উপপত্নী তুলসীবাঈৰ পুত্ৰ মলহাৰক ইন্দোৰৰ প্ৰকৃত উত্তৰাধিকাৰী বুলি সাব্যস্ত কৰিবৰ অভিপ্ৰায়ে ভায়েক কাশী ৰাও আৰু ভতিজাক খণ্ডে ৰাওক গোপনে হত্যা কৰোৱায় (১৮০৯)। এই হত্যাই তেওঁৰ মনত গভীৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে আৰু তাৰ ফলতে তেওঁ মানসিক ভাৰসাম্য হেৰুৱাই পেলায়। এনে অৱস্থাত তুলসীবায়ে মলহাৰক হোলকাৰৰ গাদীত বহুৱাই নিজে ৰাজ্য শাসন কৰিবলৈ ধৰে। তেওঁৰ প্ৰধান সহায় হয় যশোৱন্ত ৰাওৰ মন্ত্ৰী বলৰাম শেঠ আৰু পাঠান নেতা আমিৰ খান। তেওঁলোকৰ শাসনত ৰাজ্যত শান্তি নাইকিয়া হ'ল। ইতিমধ্যে ১৮১১ চনত যশোৱন্ত ৰাও হোলকাৰো মৃত্যু ঘটিল।

কোনো এখন মৰাথা ৰাজ্যৰে অভ্যন্তৰীণ পৰিস্থিতি সন্তোষজনক নাছিল যদিও, মৰাথাসকলে পুনৰ এবাৰ ব্ৰিটিছৰ লগত শক্তি পৰীক্ষা কৰিবলৈ স্থিৰ কৰে। এইবাৰৰ নেতৃত্বয় হ'ল পেছোৱা দ্বিতীয় বাজীৰাও

আৰু তেওঁৰ মন্ত্ৰী ত্ৰিম্বকজী দাংলিয়া। তেওঁলোক কোনোজনৰে ৰাজনৈতিক বিচাৰ-বুদ্ধি বা সামৰিক জ্ঞান নাছিল, তথাপি তেওঁলোকে মৰাথাসকলৰ লুপ্ত গৌৰৱ পুনৰুদ্ধাৰৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিছিল। ত্ৰিম্বকজীৰ পৰামৰ্শমতে বাজীৰাৱে এটা ব্ৰিটিছবিৰোধী শিবিৰ তৈয়াৰ কৰিবলৈ গোপনে হোলকাৰ, সিন্ধিয়া আৰু ভোঁচলেৰ লগত যোগাযোগ আৰম্ভ কৰে। ইয়াৰ ফলতে তৃতীয় আৰু সৰ্বশেষ ইংগ-মৰাথা যুদ্ধৰ উদ্ভৱ হয়।

বৰোদা ৰাজ্যৰ দেৱান গংগাধৰ শাস্ত্ৰীৰ হত্যাক কেন্দ্ৰ কৰি প্ৰথমে ইংগ-মৰাথা বিবাদৰ সূত্ৰপাত হয়। পেছোৱা বাজীৰাৱে বৰোদাৰ ওপৰত কৰা কিছু টকা-পইচাৰ দাবী মীমাংসা কৰিবলৈ ১৭১৪ চনত গংগাধৰ শাস্ত্ৰী পুণালৈ আহে। এই দেৱানজনক ত্ৰিম্বকজীৰ পৰামৰ্শমতে পেছোৱাই পুণাৰপৰা নাহিকলৈ নি তাত হত্যা কৰোৱায়। গংগাধৰ শাস্ত্ৰী আছিল ইংৰাজৰ বিশ্বস্ত বন্ধু, গতিকে পুণাৰ ব্ৰিটিছ ৰেছিডেন্ট মনষ্টুৱাৰ্ট এলফিনষ্ট'নে পেছোৱাক তৎক্ষণাৎ ত্ৰিম্বকজীক তেওঁৰ হাতত গতাই দিবলৈ দাবী জনালে। পেছোৱা বাজীৰাৱে তেওঁৰ মন্ত্ৰীক সমৰ্পণ কৰিবলৈ মন কৰা নাছিল, কিন্তু ৰেছিডেন্টৰ কঠোৰ দৃষ্টিভংগীৰ বাবে শেষত তেনে কৰিবলৈ বাধ্য হয়। এলফিনষ্ট'নে ত্ৰিম্বকজীক থানাৰ দুৰ্গত বন্দী কৰি ৰাখিলে। এবছৰৰ পাছতে পেছোৱাৰ পৰোক্ষ সাহায্যত ত্ৰিম্বকজী তাৰপৰা পলাই যাবলৈ সক্ষম হয়। ইংৰাজসকল পেছোৱাৰ ওপৰত গভীৰভাৱে অসন্তুষ্ট হ'ল। ইফালে পেছোৱাই এইবাৰ ইংৰাজৰ বিৰুদ্ধাচৰণ কৰিবলৈ উঠি-পৰি লাগিল।

দ্বিতীয় বাজীৰাওৰ ব্ৰিটিছবিৰোধী কাৰ্য্য-কলাপ কোম্পানি চৰকাৰৰ দৃষ্টিগোচৰ নোহোৱাকৈ নাথাকিল। পৰিস্থিতিয়ে গুৰুতৰ ৰূপ ধাৰণ কৰাৰ আগতে নতুন গভৰ্নৰ জেনেৰেল লৰ্ড হেষ্টিংছৰ (১৮১৩-২৩) সমৰ্থনত এলফিনষ্ট'নে পেছোৱাক এখন নতুন সন্ধিপত্ৰত স্বাক্ষৰ দান কৰিবলৈ বাধ্য কৰায় (১৩ জুন, ১৮১৭)। পুণাত সম্পাদিত এই সন্ধি-খনৰ চৰ্তমতে পেছোৱাই মৰাথা ৰাষ্ট্ৰসংঘৰ নেতৃত্ব ত্যাগ কৰে আৰু ব্ৰিটিছ ৰেছিডেন্টৰ অজ্ঞাতে কোনো দেশীয় বা বিদেশী শক্তিৰ লৈতে যোগাযোগ নকৰিবলৈ বুলি প্ৰতিশ্ৰুতি দিয়ে। বৰোদাৰ গাইকৱাৰৰ-পৰা পেছোৱাই বছৰি ৪ লাখ টকা পোৱাৰ সিদ্ধান্ত কৰা হয়; ইয়াৰ

বিনিময়ত তেওঁ বৰোদাৰ ওপৰত থকা আন সকলো দাবী পৰিহাৰ কৰে। তদুপৰি পেচোৱাই ব্ৰিটিছ সামৰিক সাহায্যৰ বিনিময়ত ৩০ লাখ টকাৰ সমমূল্যৰ তেওঁৰ ৰাজ্যৰ কিছু অংশ কোম্পানিৰ চৰকাৰক একেবাৰে এৰি দিব লগা হয়। ইতিমধ্যে নাগপুৰৰ ঘৰুৱা বিবাদ এটাত হস্তক্ষেপ কৰি ইংৰাজে নিজৰ অৱস্থা বহু পৰিমাণে উন্নত কৰি তোলে। ১৮১৬ চনৰ মাৰ্চ মাহত দ্বিতীয় ৰঘুজীৰ মৃত্যু ঘটাত নাগপুৰত এক বিশৃংখল পৰিস্থিতিৰ উদ্ভৱ হয়। ৰঘুজীৰ পাছত তেওঁৰ পুতেক পাৰ্চজী ভোঁচলেৰ গাদীত বহে, কিন্তু তেওঁ আছিল সম্পূৰ্ণ অক্ষম প্ৰকৃতিৰ লোক। তেওঁক আঁতৰাই তেওঁৰ খুড়াকৰ পুতেক আপ্পা চাহেবে (মধুজী নামেৰেও জনাজাত) নিজকে নাগপুৰৰ শাসনকৰ্তাৰ আসনত প্ৰতিষ্ঠা কৰিবলৈ মনস্থ কৰে। সুবিধা বুজি ইংৰাজে আপ্পা চাহেবৰ লগত এখন চুক্তি সম্পন্ন কৰিলে (২৭ মে’ ১৮১৬)। নাগপুৰ ইংৰাজৰ অধীন হৈ পৰিল কিন্তু আপ্পা চাহেবে পাৰ্চজীৰ অভিভাৱক হিচাপে স্বীকৃতি পালে।

পুণা আৰু নাগপুৰৰ লগত নতুন সন্ধি কৰি ইংৰাজ শক্তিশালী হৈ পৰিল। এনে সময়তে কোম্পানিৰ এলেকাত অত্যাচাৰ কৰি ফুৰা পিণ্ডাৰী নামৰ দস্যু দলটো দমন কৰাৰ প্ৰয়োজনীয়তাই দেখা দিয়ে। পিণ্ডাৰীবোৰৰ প্ৰধান সমৰ্থক আছিল সিন্ধিয়া, গতিকে লৰ্ড হেষ্টিংছে সিন্ধিয়া বংশৰ মুৰব্বী দৌলত ৰাওক এখন চুক্তি কৰিবলৈ বাধ্য কৰায় (৫ নৱেম্বৰ, ১৮১৭)। এই চুক্তিমতে দৌলত ৰাৱে ইংৰাজক পিণ্ডাৰী দমন কাৰ্য্যত সহায় কৰিবলৈ সন্মত হয় আৰু চম্বলৰ সকলো ৰাজপুত ৰাজ্যৰ কতৃত্ব ইংৰাজৰ হাতত সমৰ্পণ কৰে।

দৌলত ৰাৱে গোৱালিয়ৰ সান্ধপত্ৰত স্বাক্ষৰ দান কৰাৰ দিনাই পেচোৱা বাজীৰাৱে ব্ৰিটিছৰ বিৰুদ্ধে প্ৰকাশ্যভাৱে থিয় দিয়ে। তেওঁ প্ৰথমতে পুণাৰ ব্ৰিটিছ ৰেছিডেণ্টৰ আবাসগৃহ জুই লগাই ভস্মীভূত কৰিলে। ৰেছিডেণ্ট এলফিনষ্টোনে কোনোমতে পুণাৰ পৰা পলাই কিৰকি নামৰ ব্ৰিটিছ সামৰিক ঘাটি এটাত আশ্ৰয় লয়। পেচোৱাৰ সৈন্যবাহিনীয়ে চুবাৰো কিৰকি আক্ৰমণ কৰে, কিন্তু কৰ্ণেল বাৰে (Colonel Burr) সেই আক্ৰমণ ৰোধ কৰিবলৈ সক্ষম হয়। পুণা এৰি পেচোৱা পলাই যায় আৰু শেষত তেওঁ কোৰগাঁও (১ জানুৱাৰি ১৮১৮) আৰু অষ্টিৰ

(২০ ফেব্ৰুৱাৰি) যুদ্ধত পৰাজয় বৰণ কৰি ১৮১৮ চনৰ জুন মাহত চাৰ জন মেলকমৰ ওচৰত আত্মসমৰ্পণ কৰিলে।

পেচোৱাই যুদ্ধ ঘোষণা কৰাৰ লগে লগে নাগপুৰৰ আপ্পা চাহাব আৰু ইন্দোৰৰ হোলকাৰ চৰকাৰেও (তেতিয়া দ্বিতীয় মলহাৰ ৰাও হোলকাৰ নাবালক আছিল) ব্ৰিটিছৰ বিৰুদ্ধে থিয় দিয়ে কিন্তু তেওঁলোকৰ চেষ্টা বিফল হয়। আপ্পা চাহাবে সীতাবল্ডী (নৱেম্বৰ ১৮১৭) আৰু নাগপুৰৰ (ডিচেম্বৰ, ১৮১৭) যুদ্ধত সম্পূৰ্ণৰূপে পৰাজিত হৈ পঞ্জাবৰ ফালে পলাই যায়। শেষত তেওঁ যোধপুৰত আশ্ৰয় গ্ৰহণ কৰে আৰু তাতেই তেওঁৰ মৃত্যু হয় (১৮৪০)। হোলকাৰৰ সৈন্যবাহিনীয়েও চাৰ টমাছ হিছলপৰ (Sir Thomas Hislop) হাতত মহিদপুৰৰ যুদ্ধত বিষমভাৱে পৰাজিত হয় (২১ ডিচেম্বৰ, ১৮১৭)। ইয়াৰ পাছত হোলকাৰে মান্দাচোৰত সন্ধি (৬ জানুৱাৰি, ১৮১৮) কৰি ব্ৰিটিছৰ সৈতে মিত্ৰতা স্থাপন কৰে।

মৰাঠাসকলৰ স্বাধীনতা লাভৰ আৰু আত্মপ্ৰতিষ্ঠাৰ শেষ প্ৰচেষ্টা এইদৰে বিফল হ'ল। মৰাঠা নায়ককেইজনৰ পুনৰ সংস্থাপনৰ ক্ষেত্ৰত ব্ৰিটিছ চৰকাৰে পৰিস্থিতি অনুযায়ী বিভিন্ন পন্থা গ্ৰহণ কৰিলে। পেচোৱা পদটোৰ বিলোপ সাধন কৰি দ্বিতীয় বাজীৰাওক কানপুৰৰ ওচৰৰ বিথুৰ নামৰ ঠাই এখনত ৰখা হয়। তেওঁক অৱশ্যে ভৰণ-পোষণৰ কাৰণে বছৰি ৮ লাখ টকাকৈ দিয়া হয়। ১৮৫৩ চনত বাজীৰাওৰ মৃত্যু ঘটাত তদানীন্তন গভৰ্নৰ জেনেৰেল লৰ্ড ডেলহাউচিয়ে তেওঁৰ পোষ্য পুতেক নানা চাহাবক সেই পেন্সন দিবলৈ অস্বীকাৰ কৰে। ইয়াৰ ফলতে নানা ব্ৰিটিছবিৰোধী হৈ ১৮৫৭ চনৰ উত্থানত এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। সি যি কি নহওক, ব্ৰিটিছ চৰকাৰে বাজীৰাওৰ হৃত ৰাজ্যৰ একাংশ লৈ সাতাৰা নামৰ এখন ৰাজ্য নতুনকৈ প্ৰতিষ্ঠা কৰে। এই নতুন ৰাজ্যখনৰ ৰজা হ'ল প্ৰতাপসিংহ নামৰ ছত্ৰপতি শিৱাজীৰ একজন বংশধৰ। বাজীৰাওৰ ৰাজ্যৰ অধিকাংশই অৱশ্যে ব্ৰিটিছৰ হাততে থাকিল।

আপ্পা চাহাবৰ পলায়নৰ পাছত ভোঁচলে ৰাজ্যৰ অধিকাংশ ব্ৰিটিছ সাম্ৰাজ্যভুক্ত কৰা হয়। নাগপুৰক কেন্দ্ৰ কৰি ওচৰ-পাজৰৰ কিছু অংশ পাৰ্চজীৰ নাবালক পুতেক তৃতীয় ৰঘুজীক অৰ্পণ কৰা হয়। নাগপুৰ ৰাজ্যখনো পাছত ব্ৰিটিছৰ হাতলৈ যায়।

মান্দাছোৰৰ সন্ধি অনুসৰি ব্ৰিটিছ চৰকাৰে হোলকাৰৰ ৰাজ্যৰ ক্ষেত্ৰতো যথোপযুক্ত ব্যৱস্থা কৰে। হোলকাৰে মূল ৰাজ্যখন ঘূৰাই পালে যদিও ৰাজপুত ৰাজ্যবোৰৰ ওপৰত থকা তেওঁৰ কৰ্তৃত্ব পৰিহাৰ কৰিব লগা হয়। নৰ্মদা নদীৰ দক্ষিণস্থ ৰাজ্যখণ্ড ইংৰাজে লাভ কৰিলে আৰু হোলকাৰে নিজা খৰচত ইন্দোৰত এটা ইংৰাজ বাহিনী ৰাখিবলৈ সন্মত হয়। তদুপৰি হোলকাৰে পাঠান নায়ক আমিৰ খানকো টংকৰ নবাব বুলি স্বীকৃতি দিব লগাত পৰে। এই পৰাক্ৰমী পাঠান নায়কজনক ব্ৰিটিছ চৰকাৰে তাত প্ৰতিষ্ঠা কৰিছিল।

### মৰাথাসকলৰ পতনৰ কাৰণ

ভাৰত ইতিহাসৰ অষ্টাদশ শতিকাটো মৰাথাসকলৰ ৰাজনৈতিক আধিপত্যৰ যুগ হিচাপে পৰিচিত। আন কোনো ভাৰতীয় শক্তিয়েই সেই সময়ত মৰাথাসকলৰ সমকক্ষ হোৱাৰ গৌৰৱ অৰ্জন কৰিব পৰা নাছিল। মহিশুৰৰ হায়দৰ আলি আৰু টিপু চুলতানো তেওঁলোকৰ ওচৰত বাৰম্বাৰ পৰাজিত হৈছিল ; হায়দৰাবাদৰ নিজামেও তেওঁলোকৰ বিৰুদ্ধে কেতিয়াও সফলতাৰ মুখ দেখা নাছিল। আনকি মোগল শক্তিয়েও, যি শক্তিয়ে এবাৰ সম্ৰাট ঔৰংজেবৰ নেতৃত্বত প্ৰায় সমগ্ৰ ভাৰততে বিজয় পতাকা উৰুৱাবলৈ সক্ষম হৈছিল, সেই শক্তিয়েও শেষত মৰাথাসকলৰ ওচৰতে পৰাজয় স্বীকাৰ কৰিব লগা হয়। এই দুৰ্জেয় শক্তিৰ গৌৰৱ তৃতীয় পাণিপথৰ যুদ্ধত কিছু পৰিমাণে ম্লান হৈ পৰে যদিও প্ৰথম মাধৱ ৰাওৰ দিনতে এই শক্তিৰ আশ্চৰ্য্যজনকভাৱে আকৌ পুনৰুত্থান ঘটে। অৱশ্যে এই পুনৰুত্থানৰ ইতিহাস আছিল ক্ষণস্থায়ী ; মাধৱ ৰাওৰ মৃত্যুৰ পাছৰপৰা মৰাথাসকলৰ বিপদ ঘনীভূত হৈ উঠিল। পাৰস্পৰিক হিংসা-দ্বেষত লিপ্ত হৈ শেষত মৰাথাসকলে ব্ৰিটিছৰ ওচৰত নতি স্বীকাৰ কৰিব লগা হ'ল।

মৰাথাসকলৰ পতনৰ কাৰণ বহুতো। মৰাথা সাম্ৰাজ্য প্ৰকৃততে আছিল ব্যক্তিগত প্ৰতিভা আশ্ৰয়ী। শিৱাজীয়ে প্ৰতিষ্ঠা কৰি যোৱা ৰাজ্যখন তেওঁৰ মৃত্যুৰ পাছতে ধ্বংসৰ মুখত পতিত হয়, তথাপি পেচোৱা বালাজী বিশ্বনাথৰ দিনত সেই ৰাজ্যই ঠন ধৰি উঠে। বালাজীৰ উত্তৰাধিকাৰীসকলো, যেনে—প্ৰথম বাজীৰাও আৰু বালাজী বাজীৰাও

আছিল প্ৰতিভাশালী ব্যক্তি, গতিকে তেওঁলোকে ভাৰতৰ বিভিন্ন প্ৰান্তত মৰাঠাসকলৰ গৌৰৱ প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হয়। প্ৰথম মাধৱ ৰাওৰ মৃত্যুৰ পাছতো মহাদাজী সিন্ধিয়া, অহল্যাবাঈ, নানা ফড়নবিশ আৰু তুকজী হোলকাৰৰ নিচিনা বিচক্ষণ ব্যক্তিসকলে মৰাঠাসকলৰ পূৰ্বৰ যশ-প্ৰতিপত্তি অম্লান কৰি ৰাখে। তেওঁলোকৰ পৰৱৰ্তী কালত মৰাঠা-সকলক নেতৃত্ব দিব পৰা কোনো ব্যক্তিৰে আবিৰ্ভাৱ নহ'ল আৰু সেই কাৰণে মৰাঠাসকলৰ পতন অনিবাৰ্য্য হৈ উঠিল। উনবিংশ শতিকাৰ মৰাঠা নেতৃবৃন্দ, যেনে—পেছোৱা দ্বিতীয় বাজীৰাও, যশোৱন্ত ৰাও হোলকাৰ, দ্বিতীয় ৰঘুজী ভোঁচলে আৰু ত্ৰিম্বকজী আছিল সম্পূৰ্ণ দুৰ্বল, ষড়যন্ত্ৰপ্ৰিয় আৰু দূৰদৃষ্টিবিহীন ব্যক্তি। আনহাতে তেওঁলোকৰ বিপৰীতে আছিল লৰ্ড বেলেছলি, লৰ্ড হেষ্টিংছ, এলফিনষ্ট'ন, মেলকম, আৰ্থাৰ বেলেছলি প্ৰভৃতিৰ নিচিনা বিচক্ষণ কূটনৈতিক আৰু বিজ্ঞ সামৰিক অভিজ্ঞতাসম্পন্ন ব্যক্তিসকল। এনে অৱস্থাত নেতৃত্ববিহীন মৰাঠাসকলৰ পক্ষে স্বাধীনতা অথবা আত্মৰক্ষা কৰাটো সম্ভৱপৰ নহ'ল।

দ্বিতীয়তে, মৰাঠা ৰাজ্য আছিল সংহতিবিহীন আৰু ইয়াৰ উত্থানো আছিল আকস্মিক। ব্যক্তিগত সামৰিক প্ৰতিভাক কেন্দ্ৰ কৰি ৰাজ্য এখন প্ৰতিষ্ঠিত হ'ল যদিও ইয়াক ঐক্যবদ্ধ কৰিবৰ বাবে কোনো সুচিন্তিত নীতিৰ উদ্ভাৱন কৰা নহ'ল। জাতীয় শিক্ষাব্যৱস্থা, সমৰূপ আইন-কানুন বা কোনো পৰিকল্পিত শাসনব্যৱস্থা, যিবোৰে হয়তো মৰাঠাসকলৰ মাজত জাতীয় চেতনা জগাই তুলিব পাৰিলেহেঁতেন, তেনে ব্যৱস্থা কোনো এজন ছত্ৰপতি বা পেছোৱাই লোৱা নাছিল। গতিকে মৰাঠা-সকলে নিজকে কোনো এক বিশেষ ৰাষ্ট্ৰৰ মানুহ বুলি ভাবিবলৈ অৱকাশ নাপালে। প্ৰথম বাজীৰাৱে হিন্দু পাদ-পাদছাহী অথবা হিন্দু সাম্ৰাজ্য গঠনৰ আদৰ্শেৰে মৰাঠাসকলক উদ্বুদ্ধ কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু বালাজী বাজীৰাওৰ সময়ৰপৰা সেই আদৰ্শ পৰিত্যক্ত হোৱাত মৰাঠাসকলৰ মাজত জাতীয়তাবোধৰ ভাবধাৰা ঠন ধৰি উঠিবলৈ কোনো সুবিধা নাপালে। কেইজনমান মৰাঠা ৰাষ্ট্ৰনায়কৰ দিনত মৰাঠাসকলৰ মাজত যি জাতীয় ঐক্যৰ ভাব পৰিলক্ষিত হৈছিল, সেয়া আছিল কৃত্ৰিম। কোনো নীতি বা আদৰ্শৰ অবিহনে এটা জাতি জীয়াই থাকিব নোৱাৰে, মৰাঠাসকলৰো সেয়ে হ'ল।

তৃতীয়তে, ৰাজহ আদায়ৰ ব্যৱস্থাও মৰাঠাসকলৰ পতনৰ এটা প্ৰধান কাৰণ। মৰাঠা ৰাজ্য আছিল পৰ্বত পাহাৰেৰে পৰিবেষ্টিত আৰু ইয়াৰ মাটি আছিল অনুৰ্বৰ। কৃষি, শিল্প-বাণিজ্য গঢ়ি উঠিবৰ বাবে তাত বিশেষ সুবিধা নাছিল। ৰাজ্যৰ শাসনকাৰ্য্য চলাবৰ বাবে চৰকাৰে ঘাইকৈ চৌথ আৰু সৰদেশমুখীৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিছিল। চৌথ আৰু সৰদেশমুখী হ'ল প্ৰতিবেশী ৰাজ্যবোৰৰপৰা জোৰ-জুলুমকৈ আদায় কৰা দুবিধ প্ৰধান কৰ। মৰাঠা সৈন্যবিভাগৰ বৰ্গীৰ আৰু শিলদাৰসকলে সেই কৰ আদায় কৰিছিল। কৰ আদায় কৰিলেও প্ৰজাসকলক কোনো ধৰণৰ ৰক্ষণাবেক্ষণ দিয়াৰ দায়িত্ব মৰাঠাসকলৰ নাছিল। আন কথাত ক'বলৈ হ'লে, চৌথ আৰু সৰদেশমুখী পালে মৰাঠা সৈনিকসকলে প্ৰজাসকলক উপদ্ৰৱ নকৰে, কিন্তু আনে কৰিবলৈ আহিলে তেওঁলোকে তেওঁলোকক ৰক্ষা কৰাৰ কোনো দায়িত্ব নাই। কৰ দুবিধ আদায়ৰ বাবে মৰাঠাসকলে প্ৰতিবেশী ৰাজ্যসমূহৰ ওপৰত যি দৌৰাত্ম্য কৰিছিল, সেয়া হৈছে মৰাঠা ইতিহাসৰ এক কলংকিত অধ্যায়। পিণ্ডাৰী আৰু পাঠানসকলেও পাছত মৰাঠা সৈনিকৰ লগত যোগ দিয়াত প্ৰজাসাধাৰণৰ দুখ দুৰ্গতিৰ সীমা নোহোৱা হ'ল।

সি যি কি নহওক, চৌথ আৰু সৰদেশমুখীৰ নিচিনা উৎপীড়নমূলক আৰু অনিশ্চিত আয়ৰ ওপৰত এখন ৰাজ্য স্থায়ীভাৱে বৰ্তি থকাটো কেতিয়াও সম্ভৱপৰ নহয়। ৰাজ্যৰ অৰ্থনৈতিক ভেটি সবল কৰিবলৈকো কোনোজন ৰাষ্ট্ৰনায়কে কোনো ব্যৱস্থা গ্ৰহণ কৰা নাছিল। আনফালে চৌথ আৰু সৰদেশমুখীৰপৰাও তেওঁলোকৰ অৰ্থৰ অভাৱ পূৰণ নহ'ল। বৰঞ্চ সেই ব্যৱস্থাৰ ফলত তেওঁলোক ওচৰ চুবুৰীয়া ৰাজ্যবোৰৰ সহায়-সহানুভূতিৰপৰা বঞ্চিত হ'ব লগাত হ'ল।

চতুৰ্থতে, মৰাঠাসকলৰ মাজত প্ৰৱৰ্ত্তিত জাইগীৰদাৰ প্ৰথা তেওঁলোকৰ পতনৰ আন এটা কাৰণ। ছত্ৰপতি শিৱাজীয়ে ইয়াৰ কুফলবোৰ উপলব্ধি কৰিয়েই ইয়াক তেওঁৰ ৰাজ্যত প্ৰবৰ্তন কৰা নাছিল, কিন্তু তেওঁৰ পৰবৰ্তী কালৰ অস্থিৰ ৰাজনৈতিক অৱস্থা হেতুকে সেই ব্যৱস্থা মৰাঠাসকলৰ মাজত সোমাই পৰিল। মৰাঠাসকলৰ মুখ্য জাইগীৰদাৰ কেইজনমানক লৈয়েই মৰাঠা ৰাষ্ট্ৰসংঘ গঢ়ি উঠিছিল। প্ৰত্যেকজন জাইগীৰদাৰেই আছিল প্ৰকৃতপক্ষে স্বাধীন, কিন্তু পেছোৱাসকলৰ ব্যক্তিত্ব আৰু সামৰিক

সমৰ্থতাৰ কাৰণেই তেওঁলোকে পুণা চৰকাৰৰ প্ৰতি আনুগত্য স্বীকাৰ কৰিছিল। এই আনুগত্য স্থায়ী কৰিবলৈ বা এজন জাইগীৰদাৰৰ সৈতে আন এজনৰ সম্পৰ্ক নিয়ন্ত্ৰণ কৰিবলৈ অৱশ্যে কোনো বিধি প্ৰণয়ন কৰা নহ'ল। ফলত মৰাথা ৰাষ্ট্ৰসংঘৰ ভেটি কোনো সময়তেই সবল আছিল বুলি ক'ব নোৱাৰি। তৃতীয় পাণিপথৰ যুদ্ধৰ সময়লৈকে তেওঁলোকে পেছোৱাৰ নেতৃত্বত একগোট হৈ শত্ৰুৰ বিৰুদ্ধে থিয় দিছিল, কিন্তু তাৰ পাছৰেপৰা পেছোৱাসকলৰ দুৰ্বলতাৰ সুযোগ লৈ তেওঁলোকে নিজৰ কৰ্তৃত্ব স্থাপন কৰিবলৈ উঠি-পৰি লাগিল। প্ৰথম মাধৱ ৰাওৰ দিনতে জাইগীৰদাৰসকলৰ বিভেদকামী মনোভাবৰ পৰিচয় পোৱা যায়। নাগপুৰৰ জনোজী ভোঁচলেই পুণা চৰকাৰৰ বিৰুদ্ধাচৰণ কৰিবলৈ আন শক্তিৰ সৈতে এটা ষড়যন্ত্ৰ কৰিছিল, কিন্তু পেছোৱা মাধৱ ৰাওৰ তৎপৰতাৰ বাবে কেওঁ কৃতকাৰ্যতা লাভ কৰিব নোৱাৰিলে। মাধৱ ৰাওৰ মৃত্যুৰ পাছৰপৰা জাইগীৰদাৰসকলৰ ওপৰত কৰ্তৃত্ব স্থাপন কৰিব পৰা আন কোনো প্ৰতিভাশালী পেছোৱা নাথাকিল, ফলত তেওঁলোক সম্পূৰ্ণভাৱে স্বাধীন হৈ পৰিল আৰু পুণাৰ দৰবাৰত আধিপত্য বিস্তাৰৰ প্ৰশ্ন লৈ এক আত্মঘাতী দ্বন্দ্বত প্ৰবৃত্ত হ'ল।

পঞ্চমতে মৰাথাসকলে তেওঁলোকৰ পুৰণিকলীয়া যুদ্ধ-কৌশল ত্যাগ কৰি এটা ডাঙৰ ভুল কৰিলে বুলি ক'ব পাৰি। তেওঁলোকে পূৰ্বতে যুদ্ধজয়ৰ কাৰণে ঘাইকৈ অশ্বাৰোহী বাহিনীৰ ওপৰতে নিৰ্ভৰ কৰিছিল আৰু ইয়াৰ সহায়তেই তেওঁলোকে এখন ডাঙৰ সাম্ৰাজ্য গঢ়ি তুলিবলৈ সক্ষম হৈছিল। তেওঁলোকৰ যুদ্ধজয়ৰ আন এটা কৌশল আছিল গৰিলা যুদ্ধ বা আকস্মিক আক্ৰমণ। শত্ৰুপক্ষক খ'লঠেকত পেলাই আচম্বিতে আক্ৰমণ কৰা কৌশলত মৰাথাসকলৰ সমকক্ষ আন কোনো শক্তি নাছিল। ব্ৰিটিছৰ বিৰুদ্ধে মৰাথাসকলে ১৭৭৯, ১৭৮১ আৰু ১৮০৭ চনত যি সফলতা অৰ্জন কৰিছিল, তাৰ মূলতে আছে সেই কৌশল। কিন্তু তেওঁলোকে ইউৰোপীয়সকলৰ বেছি সংস্পৰ্শলৈ আহি পুৰণি নীতি পৰিত্যাগ কৰি তেওঁলোকৰ আৰ্হিত সৈন্যবাহিনী গঠন কৰিবলৈ ধৰিলে। মৰাথা সৈন্যবাহিনীত বিভিন্ন জাতি-ধৰ্মৰ মানুহৰ প্ৰবেশ ঘটাত পূৰ্বৰ সংহতি লোপ পালে, পশ্চিমীয়া পদ্ধতিৰে গঠিত সৈন্যবাহিনীক প্ৰশিক্ষণ দিয়াৰে-পৰা পৰিচালনা কৰালৈকে সকলো ভাৰ বিদেশী ভাগ্যান্বেষীসকলৰ ওপৰত

অৰ্পণ কৰা হ'ল। ভাগ্যান্বেষী সামৰিক বিষয়াসকলৰ ওপৰত এটা জাতিৰ ভৱিষ্যত এৰি দিলে কি হ'ব পাৰে সি সহজে অনুমেয়। মৰাথাসকলৰ মাজতো আধুনিক ধৰণে যুদ্ধ পৰিচালনা কৰিব পৰা কোনো সেনানী নোলাল। ওলোৱাহেঁতেনো যে ব্ৰিটিছ সেনাপতিসকলৰ সমকক্ষ হ'ব পাৰিলেহেঁতেন, সি সন্দেহজনক। গতিকে পশ্চিমীয়া পদ্ধতিত সৈন্য বাহিনী গঠন কৰিবলৈ গৈ মৰাথাসকলৰ ইকুলো নৰ'ল সিকুলো নৰ'ল; এফালে মৰাথা সৈনিকসকলৰ জাতীয় সংহতিৰ ভাবধাৰা নষ্ট পালে আৰু আনফালে তেওঁলোকে আধুনিক যুদ্ধবিদ্যাৰ কৌশলো সম্পূৰ্ণৰূপে আয়ত্ত কৰিব নোৱাৰিলে।

ইয়াৰ উপৰি ব্ৰিটিছৰ প্ৰত্যেক অভিযানেই আছিল সুপৰিকল্পিত; তেওঁলোকে প্ৰতিপক্ষ দলৰ অৱস্থান, সৈন্যসংখ্যা, অস্ত্ৰসম্ভাৰ আদিৰ বিষয়ে অৱগত হৈহে যুদ্ধত প্ৰবৃত্ত হৈছিল। ইয়াৰ ফলতে তেওঁলোকে তাকৰীয়া সৈন্য লৈয়ো মৰাথাসকলৰ বিশাল বাহিনীক সহজে পৰাভূত কৰিব পাৰিছিল। আনহাতে মৰাথাসকলৰ ব্ৰিটিছ বাহিনীৰ প্ৰকৃত শক্তি সম্পৰ্কে কোনো জ্ঞান নাছিল বা তেওঁলোকে যুদ্ধজয়ৰ কাৰণে লাগতিয়াল বিৰোধী পক্ষৰ তথ্য-পাতি গোটোৱাৰ কোনো প্ৰয়োজনীয়তা উপলব্ধি কৰা নাছিল। গতিকে মৰাথাসকলৰ পক্ষে বিস্তৃত সামৰিক জ্ঞানেৰে পৰিপুষ্ট, বিভিন্ন ইউৰোপীয় যুদ্ধৰ অভিজ্ঞতাৰে পৰিপূৰ্ণ, সুকৌশলী ব্ৰিটিছ সেনানীসকলৰ বিৰুদ্ধে যুঁজ দি নিজৰ স্বাধীনতা ৰক্ষা কৰাটো একপ্ৰকাৰ অসম্ভৱ আছিল বুলি ক'ব পাৰি।

### সপ্তম অধ্যায়

# শিখসকলৰ উত্থান আৰু পতন

## শিখসকলৰ অভ্যুত্থান

গুৰু নানকৰ (১৪৬৯—১৫৩৯) শিষ্যসকলক শিখ বোলা হয়। আদিতে শিখসকল আছিল এটা ধৰ্ম. সম্প্ৰদায়; কিন্তু পাছত তেওঁলোক এটা জাতি হিচাপে পৰিগণিত হ'ল। শিখসকলক প্ৰকৃত গঢ় দিওঁতা হৈছে দশম গুৰু* গোবিন্দ সিং (১৬৭৫— ১৭০৮)। মোগলৰ বিৰুদ্ধে সংঘবদ্ধভাৱে থিয় দিব পৰাকৈ তেওঁ শিখসকলক ধৰ্মীয় আদৰ্শেৰে উদ্বুদ্ধ কৰি তোলে। তেৱেঁই প্ৰথমতে শিখ ধৰ্মত শৰণ লোৱাৰ ব্যৱস্থা প্ৰবৰ্তন কৰে। ইয়াক 'পহল' বা দীক্ষা বুলি কোৱা হয়। পহল লোৱা লোকসকলেই হ'ল খালচা অৰ্থাৎ পবিত্ৰ আৰু তেওঁলোকে তেতিয়াৰেপৰা সিং (সিংহ) উপাধি ধাৰণ কৰে। পহল লোৱা শিখসকল আৰু পাঁচোটা নিয়ম মানি চলিবলৈ অংগীকাৰবদ্ধ হয়। এই পাঁচটা নিয়ম হৈছে—কেশ (ডাটি-চুলি), কংঘ (কাঁকৈ), কড় (লোহাৰ বালা), কচ্ছ (কৌপীন) আৰু কৃপাণ (তৰোৱাল)। এনে ব্যৱস্থাৰ ফলতে শিখসকলৰ মাজত একতাৰ ভাৱধাৰা প্ৰবল হৈ উঠে।

---

* শিখসকলৰ গুৰুকেইজন হ'ল নানক (১৪৬৯—১৫৩৯), অংগদ (১৫৩৯—১৫৫২), অমৰ দাস (১৫৫২—১৫৭৪), ৰাম দাস (১৫৭৪—১৫৮১), অৰ্জনমল (১৫৮১—১৬০৬), হৰগোবিন্দ (১৬০৬—১৬৪৫), হৰ ৰায় (১৬৪৫—১৬৬১), হৰ কিষাণ (১৬৬১—১৬৬৪), টেগ বাহাদুৰ (১৬৬৪—১৬৭৫) আৰু গোবিন্দ সিং (১৬৭৫—১৭০৮)। গুৰু গোবিন্দৰ পাছত গুৰু নিৰ্বাচন প্ৰথা উঠি যায়।

গুৰু গোবিন্দ সিঙেও পঞ্জাব অঞ্চলৰ পাহাৰীয়া ৰজা আৰু মোগল-সকলৰ বিৰুদ্ধে অবিৰত সংগ্ৰাম চলাই যায়। মোগলৰ লগত সংঘৰ্ষত লিপ্ত থকা সময়তে তেওঁৰ পুতেক দুজনক চিৰহিন্দৰ ফৌজদাৰ ৱাজিৰ খানে নিষ্ঠুৰভাৱে হত্যা কৰে। ঔৰংজেৱৰ মৃত্যুৰ পাছত গুৰু গোবিন্দই সিংহাসন উত্তৰাধিকাৰৰ প্ৰশ্নত বাহাদুৰ চাহৰ সপক্ষে যোগ দিয়ে। বাহাদুৰ চাহে মোগল সিংহাসন লাভ কৰিলে আৰু এবাৰ সম্ৰাটেৰে সৈতে তেওঁ দাক্ষিণাত্যলৈ যাওঁতে নন্দুৰ নামে ঠাইত এজন আফগান লোকে তেওঁক হত্যা কৰে (১৭০৮)।

গুৰু গোবিন্দৰ মৃত্যুৰ পাছত শিখসকলৰ আত্মপ্ৰতিষ্ঠাৰ প্ৰথম সংগ্ৰামখন (১৭০৮—১৭১৬) আৰম্ভ হয়। এই সংগ্ৰামৰ নেতৃত্ব বহন কৰে গুৰু গোবিন্দৰ প্ৰিয় শিষ্য বান্দা সিঙে। বান্দা সিঙে প্ৰথমে চিৰহিন্দৰ মোগল ফৌজদাৰক বধ কৰি গুৰু পুত্ৰ বধৰ প্ৰতিশোধ লয়। চিৰহিন্দ তেওঁৰ হাতলৈ আহিল আৰু তাৰ পাছত তেওঁ শতদ্ৰু আৰু যমুনা নদীৰ মধ্যবৰ্তী অঞ্চলতো প্ৰাধান্য বিস্তাৰ কৰিবলৈ সক্ষম হয়। কিন্তু তেওঁৰ প্ৰাধান্য বেছি সময় স্থায়ী নহ'ল। ১৭১৫ চনত তেওঁ মোগলৰ হাতত বন্দী হয় আৰু তাৰ পাচৰ বছৰতে সম্ৰাট ফাৰুখছিয়াৰে তেওঁক প্ৰাণদণ্ডে দণ্ডিত কৰে। বন্দাৰ মৃত্যু হ'ল যদিও শিখ শক্তি ধ্বংস নহ'ল। তেওঁলোকে পুনৰ মোগলৰ বিৰুদ্ধে থিয় দিয়ে। তেওঁলোকক বশীভূত কৰিবৰ কাৰণে কৰা মোগলৰ সকলো প্ৰচেষ্টা ব্যৰ্থ হয়।

ইতিমধ্যে নাদিৰ চাহ আৰু আহমদ চাহ দুৰ্ৰাণীৰ (আবদালি) আক্ৰমণৰ ফলস্বৰূপে মোগল শক্তি দুৰ্বল হৈ পৰে আৰু সেই সুবিধাতে শিখ-সকলে পঞ্জাবত আধিপত্য বিস্তাৰ কৰিবলৈ প্ৰয়াস কৰে। এইবাৰ তেওঁলোকৰ প্ৰতিদ্বন্দ্বী হৈ উঠে আহমদ চাহ আবদালি। ১৭৬২ চনত আবদালি আৰু শিখসকলৰ মাজত এখন প্ৰচণ্ড যুদ্ধ হয়। শিখসকলে পৰাজয় বৰণ কৰে। কিন্তু তাৰ দুবছৰৰ পাছতে লাহোৰ জয় কৰিবলৈ তেওঁলোক সক্ষম হয় (ফেব্ৰুৱাৰি ১৭৬৪)। ঝিলামৰপৰা শতদ্ৰুলৈকে সকলো অঞ্চল তেওঁলোকৰ হাতত পৰিল। শিখসকলে সেই অঞ্চলবোৰ নিজৰ মাজতে ভাগ বাটোৱাৰা কৰি লয়। পাছত তেওঁলোকে অমৃত-সৰত এখন সভা পাতি শিখ সৰ্বৰাজ্য প্ৰতিষ্ঠা কৰাৰ কথা ঘোষণা কৰে আৰু স্বাধীন ৰাজ্য হিচাপে গুৰু গোবিন্দৰ নামত মুদ্ৰাৰ প্ৰচলন কৰে।

আহমদ ছাহ আবদালিয়ে পুনৰ শিখসকলক বশীভূত কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলে। আবদালিৰ দুৰ্বল উত্তৰাধিকাৰী টাইমুৰ ছাহৰ সময়ত (১৭৭৩—১৭৯৩) শিখসকলে বিস্তৰ সামৰিক সাফল্য অৰ্জন কৰে। তাৰ ফলস্বৰূপে পূবে ছাহৰাণপুৰৰপৰা পশ্চিমে এটকলৈ আৰু উত্তৰে জম্মুৰপৰা দক্ষিণে মুলতানলৈকে শিখ-সকলৰ শক্তি বিস্তৃত হৈ পৰিল

বহিঃশত্ৰুৰ আক্ৰমণৰ ভয় নোহোৱা হোৱাত শিখসকলে আগৰ ঐক্য হেৰুৱাই পেলালে। প্ৰত্যেকজন শিখ নায়কে একোখনকৈ নিজৰ ৰাজ্য প্ৰতিষ্ঠা কৰি লয়। এইবোৰক 'মিছল' বোলা হয়। শিখসকলৰ মিছল কেইটা হ'ল ভাংগী, কানহেয়া, ছুকেৰচকীয়া, নিছামৰালা, কৰৰা-সিংহীয়া, ফৈজুলপুৰীয়া, ৰামগঢ়ীযা, নকাই, আহলুৱালিয়া, ডেলৱালিয়া, ছহিদ-নিহাং আৰু ফুলকীয়া। এই বাৰটা মিছলৰ ভিতৰত ভাংগী মিছলেই আছিল সবাতোকৈ শক্তিশালী; লাহোৰ, শিয়ালক'ট, গুজৰাট, অমৃতসৰ প্ৰভৃতি প্ৰসিদ্ধ ঠাইবোৰ আছিল ইয়াৰ অধীনত। ছুকেৰচকীয়া মিছলৰ সেই সময়ত কোনো প্ৰাধান্য নাছিল। কিন্তু শেষত ছুকেৰচকীয়া মিছলৰ নায়ক ৰণজিৎ সিঙৰ ওচৰতে প্ৰায় সকলো-বোৰ মিছলেই বশ্যতা স্বীকাৰ কৰিবলগীয়া হয়। ৰণজিৎ সিঙেই হ'লগৈ শিখ ৰাজ্যৰ প্ৰকৃত স্ৰষ্টা।

## ৰণজিৎ সিং

১৭৮০ চনৰ ১৩ নভেম্বৰ তাৰিখে ৰণজিৎ সিঙে জন্ম গ্ৰহণ কৰে। তেওঁৰ দহ বছৰ বয়সতে পিতাক মহাসিঙৰ মৃত্যু ঘটাত তেৰেঁই ছুকেৰ-চকীয়া মিছলৰ নায়কৰ পদত অধিষ্ঠিত হ'ল। ৰাজনৈতিক বা সামৰিক প্ৰাধান্যহীন ছুকেৰচকীযা মিছলৰ এই কম বয়সীয়া নায়কজনে যে এখন শক্তিশালী ৰাষ্ট্ৰ গঢ়ি তুলিবলৈ সক্ষম হ'ব সেই কথা সেই সময়ত কোনেও কল্পনা কৰিব পৰা নাছিল। কিন্তু ৰণজিৎ সিঙে অসম্ভৱকো সম্ভৱ কৰি শিখ তথা ভাৰত ইতিহাসত এক উল্লেখযোগ্য স্থান অধিকাৰ কৰি গৈছে। ৰণজিৎ সিঙৰ অসাধাৰণ প্ৰতিভাৰ প্ৰথম পৰিচয় পোৱা যায় কাবুলৰ আমিৰ জামান ছাহৰ (১৭৯৩-১৮০১) পঞ্জাব আক্ৰমণৰ

সময়ত ( ১৭৯৩-৯৮ )। জামান ছাহৰ আক্ৰমণত ৰণজিৎ সিঙে এক বিশিষ্ট ভূমিকা গ্ৰহণ কৰে আৰু কৃতজ্ঞতাৰ চিন স্বৰূপে আমিৰ জনে ৰণজিতৰ হাতত লাহোৰৰ শাসন ভাৰ অৰ্পণ কৰি যায় (১৭৯৮); লগতে তেওঁক ৰজা উপাধিও প্ৰদান কৰা হয়। লাহোৰ আছিল পঞ্জাবৰ এখন প্ৰসিদ্ধ নগৰ. ইয়াৰ শাসনকৰ্তা হিচাপে নিযুক্তি পোৱাত ৰণজিৎ সিঙৰ মৰ্য্যাদা বহু পৰিমাণে বৃদ্ধি পালে। ইয়াৰ পাছৰেপৰা তেওঁ এটা এটাকৈ শিখ মিচলবোৰ পৰাভূত কৰি অধিক শক্তি সঞ্চয় কৰে। এই ক্ষেত্ৰত তেওঁক বিশেষভাৱে সহায় কৰে তেওঁৰ শাহুয়েক আৰু কানহেয়া মিচলৰ কৰ্ত্ৰী সদা কউৰ আৰু আহলুৱালিয়া মিচলৰ নায়ক ফটে সিঙে। ১৮০৫ চনত অমৃতসৰ তেওঁৰ হাতলৈ অহাত তেওঁ এক প্ৰকাৰ শিখসকলৰ অবিসম্বাদী নেতা হৈ পৰিল। ইতিমধ্যে ৱাজিৰাবাদ, গুজৰাট, ঝং প্ৰভৃতিতো তেওঁৰ কৰ্তৃত্ব স্থাপন হয়। কঙ্গৰ আৰু জম্মুৰ শাসনকৰ্তাযো ৰণজিৎ সিঙৰ ওচৰত বশ্যতা স্বীকাৰ কৰে।

ইমানতে ৰণজিৎ সিং সন্তুষ্ট নহ'ল। তেওঁৰ মুখ্য উদ্দেশ্য আছিল সকলোবোৰ মিচলৰ স্বতন্ত্ৰতা লুপ্ত কৰি তাৰ ঠাইত এক শক্তিশালী শিখৰাজ্য গঠন কৰা; সেই উদ্দেশ্য পূৰণৰ হেতুকে শতদ্ৰু আৰু যমুনা নদীৰ মধ্যবৰ্তী অঞ্চলৰ শিখ মিচলবোৰক বশীভূত কৰাটো প্ৰযোজন হৈ পৰে। এই অঞ্চলৰ শিখসকলৰ মাজত সততে দেখা দিয়া বাদ-বিসম্বাদৰ সুবিধা লৈয়ে প্ৰথমতে তাত মৰাথা নায়ক মহাদাজী সিন্ধিয়াই কৰ্তৃত্ব বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল, কিন্তু সেই কৰ্তৃত্ব বেছি কাল স্থায়ী নহ'ল। মৰাথাসকলৰ পাছত সেই অঞ্চল ব্ৰিটিছ প্ৰভাৱাধীন হৈ পৰে। অৱশ্যে এই প্ৰভাৱ আছিল নামমাত্ৰ, কিয়নো শিখ নায়ক সকলে নিজ অভিৰুচি অনুসাৰে সকলো কাৰ্য্য সম্পাদন কৰিছিল। ৰণজিৎ সিঙে দক্ষিণৰফালে ৰাজ্য বিস্তাৰ কৰিব খোজা সময় ছোৱাতে সেই অঞ্চলতে বিশৃংখল অৱস্থাৰ সৃষ্টি হয়। এনেতে কেইজনমান শিখ নায়কে ৰণজিৎ সিঙৰ ওচৰত সাহায্য প্ৰাৰ্থনা কৰে আৰু সেই সুবিধাতে তেওঁ লুধিয়ানা জয় কৰি লয়। ৰণজিৎ সিঙৰ কাৰ্য্যত শিখসকলৰ গালৈ চেতনা আহিল। তেওঁলোকে এইবাৰ ৰণজিৎ সিঙৰ বিৰুদ্ধে সামৰিক সাহায্য বিচাৰি ব্ৰিটিছ চৰকাৰৰ কাষ চাপে ( মাৰ্চ, ১৮০৮ ), কিন্তু সাহায্য লাভৰ কোনো প্ৰতিশ্ৰুতি তেওঁলোকে নাপালে।

ইতিমধ্যে আন্তৰ্জাতিক ঘটনাৱলীৰ পৰিপ্ৰেক্ষিতত ব্ৰিটিছ চৰকাৰ উত্তৰ-পশ্চিম অঞ্চলৰ নিৰাপত্তাৰ সম্বন্ধে অধিক সজাগ হৈ উঠে। সেই সময়ত টাৰ্কি আৰু পাৰস্যৰ লগত ফ্ৰান্সৰ নতুন সম্পৰ্ক গঢ়ি উঠাত উত্তৰ-পশ্চিম অঞ্চলেদি ফৰাছী আক্ৰমণৰ আশংকা বৃদ্ধি পায়। এই সম্ভাব্য আক্ৰমণ প্ৰতিৰোধ কৰিবৰ উদ্দেশ্যে গভৰ্ণৰ জেনেৰেল লৰ্ড মিণ্টোৱে ৰণজিৎ সিঙৰ সৈতে এটা বুজাপৰাৰে আহিবলৈ চেষ্টা কৰে। এখন মিত্ৰতামূলক সন্ধি স্বাক্ষৰিত কৰিবলৈ ছাৰ চাৰ্লছ মেটকাফক ৰণজিৎ সিঙৰ ওচৰলৈ প্ৰেৰণ কৰা হয়। ব্ৰিটিছৰ দুৰ্বলতাৰ কথা বুজিব পাৰি ৰণজিৎ সিঙে সমগ্ৰ শিখ ৰাজ্যৰ ওপৰত তেওঁৰ কৰ্তৃত্ব স্বীকাৰ কৰি ল'বলৈ মেটকাফক দাবী জনায়, কিন্তু মেটকাফে সেই দাবী মানি ল'বলৈ অমান্তি হয়। আলোচনা চলি থকা অৱস্থাতে ৰণজিৎ সিঙে শতদ্ৰুৰ দক্ষিণস্থ কেইখনমান শিখৰাজ্য জয় কৰে। ইফালে সম্ৰাট নেপলিয়ন উপদ্বীপৰ যুদ্ধত ( Peninsular war ) লিপ্ত হৈ পৰাত ফৰাছী আক্ৰমণৰ আশংকা দূৰীভূত হয় আৰু ব্ৰিটিছ চৰকাৰে ৰণজিৎ সিঙক তোষামোদ কৰাৰো প্ৰয়োজন নোহোৱা হৈ পৰে। গতিকে এইবাৰ ব্ৰিটিছ চৰকাৰে শতদ্ৰু আৰু যমুনাৰ মধ্যৱৰ্তী অঞ্চলক নিজৰ প্ৰভাৱাধীন কৰি ৰাখিবলৈ সংকল্প গ্ৰহণ কৰিলে। ডেভিদ অক্টাৰ্লনিৰ নেতৃত্বত এটা সৈন্যবাহিনী সেই অঞ্চললৈ পঠাই দিয়া হয়। ব্ৰিটিছ বাহিনীৰ আগমনত ৰণজিৎ সিং কিছু চিন্তাত পৰিল; শতদ্ৰুৰ উত্তৰ পাৰৰ শিখ মিছলবোৰৰ ওপৰতো তেওঁৰ শাসন সম্পূৰ্ণৰূপে দৃঢ়ীভূত হোৱা নাছিল। এনে অৱস্থাত ব্ৰিটিছৰ বিৰুদ্ধে যুদ্ধত অৱতীৰ্ণ হ'লে তেওঁৰ ক্ষতি হোৱাৰহে বেছি সম্ভাৱনা আছে। গতিকে তেওঁ ব্ৰিটিছৰ লগত সহযোগিতা কৰাই উচিত হ'ব বুলি বিবেচনা কৰি ১৮০৯ চনৰ ৯ এপ্ৰিলৰ দিনা অমৃতসৰত এখন সন্ধি স্বাক্ষৰিত কৰে। এইখনেই হৈছে বিখ্যাত চিৰস্থায়ী মিত্ৰতামূলক সন্ধি আৰু ৰণজিৎ সিঙৰ জীৱিত কালত এই সন্ধিখনৰ চৰ্ত কেতিয়াও ভংগ কৰা হোৱা নাছিল।

অমৃতসৰৰ সন্ধি অনুসৰি শতদ্ৰু নদীৰ উত্তৰ পাৰতে ৰণজিৎ সিঙৰ ৰাজ্য সীমাবদ্ধ হৈ ৰ'ল, দাক্ষিণৰ শিখ মিছলবোৰৰ ওপৰত কোনো হস্তক্ষেপ নকৰোঁ বুলি তেওঁ প্ৰতিশ্ৰুতি দিলে। সেই অঞ্চলৰ নিৰাপত্তা হেতুকে ব্ৰিটিছে লুধিয়ানাত স্থায়ীভাৱে এটা সৈন্যবাহিনী ৰাখিলে।

ব্ৰিটিছৰ লগত ৰণজিৎ সিঙৰ 'চিৰস্থায়ী মিত্ৰতা' হ'ল, কিন্তু তেওঁৰ আকাংক্ষিত শিখ ৰাজ্য বাস্তৱত আৰু পৰিণত নহ'ল।

ব্ৰিটিছৰ কঠোৰ দৃষ্টিভংগীৰ বাবে শতদ্ৰু নদীৰ দক্ষিণৰ ফালে ৰাজ্য বহলাবলৈ ৰণজিৎ সিং অসমৰ্থ হ'ল যদিও আন তিনিফালে অৰ্থাৎ উত্তৰ, উত্তৰ-পশ্চিম আৰু পশ্চিমত তেওঁ উল্লেখযোগ্য সাফল্য লাভ কৰে। গোৰ্খাসকলৰ বিৰুদ্ধে অগ্ৰসৰ হৈ (১৮০৯-১১) তেওঁ প্ৰথমে কাংগ্ৰা জিলাখন অধিকাৰ কৰে। তাৰ পাছত তেওঁ হইদাৰৰ ৰণত আফগানসকলক পৰাস্ত কৰি এটক নগৰখন দখল কৰে (জুলাই, ১৮১৩)। সীমান্তবৰ্তী নগৰ হিচাপে এটকৰ যথেষ্ট সামৰিক গুৰুত্ব আছিল আৰু সেইকাৰণে ৰণজিৎ সিঙে ইয়াত এটা শক্তিশালী বাহিনী ৰখাৰ সিদ্ধান্ত কৰে। ১৮১৮ চনত মুলতান আৰু ১৮১৯ চনত কাশ্মীৰত ৰণজিতৰ প্ৰাধান্য স্বীকৃত হয়। এই ঠাই দুখন জয় কৰিবৰ বাবে ৰণজিৎ সিঙে কেইবাটাও অভিযান কৰিবলগীয়া হৈছিল।

ৰণজিৎ সিঙৰ কৃতিত্বৰ আন এক উল্লেখযোগ্য স্বাক্ষৰ হ'ল পেছোৱাৰ। ১৮১৮ চনত তেওঁ পেছোৱাৰলৈ গৈ জাহান ডাডখান নামৰ তেওঁৰ নিজৰ মনোনীত লোক এজনক তাৰ শাসনকৰ্তা হিচাপে নিযুক্ত কৰি আহে। জাহান খানৰ শাসন অৱশ্যে বেছি দিন স্থায়ী নহ'ল, কিয়নো আফগানিস্তানৰ বৰকজাই বংশৰ য়াৰ মহম্মদ খানে জাহানক খেদে আৰু নিজে পেছোৱাৰৰ অধিকৰ্তা হয়। ১৮২২ চনত ৰণজিৎ পুনৰ পেছোৱাৰৰ ফালে অগ্ৰসৰ হোৱাত য়াৰ মহম্মদ খানে তেওঁৰ বশ্যতা স্বীকাৰ কৰে। কাবুলৰ ৱাজিৰ মহম্মদ আজিম খান ইয়াত গভীৰভাৱে অসন্তুষ্ট হৈ শিখসকলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। নওসেৰা নামৰ ঠাই এখনত উভয় পক্ষৰ মাজত এখন প্ৰচণ্ড যুদ্ধ হয় (১৪ মাৰ্চ, ১৮২৩), কিন্তু কাবুলৰ ৱাজিৰে পৰাজয় বৰণ কৰি প্ৰাণ লৈ কোনোমতে পলাই সাৰে। পেছোৱাৰ ৰণজিৎ সিঙৰ হস্তগত হ'ল। পেছোৱাৰৰ শাসনভাৰ পুনৰ য়াৰ মহম্মদৰ হাততে অৰ্পণ কৰা হয়, কিন্তু সীমান্তৰ প্ৰতিৰক্ষা ব্যৱস্থা অধিক সবলতৰ কৰি তুলিবলৈ ৰণজিতে জামৰুদ আৰু ছাবকাদেৰত দুটা দুৰ্গ নিৰ্মাণ কৰিলে। ১৮৩৪ চনত তেওঁ পেছোৱাৰখন নিজ ৰাজ্যৰ লগত চামিল কৰে। ইয়াৰ পাছতো আফগানসকলে দোস্ত মহম্মদৰ নেতৃত্বত পেছোৱাৰ জয় কৰিবলৈ পুনৰ

চেষ্টা কৰিছিল (১৮৩৭), কিন্তু কোনো কৃতকাৰ্য্যতা লাভ কৰিব নোৱা-ৰিলে। পেছোৱাৰ ৰক্ষা কৰিবলৈ গৈ সেই সময়তে ৰণজিৎ সিঙৰ এজন নিৰ্ভৰযোগ্য সেনাপতি হৰি সিং নওলা মৃত্যু মুখত পৰে।

ৰণজিৎ সিঙে সিন্ধু প্ৰদেশৰ ওপৰতো আধিপত্য বিস্তাৰ কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু ব্ৰিটিছৰদ্বাৰা বাধাগ্ৰস্ত হোৱাৰ বাবে তেওঁৰ সেই চেষ্টা বিফল হয়। ইতিমধ্যে ১৮৩১ চনত ব্ৰিটিছ চৰকাৰে উত্তৰ পশ্চিম সীমান্তৰ নিৰাপত্তা হেতুকে ৰণজিৎ সিঙৰ লগত পুনৰ এখন মিত্ৰতামূলক সন্ধি কৰে। ব্ৰিটিছে দুবাৰো শত্ৰুতাচৰণ কৰা সত্ত্বেও ৰণজিৎ সিঙে ব্ৰিটিছৰ লগত বন্ধুত্ব অক্ষুণ্ণ ৰাখিবলৈ যি চেষ্টা কৰিছিল, সেয়া তেওঁৰ দুৰ্বলতা বুলি ক'ব পাৰি।

ৰণজিৎ সিং এজন বিজেতাই নহয়, তেওঁ আছিল এজন সুনিপুণ শাসনকৰ্ত্তা। শাসনৰ সুবিধাৰ্থে তেওঁ গোটেই ৰাজ্যখন চাৰি-খন প্ৰদেশ বা চুবাত বিভক্ত কৰে। এই প্ৰদেশকেইখন হৈছে লাহোৰ, মুলতান, কাশ্মীৰ আৰু পেছোৱাৰ। প্ৰত্যেক চুবাকে আকৌ জিলা, তহছিল আদিত ভাগ কৰা হয়। মোগলৰ শাসন প্ৰণালীকে ৰণজিতে খাইকৈ অনুকৰণ কৰে। শাসনৰ প্ৰধান কেন্দ্ৰ হ'ল লাহোৰ। সকলো বিষয়তে ৰণজিৎ সিঙেই সৰ্বেসৰ্বা আছিল, কিন্তু সেইবুলি তেওঁ অত্যা-চাৰী আছিল বুলি ক'ব নোৱাৰি। শিখসকলৰ প্ৰচলিত ৰীতি-নীতি অনুযায়ী ৰাজকাৰ্য্য পৰিচালনা কৰিব লগা হোৱা বাবে তেওঁ এজন অবিবেকী ৰজা হৈ উঠিব পৰা নাছিল। 'মহাৰাজ' উপাধি লৈছিল যদিও, তেওঁ নিজকে 'খালছাৰ' প্ৰধান সেৱক বুলিহে অভিহিত কৰি-ছিল। সেই কাৰণে তেওঁৰ ৰাজাজ্ঞাবোৰ 'চৰকাৰ খালছা' বা 'খাল-ছাজীৰ'ৰ নামতহে প্ৰচাৰ কৰা হৈছিল। এইবোৰে ৰণজিৎ সিঙৰ পূৰ্বাপৰ ব্যৱস্থাৰ প্ৰতি থকা শ্ৰদ্ধাযুক্ত মনোভাৱৰ কথা প্ৰকাশ কৰে। তদুপৰি তেওঁ 'খালছাজী' হোৱাত শিখসকলৰ মাজত তেওঁৰ নেতৃত্বও দৃঢ়ীভূত হৈ উঠে।

ৰণজিতৰ এক উল্লেখযোগ্য কীৰ্তি হ'ল তেওঁৰ দুৰ্জেয় সৈন্যবাহিনী। ইয়াৰ বলতে তেওঁ এখন ডাঙৰ ৰাজ্য গঢ়ি তুলিবলৈ সক্ষম হৈছিল। ৰাজত্বৰ শেষৰ ফালে তেওঁৰ সৈন্যবাহিনীৰ মুঠ সংখ্যা আছিল প্ৰায় ৭৫ হাজাৰ; ইয়াৰ বেছিভাগেই আছিল ফৌজ-ই-আম বা নিয়মীয়া

সৈনিক। নিয়মীয়া সৈনিকসকলক পদাতিক, অশ্বাৰোহী আৰু গোলন্দাজ এই তিনিটা বিভাগত ভাগ কৰা হৈছিল। ৰণজিৎ সিংৰ সমস্ত দৃষ্টি তেওঁৰ নিয়মীয়া বাহিনীৰ ওপৰতে নিবদ্ধ হৈছিল আৰু ইয়াক উপযুক্ত-ভাৱে গঢ়ি তুলিবলৈ তেওঁ যত্নৰ ত্ৰুটি কৰা নাছিল। ৱেন্টুৰা, অলার্ড, ক'ট, গার্ডনাৰ আদি ইউৰোপীয় সমৰ বিশেষজ্ঞসকলক নিযুক্তি দি তেওঁ সৈন্যবাহিনীক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰাইছিল। ৰণজিৎ সিংৰ অশ্বাৰোহী বাহিনী আছিল কিছু দুৰ্বল, কিন্তু তেওঁৰ পদাতিক আৰু গোলন্দাজ বাহিনী ইউৰোপীয় বাহিনীতকৈ কোনো গুণে নিকৃষ্ট নাছিল। সাহস আৰু দৃঢ়তাত খালছাবাহিনী অদ্বিতীয় আছিল যদিও সেই বাহি-নীৰ নেতৃত্ব যোগাব পৰা লোক শিখসকলৰ মাজত অতি কমেইহে ওলাইছিল। ৰণজিৎ সিংৰ মৃত্যুৰ (১৮৩৯) পাছত শিখসকলৰ জাতীয় বিপৰ্যায়ৰ মূল কাৰণ হৈছে এইটোৱেই। প্ৰথম আৰু দ্বিতীয় ইংগ-শিখ যুদ্ধত শিখসকলে অতুলনীয় বলবিক্ৰম প্ৰদৰ্শন কৰিছিল যদিও, উপযুক্ত নেতৃত্বৰ অভাৱতে ব্ৰিটিছৰ ওচৰত পৰাজয় স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল।•

## ৰণজিৎ সিংৰ কৃতিত্ব

থানবান হৈ থকা শিখসকলক একতাৰ ডোলেৰে বান্ধি এখন স্বাধীন শিখ ৰাজ্য গঠন কৰিব পৰাটোৱেই হৈছে ৰণজিৎ সিংৰ এক অবিস্মৰণীয় কৃতিত্ব। ব্ৰিটিছৰদ্বাৰা বাধাপ্ৰাপ্ত হোৱাৰ কাৰণে শতদ্ৰুৰ দক্ষিণ আৰু সিন্ধুৰ নামনি অঞ্চলত ৰাজ্যবিস্তাৰ কৰিবলৈ অসমৰ্থ হ'ল, তথাপি তেওঁৰ ৰাজ্যখন আছিল সুবিস্তৃত। কাশ্মীৰ, পেছোৱাৰ, মুলতানকে আদি কৰি শতদ্ৰুৰ উত্তৰ পাৰলৈকে এই গোটেই অঞ্চল আছিল তেওঁৰ নিজৰ ৰাজ্যভুক্ত। তেওঁৰ সামৰিক বলবিক্ৰমৰ বিষয়ে অৱগত হৈয়ে ব্ৰিটিছ চৰকাৰে উত্তৰ-পশ্চিম সীমান্তৰ নিৰাপত্তাৰ কাৰণে তেওঁৰ লগত বন্ধুত্ব স্থাপন কৰিবলৈ উৰ্দগ্ৰীব হৈ পৰিছিল। ১৮০৯ আৰু ১৮৩১ চনৰ সন্ধি দুখনে ইয়াৰ সত্যতা প্ৰতিপন্ন কৰে। ব্ৰিটিছৰ বন্ধুত্ব যে স্বাৰ্থজড়িত সেই কথা ৰণজিৎ সিংে ভালদৰে উপলব্ধি কৰিছিল, কিন্তু সেইবুলি তেওঁ মহিচুৰৰ বা মৰাথাসকলৰ দৰে ব্ৰিটিছৰ বিৰুদ্ধে অগ্ৰসৰ হোৱাৰ কথা কেতিয়াও চিন্তা কৰা নাছিল। ব্ৰিটিছ শক্তি

প্ৰসাৰৰ ফলস্বৰূপে ভাৰতবৰ্ষৰ মানচিত্ৰখন ক্ৰমাৎ ৰঙা হৈ যোৱা অৱস্থালৈ লক্ষ্য কৰি ৰণজিৎ সিঙে এবাৰ কৈছিল 'এক দিন সব লাল হ' জায়েগা।' সম্ভৱতঃ তেওঁৰ জীৱিত কালত শিখ ৰাজ্যখনক লাল'মুক্ত কৰি ৰাখিবৰ কাৰণেই তেওঁ ব্ৰিটিছৰ সৈতে কোনো সংঘৰ্ষত লিপ্ত হোৱা নাছিল; কিন্তু যিটো সময়ত প্ৰায় প্ৰত্যেকটো ভাৰতীয় শক্তিয়ে ব্ৰিটিছৰ বিপক্ষে এবাৰ নহয় এবাৰ থিয় দিছিল সেইসময়ত তেওঁ বিনা প্ৰতিদ্বন্দ্বিতাৰে ব্ৰিটিছ শক্তিক স্বীকাৰ কৰি লোৱাটো প্ৰশংসনীয় কাৰ্য্য বুলি ক'ব নোৱাৰি।

ৰণজিৎ দেখাত অকণো সুন্দৰ নাছিল। তেওঁৰ মুখত আছিল বসন্তৰ দাগ আৰু বাঁও চকুটো আছিল বেঁৰা, কিন্তু তেওঁৰ ব্যক্তিত্বৰ গুণতে মুখমণ্ডলত এনে এটা সৌন্দৰ্য্য ফুটি ওলাইছিল, যিটোৱে সকলোকে বিমুগ্ধ কৰিব পাৰিছিল। এবাৰ চিমলাত এজন ব্ৰিটিছ বিষয়াই ৰণজিৎ সিঙৰ বৈদেশিক মন্ত্ৰী ফকিৰ আজিজ উদ্দিনক ৰজাৰ কোনটো চকু বেঁৰা বুলি প্ৰশ্ন কৰিছিল, কিন্তু মন্ত্ৰীগৰাকীয়ে সেই প্ৰশ্নটোৰ উত্তৰ দিব নোৱাৰিলে। তেওঁ মাথোন ইয়াকে ক'লে যে ৰজাৰ মুখমণ্ডলত থকা জেউতিৰ কাৰণে তেওঁ সেই দোষটো বিশেষভাৱে লক্ষ্য কৰিব পৰা নাই। এই উক্তিটো কিছু পৰিমাণে অতিৰঞ্জিত হ'লেও ইয়াৰপৰা ৰণজিৎ সিঙৰ অসাধাৰণ ব্যক্তিত্বৰ এটা আভাস পোৱা যায়। ৰণজিৎ সিঙে লিখা-পঢ়া নাজানিছিল, কিন্তু সকলো কথা জানিবলৈ বা বুজিবলৈ তেওঁৰ আগ্ৰহ আছিল অপৰিসীম। ফৰাচী পৰ্য্যটক ভিক্টৰ জেকুম'ৰ (Victor Jacquemont) মতে তেওঁ হৈছে এজন অনন্যসাধাৰণ ব্যক্তি আৰু প্ৰথম অনুসন্ধিৎসু ভাৰতীয়। ৰণজিৎ সিঙৰ চৰিত্ৰৰ এটা প্ৰধান বৈশিষ্ট্য হৈছে তেওঁৰ ধৰ্মীয় উদাৰতা। সকলো ধৰ্মৰ মানুহৰে প্ৰতি তেওঁ সমানে সহানুভূতিশীল আছিল; সম্পূৰ্ণ যোগ্যতাৰ ওপৰত ভিত্তি কৰি তেওঁ বিভিন্ন ধৰ্মাৱলম্বীলোকৰ হাতত ৰাজকাৰ্য্য পৰিচালনাৰ দায়িত্ব অৰ্পণ কৰিছিল।

ৰণজিৎ সিং স্বাভাৱিকতে এজন কোমল প্ৰকৃতিৰ ৰজা আছিল। অনাহকতে তেওঁ কেতিয়াও ৰক্তপাতত প্ৰবৃত্ত হোৱা নাছিল। জাৰ্মান পৰ্য্যটক কাৰ্লভন হিউগেলৰ (Carl Von Hugel) মতে ইমান কম ৰক্তপাততে কোনেও ৰণজিৎ সিঙৰ নিচিনা এখন বিশাল সাম্ৰাজ্য স্থাপন

কৰিব পৰা নাছিল। কেৱল হিউগেলেই নহয়, প্ৰত্যেকজন বিদেশী পৰ্য্যটকেই ৰণজিৎ সিঙৰ শাসনব্যৱস্থাৰ ভূয়সী প্ৰশংসা কৰি থৈ গৈছে। তথাপি তেওঁৰ মৃত্যুৰ পাছতে শিখ ৰাজ্যত দেখা দিয়া অৰাজকতাৰ বাবে তেওঁকো কিছু পৰিমাণে জগৰীয়া কৰিব পৰা যায়। তেওঁ কোনো এজন পুতেকক সিংহাসনৰ বাবে উপযুক্ত কৰি থৈ যাব নোৱাৰিলে নাইবা তেওঁৰ মৃত্যুৰ পাছত শিখৰাজ্য ৰক্ষা কৰিব পৰাকৈ কোনো এক শাসনব্যৱস্থাও ৰচনা কৰি যাব নোৱাৰিলে। ইয়াৰ অভাৱতে শিখৰাজ্যৰ পতন অৱশ্যম্ভাৱী হৈ উঠিল।

## ৰণজিৎ সিঙৰ উত্তৰাধিকাৰীসকল

ৰণজিৎ সিঙৰ মৃত্যুৰ (২৭ জুন, ১৮৩৯) পাছত পঞ্জাৱত এক ব্যাপক অৰাজকতাৰ সৃষ্টি হয়। ৰণজিতৰ পাছত তেওঁৰ পুত্ৰ খড়ক সিঙে সিংহাসনত আৰোহণ কৰে ; কিন্তু শাসনকাৰ্য্যত তেওঁ কোনো যোগ্যতাৰ পৰিচয় দিব নোৱাৰিলে। তেওঁৰ দিনতে সিংহাসনৰ উত্তৰাধিকাৰৰ প্ৰশ্নক কেন্দ্ৰ কৰি ৰাজপুত্ৰসকলৰ মাজত এক তীব্ৰ প্ৰতিদ্বন্দ্বিতাৰ সৃষ্টি হয়। ৰণজিৎ সিঙৰ ৰাণী কেইগৰাকীয়েও নিজ নিজ পুত্ৰৰ পক্ষ সমৰ্থন কৰি ৰাজ্যৰ পৰিস্থিতি অধিক উত্তপ্ত কৰি তোলে। অৱশ্যে খড়ক সিঙৰ সময়ত পৰিস্থিতি কিছু শান্ত আছিল ; কিন্তু তেওঁৰ মৃত্যুৰ (৫ নৱেম্বৰ, ১৮৪০) পাছৰেপৰা ৰাজনৈতিক হত্যাকাণ্ড পঞ্জাৱত এক সাধাৰণ ঘটনাত পৰিণত হয়। খড়ক সিঙৰ মৃত্যুৰ দিনাই তেওঁৰ পুত্ৰ আৰু সিংহাসন উত্তৰাধিকাৰী নৌ নিহল সিঙৰো আকস্মিকভাৱে মৃত্যু ঘটে। নৌ নিহলৰ মৃত্যু হোৱাত তেওঁৰ মাতৃ চন্দ কউৰে ৰাজ্য শাসন কৰে, কিন্তু তেওঁক আঁতৰাই ৰণজিৎ সিঙৰ আন এজন পুতেক ছেৰ সিং এইবাৰ ৰজা হ'ল (জানুৱাৰি, ১৮৪১)। সম্ভৱতঃ তেওঁৰ উচটনিতে ৰাজমাতা চন্দ কউৰক ১৮৪২ চনৰ জুন মাহত হত্যা কৰা হয় আৰু এই ঘটনাৰ প্ৰায় এবছৰমানৰ পাছতে তেওঁ নিজেও প্ৰাণ হেৰুৱাব লগাত পৰে (ছেপ্টেম্বৰ, ১৮৪৩)। প্ৰায় একে সময়তে ছেৰ সিঙৰ ৰাজিৰ ধিয়ান সিঙকো হত্যা কৰা হয়। ধিয়ান সিঙৰ পুতেক হীৰা সিঙে অচিৰে পিতৃবধৰ প্ৰতিশোধ লয় আৰু ৰণজিৎ সিঙৰ নাবালক পুতেক দলীপক সিংহাসনত প্ৰতিষ্ঠা কৰে। হীৰা সিঙৰ কৰ্তৃত্বও বেছিকাল স্থায়ী নহ'ল ; ১৮৪৪

চনৰ ডিচেম্বৰ মাহত তেওঁক আৰু তেওঁৰ প্ৰধান সহকৰ্মী পণ্ডিত জালাক হত্যা কৰা হয়। এইবাৰ লাহোৰ দৰবাৰত প্ৰতিপত্তি বিস্তাৰ কৰে জৱাহৰ সিং আৰু লাল সিঙে। জৱাহৰ সিঙে শেষত ৱাজিৰ পদ লাভ কৰে (মে', ১৮৪৫)। কিন্তু খালছা সৈন্যবাহিনীৰ কুদৃষ্টিত পৰি তেৰেঁা মৃত্যুমুখত পতিত হয় (ছেপ্টেম্বৰ, ১৮৪৫)। ইয়াৰ পাছত খালছা বাহিনীয়ে ৰাণী ঝিন্দানক নাবালক ৰজা দলীপৰ অভিভাৱিকা, লাল সিঙক ৱাজিৰ আৰু তেজ সিঙক সেনাপতি হিচাপে স্বীকাৰ কৰি ল'লে।

## প্ৰথম ইংগ-শিখ যুদ্ধ (১৮৪৫-৪৬)

প্ৰায় পাঁচ বছৰ ধৰি চলা (১৮৪০-৪৫) ৰাজনৈতিক অশান্তিৰ ফলস্বৰূপেই খালছা বাহিনী পঞ্জাবত সৰ্বেসৰ্বা হৈ উঠিল। সৈন্যবাহিনীৰ ঔদ্ধত্যত লাহোৰ দৰবাৰৰ মৰ্য্যাদা ক্ষুণ্ণ হ'ল আৰু ৰাণী ঝিন্দান আৰু লাল সিঙে সৈন্যবাহিনীৰপৰা নিজকে ৰক্ষা কৰাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে। এনে সময়তে ব্ৰিটিছ চৰকাৰে সিন্ধুপ্ৰদেশ আৰু শতদ্ৰুৰ দক্ষিণকূলবৰ্তী কেইখনমান জিলালৈকো সৈন্য সঞ্চালন কৰায়। তদুপৰি শতদ্ৰু নদীৰ ওপৰত দলং এখন নিৰ্মাণৰ ব্যৱস্থাও সেই সময়তে হাতত লোৱা হয়। ব্ৰিটিছ চৰকাৰৰ এনে প্ৰৰোচনামূলক কাৰ্য্যকলাপ বন্ধ কৰিবলৈ ৰাণী ঝিন্দান আৰু তেওঁৰ উপদেষ্টাসকলে দুৰ্দমনীয় খালছা বাহিনীক নিয়োজিত কৰাৰ সিদ্ধান্ত কৰে। ব্ৰিটিছৰ বিৰুদ্ধে জয়লাভ কৰিব পাৰিলেও খালছা বাহিনীৰ অপৰ্যাপ্ত শক্তি কিছু পৰিমাণে ক্ষয়প্ৰাপ্ত হ'ব আৰু পৰাজিত হ'লেও পূৰ্বৰ প্ৰতিপত্তি হেৰুৱাই পেলাব; উভয় ক্ষেত্ৰতে লাহোৰ দৰবাৰ সৈন্যবাহিনীৰ প্ৰভাৱৰপৰা ৰক্ষা পোৱাৰ সম্ভাৱনা আছে। গতিকে শিখ সৈন্যসকলক ব্ৰিটিছৰ বিৰুদ্ধে অগ্ৰসৰ হ'বলৈ আদেশ দিয়া হ'ল।

১৮৪৫ চনৰ ১১ ডিচেম্বৰ তাৰিখে শিখ সৈন্যবাহিনীয়ে শতদ্ৰু নৈ পাৰ হৈ দক্ষিণ পাৰত অৱস্থিত হয়। সেই সময়ত ফিৰোজপুৰত মেজৰ ব্ৰডফুটৰ নেতৃত্বত এটা ব্ৰিটিছ সেনাবাহিনী আছিল, কিন্তু ব্ৰডফুটে তেওঁলোকক বাধা দিবলৈ কোনো চেষ্টা নকৰিলে। শিখ বাহিনী ব্ৰিটিছ প্ৰভাৱাধীন এলেকাত সোমাই পৰাত গভৰ্ণৰ জেনেৰেল লৰ্ড

হাৰ্ডিঞ্জে তত্তাতৈয়াকৈ যুদ্ধ ঘোষণা কৰিলে (১৬ ডিচেম্বৰ, ১৮৪৫)। লগে লগে শতদ্ৰুৰ দক্ষিণকূলবৰ্তী শিখ ৰাজ্যবোৰ বি্ৰটিছ সাম্ৰাজ্যৰ লগত চামিল কৰাৰ কথাও ঘোষণা কৰা হয়। ১৮ ডিচেম্বৰৰ দিনা মুদকী নামৰ ঠাই এখনত শিখবাহিনী আৰু ছাৰ হিউগফৰ (Sir Hugh Gough) নেতৃত্বাধীন ব্ৰিটিছ বাহিনীৰ মাজত এক প্ৰচণ্ড সংঘৰ্ষ হয়। এই যুদ্ধত শিখ বাহিনীয়ে অসীম বীৰত্ব প্ৰদৰ্শন কৰে, কিন্তু সেনাপতি লাল সিঙৰ বিশ্বাসঘাতকতাৰ কাৰণে তেওঁলোকে শেষত পৰাজয় বৰণ কৰিবলৈ বাধ্য হয়। মুদকীৰ পাছতে ফিৰোজশাহত পুনৰ এখন যুদ্ধ হয় (২১ ডিচেম্বৰ); এইবাৰ শিখবাহিনীৰ সেনাপতি তেজ সিঙে যুদ্ধ ক্ষেত্ৰৰপৰা পলায়ন কৰিলে। ফলত ব্ৰিটিছ বাহিনীয়েই জয়ী হ'ল। এই যুদ্ধত শিখসকলে ৭৩টা কামান আৰু প্ৰায় ৮ হাজাৰ সৈনিকক হেৰুৱাব লগাত পৰে। আনহাতে ব্ৰিটিছ বাহিনীৰ ৬৯৪ জন নিহত আৰু ১৭২১ জন আহত হয়। এমাহমান নিতাল মাৰি থাকি শিখ-বাহিনীয়ে পুনৰ ৰণজুৰ সিঙৰ নেতৃত্বত বুদ্দিৱাল নামে ঠাই এখনত ছাৰ হেনৰি স্মিথৰ বাহিনীক পৰাজিত কৰে (২১ জানুৱাৰি, ১৮৪৬)। শিখ বাহিনীৰ এই জয়লাভ বেছি দিন স্থায়ী নহ'ল; ২৮ জানুৱাৰি তাৰিখে আলিৱালৰ যুদ্ধত তেওঁলোকে পৰাজয় স্বীকাৰ কৰিবলৈ বাধ্য হয়।

যুদ্ধত হাৰি শিখবাহিনীযে শতদ্ৰু নদী পাৰ হৈ ছব্ৰাও নামৰ গাঁও এখনত উপস্থিত হয়। এই সময়তে লাহোৰ চৰকাৰৰ দুজন মুখ্য বিষয়া গোলাব সিং আৰু লাল সিঙে নিজ নিজ স্বাৰ্থ পূৰণ কৰিবলৈ ব্ৰিটিছ চৰকাৰৰ লগত সদ্ভাৱ গঢ়ি তুলিবলৈ চেষ্টা কৰে। তেওঁলোকৰ পশ্চাদ-ঘাতী কাৰ্য্যকলাপৰ বাবে শিখ ৰাজ্যৰ পতন এক প্ৰকাৰ সুনিশ্চিত হৈ পৰে। ছব্ৰাও যুদ্ধৰ (১০ ফেব্ৰুৱাৰি, ১৮৪৬) তিনি দিনৰ আগতেই ব্ৰিটিছসকলে শিখ বাহিনীৰ প্ৰকৃত অৱস্থানৰ বিষয়ে জানিব পাৰে; গতিকে ছব্ৰাওত যিখন যুদ্ধ হ'ল, সেয়ে আছিল শিখ চৰ্দাৰসকলৰ যুদ্ধৰ আখৰা। তথাপি ছব্ৰাওৰ যুদ্ধখনেই হৈছে ইংগ-শিখ সংঘৰ্ষৰ এখন অতিশয় ৰক্তাক্ত যুদ্ধ। ব্ৰিটিছ সেনাপতি গফৰ মতে এই যুদ্ধত প্ৰায় ১২,০০০ অৰপৰা ১৫০০০ অৰ ভিতৰত শিখ সৈন্য নিহত হয়। বিপক্ষ দলৰ ক্ষয়-ক্ষতিও অৱশ্যে নগণ্য নহয়। তেওঁলোকৰ ৩২০ জন নিহত আৰু ২,০৮৩ জন আহত হয়।

বিজয়ী বাহিনীৰ সৈতে গভৰ্ণৰ জেনেৰেল লৰ্ড হাৰ্ডিঞ্জে ফেব্ৰুৱাৰিৰ ২০ তাৰিখে লাহোৰত প্ৰবেশ কৰে। শিখসকলৰ সকলো গৌৰৱ ধূলিসাৎ হ'ল আৰু তেওঁলোকে ব্ৰিটিছ চৰকাৰৰ ওচৰত বশ্যতা স্বীকাৰ কৰিলে। প্ৰশাসনীয় অসুবিধালৈ লক্ষ্য কৰি পঞ্জাৱখন ব্ৰিটিছ সাম্ৰাজ্যত অন্তৰ্ভুক্ত কৰাৰপৰা লৰ্ড হাৰ্ডিঞ্জ বিৰত থাকিল, কিন্তু শিখসকলক এখন অপমানজনক সন্ধিপত্ৰত স্বাক্ষৰ কৰাবলৈ বাধ্য কৰালে (৯ মাৰ্চ, ১৮৪৬)। সন্ধিৰ চৰ্তানুসৰি শিখসকলে শতদ্ৰু নদীৰ দক্ষিণস্থ সকলো ৰাজ্য আৰু শতদ্ৰু আৰু বিপাশা নদীৰ মধ্যবৰ্তী ভূখণ্ড ব্ৰিটিছৰ হাতত সমৰ্পণ কৰে। যুদ্ধৰ ক্ষতিপূৰণ হিচাপে লৰ্ড হাৰ্ডিঞ্জে শিখসকলৰপৰা ১ কোটি ৫০ লাখ টকা দাবী কৰে, কিন্তু এই ধন দিবলৈ শিখসকল অসমৰ্থ হ'ল। এনে অৱস্থাত নগদ ৫০ লাখ টকা আৰু কাশ্মীৰ সমন্বিতে সিন্ধু আৰু বিপাশা নদীৰ কিছু ৰাজ্যখণ্ড ব্ৰিটিছক দিয়াটো স্থিৰ কৰা হয়। ব্ৰিটিছ চৰকাৰে অমৃতসৰ চুক্তি (১৬ মাৰ্চ, ১৮৪৬) অনুসৰি কাশ্মীৰখন লাহোৰ দৰবাৰৰ এজন বিশিষ্ট বিষয়া আৰু জম্মুৰ ডোগ্ৰা দলপতি গোলাব সিঙক ১ কোটি টকাত বিক্ৰী কৰে। শিখসকলে ভৱিষ্যতে যাতে কোনো বিপদৰ সৃষ্টি কৰিব নোৱাৰে, তাৰ বাবে ব্ৰিটিছ চৰকাৰে শিখ সৈন্যবাহিনী সীমিত কৰাৰ ব্যৱস্থাও হাতত লয়। নতুন নিয়ম অনুসৰি শিখসকলক ৩৬টা কামান, ১২০০০ অশ্বাৰোহী আৰু ২৫ বেটেলিয়ন পদাতিক ৰাখিবলৈ অনুমতি দিয়া হয়। তদুপৰি ব্ৰিটিছ চৰকাৰৰ বিনা অনুমতিত কোনো বিদেশী লোকক পঞ্জাৱত চাকৰি দিয়াটো নিষিদ্ধ কৰা হয়।

ব্ৰিটিছ চৰকাৰে ৰণজিৎ সিঙৰ পুত্ৰ দলীপ সিঙক পঞ্জাৱৰ মহাৰাজ হিচাপে স্বীকৃতি দিলে। ৰাণী ঝিন্দানক দলীপৰ অভিভাৱিকা আৰু লাল সিঙক পঞ্জাৱৰ ৰাজ্যিৰ বুলি মানি লোৱা হ'ল। ব্ৰিটিছ চৰকাৰে পঞ্জাৱৰ অভ্যন্তৰীণ শাসনত হস্তক্ষেপ নকৰে বুলি প্ৰতিশ্ৰুতি দিলে। অৱশ্যে ৰাজ্যৰ শান্তি অটুট ৰাখিবৰ কাৰণে এজন ব্ৰিটিছ ৰেছিডেন্ট আৰু এটা সৈন্যবাহিনী লাহোৰত ৰখাৰ ব্যৱস্থা কৰা হ'ল।

লাহোৰ সন্ধি সম্পাদিত হোৱাৰ পাছতে শিখসকলৰ মাজত পুনৰ আত্মকন্দলৰ সৃষ্টি হয়। গোলাব সিঙে কাশ্মীৰ ৰাজ্যখন লাভ কৰাত ৰাজ্যিৰ লাল সিঙ সন্তুষ্ট নহ'ল আৰু তেওঁৰ প্ৰৰোচনাতেই শিখসকলে

১৮৪৬ চনৰ ডিচেম্বৰ মাহত গোলাব সিঙক আক্ৰমণ কৰে। ৰাজ্যৰ শান্তি ব্যাহত হোৱাত ব্ৰিটিছ চৰকাৰে তৎক্ষণাৎ হস্তক্ষেপ কৰি লাহোৰ দৰবাৰক পুনৰ এখন নতুন চুক্তিত স্বাক্ষৰ দান কৰিবলৈ বাধ্য কৰায় (১৬ ডিচেম্বৰ, ১৮৪৬)। নতুন চুক্তি অনুসৰি লাল সিঙক ৰাজ্যৰ পদৰপৰা অব্যাহতি দিয়া হয়। ৰাজ্য পৰিচালনাৰ কাৰণে আঠজন শিখ চৰ্দাৰক লৈ এখন পৰিষদ গঠন কৰা হয় আৰু এই পৰিষদখনে ব্ৰিটিছ ৰেছিডেন্টৰ তত্ত্বাৱধানত সকলো কাৰ্য্য সম্পাদন কৰিব লাগিব। তদুপৰি লাহোৰত থকা ব্ৰিটিছ সৈন্যবাহিনীৰ খৰচৰ বাবদ লাহোৰ দৰবাৰে বছৰি ২২ লাখ টকা ব্ৰিটিছ চৰকাৰক দি থাকিব লাগিব। এই সকলো ব্যৱস্থা মহাৰাজ দলীপ সিঙ সাবালক হোৱা দিনলৈকে অৰ্থাৎ ১৮৫৪ চনৰ ৪ ছেপ্টেম্বৰলৈকে বলবৎ থাকিব, কিন্তু তাৰ পাছতো লাহোৰ দৰবাৰ আৰু গভৰ্ণৰ জেনেৰেলে প্ৰয়োজনবোধ কৰিলে ইয়াৰ ম্যাদ বঢ়াই দিব পাৰিব। এই নতুন ব্যৱস্থাসমূহৰ ফলত পঞ্জাব এখন ব্ৰিটিছ কৰ্তৃস্বাধীন প্ৰদেশত পৰিণত হ'ল।

## দ্বিতীয় ইংগ-শিখ যুদ্ধ

সন্ধি স্থাপনৰ লগে লগে পঞ্জাবত শান্তি স্থাপন নহ'ল। লাহোৰ দৰবাৰত ব্ৰিটিছৰ প্ৰাধান্য স্থাপিত হোৱাত ৰাজ্যত এক প্ৰবল অসন্তুষ্টিৰ সৃষ্টি হয়। কামৰপৰা অব্যাহতি পোৱা শিখ সৈনিকসকলেও ব্ৰিটিছ-বাহিনীৰ হাতত তেওঁলোকৰ পৰাজয় ইমান সহজে স্বীকাৰ কৰি ল'বলৈ টান পালে। তেওঁলোকৰ মতে সেনাপতিসকলৰ বিশ্বাসঘাতকতাই হৈছে তেওঁলোকৰ দুৰ্ভাগ্যৰ মাই কাৰণ। এই সময়তে ব্ৰিটিছ ৰেছিডেন্টে ষড়যন্ত্ৰৰ অভিযোগত ৰাণী ঝিন্দানক লাহোৰৰপৰা আঁতৰ কৰাত (আগষ্ট, ১৮৪৭) জনসাধাৰণৰ মাজত অসন্তুষ্টি অধিক বৃদ্ধি পায়। ৰাণী ঝিন্দানো ব্ৰিটিছবিৰোধী কাৰ্য্যকলাপত লিপ্ত হ'ল। ইংগ-শিখ সম্পৰ্ক ক্ৰমাৎ বেয়াৰ ফালে ঢাল খালে।

মুলতানৰপৰাই শিখসকলৰ জাতীয় প্ৰতিৰোধৰ সংগ্ৰাম গঢ়ি উঠিল। পঞ্জাবৰ অন্তৰ্ভুক্ত হ'লেও মুলতান আছিল যথাৰ্থতে স্বাধীন, কিন্তু দেৱান মুলৰাজৰ সময়ত (১৮৪৪-৪৮) লাহোৰ দৰবাৰে তেওঁৰপৰা বছৰি ১০ লাখ টকালৈ কৰ বিচাৰিলে। মুলৰাজে এই ধন দিব নোৱাৰাত লাহোৰ

দৰবাৰে তেওঁক মুলতানৰ আয়-ব্যয় দাখিল কৰিবলৈ আদেশ দিয়ে। ব্রিটিছ ৰেছিডেণ্টৰ প্রৰোচনাত লাহোৰ দৰবাৰে এনে আদেশ দিয়া বুলি মূলৰাজ খঙত অধীৰ হয় আৰু তেওঁ গৱৰ্ণৰৰ পদ ইস্তফা দিলে। তেওঁৰ ঠাইত চৰ্দাৰ খান সিং নামৰ এজন লোকক মুলতানৰ গৱৰ্ণৰ কৰি পঠোৱা হ'ল। খান সিঙৰ লগত এক সৈন্যবাহিনীসহ ভেন্স এগ্নিউ (Vans Agnew) আৰু এণ্ডাৰছন নামৰ দুজন ব্রিটিছ বিষয়াকো পঠোৱা হৈছিল, কিন্তু এই বিষয়া দুজনক হত্যা কৰা হয় (২০ এপ্রিল, ১৮৪৮)। মূলৰাজৰ প্রৰোচনাতেই যে এই হত্যাকাণ্ড সংঘটিত হৈছিল, সেই কথা বুজিবলৈ কাৰো অকণো বাকী নাথাকিল।

প্রথম অৱস্থাত মুলতানৰ বিদ্রোহ দমন কৰিবলৈ লাহোৰ দৰবাৰ বা ব্রিটিছ চৰকাৰে কোনো ব্যৱস্থা হাতত নল'লে। নতুন গৱৰ্ণৰ জেনেৰেল লৰ্ড ডেলহাউচি ভাৰতত উপস্থিত হোৱা মাত্র তিনিমাহহে হৈছে; গতিকে তেওঁৰ পক্ষে তৎকালেই মুলতানৰ বিপক্ষে অগ্রসৰ হোৱাটো সম্ভৱপৰ নহ'ল। তদুপৰি, ব্রিটিছ সেনাপতি লৰ্ড গফে (প্রথম ইংগ-শিখ যুদ্ধৰ পাছত তেওঁক লৰ্ড উপাধি দিয়া হয়) বাৰিষা কাল উপস্থিত হোৱা কাৰণে যুদ্ধ পিছুৱাবলৈ পৰামৰ্শ দিয়ে। পঞ্জাবৰ এখন প্রদেশ হিচাপে মুলতানৰ বিদ্রোহ দমন কৰা লাহোৰ দৰবাৰৰ দায়িত্ব যদিও, সেই দায়িত্ব পালনৰ কথা কোনো এজন ৰাজবিষয়ায়ো চিন্তা নকৰিলে। অৱশ্যে লাহোৰ দৰবাৰৰ তলতীয়া কৰ্মচাৰী লেফ্‌-টেনাণ্ট হাৰ্বাৰ্ট এডৱাৰ্ডছে (Herbert Edwardes) মূলৰাজক দুবাৰো পৰাজিত কৰি (জুলাই, ১৮৪৮) মুলতানৰপৰা খেদি পঠিয়াইছিল, কিন্তু সেয়া আছিল ব্যক্তিগত উদ্যমৰ ফল। মূলৰাজৰ বিৰুদ্ধে অগ্রসৰ হ'বলৈ তেওঁক লাহোৰ দৰবাৰ বা ব্রিটিছ চৰকাৰে কোনো নিৰ্দেশ দিয়া নাছিল।

ইতিমধ্যে সমগ্র পঞ্জাবতে ব্রিটিছৰ বিৰুদ্ধে এক তীব্র বিক্ষোভ ভাৱৰ সৃষ্টি হয়। বিদ্রোহী মূলৰাজৰ লগত যোগাযোগ কৰা বুলি এইবাৰ ৰাণী ঝিন্দানক কাশীত নজৰবন্দী কৰি ৰখা হ'ল। ইফালে লেফটেনাণ্ট এডৱাৰ্ডছে লাহোৰ দৰবাৰৰপৰা কৰ্তৃত্ব লাভ কৰি ছেপ্টেম্বৰৰ ৭ তাৰিখে মুলতানৰ দুৰ্গ অৱৰোধ কৰে। এডৱাৰ্ডছক সহায় কৰিবৰ কাৰণে হজৰাৰ শাসনকৰ্তা, চত্তাৰ সিঙৰ পুতেক ছেৰ সিঙকো এদল

সৈন্য দি মুলতানলৈ পঠাই দিয়া হ'ল। মুলতানত উপস্থিত হৈ ছেৰ সিঙে মুলৰাজৰ পক্ষত যোগ দিলে আৰু শিখ সৈন্যসকলক বি্ৰটিছৰ বিৰুদ্ধে অৱতীৰ্ণ হ'বলৈ আহ্বান জনালে। ছেৰ সিঙৰ আহ্বানক্ৰমে খালছা বাহিনীৰ আগৰ সৈনিকসকলেও দলে দলে যোগ দিলেহি। পেছোৱাৰ লাভ কৰাৰ আশাত আফগানসকলেও শিখসকলক সহায় কৰিবলৈ আগবাঢ়িল।

মুলতানৰ বিদ্ৰোহ শিখসকলৰ এটা জাতীয় সংগ্ৰামলৈ ৰূপান্তৰিত হ'ল। ১৮৪৮ চনৰ ১০ অক্টোবৰ তাৰিখে লৰ্ড ডেলহাউছিয়ে যুদ্ধ ঘোষণা কৰে, অৱশ্যে তেতিয়াই শিখসকলৰ বিৰুদ্ধে বি্ৰটিছ বাহিনী অগ্ৰসৰ হ'ব নোৱাৰিলে। ১৬ নৱেম্বৰৰ দিনা বি্ৰটিছ সেনাপতি লৰ্ড গফে ৰাবি নৈ পাৰ হৈ তাৰ ছয়দিনৰ পাছত ৰামনগৰত ছেৰ সিঙক আক্ৰমণ কৰে। এই যুদ্ধ অমীমাংসিতভাৱে শেষ হয়। ১৮৪৯ চনৰ জানুৱাৰি মাহত লৰ্ড গফে ঝিলামৰ ফালে অগ্ৰসৰ হৈ চিলিয়ানৱালা নামে ঠাইত শিখসকলক আক্ৰমণ কৰিলে। ইয়াতে এখন তুমুল যুদ্ধ হয়। বি্ৰটিছ বাহিনীয়ে শেষত জয়লাভ কৰে যদিও তেওঁলোকৰ ক্ষয়-ক্ষতি হ'ল আটাইতকৈ বেছি। কেইবাটাও বি্ৰটিছ ৰেজিমেণ্টে নিজ পতাকা হেৰুৱায় আৰু তেওঁলোকৰ ৪টামান কামান শত্ৰুৰ হাতত পৰে। তদুপৰি তেওঁলোকৰ ১,৬৫১ জন আহত আৰু ৬০২ জন নিহত হয়। লৰ্ড গফৰ 'জয়লাভ'ত ইংলেণ্ডৰ সঞ্চালকসভা গভীৰভাৱে অসন্তুষ্ট হয় আৰু তেওঁৰ ঠাইত ছাৰ চাৰ্লছ নেপিয়াৰক সেনাপতি পদত নিয়োগ কৰি ভাৰতলৈ পঠাই দিয়ে। নেপিয়াৰ ভাৰতত উপস্থিত হ'বলৈ নৌপাওঁতেই ইতিমধ্যে লৰ্ড গফে চিনাব নদীৰ পাৰত অৱস্থিত গুজ-ৰাট নামৰ ঠাই এখনত শিখবাহিনীক চূড়ান্তভাৱে পৰাজিত কৰি তেওঁৰ পূৰ্বৰ গৌৰৱ পুনৰুদ্ধাৰ কৰে (২১ ফেব্ৰুৱাৰি, ১৮৪৯)। বি্ৰটিছৰ বিৰুদ্ধে থিয় দিবলৈ শিখসকলৰ আৰু শক্তি নোহোৱা হ'ল। ১২ মাৰ্চ তাৰিখে অন্যান্য শিখ চৰ্দাৰসকলৰ সৈতে ছেৰ সিং আৰু তেওঁৰ পিতাক চত্তাৰ সিঙে বি্ৰটিছৰ ওচৰত আত্মসমৰ্পণ কৰে। ছাৰ ৱালটাৰ গিলবাৰ্টে আফগান সৈন্যসকলক কাবুললৈ খেদি পঠায়। ইতিমধ্যে ২২ জানুৱাৰিৰ দিনা মুলতানৰ দুৰ্গৰ পতন ঘটাত দেৱান মুলৰাজে বি্ৰটিছৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ বাধ্য হয়। এখন সামৰিক আদালতে তেওঁক

বিচাৰ কৰি যাৱজ্জীৱনৰ বাবে নিৰ্বাসন দিয়ে। অৱশ্যে অলপ দিনৰ পাছতে তেওঁৰ মৃত্যু ঘটিল।

শিখসকলৰ আত্মসমৰ্পণৰ কেইদিনমানৰ পাছতে লৰ্ড ডেলহাউছিয়ে এক অধ্যাদেশ যোগে পঞ্জাব ৰাজ্যখন বি্ৰটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে (৩০ মাৰ্চ, ১৮৪৯)। ছাৰ হেনৰি লৰেন্স, লৰ্ড এলেনবৰ' আদি বিষয়াসকলে তেওঁক সেই কাৰ্য্যৰপৰা বিৰত থাকিবলৈ পৰামৰ্শ আগবঢ়াইছিল, কিন্তু ডেলহাউছিয়ে সেই পৰামৰ্শ গ্ৰহণ নকৰিলে। তেওঁৰ যুক্তি হ'ল এই যে পঞ্জাবখন প্ৰত্যক্ষভাৱে শাসনাধীন হ'লে শিখসকলক বি্ৰটিছৰ এটা মিত্ৰ শক্তিত পৰিণত কৰিব পৰা যাব। তেওঁৰ সিদ্ধান্ত নিৰ্ভুল বুলি পাছত অৱশ্যে প্ৰমাণিত হয়। পঞ্জাব অধিকাৰ কৰাৰ লগে লগে বি্ৰটিছ সাম্ৰাজ্যৰ সীমা আফগানিস্তানলৈকে বৃদ্ধি পালে।

শিখসকলক কিছু পৰিমাণে সন্তুষ্ট কৰিবলৈ লৰ্ড ডেলহাউছিয়ে নাবালক মহাৰাজ দলীপ সিঙক বছৰি পাঁচলাখ টকাকৈ পেন্সন দি ইংলেণ্ডলৈ পঠাই দিয়ে লগতে তেওঁৰ মাক ৰাণী ঝিন্দানো গ'ল। ইংলেণ্ডতে ৰাণী ঝিন্দানৰ মৃত্যু ঘটে আৰু তাৰ পাছত দলীপ সিংঙে জীৱনৰ শেষ দিন কেইটা কটাবৰ বাবে পঞ্জাবলৈকে উভতি আহিল।

পঞ্জাব নিজৰ হাতলৈ নি লৰ্ড ডেলহাউছিয়ে শাসনৰ সুবিধাৰ্থে তিনিজন বি্ৰটিছ বিষয়াক লৈ এখন পৰিষদ গঠন কৰি দিয়ে। পৰিষদৰ সদস্য তিনিগৰাকী হ'ল ছাৰ হেনৰি লৰেন্স, জন লৰেন্স আৰু চাৰ্লছ মেনছেল। ছাৰ হেনৰি লৰেন্সই হ'ল পৰিষদখনৰ সভাপতি। ১৮৫৩ চনত ডেলহাউছিয়ে পঞ্জাবক এখন প্ৰদেশলৈ ৰূপান্তৰিত কৰি তাৰ শাসনভাৰ ছাৰ জন লৰেন্সৰ হাতত অৰ্পণ কৰিলে। বিভিন্ন দিশত সংস্কাৰ সাধন কৰি লৰেন্স প্ৰভৃতি আন বিষয়াসকলে শিখসকলৰ অৱস্থা আগতকৈ বহু পৰিমাণে উন্নত কৰি তোলে। শিখসকলেও ব্ৰিটিছৰ প্ৰতি সম্পূৰ্ণ আনুগত্য স্বীকাৰ কৰে। শিখসকলৰ সহায়-সমৰ্থনৰ ফলতে ভাৰতত বি্ৰটিছ সাম্ৰাজ্যৰ ভেটি অধিক টনকিয়াল হৈ পৰিল।

অষ্টম অধ্যায়

# ব্ৰিটিছৰ সীমান্ত নীতি (১৭৫৭—১৮৫৮)

## (ক) নেপাল

**ইংগ-নেপাল যুদ্ধঃ** মধ্য ভাৰতৰ উত্তৰ খণ্ডত অৱস্থিত নেপালৰ সৈতে ব্ৰিটিছৰ বিবাদ আৰম্ভ হয় অষ্টাদশ শতিকাৰ শেষ ভাগৰপৰা। ১৭৬৮ চনত হিমালয়ৰ পশ্চিমত বসবাস কৰা গোৰ্খাসকলৰ চৰ্দাৰ পৃথ্বীনাৰায়ণে নেপালক সম্পূৰ্ণভাৱে কৰতলগত কৰি নিজকে ক্ষমতাত প্ৰতিষ্ঠিত কৰে। গোৰ্খাসকল আছিল দুৰ্ধৰ্ষ যুজাৰু, গতিকে পৃথ্বীনাৰায়ণ আৰু তেওঁৰ উত্তৰাধিকাৰীসকলৰ নেতৃত্বত তেওঁলোকে বহুদূৰ পৰ্য্যন্ত নেপালৰ সীমা বহলাবলৈ সক্ষম হয়। চীনাসকলৰপৰা বাধাপ্ৰাপ্ত হোৱা বাবে তেওঁলোকে উত্তৰে ৰাজ্য বিস্তাৰ কৰিব নোৱাৰিলে, কিন্তু পূবে তিস্তা নদীৰপৰা পশ্চিমৰ শতদ্ৰু নদীলৈকে তেওঁলোকৰ ৰাজ্য বিস্তৃত হৈ পৰিল। ইয়াৰ ফলতে নেপাল আৰু ব্ৰিটিছ কৰ্তৃত্বাধীন উত্তৰ ভাৰতৰ সীমা প্ৰায় একাকাৰ হৈ পৰে। পাৰ্বত্য অঞ্চলৰ কাৰণে উভয় পক্ষৰে কোনো সুনিৰ্দিষ্ট সীমাৰেখা নাছিল আৰু ইয়াক কেন্দ্ৰ কৰিয়েই তেওঁলোকৰ মাজত বিবাদৰ সূত্ৰপাত হয়।

ভাৰতৰ অন্য প্ৰান্তত ৰাজ্যবিস্তাৰত লিপ্ত থকা হেতুকে ব্ৰিটিছ চৰকাৰে প্ৰথমে নেপালৰ সৈতে কোনো সংঘৰ্ষত উপনীত হোৱাৰ ইচ্ছা কৰা নাছিল। নেপালৰ লগত সদ্ভাৱ স্থাপন কৰিবলৈকে ১৭৯২ চনত কৰ্নেল কাৰ্ক পেট্ৰিকক (Colonel Kirk Patrick) কাটমণ্ডুলৈ পঠোৱা হয়, কিন্তু তাৰপৰা বিশেষ ফল নহ'ল। ইয়াৰ কেইবছৰমানৰ পাছতে উভয় পক্ষৰ মাজত এখন বাণিজ্য চুক্তি সম্পাদিত হোৱাত তেওঁলোকৰ সম্পৰ্ক কিছু পৰিমাণে উন্নত হৈ পৰে। এই সময়তে কেপ্টেইন

নক্সে ( Captain Knox ) বি্ৰটিছ ৰেছিডেণ্ট হিচাপে কাটমণ্ডুত দুবছৰ কাল কটায় (১৮০২—১৮০৪)। কিন্তু ইতিমধ্যে গোৰখপুৰ জিলাখন বি্ৰটিছ ৰাজ্যৰ অন্তৰ্ভুক্ত হোৱাত (১৮০১) পুনৰ সীমাসংক্ৰান্ত বিবাদৰ সৃষ্টি হয়। গোৰখপুৰৰ কেইখনমান ঠাই নেপালে নিজৰ বুলি দাবী কৰে, কিন্তু বি্ৰটিছ চৰকাৰে এই দাবী মানি ল'বলৈ অস্বীকাৰ কৰিলে। কেপ্টেইন নক্স কাটমণ্ডুৰপৰা মতাই পঠোৱা হ'ল আৰু ইংগ-নেপাল সম্বন্ধৰ দ্ৰুত অৱনতি ঘটিল।

লৰ্ড মিণ্টোৰ সময়ত (১৮০৭-১৩) গোৰ্খাসকলে বি্ৰটিছ শাসনাধীন বস্তি জিলাৰ কেইখনমান ঠাই দখল কৰে, কিন্তু সেই ঠাইখিনি পাছত ঘূৰাই দিয়াত কোনো সংঘৰ্ষৰ সূত্ৰপাত নহ'ল। ১৮১৪ চনৰ মে' মাহত তেওঁলোকে পুনৰ বস্তি জিলাৰ তিনিটা আৰক্ষী চকীৰ ওপৰত আক্ৰমণ চলায়। সীমা বিবাদ সম্পূৰ্ণকৈ নিষ্পত্তি কৰিবৰ অভিপ্ৰায়ে নতুন গভৰ্নৰ জেনেৰেল লৰ্ড ময়ৰা ওৰফে লৰ্ড হেষ্টিংছে (১৮১৩—১৮২৩) সেই বছৰৰে অক্টোবৰ মাহত গোৰ্খাসকলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। এই যুদ্ধখন দুবছৰ কাল চলি থাকে।

সামৰিক বিশাৰদ হিচাপে লৰ্ড হেষ্টিংছৰ বেছি সুখ্যাতি নাছিল যদিও তেৰেঁই নেপাল আক্ৰমণৰ পৰিকল্পনা কৰে। নেপালৰ সুবিস্তৃত দক্ষিণ সীমান্তৰ চাৰিটা প্ৰধান কেন্দ্ৰৰপৰা অভিযান আৰম্ভ কৰাৰ পৰিকল্পনা কৰা হয়, কিন্তু অভিযান আৰম্ভ কৰি পদে পদে পৰাজয় বৰণ কৰিবলৈ ব্ৰিটিছ বাধ্য হয়। অবিবেচকভাবে কলংগৰ পাহাৰীয়া দুৰ্গটো আক্ৰমণ কৰিবলৈ গৈ ব্ৰিটিছ সেনাপতি জিলেছপাই ( Gillespie ) মৃত্যুমুখত পতিত হয় আৰু আন এজন সেনাপতি মাৰ্টিণ্ডেলে (Martindale ) জয়ঠকৰ যুদ্ধত পৰাজিত হৈ পশ্চাদাপসৰণ কৰিব লগাত পৰে। পাটনা আৰু গোৰখপুৰৰপৰা আৰম্ভ কৰা অভিযান দুটাও নিষ্ফল হ'ল; অভিযান দুটাৰ দায়িত্বত থকা যথাক্ৰমে মেজৰ জেনেৰেল মাৰ্লি আৰু মেজৰ জেনেৰেল জন চুলিভান উডে ( John Sullivan Wood) গোৰ্খাসকলৰ হাতত পৰাস্ত হৈ ভাৰত সীমান্তলৈ ঘূৰি আহিবলৈ বাধ্য হয়।

গোৰ্খাসকলৰ গৌৰৱ অৱশ্যে বেছি কাল স্থায়ী নহ'ল। ১৮১৫ চনত নিকলছ আৰু গাৰ্ডনাৰ নামৰ দুজন ব্ৰিটিছ কৰ্নেলে কুমাওৰ আলমোৰা

দুৰ্গটো দখল কৰে; ইয়াৰ অলপ দিনৰ পাছতে ব্ৰিটিছ সেনাপতি ডেভিড অক্টাৰ্লনিয়ে বিখ্যাত গোৰ্খা সেনাপতি অমৰ সিং থাপাক পৰাজিত কৰি মালাও দুৰ্গ অধিকাৰ কৰে (১৫ মে,' ১৮১৫)। গোৰ্খাসকলৰ সকলো প্ৰতিৰোধ নিষ্ফল হ'ল আৰু তেওঁলোকে ছগোলি নামে ঠাইত শান্তি স্থাপন কৰিলে (২৮ নৱেম্বৰ, ১৮১৫)। কাটমণ্ডুৰ চৰকাৰে ছগোলিৰ সন্ধি স্বীকাৰ কৰি নোলোৱাত সেনাপতি অক্টাৰ্লনিয়ে পুনৰ অভিযান আৰম্ভ কৰে। ১৮১৬ চনৰ ২৮ ফেব্ৰুৱাৰিত উভয় পক্ষৰ মাজত মাকৱানপুৰত এখন যুদ্ধ হয়। ইয়াতো গোৰ্খাসকলৰ পৰাজয় ঘটিল, এনে অৱস্থাত কাটমণ্ডু চৰকাৰে ছগোলি সন্ধিৰ চৰ্তাৱলীত অনুমোদন জনাবলৈ বাধ্য হ'ল। ছগোলিৰ সন্ধি অনুযায়ী নেপালে কুমাও আৰু গাড়োৱাল জিলা আৰু তৰাই অঞ্চলৰ অধিকাংশ ব্ৰিটিছৰ হাতত সমৰ্পণ কৰিলে। তদুপৰি নেপালে ছিকিমৰ ওপৰত সকলো দাবী প্ৰত্যাহাৰ কৰে আৰু কাটমণ্ডুত এজন ব্ৰিটিছ ৰেছিডেণ্ট গ্ৰহণ কৰিবলৈ সন্মতি প্ৰদান কৰে। সন্ধিৰ ফলস্বৰূপেই চিমলা, মুছৌৰী, আলমোৰা, ৰাণীখত প্ৰভৃতি প্ৰখ্যাত স্বাস্থ্য নিবাস অঞ্চলসমূহো ভাৰতৰ অন্তৰ্ভুক্ত হৈ পৰে। ১৮১৬ চনৰপৰা নেপাল আৰু ব্ৰিটিছ চৰকাৰৰ মাজত সদ্ভাৱ স্থাপন হ'ল। সেই কাৰণে নেপালে ছগোলি সন্ধিৰ চৰ্তাৱলী ভংগ কৰিবৰ কাৰণে কেতিয়াও কোনো প্ৰয়াস কৰা নাছিল।

## (খ) ব্ৰহ্মদেশ

**প্ৰথম ইংগ-ব্ৰহ্ম যুদ্ধ (১৮২৪-২৬):** ব্ৰিটিছসকলে প্ৰথমতে ব্ৰহ্মদেশত প্ৰাধান্য বিস্তাৰ কৰাৰ কথা চিন্তা কৰা নাছিল। ব্ৰহ্মদেশ আছিল দুৰ্বল, গতিকে তেওঁলোকে ব্ৰহ্মদেশৰ লগত বাণিজ্যিক সম্পৰ্ক স্থাপন কৰাতহে অধিক গুৰুত্ব আৰোপ কৰিছিল। কিন্তু অষ্টাদশ শতিকাৰ দ্বিতীয়াৰ্ধত ব্ৰহ্মদেশত এটা শক্তিশালী ৰাজবংশ প্ৰতিষ্ঠিত হোৱাত, ব্ৰিটিছসকলৰ মনোভাবৰ পৰিবৰ্তন ঘটিবলৈ ধৰিলে। শক্তিশালী ৰাজবংশটোৰ প্ৰতিষ্ঠাতা হৈছে আলং পায়া নামৰ এজন প্ৰখ্যাত বৰ্মী নায়ক। ১৭৫০ চনত তেওঁ পেগু জয় কৰি ব্ৰহ্মদেশৰ ইতিহাসত এক নতুন অধ্যায়ৰ সূচনা কৰে। তেওঁ উজনি আৰু নামনি ব্ৰহ্মদেশত নিজৰ কৰ্তৃত্ব স্থাপন কৰি আভাত তেওঁৰ ৰাজধানী পাতে। তেওঁ মণিপুৰৰ

ওপৰতো আধিপত্য বিস্তাৰ কৰিবলৈ প্ৰয়াস কৰে, অৱশ্যে সেই বিষয়ত তেওঁ কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলে। আলংপায়াৰ উত্তৰাধিকাৰী বদো পায়া (১৭৮২-১৮১৯) আৰু তেওঁৰ পুতেক বগিদোৱাৰ (১৮১৯-১৮৩৭) ৰাজত্বত ব্ৰহ্মদেশৰ সীমা সুবিস্তৃত হৈ পৰে। ১৭৮৪ চনত বাদো পায়াই আৰাকান জয় কৰে আৰু তাৰ কিছু বছৰৰ পাছতে মণিপুৰো তেওঁৰ হাতলৈ আহে (১৮১৩)।

ব্ৰহ্মদেশৰ সীমা বিস্তৃত হৈ ব্ৰিটিছ ভাৰতৰ উত্তৰ সীমাৰ লৈতে সংলগ্ন হোৱাত উভয় পক্ষৰ মাজত মনোমালিন্যৰ সৃষ্টি হয়। কোনো পক্ষৰে সীমাৰেখা স্পষ্ট নাছিল, কিন্তু কলিকতাৰ কোম্পানি চৰকাৰ ব্ৰহ্মদেশৰ লগত সংঘৰ্ষত উপনীত হোৱাৰ আগতে প্ৰথমে শান্তিপূৰ্ণভাৱে সীমাসংক্ৰান্ত বিষয়টো মীমাংসা কৰিবলৈ চেষ্টা কৰে। সেই উদ্দেশ্যে কেপ্টেইন চাইমছক দুবাৰ (১৭৯৫, ১৮০২), কেপ্টেইন নক্সক এবাৰ (১৭৯৭) আৰু কেপ্টেইন কেনিঙক তিনিবাৰ (১৮০৩, ১৮০৯ আৰু ১৮১১) আভাৰলৈ প্ৰেৰণ কৰা হয়। ব্ৰিটিছৰ উদ্দেশ্য সফল নহ'ল; আভা চৰকাৰে ব্ৰিটিছ দূত কেইজনক উপযুক্তভাৱে সম্মান প্ৰদৰ্শনো নকৰিলে। ইতিমধ্যে বৰ্মীসকলৰ আক্ৰমণত অতিষ্ঠ হৈ আৰাকান, মণিপুৰ আদিৰ কিছুসংখ্যক লোকে ব্ৰিটিছ ৰাজ্যত আশ্ৰয় গ্ৰহণ কৰাত, ইংগ-ব্ৰহ্ম সম্পৰ্কৰ আৰু অৱনতি ঘটিল। আশ্ৰয় লোৱা লোকসকলক খেদি বৰ্মীসকলে ব্ৰিটিছ এলেকাতো প্ৰবেশ কৰিবলৈ উপক্ৰম কৰিলে। বৰ্মীসকল ইয়াতে ক্ষান্ত নাথাকিল। তেওঁলোকে লৰ্ড হেষ্টিংছক চিটাগং, ঢাকা, মুৰ্শিদাবাদ আৰু কাশিমবাজাৰ ব্ৰহ্মদেশক ঘূৰাই দিবলৈ দাবী জনালে (১৮১৮)। তেওঁলোকৰ যুক্তি হ'ল এই যে মধ্য যুগত সেই ঠাই কেইখনে আৰাকানৰ কৰ্তৃত্ব স্বীকাৰ কৰিছিল আৰু আৰাকান তেওঁলোকে জয় কৰাত, সেই ঠাই কেইখনো তেওঁলোকেহে পাব লাগে। লৰ্ড হেষ্টিংছে অৱশ্যে বৰ্মী ৰজাৰ চিঠিখন জাল বুলি ধৰি লৈ বিষয়টোৰ ওপৰত কোনো গুৰুত্ব আৰোপ নকৰিলে।

ইফালে অসম ৰাজ্যখন এক প্ৰকাৰ বৰ্মীসকলৰ লীলাক্ষেত্ৰত পৰিণত হ'ল। আহোম ৰজা চন্দ্ৰকান্ত সিংহৰ (১৮১০-১৮) দিনত পূৰ্ণানন্দ বুঢ়াগোঁহাই আৰু বদন চন্দ্ৰ বৰফুকনৰ বিবাদৰ আলম লৈ বৰ্মীসকল প্ৰথমতে অসমত প্ৰৱেশ কৰে (১৮১৬)। তেওঁলোকৰ তিনিটা আক্ৰমণৰ

(১৮১৬-১৭, ১৮১৯-২২ আৰু ১৮২২-২৬) ফলত ৰাজ্যত এক ব্যাপক বিশৃংখল অৱস্থাৰ সৃষ্টি হয় আৰু প্ৰজাসাধাৰণৰ দুখ কুলাই-পাচিয়ে নধৰা হ'ল। আহোম ৰজা আৰু ডা-ডাঙৰীয়াসকল বৰ্মীসকলৰ হাতৰ পুতলা হৈ পৰিল। অসমত প্ৰাধান্য বিস্তাৰ কৰি বৰ্মীসকলে মাজে-সময়ে বি্ৰটিছ শাসনাধীন ঠাইবোৰৰ ওপৰতো আক্ৰমণ চলাবলৈ ধৰে। ১৮২৩ চনত তেওঁলোকে চিটাগঙৰ ওচৰত অৱস্থিত শাহপুৰী নামৰ দ্বীপটো জয় কৰে (চেপ্টেম্বৰ) আৰু ইয়াৰ কেইমাহমানৰ পাছতে ছিলেটৰ ওচৰত বৰ্মী আৰু বি্ৰটিছ বাহিনীৰ মাজত এখন খণ্ডযুদ্ধৰ সৃষ্টি হয় (জানুৱাৰি ১৮২৪)। বৰ্মীসকলৰ আক্ৰমণাত্মক কাৰ্য্যকলাপত বি্ৰটিছ চৰকাৰ অতিষ্ঠ হৈ পৰিল। ১৮২৪ চনৰ ২৪ ফেব্ৰুৱাৰি তাৰিখে গৱৰ্ণৰ জেনেৰেল লৰ্ড আমহাৰ্ষ্টে বৰ্মীসকলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে।

সাগৰ পথেদি ব্ৰহ্মদেশ আক্ৰমণৰ পৰিকল্পনা কৰি বি্ৰটিছ চৰকাৰে চাৰ আৰ্চিবাল্ড কেম্পবেলৰ (Sir Archibald Campbell) নেতৃত্বত এক শক্তিশালী বাহিনী পঠিয়াই দিয়ে। ইফালে অসম আৰু আৰাকানতো যুদ্ধ আৰম্ভ কৰা হয়। এই দুই অঞ্চলতে বি্ৰটিছ বাহিনীয়ে সফলতা লাভ কৰে, কিন্তু চিটাগং সীমান্তত অৱস্থিত ৰামু (কক্স বজাৰ, বাংলাদেশ) নামৰ এখন যুদ্ধক্ষেত্ৰত প্ৰখ্যাত বৰ্মী সেনাপতি বন্দুলাৰ হাতত বি্ৰটিছ বাহিনী বিষমভাৱে পৰাজিত হয়। এই পৰাজয়ে অৱশ্যে বৰ্মীসকলৰ সৌভাগ্যৰ সূচনা কৰিব নোৱাৰিলে। সেনাপতি কেম্পবেলৰ নেতৃত্বাধীন মূল বাহিনীটোৱে ১৮২৪ চনৰ ১১ মে'ৰ দিনা ৰেংগুন দখল কৰে। বৰ্মী সৈনিকসকলে বি্ৰটিচক বাধা দিবৰ অকণো চেষ্টা নকৰি সমস্ত খাদ্য সম্ভাৰ লৈ পেনাঙৰ ফালে পলায়ন কৰিলে। বিনা প্ৰয়াসে ৰেংগুন হস্তগত হ'ল যদিও খাদ্যবস্তুৰ অভাৱত বি্ৰটিছ সৈন্যবাহিনীয়ে অশেষ কষ্ট ভোগ কৰিবলগীয়া হয়। ইতিমধ্যে বন্দুলাই ৬০ হাজাৰ সৈন্য লৈ ৰেংগুন অভিমুখে যাত্ৰা কৰে। ১ ডিচেম্বৰৰ দিনা তেওঁ ৰেংগুনত উপস্থিত হয় আৰু ১৫ ডিচেম্বৰৰ দিনা তেওঁ বি্ৰটিছৰ বিৰুদ্ধে যুদ্ধ দিয়ে। যুদ্ধত তেওঁ পৰাজিত হৈ ডনাবিউ নামে ঠাইত আশ্ৰয় লয়হি; ইয়াতে তেওঁক কেম্পবেলে আক্ৰমণ কৰেহি। তিনি মাহমান যুদ্ধ চলাৰ পাছত হঠাৎ এটা গুলী লাগি বন্দুলাৰ মৃত্যু ঘটিল (এপ্ৰিল, ১৮২৫)। বন্দুলাৰ মৃত্যুত বৰ্মীসকলৰ অপূৰণীয় ক্ষতি হ'ল, তেওঁৰ সমকক্ষ সেনাপতি এজন বৰ্মীসকলৰ মাজত আৰু কোনো নোলাল।

২৪ এপ্ৰিলৰ দিনা কেম্পবেলে নামনি ব্ৰহ্মৰ প্ৰধান চহৰ ৰেঙ্গুন অধিকাৰ কৰে। ইয়াৰপৰাই তেওঁ সন্ধিৰ প্ৰস্তাৱ আগবঢ়ায়, কিন্তু বৰ্মী ৰজাই তাৰ প্ৰতি কোনো সঁহাৰি নজনালে। ফলত বাৰিষাকালৰ অন্তত কেম্পবেল ৰাজধানীৰ ফালে আগবাঢ়ি যায়। ব্ৰিটিছ বাহিনী আভাৰ নিকটবৰ্তী য়াণ্ডাবু নামৰ ঠাই এখনত উপস্থিত হোৱাত ৰজা বাগিদোৱাৰ গাদৈ চেতনা আহিল। তেওঁ ততাতৈয়াকৈ কেম্পবেলে আগবঢ়োৱা সন্ধিপত্ৰখনত স্বাক্ষৰ দান কৰিলে (২৪ ফেব্ৰুৱাৰি, ১৮২৬)। এইখনেই হৈছে বিখ্যাত য়াণ্ডাবু সন্ধি।

য়াণ্ডাবু সন্ধিৰ চৰ্তমতে বৰ্মী ৰজাই ব্ৰিটিছ চৰকাৰক যুদ্ধৰ ক্ষতি-পূৰণ হিচাপে এক কোটি টকা দিবলৈ বাধ্য হয় আৰু টেনাছেৰিম আৰু আৰাকান নামৰ প্ৰদেশ দুখন ব্ৰিটিছৰ হাতত সমৰ্পণ কৰে। তদুপৰি তেওঁ অসম, কাছাৰ আৰু জয়ন্তীয়া ৰাজ্যত ভৱিষ্যতে কোনো প্ৰকাৰৰ হস্তক্ষেপ নকৰিব বুলি প্ৰতিশ্ৰুতি দিয়ে আৰু মণিপুৰৰ স্বাধী-নতাও স্বীকাৰ কৰি লয়। সন্ধিৰ চৰ্ত অনুসৰি সেই বছৰৰে ২৩ নৱেম্বৰৰ দিনা এখন বাণিজ্যিক চুক্তি সম্পাদিত কৰা হয়, কিন্তু আভাত ব্ৰিটিছ ৰেছিডেণ্ট এজন ৰখাৰ বিষয়টো সোনকালে নিষ্পত্তি নহ'ল। ১৮৩০ চনতহে আভা চৰকাৰে প্ৰথম ব্ৰিটিছ ৰেছিডেণ্ট মেজৰ বাৰ্নিক আভাত প্ৰবেশ কৰিবলৈ অনুমতি দিয়ে। প্ৰথম ইংগ-ব্ৰহ্ম যুদ্ধৰ পাছৰপৰা অসম, মণিপুৰ, কাছাৰ আৰু জয়ন্তীয়া ব্ৰিটিছ প্ৰভাৱাধীন ৰাজ্যত পৰিণত হয়।

**দ্বিতীয় ইংগ-ব্ৰহ্ম যুদ্ধ ( ১৮৫২ ) :** য়াণ্ডাবু সন্ধিয়ে ব্ৰিটিছ আৰু ব্ৰহ্মদেশৰ মাজত কোনো সম্ভাৱ স্থাপন কৰিব নোৱাৰিলে। ব্ৰহ্মদেশত নতুন ৰজা ঠৰাৱদীয়ে ( ১৮৩৭-১৮৪৫ ) সিংহাসনত আৰোহণ কৰিয়েই য়াণ্ডাবু সন্ধিখন মানি চলিবলৈ অসম্মতি প্ৰকাশ কৰে। ১৮৩০ চনৰপৰা আভাত এজন ব্ৰিটিছ ৰেছিডেণ্ট আছিল যদিও তেওঁক আভা চৰকাৰে প্ৰকাশ্যভাৱে অৱজ্ঞা কৰিবলৈ ধৰিলে। ফলত ১৮৪০ চনত ব্ৰিটিছ চৰকাৰে ৰেছিডেণ্টৰ কাৰ্য্যালয়টো তুলি আনিবলৈ বাধ্য হয়।

ৰাজনৈতিক সম্পৰ্ক ছেদ হ'ল যদিও ব্ৰিটিছ বণিকসকলে আগৰ দৰেই ব্ৰহ্মদেশৰ লগত ব্যৱসায় চলাই থাকিল। কিন্তু বৰ্মীসকলৰ

বিট্ৰিছবিদ্বেষী মনোভাব ক্ৰমাৎ তীব্ৰতৰ হৈ পৰাত তেওঁলোকৰ পক্ষে ব্যৱসায় চলোৱা কঠিন হৈ পৰে। ৰেংগুনৰ গভৰ্নৰজনেও বিট্ৰিছ বণিকসকলৰ ওপৰত হকে-বিহকে উৎপীড়ন আৰম্ভ কৰিলে। তেওঁ-লোকৰ ব্যৱসায় অধিক পৰিমাণে ক্ষতিগ্ৰস্ত হ'ল। এনে অৱস্থাত ১৮৫১ চনত বণিকসকলে বিট্ৰিছ চৰকাৰৰ হস্তক্ষেপ বিচাৰি লৰ্ড ডেলহাউছিৰ ওচৰত এখন আবেদনপত্ৰ পেচ কৰে। গভৰ্নৰ জেনেৰেলে বিষয়টো মীমাংসা কৰিবলৈ কম'ডৰ লেম্বাৰ্টক ব্ৰহ্মদেশলৈ পঠিয়াই দিয়ে। কম'ডৰ লেম্বাৰ্ট সমস্যাৰ সমাধান কৰাতকৈ সমস্যা গুৰুতৰ কৰি তোলাতহে অধিক পটু আছিল, গতিকে ইংগ-ব্ৰহ্ম সংঘৰ্ষ তেওঁৰ যাত্ৰাৰ লগে লগে প্ৰায় অনিবাৰ্য্য হৈ উঠিল।

ইতিমধ্যে বৰ্মী ৰজা ঠৰাৱদীৰ মগজুৰ বিকৃতি ঘটাত তেওঁৰ পুতেক পগান মিনে সিংহাসনত আৰোহণ কৰে (১৮৪৫)। তেওঁ পিতাকৰ সমান বিট্ৰিছবিদ্বেষী নাছিল; গতিকে বিট্ৰিছ বণিকৰ বিষয়টো তেওঁ শান্তিপূৰ্ণভাৱে মীমাংসা কৰিবলৈ চেষ্টা কৰে। ৰেংগুনলৈ এজন নতুন গভৰ্নৰ পঠিওৱা হ'ল আৰু তেওঁকে সমস্যাটো সমাধান কৰিবলৈ কৰ্তৃত্ব দিয়া হয়। এই নতুন গভৰ্নৰজনক লেম্বাৰ্টৰ কেইজনমান বিষয়াই দেখা কৰিবলৈ যায়, কিন্তু গভৰ্নৰজন শুই থকাৰ অজুহাতত তেওঁলোকক দেখা কৰিবলৈ অনুমতি দিয়া নহ'ল। ইয়াতে লেম্বাৰ্ট গভীৰভাৱে অসন্তুষ্ট হৈ ৰেংগুন বন্দৰটো অৱৰোধ কৰে। তদুপৰি বৰ্মী ৰজাৰ এখন জাহাজ আটক কৰা হয়। বৰ্মী আৰু বিট্ৰিছসকলৰ মাজত গুলিয়া গুলি আৰম্ভ হ'ল।

ৰেংগুন বন্দৰ অৱৰোধ বা বৰ্মী জাহাজ আটক কৰিবলৈ কম'ডৰ লেম্বাৰ্টৰ কোনো কৰ্তৃত্ব নাছিল, তথাপি লৰ্ড ডেলহাউছিয়ে সকলো দায়িত্ব নিজেই গ্ৰহণ কৰিলে। এক লাখ পাউণ্ড ক্ষতিপূৰণ বিচাৰি তেওঁ বৰ্মী ৰজাৰ ওচৰত এখন চৰমপত্ৰ দাখিল কৰে। ১৮৫২ চনৰ ১ এপ্ৰিলৰ আগে আগে এই চৰমপত্ৰখনৰ উত্তৰ দিবলৈ কোৱা হয়। আভা চৰকাৰে ইয়াৰ কোনো উত্তৰ নিদিয়াত ১ এপ্ৰিলৰ দিনাই লৰ্ড ডেলহাউছিয়ে জেনেৰেল গডউইন আৰু এডমিৰেল অষ্টিনৰ নেতৃত্বত এটা শক্তিশালী বাহিনী ৰেংগুনৰ ফালে পঠিয়াই দিয়ে। যুদ্ধৰ পৰি-কল্পনা সুচিন্তিতভাৱে তৈয়াৰ কৰা হৈছিল আৰু জেনেৰেল গডউইনো

আছিল প্ৰথম ইংগ-ব্ৰহ্ম যুদ্ধৰ অভিজ্ঞতাৰে পৰিপুষ্ট। গতিকে ব্ৰিটিছ বাহিনী বিশেষ বাধাৰ সন্মুখীন হ'বলগীয়া নহ'ল। আঠ মাহৰ ভিতৰতে (এপ্ৰিল-নৱেম্বৰ, ১৮৫২) নামনি ব্ৰহ্মৰ প্ৰধান স্থানবোৰ ব্ৰিটিছৰ হাতলৈ আহিল। লৰ্ড ডেলহাউছি নিজে ছেপ্টেম্বৰ মাহত ৰেংগুনত উপস্থিত হয়। তেওঁ উজনি ব্ৰহ্ম জয় কৰিব খোজা নাছিল আৰু সেই কাৰণে নামনি ব্ৰহ্মৰ অভিযান সম্পূৰ্ণ কৰি ৰজা পগানমিনক সেই খণ্ড ব্ৰিটিছৰ কৰ্তৃত্বাধীন বুলি স্বীকৃতি দিবলৈ আহ্বান জনালে। ৰজাৰপৰা কোনো খবৰ নহাত ডেলহাউছিয়ে এখন অধ্যাদেশ জাৰি কৰি পেগু অৰ্থাৎ নামনি ব্ৰহ্ম ব্ৰিটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে (২০ ডিছেম্বৰ, ১৮৫২)। আভাৰ ৰজা ব্ৰিটিছৰ ওপৰত কষ্ট হৈয়েই ৰ'ল। ইংগ-ব্ৰহ্ম বিবাদৰ চূড়ান্ত সিদ্ধান্তৰ বাবে উভয় পক্ষই প্ৰায় চাৰি দশক কাল অপেক্ষা কৰিবলগীয়া হয়।

### (গ) আফগানিস্তান

**দুৰানী বংশ আৰু ব্ৰিটিছৰ উত্তৰ-পশ্চিম সীমান্ত নীতি:**
আহমদ ছাহ দুৰানীৰ (১৭৪১-১৭৭৩) ৰাজত্ব কালতে ভাৰতত ৰাজনৈতিক আধিপত্য বিস্তাৰৰ প্ৰশ্ন লৈ আফগান আৰু ব্ৰিটিছৰ মাজত সংঘৰ্ষ হোৱাৰ সম্ভাৱনাই দেখা দিয়ে। পাণিপথৰ তৃতীয় যুদ্ধত মৰাঠা-সকল পৰাজিত হোৱাত ব্ৰিটিছসকলেই আহমদ ছাহৰ একমাত্ৰ প্ৰতিদ্বন্দ্বী হৈ ৰ'ল, কিন্তু আহমদ ছাহে ব্ৰিটিছৰ লগত শক্তিৰ পৰীক্ষা কৰিবলৈ কোনো সুযোগ নাপালে। । ইতিমধ্যে আফগানিস্তানৰ অভ্যন্তৰীণ পৰিস্থিতি আহমদ ছাহৰ প্ৰতিকূল হৈ পৰে আৰু সেই কাৰণে তেওঁ স্বদেশলৈ উভতি যাবলগীয়া হয়। তেওঁৰ ভাৰত অভিযান অসম্পূৰ্ণ হৈয়েই ৰ'ল। আহমদ ছাহ আফগানিস্তানলৈ ঘূৰি যোৱাত ব্ৰিটিছ চৰকাৰে স্বস্তিৰ নিশ্বাস পেলালে।

আহমদ ছাহ দুৰানীৰ মৃত্যুৰ পাছত তেওঁৰ পুতেক টাইমুৰ ছাহে সিংহাসনত আৰোহণ কৰিলে (১৭৭৩)। আহমদ ছাহৰ পুতেক হ'লেও তেওঁৰ গাত কোনো ৰাজোচিত গুণ নাছিল। গতিকে তেওঁ দুৰানী বংশৰ সন্মান বৃদ্ধি কৰিবলৈ অপাৰগ হ'ল। তেওঁৰ উত্তৰাধিকাৰী জামান ছাহে (১৭৯৩-১৮০০) নাদিৰ ছাহ আৰু আহমদ ছাহ

জুবানীৰ দৰে ভাৰত আক্ৰমণ কৰাৰ পৰিকল্পনা কৰে। মহিছুৰৰ টিপু চুলতানেও বি্‌টিছৰ বিপক্ষে সহায় বিচাৰি তেওঁৰ কাষ চাপে। জামান ছাহৰ আক্ৰমণ আশংকা কৰিয়েই বি্‌টিছ চৰকাৰে ১৮০০ চনত পাৰস্যৰ লগত এখন মিত্ৰতামূলক সন্ধি সম্পাদন কৰে। অৱশ্যে জামান ছাহৰ ভাৰত অভিযানৰ বাসনা অসম্পূৰ্ণ হৈয়ে ৰ'ল। তেওঁ পঞ্জাব আক্ৰমণ কৰিছিল যদিও নিজৰ গাদী ৰাখিবৰ কাৰণে স্বদেশলৈ ঘূৰি যাবলৈ বাধ্য হয়; ১৮০০ চনত তেওঁৰ ককায়েক মামুদে তেওঁক পৰাজিত কৰি কাবুলৰ সিংহাসন অধিকাৰ কৰে। সিংহাসন হেৰুৱাই জামান ছাহে বি্‌টিছৰ আশ্ৰয়প্ৰাৰ্থী হৈ লুধিয়ানাতে বাকী জীৱন অতিবাহিত কৰিবলগীয়াত পৰিল।

মামুদ ছাহে সুখেৰে ৰাজপাট ভোগ কৰিব নোৱাৰিলে। ১৮০৩ চনত ছুজা্‌ মিৰ্জাই গাদীচ্যুত কৰি নিজে কাবুলৰ আমিৰ হয়। ছাহ ছুজাৰ ৰাজত্বকালতে (১৮০৩-১৮০৯) ফৰাছী বাহিনীয়ে পাৰস্য আৰু আফগানিস্তানৰ মাজেদি ভাৰতৰ ফালে অগ্ৰসৰ হোৱাৰ সম্ভাৱনাই দেখা দিয়ে। ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তৰ নিৰাপত্তাৰ কাৰণে ব্ৰিটিছ চৰকাৰে পাৰস্যৰ লগত পুনৰবাৰ এটা বুজা-পৰাত উপনীত হয় (১৮০৮) আৰু আফগান আমিৰ ছাহ ছুজাৰ লগতো এখন সন্ধি স্থাপন কৰিবলৈ চেষ্টা কৰে। ছাহ ছুজা বি্‌টিছৰ প্ৰতি সহানুভূতিশীল আছিল যদিও বি্‌টিছৰ লগত সন্ধি কৰিবলৈ কোনো সময় নাপালে। ১৮০৯ চনত গণ্ডামাকৰ যুদ্ধত মামুদৰ হাতত পৰাজিত হৈ আফগানিস্তান তেওঁ ত্যাগ কৰিব-লগীয়াত পৰে। বহুত দিন অনাই-বনাই ঘূৰি ফুৰি শেষত তেওঁ জামান ছাহৰ দৰে বি্‌টিছৰ আশ্ৰয়তে থাকিবলগীয়া হয়।

মামুদ ছাহৰ দ্বিতীয় ৰাজত্বৰ কালচোৱাতে বৰকজাই নামৰ এটা আফগান পৰিয়াল প্ৰভাৱশালী হৈ উঠে। বৰকজাই পৰিয়ালৰ সহায়-সমৰ্থনতহে মামুদ ছাহে সিংহাসন লাভ কৰিছিল; গতিকে তেওঁ সেই পৰিয়ালৰ কৰ্তৃত্ব উলাই কৰিব নোৱাৰিলে। ইকালে তেওঁ বৰক-জাইৰ ফৈদৰ ক্ষমতাত সন্তুষ্ট নহ'ল। বৰকজাইৰ কৰ্তৃত্বৰপৰা নিজকে ৰক্ষা কৰিবলৈ মামুদে ভায়েক কামৰাণৰ লৈতে অভিসন্ধি কৰি বৰক-জাইৰ নেতা ফটে খানক ১৮১৮ চনত নৃশংসভাৱে হত্যা কৰে। এই হত্যাকাণ্ডত ফটে খানৰ ভায়েকসকল অতিশয় ক্ৰোধান্বিত হ'ল। তেওঁ-

লোকে দোস্ত মহম্মদৰ নেতৃত্বত মামুদ ছাহৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। পদে পদে ঘাটি খাই মামুদ ছাহ হিৰাটলৈ পলাল আৰু আফগানিস্তানৰ বাকী অঞ্চল দোস্ত মহম্মদৰ হস্তগত হ'ল। ১৮২৬ চনত দোস্ত মহম্মদে নিজকে কাবুলৰ আমিৰ বুলি ঘোষণা কৰিলে। তেৱেঁই হ'ল বৰকজাই বংশৰ প্ৰথম ৰজা। ডুৰানী বংশৰ মামুদ ছাহ আৰু তেওঁৰ পাছত তেওঁৰ ভায়েক কামৰানে পাৰস্যৰ ওচৰত বশ্যতা স্বীকাৰ কৰি হিৰাটতে ৰাজত্ব কৰি থাকিল।

## প্ৰথম ইংগ-আফগান যুদ্ধ (১৮৩৮-৪২)

দোস্ত মহম্মদ কাবুল সিংহাসনত উঠিল যদিও তেওঁ শান্তিপূৰ্ণভাৱে ৰাজত্ব কৰিব নোৱাৰিলে। তেওঁৰ দিনতে পঞ্জাবৰ পৰাক্ৰমী ৰজা ৰণজিৎ সিঙে পেছোৱাৰখন অধিকাৰ কৰে আৰু বাৰংবাৰ চেষ্টা কৰিও তেওঁ সেই ঠাইখন উদ্ধাৰ কৰিব নোৱাৰিলে। ১৮৩৩ চনত আফগানিস্তানৰ ভূতপূৰ্ব আমিৰ চাহ ছুজাই তেওঁক আক্ৰমণ কৰে; অৱশ্যে তেওঁ এই আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ সক্ষম হয়। ইফালে হিৰাটৰ ৰজা কামৰানে পাৰস্যৰ ছাহৰে সৈতে লগলাগি কাবুল আক্ৰমণ কৰাৰ পৰিকল্পনা কৰে। এনেকৈ এটাৰ পাছত আন এটা বিপদৰ সন্মুখীন হোৱাৰ কাৰণে দোস্ত মহম্মদে ব্ৰিটিছৰ লগত মিত্ৰতা স্থাপন কৰিবলৈ প্ৰয়াস কৰে। সেয়ে ১৮৩৬ চনৰ মাৰ্চ মাহত নতুন গভৰ্নৰ জেনেৰেল লৰ্ড অ'কলেণ্ড ভাৰতত উপস্থিত হোৱাত কাবুলৰ আমিৰে তেওঁলৈ অভিনন্দনসূচক এটা বাৰ্তা পঠিয়ায়। ইয়াৰ দুমাহ মানৰ পাছতে তেওঁ পঞ্জাব আৰু পাৰস্যৰ বিৰুদ্ধে ব্ৰিটিছৰ সাহায্য বিচাৰি লৰ্ড অ'কলেণ্ডৰ 'কাষ চাপে। কিন্তু গভৰ্নৰ জেনেৰেলে আন ৰাজ্যৰ অভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ কৰিবলৈ অসন্মতি প্ৰকাশ কৰে।

অ'কলেণ্ডৰ অ-হস্তক্ষেপ নীতি বেছি দিন স্থায়ী নহ'ল। দোস্ত মহম্মদে ব্ৰিটিছ সাহায্যৰ কোনো আশা নেদেখি পাৰস্য আৰু ৰাছিয়াৰ লগত বন্ধুত্ব স্থাপন কৰিবলৈ চেষ্টা কৰে। দোস্ত মহম্মদৰ প্ৰচেষ্টাত ব্ৰিটিছ মন্ত্ৰীসভা অধিক সন্ত্ৰস্ত হৈ উঠে। আফগানিস্তানত ৰুছ প্ৰাধান্য স্থাপন হ'লে ভাৰতৰ উত্তৰ-পশ্চিম সীমান্ত সম্পূৰ্ণ বিপদাপন্ন হৈ পৰিব আৰু সেই কাৰণে ব্ৰিটিছ মন্ত্ৰীসভাই লৰ্ড অ'কলেণ্ডক প্ৰয়োজন অনুসৰি

আফগানিস্তানৰ ৰাজনীতিত হস্তক্ষেপ কৰিবলৈ নির্দেশ দিয়ে। লর্ড অ'কলেণ্ডে নিজেও পাৰস্য আৰু আফগানিস্তানৰ মাজেদি ৰুছসকলে ভাৰত আক্রমণ কৰিব পাৰে বুলি বিশ্বাস কৰিছিল, গতিকে তেওঁ এইবাৰ দোস্ত মহম্মদৰে সৈতে এটা বুজাপৰালৈ আহিবলৈ চেষ্টা কৰে। ১৮৩৭ চনত কেপ্টেইন আলেকজেণ্ডাৰ বার্নেছক (Alexander Burnes) কাবুললৈ পঠিওৱা হয়। বার্নেছৰ মিছনটো বাণিজ্যিক বুলি অভিহিত কৰা হ'ল যদিও, ইয়াৰ উদ্দেশ্য আছিল সম্পূর্ণ ৰাজনৈতিক। দোস্ত মহম্মদেও বিট্রিছৰ লগত সন্ধি স্থাপন কৰিবলৈ ইচ্ছা প্রকাশ কৰে; কিন্তু তাৰ বিনিময়ত পেছোৱাৰ দাবী কৰিলে। পেছোৱাৰ আছিল বিট্রিছ বন্ধু ৰণজিৎ সিঙৰ অধীনত। বিট্রিছ চৰকাৰে ৰণজিতৰ বিপক্ষে গৈ আফগানিস্তানৰ লগত বন্ধুত্ব স্থাপন কৰিবলৈ ইচ্ছা নকৰিলে। গতিকে বার্নেছৰ আলোচনা নিষ্ফল হ'ল আৰু তেওঁ ভাৰতলৈ উলটি আহিল। ইতিমধ্যে ৰুছসকলৰ প্রৰোচনাত পাৰস্যই ১৮৩৭ চনৰ নৱেম্বৰ মাহত আফগান সীমান্তৰ সামৰিক গুৰুত্বপূর্ণ এলেকা হিৰাটখন অৱৰোধ কৰে। হিৰাট অৱৰোধে বিট্রিছ চৰকাৰৰ উদ্বেগ দুগুণে বৃদ্ধি কৰে, কিয়নো ইয়াৰপৰা ভাৰত আক্রমণ কৰিবলৈ ৰুছসকলে অধিক সুবিধা লাভ কৰিব পাৰে। হিৰাটক ৰক্ষা কৰিবলৈ আফগানসকলৰ লগত বিট্রিছ সামৰিক বিষয়া এলড্রেড পটিনজাৰেও (Eldred Pottinger) যথেষ্ট চেষ্টা কৰে। পাৰস্যই শেষত হিৰাটৰ অৱৰোধ তুলি ল'বলৈ বাধ্য হয় (ছেপ্টেম্বৰ, ১৮৩৮)।

ইফালে দোস্ত মহম্মদে বিট্রিছ চৰকাৰৰ লগত মিত্রতা স্থাপন কৰিব নোৱাৰি ৰুছসকলৰ প্রতি বন্ধুভাবাপন্ন হৈ পৰে। আগতে অৱজ্ঞা কৰা ৰুছ দূত ভিকটেভিটচক্ (Viktevitch) তেওঁ কাবুললৈ আমন্ত্রণ জনালে। দোস্ত মহম্মদৰ ৰুছ-প্রীতিত লর্ড অ'কলেণ্ড ক্রুদ্ধ হ'ল। তেওঁ দোস্ত মহম্মদক আফগানিস্তানৰপৰা খেদি তেওঁৰ ঠাইত বিট্রিছৰ আশ্রয়প্রার্থী চাহ চুজাক প্রতিষ্ঠিত কৰিবলৈ স্থিৰ কৰিলে। এই মর্মে অ'কলেণ্ডে ৰণজিৎ সিঙ আৰু চাহ চুজাৰ লগত এখন চুক্তি সম্পন্ন কৰে (২৬ জুন, ১৮৩৮)। এই ত্রিপক্ষীয় চুক্তিখনে প্রথম ইংগ-আফগান যুদ্ধৰ সূচনা কৰিলে।

লর্ড অ'কলেণ্ডৰ আফগান যুদ্ধখন সম্পূর্ণৰূপে অপ্রৰোচিত আছিল।

দোস্ত মহম্মদ হ'ল এখন স্বাধীন দেশৰ ৰজা ; তেওঁক অপসাৰণ কৰি আন এজন লোকক সিংহাসনত বহুৱাবলৈ অ'কলেণ্ডৰ কোনো বিধিসন্মত কিম্বা নৈতিক অধিকাৰ নাছিল। ব্ৰিটিছ বৈৰিতাই তেওঁক অপসাৰণ কৰাৰ একো যুক্তি হ'ব নোৱাৰে। তদুপৰি দোস্ত মহম্মদ হায়ে মনাভুৰে ব্ৰিটিছ বৈৰী আছিল বুলিও ক'ব নোৱাৰি ; বৰঞ্চ তেওঁ ব্ৰিটিছৰে সৈতে মিত্ৰতাসূত্ৰত আবদ্ধ হ'বলৈহে চেষ্টা কৰিছিল। ব্ৰিটিছে তেওঁৰ প্ৰতি সহানুভূতিশীল মনোভাব পোষণ নকৰাৰ কাৰণে তেওঁ নিজৰ নিৰাপত্তাৰ বাবে ৰাছিয়াৰ লগত বন্ধুত্ব স্থাপন কৰিবলৈ যত্নপৰ হৈ পৰে। ৰুছসকলৰ ভাৰত আক্ৰমণৰ আশংকা কৰি লৰ্ড অ'কলেণ্ড আফগান যুদ্ধত প্ৰবৃত্ত হৈছিল বুলি ভাবিবলৈকো কোনো অৱকাশ নাই। ইতিমধ্যে ১৮৩৮ চনৰ ছেপ্টেম্বৰ মাহত পাৰস্যই হিৰাট অৱৰোধ উঠাই লোৱাত আৰু ব্ৰিটিছ মন্ত্ৰীসভাৰ দাবীমতে কাবুলৰ ৰুছ দূতজনেও স্বদেশলৈ প্ৰত্যাবৰ্তন কৰাত ৰুছ আক্ৰমণৰ সম্ভাৱনা সম্পূৰ্ণভাৱে দূৰীভূত হয় অবিবেচকভাৱে যুদ্ধ আৰম্ভ কৰি লৰ্ড অ'কলেণ্ডে তাৰ ফল হাতে হাতে ভোগ কৰিলে। প্ৰচুৰ অৰ্থ আৰু জনবল ক্ষয় কৰিও তেওঁ আফগানিস্তানত স্থায়ীভাৱে ছাহ চুজাক প্ৰতিষ্ঠিত কৰিব নোৱাৰিলে। শেষত অপযশৰ পাত্ৰ হৈ তেওঁ স্বদেশলৈ ঘূৰি যাবলগীয়া হ'ল।

সি যি কি নহওক, যুদ্ধত প্ৰবৃত্ত হোৱাৰ আগতে লৰ্ড অ'কলেণ্ডে দোস্ত মহম্মদৰ ওপৰতে সমস্ত দোষ জাপি দি ছিমলাৰপৰা এখন ঘোষণাপত্ৰ জাৰি কৰে (১ অক্টোবৰ, ১৮৩৮)। এই ঘোষণাপত্ৰৰ পাছতে ছাহ চুজাক লৈ ছাৰ জন কিন আৰু ছাৰ উইলবি কটনে 'সিন্ধু বাহিনী'সহ ফিৰোজপুৰৰপৰা কাবুললৈ যাত্ৰা আৰম্ভ কৰে। এই বাহিনীটো পঞ্জাবৰ মাজেদি কাবুলৰ ফালে অগ্ৰসৰ হোৱাৰ কথা আছিল, কিন্তু ৰণজিৎ সিঙে ইয়াত আপত্তি জনোৱাত ব্ৰিটিছ বাহিনীটোৱে ভৱলপুৰ, সিন্ধু, বেলুচিস্তান, বোলান আৰু খোজাক হৈ যাবলগীয়া হয়। প্ৰায় ১০০০ মাইল দীঘল দুৰ্গম গিৰিপথৰ বাটছোৰা অতিক্ৰম কৰোঁতেই বহু সংখ্যক সৈনিক মৃত্যু মুখত পৰে। ইকালে ৰণজিৎ সিঙৰ নেতৃত্বত শিখ বাহিনীটোৱে ছাহ চুজাৰ পুতেক টাইমুৰক লৈ খাইবাৰ গিৰিপথেদি আফগানিস্তানত প্ৰৱেশ কৰিলে। প্ৰথম অৱস্থাত ব্ৰিটিছ পক্ষৰে জয় হয়।

ছাৰ জন কিনে ১৮৩৯ চনৰ এপ্ৰিল মাহত কান্দাহাৰ, জুলাই মাহত গজনী আৰু আগষ্ট মাহত কাবুল দখল কৰে। ১৮৪০ চনত দোস্ত মহম্মদে উপায়হীন হৈ ব্ৰিটিছৰ ওচৰত আত্মসমৰ্পণ কৰে। তেওঁক বন্দী কৰি কলিকতালৈ পঠিয়াই দিয়া হ'ল।

ব্ৰিটিছ বাহিনীৰ সাহায্যত ছাহ ছুজা কাবুলৰ সিংহাসনত উঠিল কিন্তু তেওঁক আফগানসকলে গ্ৰহণ কৰিবলৈ টান পালে। জনসমৰ্থনৰ-পৰা বঞ্চিত হৈ তেওঁ ৰাজ্য শাসন কৰিবলৈ অপাৰগ হ'ল আৰু শেষত আত্মৰক্ষাৰ্থে কাবুলৰ বলাহিছাৰ দুৰ্গত আশ্ৰয় ল'বলগীয়াত পৰিল। ছাহ ছুজাক ৰক্ষণাবেক্ষণ দি ব্ৰিটিছ বাহিনী কাবুলতে থাকিল। সৈন্য-বাহিনীৰ ভৰণ-পোষণ দিওঁতে ব্ৰিটিছ চৰকাৰৰ অযথা বহুত টকা ক্ষয় হ'ল আৰু আনফালে আফগানসকলৰ বিৰূপ মনোভাৱৰ বাবে চৰকাৰৰ ৰাজনৈতিক উদ্দেশ্যও সাধিত নহ'ল। এনে অৱস্থাত কোম্পানিৰ ইংলেণ্ডৰ সঞ্চালক সভাই গৱৰ্ণৰ জেনেৰেলক আফগানিস্তানৰপৰা ঘূৰি আহিবলৈ পৰামৰ্শ আগবঢ়ালে। আফগানিস্তানৰপৰা গুচি আহিলেই লৰ্ড অ'কলেণ্ডৰ আফগান নীতি ভুল বুলি প্ৰমাণিত হ'ব আৰু তাকে কৰিবলৈ অ'কলেণ্ড ৰাজী নহ'ল। আফগান বিষয়ৰ মুখ্য ৰাজনৈতিক উপদেষ্টা ছাৰ উইলিয়াম মেকনাটেনে (Sir William Macnaghten) আফগানিস্তানৰ পৰিস্থিতি ব্ৰিটিছৰ অনুকূল হৈ উঠিব বুলিও লৰ্ড অ'কলেণ্ডক আশ্বাস দিলে। মেকনাটেনে ভবামতে কাম নহ'ল, স্বাধীনতাপ্ৰিয় আফগানসকলৰ ব্ৰিটিছবিদ্বেষ অধিক তীব্ৰ হৈহে উঠিল। এনে সময়তে লৰ্ড অ'কলেণ্ডে ব্ৰিটিছ সৈন্যাধ্যক্ষৰ মতৰ বিপৰীতে কাবুলত থকা সৈন্যবাহিনীৰ কাৰণে ছাৰ কটনৰ ঠাইত এলফিনষ্ট'নক নিয়োগ কৰে (এপ্ৰিল, ১৮৪১)। বয়স বেছি হোৱাৰ কাৰণে এলফিন-ষ্ট'নৰ কৰ্মদক্ষতা বহু পৰিমাণে হ্ৰাস পাইছিল আৰু তেনে এজন ব্যক্তিকে নিযুক্তি দিয়াত ব্ৰিটিছ পক্ষৰ বিপদ ঘনীভূত হৈ উঠিল। ইতিমধ্যে ১৮৩৯ চনত ৰণজিৎ সিঙৰো মৃত্যু ঘটাত ব্ৰিটিছসকল পঞ্জাবৰ সক্ৰিয় সহায়ৰপৰাও বঞ্চিত হ'ল।

১৮৪১ চনত আফগানসকলে দোস্ত মহম্মদৰ ভায়েক আকবৰ খানৰ নেতৃত্বত ব্ৰিটিছৰ বিপক্ষে থিয় দিয়ে। ২ নবেম্বৰ তাৰিখে কেইজনমান লোকে ব্ৰিটিছ সৈন্যবাহিনীৰ ব্যভিচাৰিতাৰ প্ৰতিশোধ ল'বলৈ কেপ্টেইন

বাৰ্নেছে, তেওঁৰ ভায়েক চাৰ্লছ আৰু লেফটেনাণ্ট উইলিয়াম ব্ৰডফুটক দিন দুপৰতে হত্যা কৰে। বি্ৰটিছ বাহিনীৰ খাদ্যসম্ভাৰ আৰু খাৰ-বাৰুদ আদিও আফগানসকলৰ হাতলৈ আহিল। খোৱা বস্তুৰ অভাৱত সৈন্যবাহিনীৰ জীৱন ধাৰণ কৰাই অসম্ভৱ হৈ পৰিল। এনে অৱস্থাত মেকনাটেনে আকবৰ খানৰ লগত এখন সন্ধি কৰে (১১ ডিচেম্বৰ, ১৮৪১)। চৰ্ত অনুসৰি মেকনাটেন সৈন্যবাহিনী অপসাৰণ কৰিবলৈ আৰু দোস্ত মহম্মদক মুক্তি দান দিবলৈ প্ৰতিশ্ৰুত হ'ল। মেকনাটেনে অৱশ্যে বাধ্যত পৰিহে আকবৰ খানৰ লগত সন্ধি কৰিছিল; সন্ধিৰ চৰ্তাৱলী কাৰ্য্যকৰী কৰাৰ কোনো অভিপ্ৰায় তেওঁৰ নাছিল। সন্ধিত স্বাক্ষৰ দান কৰি উঠিয়েই তেওঁ আকবৰ খানৰ বিৰুদ্ধে এটা ষড়যন্ত্ৰ কৰে। ষড়যন্ত্ৰৰ কথা প্ৰকাশ পোৱাত তেওঁ কেপ্টেইন ট্ৰেভৰৰ সৈতে মেকনা-টেনক হত্যা কৰে। এনেকুৱা পৰিস্থিতিত সেনাপতি এলফিনষ্ট'নে আফগানসকলৰ হাতত সকলো অস্ত্ৰ-শস্ত্ৰ সমৰ্পণ কৰি ১৬,৫০০ সৈন্য সমন্বিতে ৬ জানুৱাৰি তাৰিখে (১৮৪২) ভাৰতৰ ফালে বাওনা হয়। আকবৰ খানে তেওঁলোক নিৰাপদে ঘূৰি যাব পাৰিব বুলি আশ্বাস দিছিল, কিন্তু আফগানসকল বি্ৰটিছৰ ওপৰত ইমান ক্ৰুষ্ট হৈ পৰিছিল যে আকবৰ খানে তেওঁলোকক সংযত কৰি ৰাখিব নোৱাৰিলে। আফগানসকলৰ অবিৰাম গুলীবৰ্ষণৰ ফলত বি্ৰটিছ সৈন্যবাহিনী নিপাত হ'ল। এলফিনষ্ট'ন, পটিঞ্জাৰ, লৰেন্সকে আদি কৰি কিছুসংখ্যক লোকে আকবৰ খানৰ হাতত আত্মসমৰ্পণ কৰি কোনোমতেহে ৰক্ষা পৰিল। এইকেইজনক বাদে ৬ জানুৱাৰি তাৰিখে যাত্ৰা আৰম্ভ কৰা ১৬,৫০০ জন লোকৰ ভিতৰত ডাক্টৰ ব্ৰাইডন নামৰ মাত্ৰ এজন বি্ৰটিছ বিষয়াইহে ভাগ্যক্ৰমে জালালাবাদত উপস্থিত হয় (১১ জানুৱাৰি)। অসীম বীৰত্বেৰে যুঁজি তেতিয়াও ছেল আৰু ব্ৰডফুটে জালালাবাদ, নট আৰু ৰলিনছনে কান্দাহাৰ ৰক্ষা কৰি আছিল। তথাপি মূল বাহিনীৰ বিপৰ্যয়ে লৰ্ড অ'কলেণ্ডৰ সন্মান বহু পৰিমাণে লাঘৱ কৰিলে। ১৮৪২ চনৰ ফেব্ৰুৱাৰি মাহত তেওঁ পদত্যাগ কৰি স্বদেশলৈ উলটি গ'ল।

লৰ্ড অ'কলেণ্ডৰ ঠাইত এইবাৰ লৰ্ড এলেনবৰ'ক ভাৰতৰ গভৰ্ণৰ জেনেৰেল কৰি পঠিওৱা হ'ল। নতুন গভৰ্ণৰ জেনেৰেলে ভাৰতত উপস্থিত হৈয়েই বি্ৰটিছ বাহিনীৰ সামৰিক গৌৰৱ পুনৰুদ্ধাৰৰ ক্ষেত্ৰুকে

আফগানসকলৰ ওপৰত চৰম প্ৰতিশোধ লোৱাৰ কথা ঘোষণা কৰে। কিন্তু ইয়াৰ পাছতে তেওঁ আফগানসকলৰ হাতত জেনেৰেল ইংলেণ্ড আৰু কেপ্টেইন পামাৰৰ পৰাজয়ৰ বাতৰি পোৱাত প্ৰতিশোধমূলক মনোভাব ত্যাগ কৰিবলগীয়াত পৰে। আফগানিস্তানত থকা বাকী সৈন্যসকলক ৰক্ষা কৰিবৰ নিমিত্তে তেওঁ জালালাবাদ আৰু কান্দাহাৰৰ-পৰা তৎক্ষণাৎ সৈন্যবাহিনী অপসৰণ কৰিবলৈ প'ল'ক আৰু নটক নিৰ্দেশ দিলে। প'ল'ক আৰু নটে তেনেকৈ গুচি আহিবলৈ টান পাই এটাৰ পিছত আন এটা অজুহাত দৰ্শাই নিজৰ নিজৰ ঠাইতে থাকিল। এনেকুৱা অৱস্থাত লৰ্ড এলেনবৰ'ই পৰোক্ষভাৱে তেওঁলোকক নিজ অভিৰুচি অনুসৰি কাৰ্য্য সম্পন্ন কৰিবলৈ অধিকাৰ দিয়ে। অৱশ্যে অপসৰণ কৰাৰ আদেশ আগৰ দৰেই বাহাল থাকিল।

লৰ্ড এলেনবৰ'ৰ পৰোক্ষ সমৰ্থন লাভ কৰি জৰ্জ প'ল'কে ৮০০০ সৈন্য লৈ ২০, আগষ্টৰ দিনা (১৮৪২) জালালাবাদৰপৰা কাবুল অভিমুখে যাওনা হয়। বাটত তেওঁ জগদলক আৰু তেজিনৰ যুদ্ধত আফগান-সকলক পৰাস্ত কৰি ১৩ ছেপ্টেম্বৰ তাৰিখে কাবুলত প্ৰবেশ কৰে। ইয়াৰ চাৰি দিনৰ পাছতে উইলিয়াম নটো কান্দাহাৰৰপৰা আহি কাবুলত উপস্থিত হয়। দুয়োজন সেনাপতি এইবাৰ মিলিত হৈ কাবুল বাসীৰ ওপৰত চৰম প্ৰতিশোধ ল'লে। তেওঁলোকে বহুসংখ্যক লোকক গুলিয়াই হত্যা কৰে আৰু কাবুল ত্যাগ কৰাৰ আগতে বজাৰখনো সম্পূৰ্ণৰূপে ভস্মীভূত কৰি থৈ আহে। ১৮৪২ চনৰ অক্টোবৰ মাহত তেওঁলোকে আকবৰ খানৰ হাতত বন্দী হৈ থকা ১২০ জন লোকক লগত লৈ ফিৰোজপুৰত উপস্থিত হয়। গভৰ্ণৰ জেনেৰেল লৰ্ড এলেন-বৰ'ই তেওঁলোকক তাতে বিপুলভাৱে সম্বৰ্ধনা জনালে। ইফালে দোস্ত মহম্মদক বন্দীশালৰপৰা মুকলি কৰি দিয়া হয়। বিট্ৰিচ চৰকাৰে তেওঁক আমিৰ বুলি স্বীকৃতি দিলে। দোস্ত মহম্মদৰ ৰাজত্বৰ দ্বিতীয় কালছোৱা (১৮৪২-৬৩) শান্তিপূৰ্ণ হয়। তেওঁৰ পৰৱৰ্তী আমিৰ ছেৰ আলিৰ দিনত পুনৰ ইংগ-আফগান বিবাদৰ সূত্ৰপাত হ'ল।

## (ঘ) সিন্ধু প্ৰদেশ

**সিন্ধু প্ৰদেশৰ পতন:** পঞ্জাবৰ দক্ষিণে সিন্ধু নদৰ নামনিত সিন্ধু প্ৰদেশ অৱস্থিত। সিন্ধু প্ৰদেশখনে প্ৰথমে আফগানসকলৰ কৰ্তৃত্ব স্বীকাৰ

কৰিছিল, কিন্তু অষ্টাদশ শতিকাৰ শেষ ভাগৰপৰা তালপুৰা নামৰ এটা বেলুছী ফৈদৰ নেতৃত্বত সিন্ধু প্ৰদেশখন প্ৰায় স্বাধীন হৈ পৰে। তালপুৰা ফৈদৰ তিনিটা প্ৰধান শাখাৰ তিনিজন নায়কে খৈৰপুৰ, মিৰপুৰ আৰু হায়দৰাবাদত নিজ নিজ প্ৰাধান্য বিস্তাৰ কৰে। নায়ককেইজনক মিৰ বা আমিৰ বুলি কোৱা হয়।

সিন্ধু প্ৰদেশৰ লগত ব্ৰিটিছৰ সম্পৰ্ক আৰম্ভ হয় অষ্টাদশ শতিকাৰ দ্বিতীয়াৰ্ধৰপৰা। ১৭৫৮ চনতে তেওঁলোকে ঠাটত এটা কাৰখানা স্থাপন কৰে, কিন্তু তাৰ কেইবছৰমানৰ পাছতে ইয়াক বন্ধ কৰিবলগীয়া হয়। তালপুৰা মিৰসকলৰ লগতো তেওঁলোকে বাণিজ্যিক সম্পৰ্ক স্থাপন কৰিবলৈ যত্ন কৰিছিল, কিন্তু সেই চেষ্টা ফলৱতী নহ'ল। ১৮০৯ চনত গভৰ্নৰ জেনেৰেল লৰ্ড মিন্টোৱে সিন্ধু প্ৰদেশৰপৰা ফৰাচী প্ৰভাব লুপ্ত কৰিবৰ উদ্দেশ্যে মিৰসকলৰ লগত এখন সন্ধি স্বাক্ষৰিত কৰে। এই সন্ধিখন ১৮২০ চনত পুনৰ নবীকৰণ কৰা হয়।

১৮৩১ চনত কেপ্টেইন আলেকজেণ্ডাৰ বাৰ্নেছ সিন্ধু নদীয়েদি উজাই গৈ লাহোৰত উপস্থিত হোৱাত ব্ৰিটিছ চৰকাৰে সিন্ধু উপত্যকাৰ বাণিজ্যিক আৰু ৰাজনৈতিক গুৰুত্বৰ কথা উপলব্ধি কৰিলে। এই সময়ৰপৰা সিন্ধু প্ৰদেশৰ বিপদ ঘনীভূত হৈ উঠিল বুলি ক'ব পাৰি। পঞ্জাবৰ ৰণজিৎ সিঙেও সিন্ধু প্ৰদেশত নিজৰ প্ৰাধান্য বিস্তাৰ কৰিবলৈ মন কৰি প্ৰথমে ব্ৰিটিছ কৰ্তৃপক্ষৰ লগত এটা বুজা-পৰাৰ্লৈ আহিবলৈ চেষ্টা কৰে (১৮০১), কিন্তু গভৰ্নৰ জেনেৰেল লৰ্ড বেণ্টিংকে তেওঁক বিমুখ কৰিলে। ব্ৰিটিছৰ বিৰূপ মনোভাবৰ বাবে ৰণজিৎ সিঙে সিন্ধু বিজয়ৰ আশা পৰিত্যাগ কৰিবলগীয়া হয়। ইতিমধ্যে সিন্ধু প্ৰদেশত ব্ৰিটিছৰ প্ৰভাৱ বৃদ্ধি পাবলৈ ধৰিলে। ১৮৩২ চনত (এপ্ৰিল) লৰ্ড বেণ্টিংকে একপ্ৰকাৰ জোৰ কৰি সিন্ধুৰ মিৰসকলৰপৰা কিছু বাণিজ্যিক সুবিধা আদায় কৰে। অৱশ্যে কোনো সামৰিক উদ্দেশ্য সাধন কৰিবলৈ সিন্ধুৰ জলপথ বা স্থলপথ ব্যৱহাৰ কৰা নহ'ব বুলি তেওঁ মিৰসকলক আশ্বাস দিয়ে। কিন্তু ১৮৩৮ চনত প্ৰথম ইংগ-আফগান যুদ্ধৰ সময়ত ব্ৰিটিছ বাহিনী সিন্ধুৰ মাজেদিয়েই প্ৰেৰণ কৰা হ'ল।

সেই একে বছৰতে লৰ্ড অ'কলেণ্ডে হায়দৰাবাদত এজন ব্ৰিটিছ ৰেছিডেণ্ট ৰখাৰ সিদ্ধান্ত কৰে। এই সিদ্ধান্ত মিৰসকলৰ বৰ মনঃপুত হোৱা

নাছিল, তথাপি বি্রটিছৰ বিৰুদ্ধাচৰণ কৰাৰ সাহসো তেওঁলোকৰ নহ'ল। গৱৰ্ণৰ জেনেৰেলে ছাৰ জেমছ আউট্ৰামক প্ৰথম ৰেছিডেণ্ট কৰি হায়দৰাবাদলৈ পঠিয়াই দিলে। ১৮৩১ চনৰপৰা এটা বি্রটিছ বাহিনীও হায়দৰাবাদত ৰখা হ'ল আৰু ইয়াৰ বিনিময়ত বি্রটিছ চৰকাৰে বছৰি তিনি লাখ টকা মিৰসকলৰপৰা দাবী কৰিলে। মিৰসকলে এই দাবী পূৰণ কৰিবলৈ বাধ্য হয়।

ইংগ-আফগান যুদ্ধৰ পাছত নতুন গৱৰ্ণৰ জেনেৰেল লৰ্ড এলেনবৰ'ই সিন্ধু প্ৰদেশখন বি্রটিছ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰাৰ মনস্থ কৰিলে। এই উদ্দেশ্য পূৰণ কৰিবলৈ তেওঁ মিৰসকলক বি্রটিছৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা বুলি অভিযুক্ত কৰি ছাৰ চাৰ্লছ নেপিয়াৰ নামৰ এজন উদ্ধত কৰ্মচাৰীক ৰেছিডেণ্ট হিচাপে নিযুক্তি দি হায়দৰাবাদলৈ পঠিয়াই দিয়ে ( ছেপ্টেম্বৰ, ১৮৪২ ) ; হায়দৰাবাদত উপস্থিত হৈয়েই নেপিয়াৰে বি্রটিছ সৈন্য-বাহিনীৰ ভৰণ-পোষণৰ বাবদ মিৰসকলৰপৰা পাবলগীয়া তিনি লাখ টকাৰ পৰিবৰ্তে সিন্ধু প্ৰদেশৰ এক খণ্ড নিজৰ হাতলৈ আনিলে। তদুপৰি তেওঁ মিৰসকলক মুদ্ৰা প্ৰচলন অধিকাৰৰপৰা বঞ্চিত কৰি বি্রটিছ মুদ্ৰা চলোৱাৰ ব্যৱস্থা কৰে। ইমানতে তেওঁ ক্ষান্ত নহ'ল · বি্রটিছ শক্তিৰ পৰিচয় দিবলৈ গৈ তেওঁ ইমামগড নামৰ বিখ্যাত দুৰ্গটো ভাঙি চূৰ্ণীকৃত কৰিলে (জানুৱাৰি, (১৮৪৩ )।

নেপিয়াৰৰ উত্তেজিত বেলুচীসকলৰ ধৈৰ্য্যৰ বান্ধ নোহোৱা হ'ল। ১৫ ফেব্ৰুৱাৰি (১৮৪৩) তাৰিখে তেওঁলোকে বি্রটিছ ৰেছিডেন্সি আক্ৰমণ কৰিলে। ইতিমধ্যে ছাৰ আউট্ৰাম তালৈ বদলি হৈ গৈছিল ; তেওঁ কোনোমতে পলাই গৈ এখন জাহাজত আশ্ৰয় লয়। ছাৰ নেপিয়াৰে সিন্ধুক পদানত কৰিবলৈ সদায় সুযোগ বিচাৰি ফুৰিছিল আৰু এতিয়া বি্রটিছ ৰেছিডেন্সি আক্ৰান্ত হোৱাত তেওঁ তত্তালিকে যুদ্ধ ঘোষণা কৰিলে। মিয়ানি (১৭ ফেব্ৰুৱাৰি, ১৮৪৩) আৰু দাবুৰ ( ২৪ মাৰ্চ, ১৮৪৩ ) যুদ্ধত মিৰসকল সম্পূৰ্ণৰূপে পৰাস্ত হ'ল। মিৰপুৰৰ মিৰ ছেৰ মহম্মদে কিছু সাহসেৰে বি্রটিছসকলৰ বিৰুদ্ধে থিয় দিছিল, কিন্তু তেওঁৰ চেষ্টাও নিষ্ফল হয়। লৰ্ড এলেনবৰ'ই আগষ্ট মাহত সমগ্ৰ সিন্ধু প্ৰদেশখন বি্রটিছ সাম্ৰাজ্যৰ লগত চামিল কৰিলে। সিন্ধুৰ মিৰসকলক দেশৰপৰা নিৰ্বাসিত কৰা হ'ল।

সিন্ধু প্ৰদেশৰ প্ৰতি লৰ্ড এলেনবৰ' আৰু ছাৰ চাৰ্লছ নেপিয়াৰৰ বৰ্বৰতম আচৰণ কোনো যুক্তিৰ ফালৰপৰা সমৰ্থনযোগ্য নহয়। সাম্ৰাজ্যবাদী শক্তিয়ে কেনে ধৰণৰ কূট-কৌশল অৱলম্বন কৰি পৰৰাজ্যৰ স্বাধীনতা হৰণ কৰিছিল, তাৰ এটা প্ৰমাণ সিন্ধুৰপৰাই পোৱা যায়। সিন্ধু বিজয় সংক্ৰান্ত নীতিত কোম্পানিৰ ইংলেণ্ডস্থ কৰ্তৃপক্ষয়ো গভীৰ অসন্তুষ্টি প্ৰকাশ কৰে ; অৱশ্যে তাৰ প্ৰতিকাৰ কৰিবলৈ তেওঁলোক আগবাঢ়ি নাহিল।

নবম অধ্যায়

# ব্ৰিটিছ গভৰ্নৰ জেনেৰেলসকল

## কোম্পানিৰ শাসনত গভৰ্নৰ জেনেৰেলসকল

অষ্টাদশ শতিকাৰ ভাৰতত ইষ্ট ইণ্ডিয়া কম্পেনিৰ শাসনৰ ঘাই কেন্দ্ৰ আছিল তিনিটা—কলিকতা, বোম্বাই আৰু মাদ্ৰাজ। প্ৰত্যেকটো কেন্দ্ৰকে প্ৰেছিডেন্সি বুলি কোৱা হয় আৰু প্ৰেছিডেন্সিৰ মুখ্য বিষয়াজন হ'ল প্ৰেছিডেন্ট অথবা গভৰ্নৰ। ১৭৫৭ চনৰ পাছত বংগদেশত ৰাজনৈতিক প্ৰাধান্য বিস্তাৰ কৰিবলৈ কোম্পানি সক্ষম হোৱাত কলিকতাৰ ফ'ৰ্ট উইলিয়াম দুৰ্গৰ গভৰ্নৰজন বংগদেশৰো গভৰ্নৰ হৈ পৰে। ১৭৭৩ চনৰ ৰেগুলেটিং আইন অনুসৰি বংগদেশৰ গভৰ্নৰজনেই গভৰ্নৰ জেনেৰেল পদলৈ উন্নীত হয়। বোম্বাই আৰু মাদ্ৰাজৰ গভৰ্নৰ দুজনো কিছু কিছু ক্ষেত্ৰত বংগদেশৰ গভৰ্নৰ জেনেৰেলৰ অধীন হৈ পৰে; অৱশ্যে ১৭৭৩ চনৰ আইনখনে গভৰ্নৰ জেনেৰেল আৰু গভৰ্নৰসকলৰ ক্ষমতা সুনিৰ্দিষ্ট কৰি দিয়া নাছিল। তথাপি সেই সময়ৰপৰা গভৰ্নৰ জেনেৰেলৰ প্ৰভাৱ ক্ৰমাৎ বৃদ্ধি পাবলৈ ধৰে। ১৮৩৩ চনত বংগদেশৰ গভৰ্নৰ জেনেৰেলজনক ভাৰতৰ গভৰ্নৰ জেনেৰেল কৰা হয়। মুঠতে কোম্পানিৰ গভৰ্নৰ জেনেৰেলসকলক দুটা ভাগত ভাগ কৰিব পাৰি। প্ৰথম ভাগত পৰে ৱাৰেন হেষ্টিংছ আৰু তেওঁৰ পৰৱৰ্তী গভৰ্নৰ জেনেৰেলসকল, তেওঁলোক আছিল ১৭৭৩ চনৰ আইন অনুসৰি ফ'ৰ্ট উইলিয়ামৰ গভৰ্নৰ জেনেৰেল। ১৮৩৩ চনৰ পাছৰ গভৰ্নৰ জেনেৰেলসকল দ্বিতীয় ভাগত পৰে; তেওঁলোক হ'ল ভাৰতৰ গভৰ্নৰ জেনেৰেল। লৰ্ড উইলিয়াম বেণ্টিংকেই আছিল ১৮৩৩ চনৰ আইন অনুসৰি ভাৰতৰ প্ৰথম গভৰ্নৰ জেনেৰেল।

১৮৫৮ চনত কোম্পানিৰ শাসনৰ ওৰ পৰিল যদিও গভৰ্নৰ জেনেৰেল পদবীৰ বিলোপ সাধন কৰা নহ'ল। গভৰ্নৰ জেনেৰেলৰ লগত ভাইচৰয় পদবীও জুৰি দিয়া হ'ল।

## লৰ্ড কৰ্ণৱালিছ (১৭৮৬-১৭৯৩)

ৱাৰেন হেষ্টিংচৰ দুৰ্নীতিপূৰ্ণ কাৰ্য্য-কলাপে ইংলেণ্ডৰ জনসাধাৰণৰ মনত তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰাত কোম্পানিৰ কৰ্তৃপক্ষই এজন সৎ আৰু কাৰ্য্যক্ষম ব্যক্তিক ভাৰতলৈ পঠিয়াবলৈ স্থিৰ কৰে। প্ৰথমতে মাদ্ৰাজৰ গভৰ্নৰ লৰ্ড মেকাৰ্টনিক গভৰ্নৰ জেনেৰেল পদৰ বাবে মনোনীত কৰা হয়, কিন্তু মেকাৰ্টনিয়ে কিছু অহেতুক দাবী উত্থাপন কৰাত কোম্পানিৰ কৰ্তৃপক্ষই লৰ্ড কৰ্নৱালিছক নিযুক্ত কৰিলে। লৰ্ড কৰ্নৱালিছক আগতে দুবাৰো (১৭৮২ আৰু ১৭৮৫) গভৰ্নৰ জেনেৰেলৰ পদ যচা হৈছিল, কিন্তু তেওঁৰ সেই পদৰ কাৰণে কোনো মোহ নাছিল। ১৭৮৬ চনত তেওঁ সন্মতি জ্ঞাপন কৰাত তেওঁক গভৰ্নৰ জেনেৰেল পদৰ উপৰিও সৈন্যাধ্যক্ষৰ পদো গ্ৰহণ কৰিবলৈ দিয়া হয়। তদুপৰি তেওঁক প্ৰয়োজন-বিশেষে গভৰ্নৰ জেনেৰেল পৰিষদৰ মতামত উপেক্ষা কৰিবৰো ক্ষমতা দান কৰা হয়। কলিকতাত উপস্থিত হৈ লৰ্ড কৰ্নৱালিছে চেপ্টেম্বৰ মাহত চাৰি জন মেকফাৰ্চনৰপৰা কাৰ্য্যভাৰ গ্ৰহণ কৰে। ১৭৮৫ চনৰ ফেব্ৰুৱাৰি মাহৰপৰা মেকফাৰ্চনেই অস্থায়ী গভৰ্নৰ জেনেৰেল হিচাপে কাৰ্য্যনিৰ্বাহ কৰিছিল।

গভৰ্নৰ জেনেৰেলৰ দায়িত্ব পালন কৰাত লৰ্ড কৰ্নৱালিছ অকণো বাধাৰ সন্মুখীন হোৱা নাছিল। ইংলেণ্ডৰ প্ৰধান মন্ত্ৰী উইলিয়াম পিট (সৰুজনা) আৰু নিয়ন্ত্ৰণ পৰিষদৰ প্ৰধান সভাপতি হেনৰি ডাণ্ডাছ তেওঁৰ ব্যক্তিগত বন্ধু আছিল। কোম্পানিৰ সঞ্চালক সভাৰ সদস্যসকলেও তেওঁৰে সৈতে সম্পূৰ্ণ সহযোগিতা কৰিছিল। তদুপৰি তেওঁ সহযোগিতা লাভ কৰিছিল জন শোৰ, চাৰ্লছ গ্ৰাণ্ট, জেমছ গ্ৰাণ্ট, চাৰ্লছ ষ্টুৱাৰ্ট, জনাথন ডানকান আদি কোম্পানিৰ অভিজ্ঞ ব্যক্তিসকলৰপৰা। এনেকুৱা অনুকূল পৰিবেশত লৰ্ড কৰ্নৱালিছৰ দৰে উচ্চ গুণবিশিষ্ট গভৰ্নৰ জেনেৰেল এজনৰ পক্ষে কোম্পানিৰ শাসনব্যৱস্থা উন্নীত কৰাটো বিশেষ কঠিন কাম নহ'ল।

## অভ্যন্তৰীণ শাসন

লৰ্ড কৰ্ণৱালিছৰ সময়ত কোম্পানিৰ বিভিন্ন কাৰ্য্য-কলাপ বাণিজ্যিক আৰু ৰাজস্ব বিভাগে সমাধা কৰিছিল। বাণিজ্যিক বিভাগে মূলধন বিনিয়োগৰপৰা বিবিধ পণ্য দ্ৰব্যাদি ৰপ্তানি কৰালৈকে সকলো বিষয় তদাৰক কৰিছিল· ৰাজস্ব বিভাগৰ দায়িত্ব আছিল ৰাজহ সংগ্ৰহ আৰু ভূমি সংক্ৰান্ত মামলা-মোকৰ্দমাৰ বিচাৰ। বিভাগ দুটাৰ বিষয়াসকলক এটাৰপৰা আনটোলৈ বদলি কৰাৰ নিয়ম আছিল। লৰ্ড কৰ্ণৱালিছে ১৭৮৯ চনত সেই বিভাগ দুটা সম্পূৰ্ণভাৱে পৃথক কৰি কোম্পানিৰ কৰ্মচাৰীসকলক যেই সেই এটা বিভাগত স্থায়ীভাৱে ৰখাৰ নিয়ম কৰে। ইয়াৰ ফলতে কোম্পানিৰ শাসন বহু পৰিমাণে নিকা হৈ পৰে আৰু কৰ্মচাৰীসকলেও নিজ নিজ ক্ষেত্ৰত দক্ষতা প্ৰদৰ্শন কৰিবলৈ অধিক সুবিধা পালে। তদুপৰি বাণিজ্যিক বিভাগৰ কাম-কাজবোৰ সুচাৰুৰূপে সম্পন্ন কৰিবৰ নিমিত্তে কৰ্ণৱালিছে বাণিজ্য মণ্ডলৰ ( Board of trade ) সদস্যৰ সংখ্যা এঘাৰ জনৰপৰা পাঁচ জনলৈ হ্ৰাস কৰে আৰু প্ৰয়োজনীয় পণ্য-দ্ৰব্যাদিৰ সৰবৰাহৰ কাৰণে পোনপটীয়াকৈ ভাৰতীয় বেপাৰীসকলৰ লগত চুক্তিবদ্ধ হোৱাৰ নিয়ম কৰে। ইযাৰ ফলত কোম্পানিয়ে উচিত দৰত বস্তু কিনি অধিক লাভ কৰিবলৈ সক্ষম হয়। লৰ্ড কৰ্ণৱালিছে ৰাজস্ব বিভাগটোকো দুটা ভাগত বিভক্ত কৰি এটা ভাগৰ ওপৰত দেৱানীৰ (ৰাজহ সংগ্ৰহ আৰু দেৱানী বিচাৰ) কাৰ্য্যভাৰ অৰ্পণ কৰে।

কৰ্ণৱালিছে জিলা শ'সনব্যৱস্থাৰো কিছু সাল-সলনি ঘটায়। বংগৰ প্ৰেচিডেন্সিৰ মুঠ ৩৫ খন জিলাৰ ঠাইত তেওঁ এতিয়া ২৩ খন জিলা স্থাপন কৰে। জিলাৰ শাসনভাৰ কলেক্টৰৰ হাতত থাকিল। কিন্তু তেওঁক সহায় কৰিবলৈ এতিয়া দুজন ইউৰোপীয় বিষয়া নিযোগ কৰা হয়। কোম্পানিৰ কৰ্মচাৰীসকলৰ অবৈধ উপাৰ্জন বন্ধ কৰিবলৈ তেওঁ সকলো কৰ্মচাৰীৰে বেতন বঢাই দিয়ে। তেওঁ কৰ্মচাৰীসকলৰ সততা আৰু কৰ্ত্তব্যনিষ্ঠাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছিল আৰু সেই কাৰণে কাৰ্য্যবিধি সম্বন্ধীয় কিছু নতুন নিয়ম প্ৰবৰ্ত্তন কৰে। এই নিয়মবোৰ 'কৰ্ণৱালিছ ক'ড' (Cornwallis Code) নামে জনাজাত।

বংগদেশৰ শান্তি আৰু শৃংখলা অটুট ৰাখিবলৈ কৰ্ণৱালিছে আৰক্ষী

ব্যৱস্থাৰো বিস্তৰ পৰিবৰ্তন সাধন কৰে। পূৰ্বতে জমিদাৰসকলে নিজ নিজ এলেকাত শান্তি ৰক্ষাৰ ভাৰ বহন কৰিব লাগিছিল, কিন্তু লৰ্ড কৰ্নৱালিছে তেওঁলোকক সেই দায়িত্বৰপৰা অব্যাহতি দি প্ৰতি জিলাতে কিছুমান আৰক্ষী চকী স্থাপন কৰে। প্ৰত্যেক আৰক্ষী চকীৰ কাৰণে একোজনকৈ দাৰোগা নিয়োগ কৰা হয়। জিলাৰ মেজিষ্ট্ৰেটৰ হাতত আৰক্ষীবিভাগৰ সকলো দায়িত্ব অৰ্পণ কৰা হয়। কলিকতাৰ শান্তি ৰক্ষাৰ কাৰণে লৰ্ড কৰ্নৱালিছে সুকীয়াকৈ এজন আৰক্ষী অধীক্ষক নিযুক্ত কৰে।

লৰ্ড কৰ্নৱালিছে বিচাৰ ব্যৱস্থাৰো সংস্কাৰ সাধন কৰে। ১৭৬৫ চনত বংগ, বিহাৰ আৰু উৰিষ্যাৰ দেৱানী লাভ কৰাৰ ফলস্বৰূপেই কোম্পানিয়ে দেৱানী বিচাৰৰ দায়িত্ব বহন কৰিব লগা হয়, কিন্তু ফৌজদাৰী বিচাৰ ব্যৱস্থা আছিল সম্পূৰ্ণ নবাবৰ হাতত। কৰ্নৱালিছে দেৱানী ব্যৱস্থাৰ পৰিবৰ্তন সাধন কৰাৰ লগতে ফৌজদাৰী বিচাৰো কোম্পানিৰ হাতলৈ আনে। দেৱানী বিচাৰৰ বাবে প্ৰতিখন জিলাত একোজন ইংৰাজ বিচাৰকৰ অধীনত একোখনকৈ জিলা আদালত গঠন কৰা হয়। ইংৰাজ বিচাৰকজনক সহায় কৰিবৰলৈ কেইজনমান দেশীয় আইনজ্ঞকো নিয়োগ কৰা হয়। সাধাৰণ ধৰণৰ দেৱানী মোকৰ্দমা বিচাৰৰ ভাৰ সদৰ আমিন আৰু মুন্সিফ আদালতৰ হাততে অৰ্পণ কৰা হয়। জিলা আদালতৰ ওপৰত কলিকতা, ঢাকা, মুৰ্শিদাবাদ আৰু পাটনাত চাৰিখন প্ৰাদেশিক আদালত স্থাপন কৰা হয়। দেৱানী বিচাৰ ব্যৱস্থাৰ সৰ্বোচ্চ আদালত হ'ল সদৰ দেৱানী আদালত; এই আদালত পৰিচালনাৰ ভাৰ আছিল গভৰ্নৰ জেনেৰেল আৰু তেওঁৰ পৰিষদৰ সদস্যসকলৰ ওপৰত। ফৌজদাৰী বিচাৰৰ বাবেও সদৰ নিজামত আদালতখন গভৰ্নৰ জেনেৰেল আৰু তেওঁৰ সদস্যসকলক লৈয়েই গঠিত। এই আদালতখন মুৰ্শিদাবাদৰপৰা কলিকতালৈ স্থানান্তৰিত কৰা হয়। সদৰ নিজামত আদালতৰ অধীনত চাৰিখন ভ্ৰাম্যমান আদালত গঠন কৰা হয়। প্ৰতিখন ভ্ৰাম্যমান আদালতৰ কাৰণে দুজনকৈ ইংৰাজ বিচাৰক আৰু তেওঁলোকক সহায় কৰিবৰ কাৰণে হিন্দু আৰু মুছলমান আইনজ্ঞ কেইজনমানকো নিয়োগ কৰা হয়। ভ্ৰাম্যমান আদালতৰ বিচাৰকসকলে বছৰেকত দুবাৰকৈ নিজ নিজ এলেকাত পৰিভ্ৰমণ কৰি বিচাৰকাৰ্য্য সম্পাদন কৰিব লাগিছিল। লৰ্ড

কৰ্ণৱালিছে বিচাৰ ব্যৱস্থা সংশোধন কৰি দণ্ডবিধান ব্যৱস্থাৰো কিছু পৰিবৰ্তন ঘটায়। অংগচ্ছেদ কৰাৰ নিচিনা কিছুমান বিধান তেওঁ উঠাই দিয়ে আৰু আইনৰ চকুত সকলোৰে সমতা স্থাপন কৰে। কোম্পানিৰ কৰ্মচাৰীসকলকো আইনৰ নিয়ন্ত্ৰণাধীন কৰা হয়। লৰ্ড কৰ্ণৱালিছৰ শাসন সংস্কাৰৰ এটা প্ৰধান ত্ৰুটী হ'ল ভাৰতীয়সকলক উচ্চ পদৰ চাকৰিৰপৰা বঞ্চিত কৰা ব্যৱস্থাটো। প্ৰত্যেকজন ভাৰতীয়কে তেওঁ দুৰ্নীতিপৰায়ণ বুলি বিবেচনা কৰিছিল আৰু সেই কাৰণে উচ্চ পদবোৰ কেৱল ইংৰাজ বিষয়াসকলৰ কাৰণেহে সংৰক্ষণ কৰা হৈছিল। ১৭৯৩ চনৰ চনদ আইনেও বছৰি ৫০০ পাউণ্ড বেতনৰ পদবোৰ ইংৰাজসকলৰ কাৰণে আছুতীয়াকৈ ৰখাৰ নিয়ম কৰিলে।

লৰ্ড কৰ্ণৱালিছৰ আন এক উল্লেখযোগ্য সংস্কাৰ হৈছে ভূমি ৰাজহ সংক্ৰান্ত ব্যৱস্থা বা চিৰস্থায়ী বন্দৱস্ত। তেওঁৰ ব্যৱস্থাৰ ফলতে জমিদাৰসকল ৰাজহ সংগ্ৰহকাৰী বিষয়াৰপৰা মাটিৰ প্ৰকৃত গৰাকীত পৰিণত হয়। চিৰস্থায়ী বন্দৱস্ত লৰ্ড কৰ্ণৱালিছৰ সৃষ্টি বুলি ক'ব নোৱাৰি, কিয়নো কোম্পানিৰ কৰ্মকৰ্তাসকলে মাটিৰ এটা চিৰস্থায়ী বন্দৱস্ত কৰাৰ কথাটো সদায়ে চিন্তা কৰি আহিছিল। ১৭৭২ চনত ৱাৰেন হেষ্টিংছে দেৱানীৰ ভাৰ প্ৰত্যক্ষভাৱে চমজি লৈ সৰ্বোচ্চ খাজনা দিবলৈ ওলোৱা ব্যক্তিসকলৰ সৈতে পাঁচ বছৰৰ বাবে মাটিৰ বন্দৱস্ত কৰিছিল, কিন্তু এই ব্যৱস্থা ফলপ্ৰসূ নহ'ল। এই ব্যৱস্থাৰ ফলত কোম্পানি অধিক ক্ষতিগ্ৰস্তহে হ'ল আৰু এনে অৱস্থাত পিটৰ ভাৰত আইনে ( ১৭৮৪ ) স্থায়ী ভিত্তিত ৰাজহ আদায় কৰাৰ ব্যৱস্থা কৰিবলৈ কোম্পানিৰ সঞ্চালক সভাক নিৰ্দেশ দিয়ে। লৰ্ড কৰ্ণৱালিছে ভাৰতত উপস্থিত হৈয়ে ৰাজহসংক্ৰান্ত বিষয়টো অধ্যয়ন কৰে আৰু ১৭৮৯ চনত দহ বছৰৰ কাৰণে জমিদাৰ-সকলক মাটিৰ বন্দৱস্ত দিয়ে। দহ বছৰৰ বন্দৱস্তক চিৰস্থায়ী বন্দৱস্তলৈ পৰিবৰ্তন কৰিবলৈ পাছত ঠিক কৰা হয়। এই বিষয় লৈ জন শোৰ আৰু কৰ্ণৱালিছৰ মাজত এক মতানৈক্যই দেখা দিয়ে। জন শোৰ আছিল ৰাজহ বিষয়ত এজন অতি অভিজ্ঞ কৰ্মচাৰী ; তেওঁৰ মতে চিৰস্থায়ী বন্দৱস্ত কৰাৰ আগতে ভূমিসংক্ৰান্ত বিষয়টো আৰু অধিক অধ্যয়ন কৰা প্ৰয়োজন। লৰ্ড কৰ্ণৱালিছৰ মতে চৰকাৰে ইতিমধ্যে গোটোৱা তথ্য-পাতিৰ ওপৰত ভিত্তি কৰিয়েই চিৰস্থায়ী বন্দৱস্ত প্ৰবৰ্তন কৰিব পৰা

যায়। চূড়ান্ত মীমাংসাৰ অৰ্থে বিষয়টো কোম্পানিৰ কৰ্তৃপক্ষৰ ওচৰলৈ প্ৰেৰণ কৰা হ'ল। প্ৰধানমন্ত্ৰী পিট আৰু সঞ্চালক সভাই চিৰস্থায়ী বন্দবস্তৰ সপক্ষে মত পোষণ কৰাত লৰ্ড কৰ্নৱালিচে ১৭৯৩ চনৰ ২২ মাৰ্চ তাৰিখে বংগ, বিহাৰ আৰু উৰিষ্যাত সেই ব্যৱস্থা প্ৰৱৰ্তন কৰিলে। জমিদাৰসকল মাটিৰ গৰাকীত পৰিণত হ'ল আৰু যিমান দিনলৈকে নিয়ম মতে ভূমি ৰাজহ শোধাই থাকিব পাৰিব, সিমান দিনলৈকে তেওঁলোকে মাটি ভোগ কৰা অধিকাৰ লাভ কৰিলে। সময় মতে ৰাজহ শোধাব নোৱাৰিলে জমিদাৰী নিলাম কৰি ৰাজহ আদায়ৰ নিয়ম কৰা হ'ল।

চিৰস্থায়ী বন্দবস্তৰ ফলত ৰাজহ আদায় কৰা ক্ষেত্ৰত পূৰ্বতে থকা অনিশ্চয়তা দূৰীভূত হয় আৰু কোম্পানিৰ চৰকাৰে এতিয়া আয়ৰ সম্পৰ্কে নিশ্চিত হৈ বছৰেকীয়া ৰাজহ বাজেট তৈয়াৰ কৰিবলৈ সুবিধা পালে। জমিদাৰসকলেও চিৰস্থায়ী ভিত্তিত মাটি লাভ কৰি মাটিৰ উন্নতি সাধন কৰিবলৈ অধিক যত্নপৰ হৈ পৰিল। কিছুমান জমিদাৰে বিদ্যালয়, চিকিৎসালয় আদি নিৰ্মাণ কৰি প্ৰজা-সাধাৰণৰ কল্যাণৰ অৰ্থে কিছু কাম সম্পন্ন কৰি যায়। তদুপৰি চিৰস্থায়ী বন্দবস্তই ব্ৰিটিছ সাম্ৰাজ্যৰ কাৰণে এটা নিৰ্ভৰযোগ্য জমিদাৰ শ্ৰেণীৰ সৃষ্টি কৰিলে। এই শ্ৰেণীটোৱে ভাৰতীয় ৰাজন্যবৰ্গৰ দৰে সদায়েই ব্ৰিটিছ স্বাৰ্থৰ হকে কাম কৰি আহিছিল।

কিন্তু চিৰস্থায়ী বন্দবস্তৰ গুণতকৈ দোষেই আছিল অধিক। প্ৰথমতে, জমিদাৰৰ অধীনত থকা মাটিৰ সম্পূৰ্ণ জৰীপ নকৰাকৈ মাত্ৰ কেইবছৰমানৰ ৰাজহৰ ভিত্তিত যি ৰাজহ নিৰ্ধাৰণ কৰা হ'ল, সেয়া আছিল ন্যায্য ৰাজহতকৈ বহুত বেছি। সেই কাৰণে বহুসংখ্যক জমিদাৰে নিৰ্দিষ্ট সময়ত ৰাজহ আদায় দিবলৈ অসমৰ্থ হ'ল কিন্তু চৰকাৰে নতুন নিয়ম অনুসৰি তেওঁলোকৰ জমিদাৰী বিক্ৰী কৰি দি ৰাজহ আদায় কৰিলে। ইয়াৰ ফলত বহু প্ৰাচীন জমিদাৰ বংশৰ উচ্ছেদ ঘটিল, কিন্তু আনহাতে এদল নতুন জমিদাৰৰ সৃষ্টি হ'ল। এই নতুন জমিদাৰসকল আছিল চহৰৰ আঢ্যৱন্ত লোক। তেওঁলোকে চহৰতে বসবাস কৰি জমিদাৰীৰ ভাৰ আন কৰ্মচাৰীৰ হাতত অৰ্পণ কৰিলে। কৰ্মচাৰীসকলৰ অত্যাচাৰত ৰায়তৰ দুখ-কষ্টৰ সীমা নোহোৱা হ'ল। দ্বিতীয়তে চিৰস্থায়ী বন্দবস্তমতে নিৰ্দিষ্ট পৰিমাণৰ ৰাজহ আদায় দিয়াৰ

নিয়ম কৰা হ'ল ; ৰাজহ বঢ়োৱাৰ কোনো নিয়ম কৰা নহ'ল। সময়ৰ লগে লগে মাটিৰ মূল্য বাঢ়ি যোৱাৰ কাৰণে জমিদাৰসকলৰ আয় বাঢ়িল যদিও চৰকাৰে বৰ্ধিত আয়ৰ বাবদ কোনো ৰাজহ দাবী কৰিব নোৱৰা হ'ল। ইফালে চৰকাৰৰ খৰচ ক্ৰমাৎ বাঢ়ি যোৱাত চৰকাৰে প্ৰজাৰ ওপৰত বিবিধপ্ৰকাৰ কৰ-কাটল বহুৱাব লগাত পৰে। সময়ে সময়ে ৰাজহ বৃদ্ধি কৰাৰ উপায় থকা হ'লে প্ৰজাসাধাৰণে চৰকাৰী কৰ-কাটলবোৰৰ কিছু ৰেহাই পোৱাৰ সম্ভাৱনা আছিল। তৃতীয়তে, উচ্চ হাৰত ৰাজহ নিৰ্ধাৰিত হোৱা বাবে জমিদাৰসকলেও ৰায়তবোৰৰ জোৰ-জুলুম কৰি উচ্চ হাৰত খাজনা আদায় কৰিবলগীয়াত পৰে। ইয়াৰ ফলত ৰায়তসকলৰ অৱস্থা দিনক দিনে বেয়াৰ ফালে গতি কৰিলে। চতুৰ্থতে, কৰ্নৱালিছে যিদৰে জমিদাৰৰ স্বাৰ্থ সংৰক্ষণ কৰিলে, সেইদৰে তেওঁ ৰায়তৰ স্বাৰ্থ ৰক্ষাৰ্থে কোনো ব্যৱস্থা হাতত নল'লে। তেওঁ অৱশ্যে আশা পোষণ কৰিছিল যে জমিদাৰসকলেও ৰায়তক মাটিৰ স্বত্ব দি স্থায়ীভাৱে খেতি-বাতি কৰি থাকিবলৈ সুবিধা দিব, কিন্তু সেই আশা পূৰণ নহ'ল। নিজেই মাটিৰ স্বত্ব লাভ কৰি জমিদাৰসকল একপ্ৰকাৰ 'ৰজা' হৈ পৰিল আৰু নিজ অভিৰুচি অনুযায়ী ৰায়তক মাটিবোৰৰ উচ্ছেদ কৰিবলৈ তেওঁলোকে অকণো দ্বিধাবোধ কৰা নাছিল।

সি যি কি নহওক, চিৰস্থায়ী বন্দৱস্ত ব্ৰিটিছ শাসনকালত চিৰস্থায়ীভাৱেই বৰ্তি থাকিল। মাজে-সময়ে যে চৰকাৰে চিৰস্থায়ী বন্দৱস্তৰ দোষ-ত্ৰুটীবোৰ গুচাবলৈ চেষ্টা কৰা নাছিল, এনে নহয়। ১৮৫৯ চনত লৰ্ড কেনিঙে এখন ৰাজহ আইন বলবৎ কৰি বিনা কাৰণে ৰায়তক উচ্ছেদ কৰা বা ৰাজহ বৃদ্ধি কৰা প্ৰথা বন্ধ কৰে। ৰায়তৰ স্বাৰ্থ ৰক্ষাৰ্থে ১৮৮৫, ১৯২৮ আৰু ১৯৩৮ চনতো কিছু নিয়ম বলবৎ কৰা হৈছিল। এইবিলাকবোৰৰ ৰায়তৰ স্বাৰ্থ সম্পূৰ্ণ ৰক্ষা পৰিছিল বুলি ক'ব নোৱাৰি। ভাৰতে স্বাধীনতা লাভ কৰাৰ পাছত ১৯৫৪ চনত চিৰস্থায়ী বন্দৱস্তৰ বিলোপ সাধন কৰা হয়।

## বৈদেশিক নীতি

বৈদেশিক নীতি পৰিচালনা কৰাৰ ক্ষেত্ৰতো লৰ্ড কৰ্নৱালিছে যথেষ্ট পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হয়। তেওঁ অৱশ্যে ভাৰতৰ দেশীয় ৰজাৰ

ক্ষেত্ৰত নিৰপেক্ষতা অৱলম্বন কৰিবলৈকে চেষ্টা কৰিছিল। পিটৰ ভাৰত আইনেও (১৭৮৪) তেনে এক নীতিকে অনুসৰণ কৰিবলৈ কোম্পানিৰ চৰকাৰক নিৰ্দেশ দিছিল। লৰ্ড কৰ্নৱালিছে সেই কাৰণে ১৭৮৮ চনত মোগল সম্ৰাট ছাহ আলমৰ পুতেকক দিল্লীৰ সিংহাসন লাভ কৰা বিষয়ত সহায় কৰিবলৈ অসম্মতি প্ৰকাশ কৰে। কিন্তু ব্ৰিটিছ স্বাৰ্থ ৰক্ষা কৰিবলৈকে শেষত তেওঁ নিৰপেক্ষ নীতি ত্যাগ কৰিবলগীয়া হয়। মহিছুৰৰ টিপু চুলতানৰ ব্ৰিটিছবিৰোধী কাৰ্য্য-কলাপৰ বাবে তেওঁ মাৰাঠা আৰু নিজামৰ সৈতে মিত্ৰতা স্থাপন কৰে আৰু ১৭৮৯ চনত টিপু চুলতানে মিত্ৰৰাজ্য ত্ৰিবাংকুৰ আক্ৰমণ কৰাত তেওঁ টিপুৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিবলৈ দ্বিধাবোধ নকৰিলে। ইয়াৰ ফলতে তৃতীয় ইংগ-মহিছুৰ যুদ্ধৰ (১৭৯০-৯২) উদ্ভৱ হয়। যুদ্ধত টিপু চুলতান পৰাজিত হৈ কৰ্নৱালিছৰ হাতত মহিছুৰ ৰাজ্যৰ আধা অংশ এৰি দিয়ে। এই বিষয়ে যথাস্থানত আলোচনা কৰা হৈছে। ১৭৯৩ চনত লৰ্ড কৰ্নৱালিছ স্বদেশলৈ উভতি যায়।

## ছাৰ জন শোৰ (১৭৯৩-১৭৯৮)

কোম্পানিৰ চাকৰিয়াল এজন উপযুক্ত শাসক হৈ উঠিব নোৱাৰে বুলি শংকা কৰি লৰ্ড কৰ্নৱালিছে এসময়ত আশা প্ৰকাশ কৰিছিল যে তেনে এজন লোকক যেন গৱৰ্ণৰ জেনেৰেল পদত কেতিয়াও অধিষ্ঠিত কৰা নহয়। কিন্তু কৰ্নৱালিছে অৱসৰ গ্ৰহণ কৰাত তেওঁৰ আসন ল'ব পৰা কোনো এজন লোককে বিচাৰি পোৱা নগ'ল আৰু সেই কাৰণেই ছাৰ জন শোৰক গৱৰ্ণৰ জেনেৰেল পদত নিয়োগ কৰা হ'ল। তেওঁ আছিল ইষ্ট ইণ্ডিয়া কম্পেনিৰ এজন যশস্বী বিষয়া; ৰাজহ বিষয়ত তেওঁৰ সমান অভিজ্ঞ লোক সেই সময়ত কোম্পানিৰ কৰ্মচাৰীসকলৰ মাজত আন কোনো নাছিল। ৰাজহ সংক্ৰান্ত নীতি প্ৰৱৰ্তন কৰাৰ সময়ত লৰ্ড কৰ্নৱালিছে তেওঁৰপৰা যথেষ্ট সহায় লাভ কৰিছিল

ছাৰ জন শোৰ আছিল নিৰপেক্ষ নীতিৰ সমৰ্থক। গৱৰ্ণৰ জেনেৰেল পদত অধিষ্ঠিত হৈও তেওঁ সেই নীতিকেই অনুসৰণ কৰিবলৈ সিদ্ধান্ত কৰে। ১৭৯৫ চনত মাৰাঠাসকলে হায়দৰাবাদ আক্ৰমণ কৰাত নিজামে পূৰ্ব প্ৰতিশ্ৰুতি অনুসৰি ব্ৰিটিছৰ সহায় বিচাৰিলে। কিন্তু জন শোৰে নিৰপেক্ষতা অৱলম্বন কৰিব খুজি তেওঁক কোনো সহায়

নকৰিলে। ফলত খৰ্দাৰ যুদ্ধত তেওঁ মৰাথাসকলৰ হাতত পৰাজিত হৈ এখন অপমানজনক সন্ধিত স্বাক্ষৰ দান কৰিবলগীয়াত পৰে। ছাৰ জন শোৰে সহায় নকৰাৰ বাবে নিজাম ব্ৰিটিছৰ ওপৰত অসন্তুষ্ট হয় আৰু নিজ ৰাজ্যৰ নিৰাপত্তা বিচাৰি তেওঁ ফৰাচীসকলৰ লগত বন্ধুত্ব স্থাপন কৰিবলৈ যত্নপৰ হৈ পৰে। জন শোৰৰ নিৰপেক্ষ নীতি ব্ৰিটিছ স্বাৰ্থবিৰোধী হোৱা কাৰণে বহু ঐতিহাসিকে তেওঁৰ শাসন কালছোৱাৰ কটু সমালোচনা কৰে। কিন্তু সমসাময়িক সমস্যাৱলীলৈ মন কৰি ছাৰ জন শোৰৰ নিৰপেক্ষ নীতি যুক্তিযুক্ত আছিল বুলি ক'ব পাৰি। সেই সময়ত মৰাথাসকল আৰু মহীশূৰ আছিল ব্ৰিটিছৰ প্ৰধান শত্ৰু; উক্ত দুই শক্তিৰ মাজত মিত্ৰতা নাথাকিলেও ব্ৰিটিছৰ বিৰুদ্ধে সংঘবদ্ধ হোৱাত তেওঁলোকৰ কোনো বাধা নাছিল। জন শোৰে আক্ৰমণাত্মক নীতি অনুসৰণ কৰা হ'লে তেওঁলোকৰপৰা ৰক্ষা পোৱা ব্ৰিটিছৰ পক্ষে কঠিন হৈ পৰিলহেঁতেন। কিয়নো ছাৰ জন শোৰৰ হাতত সেই সময়ত অৰ্থ, সেনাপতি বা সেনাবাহিনী কোনোটোৱেই প্ৰয়োজন অনুসাৰে নাছিল। তদুপৰি জন শোৰৰ শান্তিপূৰ্ণ কালছোৱাই ব্ৰিটিছক ভৱিষ্যতৰ কাৰণে শক্তি সঞ্চয় কৰিবলৈ অধিক সুবিধা দিলে তেওঁ যুদ্ধ বিগ্ৰহকে ক'ল কটোৱাহেঁতেন লৰ্ড ৱেলেছলিৰ পক্ষে পাছত ভাৰতত ব্ৰিটিছ সাম্ৰাজ্যৰ ভেটি দৃঢ়ীভূত কৰাটো কষ্টসাধ্য হ'লহেঁতেন।

কিন্তু অযোধ্যাৰ ক্ষেত্ৰত নিৰপেক্ষ নীতি অৱলম্বন কৰিবলৈ ছাৰ জন শোৰে ব্যৰ্থ হ'ল। অযোধ্যা আছিল ব্ৰিটিছৰ এখন আশ্ৰিত ৰাজ্য; ১৭৯৭ চনত আছফ-উদ-দৌলাৰ মৃত্যু হোৱাত তেওঁৰ ইচ্ছানুসৰি তেওঁৰ পুতেক ৱাজিৰ আলি নবাবৰ গাদীত বহিল। ছাৰ জন শোৰে প্ৰথমে ৱাজিৰ আলিকে সমৰ্থন কৰে; কিন্তু পাছত তেওঁ অবৈধ সন্তান বুলি তেওঁৰ দাবী অগ্ৰাহ্য কৰি ভূতপূৰ্ব নবাবৰ ভায়েক ছাদাট আলিকে নবাবৰ পদত অধিষ্ঠিত কৰিলে। ইয়াৰ বিনিময়ত নতুন নবাবে কোম্পানিক এলাহাবাদ নগৰখন এৰি দিয়ে আৰু ব্ৰিটিছ সৈন্যবাহিনীৰ খৰচৰ বাবদ বছৰি ৭৬ লাখ টকা দিবলৈ গাত লয়; বিদেশী আক্ৰমণৰপৰা অযোধ্যা ৰক্ষা কৰা দায়িত্ব কোম্পানিৰ হাতত ন্যস্ত হ'ল। ছাৰ জন শোৰে অযোধ্যাত হস্তক্ষেপ কৰাৰ মূলতে আছিল কাবুলৰ আমিৰ জামান ছাহৰ ভাৰত আক্ৰমণৰ ভাবুকি। জামান ছাহ সেই সময়ত

পঞ্জাবলৈকে আগবাঢ়ি আহিছিল, কিন্তু আফগানিস্তানত ব্যাপক অশান্তিয়ে দেখা দিয়া বাবে তেওঁ আৰু অগ্ৰসৰ নহৈ স্বদেশলৈ উলটি গ'ল। কিন্তু জন শোৰে গ্ৰহণ কৰা ব্যৱস্থাৰ ফলতে কোম্পানিৰ ৰাজ্যৰ নিৰাপত্তা অধিক বৃদ্ধি পালে।

ছাৰ জন শোৰৰ কাৰ্য্যকালৰ শেষৰফালে কোম্পানিৰ কৰ্মচাৰীসকলৰ মাজত এটা ভয়ানক বিদ্ৰোহে দেখা দিয়ে। লৰ্ড কৰ্নৱালিছৰ সময়ৰ বেতনসংক্ৰান্ত ব্যৱস্থাসমূহৰ প্ৰতিক্ৰিয়াস্বৰূপে এই বিদ্ৰোহৰ জন্ম হয়। ছাৰ জন শোৰ আছিল লৰ্ড কৰ্নৱালিছতকৈ এজন কিছু দুৰ্বল শাসক; গতিকে তেওঁ কৰ্মচাৰীসকলৰ বেছিভাগ দাবীয়েই পূৰণ কৰিবলৈ বাধ্য হয়। এই ঘটনাৰ পাছতে তেওঁক অৱসৰ দিয়া হ'ল। ব্ৰিটিছ চৰকাৰে পাছত তেওঁক লৰ্ড টেনমাউথ উপাধিৰে বিভূষিত কৰি তেওঁৰ কাৰ্য্যাৱলীৰ শলাগ ল'লে।

## লৰ্ড ৱেলেছলি (১৭৯৮-১৮০৪)

ছাৰ জন শোৰৰ পিছত আৰ্ল অৱ মৰ্নিংটনক গভৰ্নৰ জেনেৰেল পদত নিযুক্ত কৰি ভাৰতলৈ পঠিওৱা হয়। টিপু চুলতানৰ বিৰুদ্ধে সফলভাৱে যুদ্ধ পৰিচালনা কৰা বাবে পাছত তেওঁক 'মাৰ্কুইছ অৱ ৱেলেছলি' (Marquess of Wellesley) উপাধিৰে বিভূষিত কৰা হয় আৰু এই নামেৰেহে তেওঁ ভাৰতৰ ইতিহাসত অধিক প্ৰসিদ্ধ। তেওঁ আছিল এজন বিদ্বান, কাৰ্য্যক্ষম আৰু দূৰদৃষ্টিসম্পন্ন লোক। ভাৰতলৈ অহাৰ আগতে তেওঁ কেইবাবছৰো ভাৰতৰ শাসনৰ বাবে থকা নিয়ন্ত্ৰণ পৰিষদৰ কমিছনাৰ হিচাপে কাৰ্য্যনিৰ্বাহ কৰিছিল আৰু সেই কাৰণে ভাৰতৰ ৰাজনৈতিক পৰিস্থিতিৰ লগত তেওঁৰ যথেষ্ট পৰিচয় আছিল। তেওঁৰ সাত বছৰীয়া শাসন কালছোৱা বিবিধ ঘটনাৰে পৰিপূৰ্ণ।

ৱেলেছলিৰ সময়ত ভাৰতৰ ৰাজনৈতিক পৰিস্থিতি ব্ৰিটিছসকলৰ অনুকূল আছিল বুলি ক'ব নোৱাৰি। মহিসুৰৰ টিপু চুলতানে ব্ৰিটিছ শক্তিক ভাৰতবৰ্ষৰ উচ্ছেদ কৰিবলৈ আফগানিস্তান, টাৰ্কি আৰু ফ্ৰান্সৰ লগত যোগাযোগ আৰম্ভ কৰিছিল। সেই সময়ত ফ্ৰান্সে ভাৰত আক্ৰমণ কৰাৰ বেছি সম্ভাৱনা আছিল। নেপ'লিয়নেও ইজিপ্টৰ মাজেদি ভাৰতৰ

ফালে অগ্ৰসৰ হোৱাৰ পৰিকল্পনা কৰিছিল। মৰাথা আৰু নিজামৰ ওপৰতো ফৰাছী প্ৰভাৱ বাকৈয়ে বিস্তৃত হৈছিল। লৰ্ড ৱেলেছলিয়ে ভাৰতত উপস্থিত হৈয়ে ব্ৰিটিছৰ বিপদসংকুল অৱস্থাৰ কথা উপলব্ধি কৰে আৰু ভাৰতবৰ্ষৰ পৰা ফৰাছী প্ৰভাৱ বিনাশ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে। 'ছাৰ জন শোৰে অনুসৰণ কৰা নিৰপেক্ষ বা অহস্তক্ষেপ নীতিত তেওঁ সন্তুষ্ট নহ'ল নাইবা ব্ৰিটিছ সাম্ৰাজ্য ভাৰতৰ এটা ক্ষুদ্ৰ অংশতে আবদ্ধ থাকক, তাকো তেওঁ মানি ল'বলৈ টান পালে। তেওঁ আছিল এজন ঘোৰ সাম্ৰাজ্যবাদী; ভাৰতবৰ্ষৰ পৰা ফৰাছী প্ৰভাৱ লুপ্ত কৰি ব্ৰিটিছক ভাৰতৰ এক সৰ্বাত্মক ৰাজনৈতিক শক্তিত পৰিণত কৰাটো তেওঁৰ প্ৰধান উদ্দেশ্য আছিল এই উদ্দেশ্য সাধন কৰিবলৈ তেওঁ যুদ্ধ আৰু কূট নীতিৰ আশ্ৰয় লয়। সেইবাবে তেওঁৰ শাসন কালছোৱা ব্ৰিটিছ সাম্ৰাজ্যৰ সম্প্ৰসাৰণৰ কাৰণে অধিক প্ৰসিদ্ধ। তেওঁৰ অভ্যান্তৰীণ শাসন প্ৰায় ঘটনাশূন্য বুলি ক'ব পাৰি।

ভাৰতীয় ৰজাসকলক ব্ৰিটিছৰ কৰ্তৃত্বাধীন কৰিবৰ নিমিত্তে লৰ্ড ৱেলেছলিয়ে এক নতুন নীতি অনুসৰণ কৰে। এই নীতিক 'অধীনতা-মূলক মিত্ৰতা' (Subsidiary Alliance) বুলি কোৱা হয়। এই নীতি পূৰ্বতে ৰবাৰ্ট ক্লাইৱে আৰু ৱাৰেন হেষ্টিংছেও অনুসৰণ কৰিছিল। লৰ্ড কৰ্ণৱালিছেও সেই নীতিকেই কিছু পৰিমাণে অনুসৰণ কৰি নিজামৰ সৈতে মিত্ৰতা সূত্ৰত আবদ্ধ হৈছিল। কিন্তু ৱেলেছলিৰ দৰে কোনো এজনেও ব্ৰিটিছ সাম্ৰাজ্য বিস্তাৰৰ অস্ত্ৰ হিচাপে ইয়াক প্ৰয়োগ কৰা নাছিল। লৰ্ড ৱেলেছলিৰ অধীনতামূলক মিত্ৰতা নীতিৰ এইটোৱে হৈছে প্ৰধান বৈশিষ্ট্য। অধীনতামূলক মিত্ৰতা নীতিত আবদ্ধ হোৱা ভাৰতীয় ৰজাসকলে—

(১) ব্ৰিটিছ চৰকাৰৰ অনুমতি বিনে যুদ্ধ বিগ্ৰহ বা আন কোনো শক্তিৰ লগত ৰাজনৈতিক সম্পৰ্ক স্থাপন কৰিব নোৱাৰিব;

(২) কোনো বিদেশী লোকক চাকৰিত নিযুক্ত কৰিব নোৱাৰিব আৰু

(৩) নিজস্ব সৈন্যবাহিনী ৰাখিলেও এজন ব্ৰিটিছ নাগৰিকক সেনাপতিৰ পদত অধিষ্ঠিত কৰিব লাগিব। এই চৰ্তসমূহ পূৰণৰ বিনিময়ত কোম্পানিয়ে মিত্ৰতাবদ্ধ ৰজাসমূহৰ ৰাজ্যৰ নিৰাপত্তা ৰক্ষা কৰিব; কিন্তু তাৰ কাৰণে যি ব্ৰিটিছ বাহিনীৰ আৱশ্যক হ'ব তাৰ সমুদায়

খৰচ তেওঁলোকেই বহন কৰিব লাগিব। ৱেলেছলিৰ ব্যৱস্থাৰ ফলতে ভাৰতীয় ৰজাসকলে অভ্যন্তৰীণ বিপদ আৰু বহিৰাগতৰ আক্ৰমণৰ পৰা ৰক্ষা পালে; কিন্তু তেওঁলোকৰ স্বাধীনতাৰ ওৰ পৰিল। ৱেলেছলিয়ে কিছুমান ৰাজ্যক ফুচুলাই অধীনতামূলক মিত্ৰতা সূত্ৰত আবদ্ধ কৰালে আৰু কিছুমান ৰাজ্যক কিবা অজুহাত লৈ পোনপটীয়াভাৱে ব্ৰিটিছ সাম্ৰাজ্যৰ লগত চামিল কৰিলে। যিবিলাকক তেওঁ কোনো উপায়েৰে ব্ৰিটিছৰ শৰণাগত কৰিব নোৱাৰিলে সিবিলাকৰ ওপৰত তেওঁ যুদ্ধ ঘোষণা কৰিলে। মহিছুৰ আৰু মৰাঠাসকলৰ ক্ষেত্ৰত তেওঁ এই পন্থাকে অৱলম্বন কৰিছিল।

ভাৰতীয় ৰজাসকলৰ ভিতৰত হায়দৰাবাদৰ নিজাম নিজাম আলিয়েই (১৭৬২-১৮০৩) প্ৰথমে ৱেলেছলিৰ সৈতে অধীনতামূলক মিত্ৰতা নীতিত আবদ্ধ হয়। ছাৰ জন শোৰে মৰাঠাসকলৰ বিৰুদ্ধে হায়দৰাবাদক সহায় নকৰাৰ বাবে নিজামজন ব্ৰিটিছৰ ওপৰত ৰুষ্ট হৈ পৰিছিল, কিন্তু ৱেলেছলিৰ চেষ্টাৰ ফলত ১৭৯৮ চনৰ ১ ছেপ্টেম্বৰ তাৰিখে তেওঁ ব্ৰিটিছৰ লগত মিত্ৰতা স্থাপন কৰিলে। নিজামে ফৰাছীৰ সামৰিক বিশেষজ্ঞসকলৰ দ্বাৰা প্ৰশিক্ষণপ্ৰাপ্ত বাহিনী ভংগ কৰি দিলে আৰু কোম্পানিৰ চৰকাৰে তেওঁৰ ৰক্ষণাবেক্ষণৰ কাৰণে এটা ব্ৰিটিছ বাহিনী হায়দৰাবাদত ৰাখিলে। ১৭৯৮ চনৰ চুক্তিখন আছিল অস্থায়ী প্ৰকৃতিৰ, গতিকে তাৰ দুবছৰৰ পাছত এখন স্থায়ী চুক্তি সম্পন্ন কৰা হয়। ১৮০৩ চনত নবাব নিজাম আলিৰ মৃত্যু হোৱাত নতুন নবাব ছিকন্দৰ ছাহেও ব্ৰিটিছৰ লগত অনুৰূপ চুক্তি স্বাক্ষৰিত কৰিলে। তেৰেঁই ব্ৰিটিছ সৈন্যবাহিনীৰ ভৰণ পোষণৰ বাবদ নগদ টকাৰ পৰিবৰ্তে কৃষ্ণা আৰু তুংগভদ্ৰা নদীৰ মধ্যবৰ্তী অঞ্চল কোম্পানিৰ হাতত সমৰ্পণ কৰে। কোম্পানিৰ ৰক্ষণাবেক্ষণ লাভ কৰি হায়দৰাবাদৰ নিজাম অভ্যন্তৰীণ শাসনৰ প্ৰতি উদাসীন হৈ পৰিল।

কোম্পানিৰ ৰাজ্যৰ উত্তৰ-পশ্চিম সীমান্তৰ নিৰাপত্তা অধিক সুদৃঢ় কৰিবৰ অভিপ্ৰায়ে ৱেলেছলিয়ে অযোধ্যা ৰাজ্যখন গ্ৰাস কৰাৰ মনস্থ কৰে। কাবুলৰ অধিপতি জামান চাহৰ সম্ভাব্য ভাৰত আক্ৰমণৰ পৰিপ্ৰেক্ষিতত ছাৰ জন শোৰে আচফ উদ-দৌলাৰ মৃত্যুৰ পাছত অযোধ্যাত দেখা দিয়া উত্তৰাধিকাৰৰ প্ৰশ্নত ছাদাট আলিৰ পক্ষ লৈছিল। ছাদাট

আলিৰ প্ৰতিদ্বন্দ্বী ৱাজিৰ আলিয়ে বাৰাণসীতে বাস কৰিছিল। ১৭৯৯ চনত ৱাজিৰ আলিয়ে ৰেছিডেণ্ট চেৰি আৰু আন কেইবাজনো ইংৰাজ লোকক হত্যা কৰি কোম্পানিৰ চৰকাৰৰ প্ৰতি থকা বিৰূপ মনোভাবৰ পৰিচয় দিয়ে। ৱেলেছলিয়ে তেওঁক বন্দী কৰি কলিকতাৰ ফ'ৰ্ট উইলিয়াম দুৰ্গলৈ স্থানান্তৰিত কৰিলে আৰু অযোধ্যাৰপৰা কিবা বিপদ আহিব পাৰে বুলি ছ'দাট আলিকো সম্পূৰ্ণভাৱে বশীভূত কৰাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰে। জামান ছাহেও ভাৰত আক্ৰমণ কৰিব পাৰে। তেওঁ ছাদাট আলিক নিজস্ব সৈন্যবাহিনী ভংগ কৰি কোম্পানিৰ সৈন্যবাহিনী বৃদ্ধি কৰিবলৈ নিৰ্দেশ দিয়ে। ছাদাট আলিয়ে তাকে কৰিবলৈ অমান্তি হয় কিন্তু ব্ৰিটিছ ৰেছিডেণ্ট কৰ্ণেল স্কটে তেওঁক টানি ধৰাত তেওঁ সিংহাসন ত্যাগ কৰিবলৈকে সিদ্ধান্ত কৰে। এই সিদ্ধান্তৰ কথা জানিব পাৰি লৰ্ড ৱেলেছলি আনন্দিত হ'ল আৰু তেওঁ গোটেই অযোধ্যা ৰাজ্যখনকে কোম্পানিৰ ৰাজ্যৰ লগত চামিল কৰিবলৈ স্থিৰ কৰে। ছাদাট আলিয়ে অৱশ্যে ব্ৰিটিছে তেওঁৰ পুতেক গাজীউদ্দিনক নবাব পাতিব বুলিহে সিংহাসন ত্যাগ কৰিব খুজিছিল, কিন্তু ৱেলেছলিৰ মনোভাবৰ কথা জানিব পাৰি তেওঁ সিংহাসন ত্যাগ কৰাৰ সংকল্প ত্যাগ কৰিলে। ইয়াতে ৱেলেছলি গভীৰভাৱে অসন্তুষ্ট হ'ল। তেওঁ নবাবক এশিকনি দিবলৈ বুলি এখন সন্ধিপত্ৰ পঠিয়াই দিলে। ইয়াত কোম্পানিৰ সৈন্যবাহিনী বৃদ্ধি কৰিবলৈ আৰু তাৰ সমুদায় খৰচ বহন কৰিবলৈ নবাবক কোৱা হ'ল। নবাবে প্ৰথমে আপত্তি কৰিছিল যদিও শেষত তেওঁ চৰ্তকেইটা মানি সন্ধিপত্ৰখনত স্বাক্ষৰ দান কৰিলে। লৰ্ড ৱেলেছলিৰ আক্ৰোশ ইমানতে শেষ নহ'ল। ১৮০১ চনৰ ১০ নৱেম্বৰ তাৰিখে নবাবক এখন নতুন সন্ধি কৰিবলৈ বাধ্য কৰোৱা হ'ল। এই সন্ধি অনুসৰি ৱেলেছলিয়ে ৰোহিলখণ্ড আৰু নামনি দোৱাব অঞ্চল (গংগা আৰু যমুনা নদীৰ মধ্যবৰ্তী অঞ্চল) লাভ কৰিলে। অৰ্ধেক ৰাজ্যাংশ হেৰুৱাই নবাব ছাদাট আলি কোনোমতে বৰ্তি থাকিল।

তাঞ্জোৰ, চুৰাট আৰু কৰ্ণাটৰ ক্ষেত্ৰত ৱেলেছলিয়ে এক ভিন্ন নীতি গ্ৰহণ কৰিলে। তাঞ্জোৰ ৰাজ্যখন ছত্ৰপতি শিৱাজীৰ পিতাক শাহজীয়ে স্থাপন কৰিছিল। ১৭৯৯ চনত ৱেলেছলিয়ে তাঞ্জোৰৰ সিংহাসন উত্তৰাধিকাৰৰ বিবাদত হস্তক্ষেপ কৰি তাঞ্জোৰৰ ৰজাক অধীনতামূলক মিত্ৰতা সূত্ৰত চুক্তিবদ্ধ হ'বলৈ বাধ্য কৰায়। চুক্তিৰ চৰ্ত অনুসৰি তাঞ্জোৰৰ

ৰজাই এটা বছৰেকীয়া পেন্সনৰ বিনিময়ত ৰাজ্যৰ শাসনভাৰ কোম্পানিৰ হাতত অৰ্পণ কৰিলে। তাঞ্জোৰখন ব্ৰিটিছ সাম্ৰাজ্যভুক্ত হৈ পৰিল। চুৰাটৰো একে দশা হ'ল। ১৭৫৯ চনৰপৰাই চুৰাটৰ নিৰাপত্তাৰ ভাৰ ব্ৰিটিছৰ হাতত ন্যস্ত হৈছিল। ইয়াৰ বিনিময়ত চুৰাটৰ নবাবে ব্ৰিটিছক বছৰি এক নিৰ্দিষ্ট পৰিমাণৰ অৰ্থ দিম বুলি প্ৰতিশ্ৰুতি দিছিল। কিন্তু নবাবৰ আৰ্থিক দুৰ্যোগৰ বাবে বহু ধন অনাদায়ে ৰৈ গ'ল। এনেকুৱা অৱস্থাতে ১৭৯৯ চনৰ জানুৱাৰি মাহত চুৰাটৰ নবাবজনৰ মৃত্যু ঘটিল। নবাবজনৰ কোনো পুতেক নাছিল, গতিকে নবাবে তেওঁৰ ভায়েকক উত্তৰাধিকাৰী হিচাপে মনোনীত কৰি যায়। ৱেলেছলিয়ে ভায়েকজনৰ দাবী অগ্ৰাহ্য কৰি চুৰাটৰ শাসন কোম্পানিৰ হাতলৈ আনিলে (মাৰ্চ, ১৮০০)। ভায়েকৰ ভৰণ-পোষণৰ বাবদ তেওঁ মাত্ৰ এটা সামান্য পেন্সন মঞ্জুৰ কৰিলে। ন্যায়সংগত উত্তৰাধিকাৰীৰ দাবী অগ্ৰাহ্য কৰি এখন ৰাজ্য গ্ৰাস কৰাৰ এইটোৱেই হৈছে প্ৰথম দৃষ্টান্ত; ডেলহাউছিৰ সময়ত ই এটা সাধাৰণ নীতিত পৰিণত হয়।

মহম্মদ আলিৰ (১৭৪৯—১৭৯৫) সময়তে কৰ্ণাটকত ব্ৰিটিছ প্ৰাধান্য স্থাপন হৈছিল। এই নবাবজন আছিল অকৰ্মণ্য আৰু আৰামপ্ৰিয়। উচ্চ হাৰত কোম্পানিৰ কৰ্মচাৰীসকলৰপৰা ধাৰ কৰি তেওঁ লাহ-বিলাহতে দিনবোৰ অতিবাহিত কৰিছিল। ধাৰৰ কাৰণেই তেওঁৰ নবাবীখন প্ৰায় বন্ধকত আছিল। ১৭৯৫ চনত তেওঁৰ মৃত্যু ঘটে, কিন্তু তেওঁৰ উত্তৰাধিকাৰী ওমদুত-উল-উমৰাৰ দিনতো (১৭৯৫-১৮০১) পৰিস্থিতিৰ কোনো সলনি নহ'ল। ঋণ পৰিশোধ কৰিবলৈ অসমৰ্থ হোৱাৰ কাৰণে মাদ্ৰাজ চৰকাৰে তিনেভেলি নামৰ জিলাখন অধিকাৰ কৰিবলৈ ইচ্ছা কৰিছিল; কিন্তু গভৰ্নৰ জেনেৰেল ছাৰ জন শোৰ তাত সন্মত নহ'ল। লৰ্ড ৱেলেছলিয়ে ছলে-বলে-কৌশলে কৰ্ণাট ৰাজ্যখন গ্ৰাস কৰাৰ মনস্থ কৰিলে। ১৮০১ চনত নবাব ওমদুত-উল-উমৰাৰ মৃত্যু হোৱাত তেওঁ নবাবৰ পুতেক আলি হুছেইনক নবাব বুলি স্বীকৃতি দিবলৈ অমান্তি হ'ল। তেওঁৰ মতে ওমদুত-উল-উমৰা আৰু তেওঁৰ পিতাক মহম্মদ আলি—দুয়োজনেই ব্ৰিটিছৰ বিৰুদ্ধে টিপু চুলতানৰ সৈতে এক গভীৰ ষড়যন্ত্ৰত লিপ্ত আছিল; গতিকে তেওঁলোকৰ বংশধৰ আলি হুছেইনৰ আৰ্কটৰ নবাবীৰ ওপৰত কোনো দাবী থাকিব নোৱাৰে। আলি হুছেইনক

বঞ্চিত কৰি ৱেলেছলিয়ে ওমদুত-উল-উমৰাৰ ভতিজাক আজিম উদ্-দৌলাৰ লগত এখন চুক্তি সম্পন্ন কৰিলে (২৫ জুলাই, ১৮০১)। চুক্তি-মতে আজিমক নবাব বুলি স্বীকাৰ কৰা হ'ল। নবাব হ'ল যদিও আজিমে নবাবী গাদীখন নাপালে, ৱেলেছলিয়ে তেওঁক এটা পেঞ্চন দি কৰ্ণাট ৰাজ্যখন গ্ৰাস কৰিলে।

লৰ্ড ৱেলেছলিৰ শাসনকালৰ আন দুটা প্ৰধান ঘটনা হৈছে চতুৰ্থ ইংগ মহিসুৰ যুদ্ধ (১৭৯৯) আৰু দ্বিতীয় ইংগ-মৰাঠা যুদ্ধ (১৮০৩-১৮০৫)। প্ৰথমখনত তেওঁ টিপু চুলতানক নিপাত কৰি দাক্ষিণাত্যত ব্ৰিটিছ শক্তি অপ্ৰতিদ্বন্দ্বী কৰি তুলিলে আৰু দ্বিতীয়খনত মৰাঠাসকলক পৰাজিত কৰি তেওঁলোকৰ পতনৰ পথ উন্মোচন কৰিলে। দ্বিতীয় ইংগ-মৰাঠা যুদ্ধত ব্ৰিটিছ বাহিনীৰ দুঠাইত সামৰিক বিপৰ্যয় ঘটাত ৱেলেছলিৰ কাৰ্যকালৰ চমু চাপিল। তদুপৰি তেওঁৰ সাম্ৰাজ্যবাদী নীতিৰ ফলত কোম্পানিৰ অজস্ৰ টকা ধাৰ লাগিল। এটা ব্যৱসায়ী প্ৰতিষ্ঠানৰ বাবে এইটো অকণো সন্তোষজনক বিষয় নহ'ল। গতিকে ১৮০৫ চনত তেওঁক প্ৰত্যাবৰ্তনৰ আদেশ দিয়া হ'ল।

## ৱেলেছলিৰ কৃতিত্ব

ব্ৰিটিছ গভৰ্ণৰ জেনেৰেলসকলৰ ভিতৰত লৰ্ড ৱেলেছলিয়ে এখন সন্মানৰ আসন অধিকাৰ কৰি আছে। তেওঁৰ দিনতে কোম্পানিৰ ৰাজ্য ব্ৰিটিছ সাম্ৰাজ্যলৈ পৰিণত হয়। এই সাম্ৰাজ্য গঢ়ি তোলাৰ ক্ষেত্ৰত তেওঁ নীতি-অনীতিৰ প্ৰশ্নলৈ চিন্তা কৰা নাছিল আৰু সেই কাৰণে তাঞ্জোৰ, চুৰাট আৰু কৰ্ণাটক গ্ৰাস কৰিবলৈ কোনো কুণ্ঠাবোধ কৰা নাছিল। ভাৰতীয় দৃষ্টিভংগীৰপৰা তেওঁৰ কাৰ্য সমৰ্থনযোগ্য নহ'লেও এই কথা স্বীকাৰ কৰিব লাগিব যে তেওঁ ব্ৰিটিছ সাম্ৰাজ্যবাদৰ স্বাৰ্থ সম্পূৰ্ণ পূৰণ কৰিছিল। সাম্ৰাজ্যবাদী স্বাৰ্থ পূৰণ কৰিবলৈ যাওঁতে কেতিয়াবা কোম্পানিৰ উৰ্ধ্বতন কৰ্তৃপক্ষৰ লগত মতানৈক্য ঘটিলেও তেওঁ তেওঁলোকক অমান্য কৰিবলৈকো দ্বিধাবোধ কৰা নাছিল। তেওঁ অহাৰ আগতে ভাৰতৰ বিভিন্ন প্ৰান্তত ফৰাচী প্ৰভাৱ যথেষ্ট বৃদ্ধি পাইছিল, কিন্তু তেওঁৰ শাসনকালৰ অন্তত ফৰাচী প্ৰভাৱ প্ৰায় নাইকিয়া হৈ পৰিল। ফৰাচী শক্তিৰ বিনাশ সাধন কৰিবৰ উদ্দেশ্যেই নেপ'লিয়নৰ

ইজিপ্ট অভিযানৰ সময়ত তেওঁ ইজিপ্টলৈ এদল সৈন্যবাহিনী পঠিয়াইছিল ; কিন্তু ইতিমধ্যে নেপ'লিয়নে ইজিপ্ট পৰিত্যাগ কৰাত সেই সৈন্যবাহিনী যুদ্ধত লিপ্ত নোহোৱাকৈয়ে স্বদেশলৈ ঘূৰি আহিল। ফৰাচী আক্ৰমণৰ আশংকা কৰিয়ে তেওঁ পাৰস্যৰ লগতো বন্ধুত্বপূৰ্ণ সম্পৰ্ক গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল।

ৱেলেছলিৰ চেষ্টাৰ ফলতে ভাৰতত ব্ৰিটিছ শক্তি অপ্ৰতিদ্বন্দ্বী হৈ পৰিল। মহিশূৰৰ পতন তেওঁৰ এটা উল্লেখযোগ্য কীৰ্তি ; কিয়নো মহিশূৰৰ দৰে আন কোনো ভাৰতীয় শক্তিয়ে ব্ৰিটিছৰ বিৰুদ্ধে দৃঢ়চিত্তে থিয় দিয়া নাছিল। মৰাঠাসকলৰ বিৰুদ্ধে ৱেলেছলিয়ে সাফল্য লাভ কৰিছিল যদিও তেওঁলোক আছিল এটা দুৰ্বল প্ৰতিপক্ষ। তথাপি মৰাঠা ৰাষ্ট্ৰসংঘক দুৰ্বল কৰি পেছোৱা, ভোঁচলে, সিন্ধিয়া আৰু গাইকোঁৱাৰক অধীনতামূলক মিত্ৰতা সূত্ৰত আবদ্ধ কৰিব পৰাটো তেওঁৰ কৃতিত্বৰ পৰিচায়ক। কোম্পানিৰ অভ্যন্তৰীণ শাসনৰ মান উন্নত কৰিবলৈকো তেওঁ যত্ন কৰিছিল। ইংলেণ্ডৰপৰা নতুনকৈ অহা কৰ্মচাৰীসকলক ভাৰতীয় শাসনব্যৱস্থাৰ সম্পৰ্কে জ্ঞান দিবলৈকে তেওঁ কলিকতাত ফৰ্ট উইলিয়াম কলেজ প্ৰতিষ্ঠা কৰিছিল। বিচাৰ ব্যৱস্থাৰ উন্নতিৰ হকেও তেওঁ যত্নবান আছিল। সদৰ নিজামত আদালত আৰু সদৰ দেৱানী আদালতৰ দায়িত্ব তেওঁ অভিজ্ঞ বিচাৰকসকলৰ হাতত অৰ্পণ কৰিছিল।

## লৰ্ড কৰ্ণৱালিছ (১৮০৫) আৰু ছাৰ জন বাৰ্ল' (১৮০৫—১৮০৭)

লৰ্ড ৱেলেছলিৰ পিছত লৰ্ড কৰ্ণৱালিছকে পুনৰবাৰ গভৰ্ণৰ জেনেৰেল কৰি ভাৰতলৈ পঠিওৱা হয়। সেই সময়ত তেওঁৰ বয়স হৈছিল ৬৬ বছৰ ; এই বয়সত তেওঁ গুৰু দায়িত্বভাৰ গ্ৰহণ কৰিব খোজা নাছিল। কিন্তু পূৰ্বঅভিজ্ঞতা অবিহনে লৰ্ড ৱেলেছলিয়ে সৃষ্টি কৰা সমস্যাৱলী সমাধান কৰা সম্ভৱপৰ নহয় বুলিয়েই সকলোৱে সভাই তেওঁকে মনোনীত কৰাত তেওঁ গভৰ্ণৰ জেনেৰেলৰ দায়িত্বভাৰ বহন কৰিবলৈ মান্তি হ'ল। ভাৰতত উপস্থিত হৈয়েই তেওঁ সিন্ধিয়া আৰু হোলকাৰৰ সৈতে শান্তি স্থাপন কৰাবলৈ যত্নপৰ হৈ পৰে। সিন্ধিয়াক তেওঁ গোৱালিয়ৰ, গোহাড, যমুনা নদীৰ পশ্চিমস্থ ৰাজ্যখণ্ড আৰু আনকি প্ৰয়োজন হ'লে দিল্লীও ঘূৰাই দিবলৈ মান্তি হয়। হোলকাৰৰ বিষয়েও তেওঁ অনুৰূপ দৃষ্টিভংগী গ্ৰহণ কৰে।

লৰ্ড কৰ্নৱালিছৰ মনোভাৱত কোম্পানিৰ বহুসংখ্যক কৰ্মচাৰী কষ্ট হয়। কৰ্নৱালিছে অৱশ্যে তেওঁৰ উদ্দেশ্য সাধন কৰিবলৈ কোনো সুবিধা নাপালে। ভাৰতত উপস্থিত হোৱাৰ তিনিমাহৰ পাছতে তেওঁৰ মৃত্যু ঘটিল (৫ অক্টোবৰ, ১৮০৫)।

লৰ্ড কৰ্নৱালিছৰ আকস্মিক মৃত্যুত গভৰ্নৰ জেনেৰেল পৰিষদৰ জ্যেষ্ঠ সদস্য ছাৰ জৰ্জ বাৰ্লৌক গভৰ্নৰ জেনেৰেল পদত নিয়োগ কৰা হয়। তেওঁৰো উদ্দেশ্য আছিল শান্তি স্থাপন আৰু সেই কাৰণে তেওঁ সিন্ধিয়াৰ লগত নতুনকৈ এখন সন্ধি স্বাক্ষৰিত কৰে (নৱেম্বৰ, ১৮০৫)। ইয়াৰ-দ্বাৰা পূৰ্বতে সম্পাদিত সুৰ্জী অৰ্জুনগাঁৱৰ সন্ধিখনৰ পৰিবৰ্তন কৰা হয়। সিন্ধিয়াই গোৱালিয়ৰ আৰু গোহাড় ঘূৰাই পালে আৰু চম্বল নদী উভয় ৰাজ্যৰ মধ্যবৰ্তী সীমা হিচাপে স্বীকৃত হ'ল। ৰাজপুতানাতো ব্ৰিটিছে হস্তক্ষেপ নকৰে বুলি বাৰ্লৌই প্ৰতিশ্ৰুতি দিলে। হোলকাৰৰ লগতো বাৰ্লৌৱে সন্ধি স্থাপন কৰে (জানুৱাৰি, ১৮০৬)। হোলকাৰ লৰ্ড লেকৰ হাতত পৰাজিত হৈছিল যদিও বাৰ্লৌই তেওঁক তেওঁৰ ৰাজ্য ঘূৰাই দিলে। সিন্ধিয়া আৰু হোলকাৰৰ ক্ষেত্ৰত তেওঁ দুৰ্বলতা প্ৰকাশ কৰিলেও আন আন বিষয়ত তেওঁ সবল মনোভাৱৰে পৰিচয় দিয়ে। হায়দৰাবাদৰ নিজামে অধীনতামূলক মিত্ৰতা চুক্তিৰ চৰ্তাৱলী উপেক্ষা কৰি মৰাথা-সকলৰ সৈতে ষড়যন্ত্ৰত লিপ্ত হোৱাত জৰ্জ বাৰ্লৌই তেওঁক নিজ দায়িত্ব সম্পৰ্কে সচেতন কৰি দিয়ে। তদুপৰি কোম্পানিৰ সঞ্চালক সভাই পোছো-ৱাৰ সৈতে ইতিপূৰ্বে স্বাক্ষৰিত বেছেইনৰ সন্ধিখন (১৮০২) বাতিল কৰিবলৈ নিৰ্দেশ দিয়া সত্ত্বেও তেওঁ তেনে কৰিবলৈ অমান্তি হ'ল। অহস্তক্ষেপ নীতি অনুসৰণ কৰিলেও বাৰ্লৌৱে ব্ৰিটিছ সাম্ৰাজ্য সম্প্ৰসাৰণৰ পথ ৰুদ্ধ কৰিব খোজা নাছিল।

জৰ্জ বাৰ্লৌৰ কালছোৱাতে মাদ্ৰাজৰ ভেলোৰত এটা চিপাহী বিদ্ৰোহে দেখা দিয়ে। মাদ্ৰাজ সৈন্যবাহিনীৰ সেনাপতি ছাৰ জন ক্ৰেডকে (Sir John Cradock) দেশীয় চিপাহীসকলৰ চলন-ফুৰণ সম্পৰ্কীয় কিছু নতুন নিয়ম বলবৎ কৰে। নতুন নিয়ম অনুসৰি তেওঁলোকক এক বিশেষ ধৰণে ডাড়ি কাটিবলৈ, এক নতুন ধৰণৰ পাগুৰী ব্যৱহাৰ কৰিবলৈ আৰু কপালত ধৰ্মীয় গুৰুত্ব থকা কোনো চিহ্ন ধাৰণ নকৰিবলৈ আদেশ দিয়া

হয়। নতুন নিয়মবোৰে চিপাহীসকলৰ মাজত এক প্ৰবল অসন্তুষ্টিৰ সৃষ্টি কৰিলে, কিয়নো তেওঁলোকক ধৰ্মান্তৰিত কৰিবৰ উদ্দেশ্যেই এনেবোৰ ব্যৱস্থা কৰা হৈছে বুলি তেওঁলোকৰ ধাৰণা হ'ল। সেই সময়ত টিপু চুলতানৰ পৰিয়ালবৰ্গকো ভেলোৰতে ৰখা হৈছিল; তেওঁলোকেও চিপাহীসকলক ব্ৰিটিছৰ বিৰুদ্ধে উচটাই দিয়া বুলি সন্দেহ কৰা হয়। সি যি কি নহওক, ১৮০৬ চনৰ ১০ জুলাই তাৰিখে দেশীয় চিপাহীসকলে ভেলোৰৰ দুৰ্গ আক্ৰমণ কৰি কিছু সংখ্যক ব্ৰিটিছ লোকক হত্যা কৰিলে। এই বিদ্ৰোহ সহজে দমন কৰা হয়, কিন্তু কোম্পানিৰ কৰ্তৃপক্ষই মাদ্ৰাজৰ সেনাপতি ছাৰ জন ক্ৰেডকক আৰু গভৰ্ণৰ লৰ্ড উইলিয়াম বেণ্টিংকক চাকৰিৰপৰা অৱসৰ দিলে। লৰ্ড বেণ্টিংক গভনৰ জেনেৰেল হৈ পুনৰ ১৮২৮ চনত ভাৰতলৈ আহে।

ছাৰ জৰ্জ বাৰ্লৈ অস্থায়ীভাবেহে কাৰ্য্য নিৰ্বাহ কৰি আছিল, গতিকে ১৮০৭ চনত তেওঁক অৱসৰ দিয়া হয়। তেওঁৰ ঠাইত এইবাৰ লৰ্ড মিণ্টোক নিযুক্ত কৰা হ'ল।

## লৰ্ড মিণ্টো (১৮০৭—১৮১৩)

১৮০৭ চনৰ জুলাই মাহত লৰ্ড মিণ্টোৱে শাসনভাৰ গ্ৰহণ কৰে। ভাৰতলৈ অহাৰ আগতেই তেওঁ ভাৰতৰ সমস্যাৱলীৰ সৈতে পৰিচিত আছিল, কিয়নো তেওঁ কিছুকাল নিয়ন্ত্ৰণ পৰিষদৰ সভাপতি হিচাপে কাৰ্য্যনিৰ্বাহ কৰিছিল। তদুপৰি বাৰেন হেষ্টিংছ আৰু ছাৰ এলিজা ইম্পেৰ মহাভিযোগৰ (impeachment) সময়ত তেওঁ কমন সভাৰ 'মেনেজাৰ' (Manager) হিচাপেও কাম কৰিছিল।

লৰ্ড মিণ্টো আছিল অহস্তক্ষেপ নীতিৰ সমৰ্থক, কিন্তু সেই সময়ৰ ৰাজনৈতিক পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত তেওঁ সেই নীতি সম্পূৰ্ণভাৱে অনুসৰণ কৰিবলৈ অপাৰগ হয়। তেওঁৰ দিনতে ইন্দোৰৰ অভ্যন্তৰীণ পৰিস্থিতিয়ে এক ভয়ানক ৰূপ ধাৰণ কৰে। ১৮০৮ চনত ইন্দোৰৰ শাসক যশোৱন্ত ৰাও হোলকাৰৰ মগজুৰ বিকৃতি ঘটে আৰু আমিৰখান নামৰ আফগান আৰু পিণ্ডাৰীবোৰৰ চৰ্দাৰ এজনে হোলকাৰ ৰাজ্যৰ প্ৰকৃত শাসক হৈ পৰে। আমিৰখানৰ দস্যু বৃত্তিত ৰাজপুত ৰাজ্যসমূহৰ শান্তি নাইকিয়া হ'ল। শেষত তেওঁ বেৰাৰ ৰাজ্যৰ ভিতৰতো উৎপাত

আৰম্ভ কৰে। আমিৰখানৰ কাৰ্য্যকলাপ হায়দৰাবাদলৈকো সম্প্ৰসাৰিত হ'ব পাৰে বুলি মিণ্টোৱে ভয় খালে আৰু তেওঁ হস্তক্ষেপ কৰিবলৈ স্থিৰ কৰিলে। আমিৰ খানৰ বিৰুদ্ধে তেওঁ এটা বাহিনী পঠিয়াই দিয়ে। ইয়াৰ ফলতে পিণ্ডাৰীবোৰে বেৰাৰ ত্যাগ কৰিবলৈ বাধ্য হয়।

লৰ্ড মিণ্টোৰ সময়তে ফৰাচীসকলৰ ভাৰত আক্ৰমণৰ আশংকাই দেখা দিয়ে। ১৮০৭ চনত ফ্ৰান্স আৰু ৰাছিয়াৰ মাজত মিত্ৰতা স্থাপন হোৱাত ব্ৰিটিছসকলৰ উদ্বেগ আৰু বৃদ্ধি পালে। ইতিমধ্যে পাৰস্যৰ লগতো নেপোলিয়নে বন্ধুত্ব স্থাপন কৰে। পাৰস্যৰ মাজেদি যাতে শত্ৰুপক্ষ ভাৰতৰ ফালে অগ্ৰসৰ হ'ব নোৱাৰে, তাৰে ব্যৱস্থা কৰিবলৈ লৰ্ড মিণ্টোৱে জন মেলক'মক পাৰস্যলৈ পঠিয়াই দিয়ে (১৮০৯)। প্ৰায় একে সময়তে ব্ৰিটেইনৰ চৰকাৰেও পাৰস্যৰ লগত এটা বুজা-পৰাত উপনীত হ'বলৈ চাৰ হাৰফ'ৰ্ড জ'নচক ( Sir Harford Jones ) তেহৰানলৈ পঠিয়াই দিছিল। পাৰস্যৰ সম্ৰাটে জ'নচৰ লগত এখন চুক্তি কৰাত (১৮০৮) মিণ্টোৰ দূত মেলক'মৰ বিশেষ একো কৰিবলগীয়া নহ'ল। অৱশ্যে মেলক'মে তেওঁৰ বিখ্যাত গ্ৰন্থ 'পাৰস্যৰ ইতিহাসৰ' তথ্য-পাতি এই সময়তে গোটায়।

লৰ্ড মিণ্টোৱে আফগানিস্তানৰ লগতো মিত্ৰতা স্থাপন কৰি ফৰাচী আক্ৰমণৰ আশংকা সম্পূৰ্ণ দূৰীভূত কৰিবলৈ মনস্থ কৰে। এই উদ্দেশ্যে মনষ্টুৱাৰ্ট এলফিনষ্ট'নক কাবুললৈ পঠিওৱা হয়। আফগান আমিৰ চাহ চুজাই তেওঁক পেচোৱাৰতে লগ ধৰি ইংৰাজৰ প্ৰতি থকা সহানুভূতিশীল মনোভাবৰ কথা প্ৰকাশ কৰে কিন্তু ইয়াৰ পাছতে চাহ চুজা সিংহাসনৰপৰা বহিস্কৃত হোৱাত এলফিনষ্ট'নৰ মিছন ব্যৰ্থ হ'ল। এলফিনষ্ট'নে কাবুলৰ ইতিহাস ৰচনা কৰি পাছত অধিক প্ৰসিদ্ধি লাভ কৰে।

ফৰাচী প্ৰভাৱৰপৰা সিন্ধু প্ৰদেশক ৰক্ষা কৰিবলৈকে লৰ্ড মিণ্টোৱে সিন্ধুৰ মিৰসকলৰ লগত মিত্ৰতা স্থাপন কৰে। পঞ্জাবৰ শিখসকলৰ লগতো বন্ধুত্ব স্থাপন কৰিব খুজি তেওঁ ১৮০৯ চনত চাৰ্লছ মেটকাফক ৰণজিৎ সিংৰ ওচৰলৈ পঠায় দিয়ে। নানা আলাপ-আলোচনাৰ পাছত উভয় পক্ষৰ মাজত অমৃতসৰত এখন চিৰস্থায়ী বন্ধুত্বমূলক সন্ধি স্বাক্ষৰিত হয়। এই সন্ধি অনুসৰি শতদ্ৰু নদী শিখ আৰু কোম্পানিৰাজ্যৰ সীমা

হিচাপে নিৰূপিত হ'ল। ইয়াৰ ফলতে শতদ্ৰু নদীৰ দক্ষিণৰ শিখ মিছলবোৰ ব্ৰিটিছৰ হাতলৈ আহিল।

১৮১০ চনত নেপোলিয়ন আৰু জাৰ আলেকজেণ্ডাৰৰ মাজত বাদ-বিসম্বাদৰ সৃষ্টি হোৱাত ৰুছ-ফৰাচী মৈত্ৰী ভাবৰ অন্ত পৰিল। ইয়াৰ লগে লগে ফৰাচীসকলৰ ভাৰত আক্ৰমণৰ আশংকাও সম্পূৰ্ণভাৱে নোহোৱা হ'ল। এই সুবিধাতে লৰ্ড মিণ্টোৱে ভাৰত মহাসাগৰত অৱস্থিত ফৰাচী শাসনাধীন বুৰ্বন আৰু মৰিছাছ দ্বীপ অধিকাৰ কৰে। পৰ্টুগাল আৰু হলেণ্ডতো নেপোলিয়নৰ প্ৰাধান্য স্থাপিত হোৱাৰ পাছত মিণ্টোৱে গোৱা, এম্বয়না আৰু স্পাইছ দ্বীপপুঞ্জ দখল কৰে। ১৮১১ চনত ওলন্দাজসকলৰ পূব প্ৰান্তত অৱস্থিত শেষ ঘাটি জাভা দ্বীপো জয় কৰা হয়। ১৮১৫ চনত ইউৰোপত শান্তি স্থাপন হোৱাত ইংৰাজ পক্ষই মৰিছাছৰ বাহিৰে সকলো স্থান পৰিত্যাগ কৰে।

১৮১৩ চনত ইষ্ট ইণ্ডিয়া কম্পেনিৰ চনদখন বিছ বছৰৰ কাৰণে পুনৰ নবীকৰণ কৰা হয়। কোম্পানিক ভাৰতত বেহা-বেপাৰ কৰাৰ একচেটিয়া অধিকাৰৰপৰা বঞ্চিত কৰা হ'ল, কিন্তু চীনদেশীয় বাণিজ্যৰ ক্ষেত্ৰত কোম্পানিক একচেটিয়া অধিকাৰ দিয়া হয়। ১৮১৩ চনৰ চনদ আইনে কোম্পানিৰ চৰকাৰক ভাৰতীয় শিক্ষাৰ অৰ্থে বছৰি একলাখ টকা ব্যয় কৰিবলৈ নিৰ্দেশ দিয়ে। অৱশ্যে এই ধন বহু বছৰলৈকে ব্যয় নোহোৱাকৈ আছিল।

## লৰ্ড হেষ্টিংছ (১৮১৩-১৮২৩)

লৰ্ড মিণ্টোৰ পদত লৰ্ড ময়ৰা গভৰ্নৰ জেনেৰেল হিচাপে ভাৰতলৈ আহে। ১৮১৭ চনত নেপাল যুদ্ধত কৃতিত্ব প্ৰদৰ্শন কৰা হেতুকে ব্ৰিটিছ চৰকাৰে তেওঁক মাৰ্কুইছ অব্ হেষ্টিংছ উপাধিৰে বিভূষিত কৰে। ময়ৰা নামতকৈ হেষ্টিংছ নামেৰেহে তেওঁ ভাৰতৰ ইতিহাসত অধিক প্ৰসিদ্ধ।

ভাৰতলৈ অহাৰ আগতে হেষ্টিংছে কোনো কৃতিত্বপূৰ্ণ কাৰ্য্য সম্পাদন কৰা নাছিল। তেওঁ আছিল এজন সেনাপতি, কিন্তু এই হিচাপেও তেওঁৰ বিশেষ সুনাম নাছিল। ইংলেণ্ডৰ যুৱৰাজৰ (পাছৰ চতুৰ্থ জৰ্জ) লগত থকা বন্ধুত্বৰ বাবেই তেওঁক গভৰ্নৰ জেনেৰেল পদবীত নিয়োগ কৰা হৈছিল। তেওঁ ভাৰতত কোনো উল্লেখযোগ্য কাৰ্য্য সম্পাদন

কৰিব পাৰিব বুলি অৱশ্যে কোনেও ভাবিব পৰা নাছিল। তেওঁৰ বয়সো হৈছিল উনষাঠি বছৰ; তদুপৰি তেওঁ মন্ত্ৰীসভা বা কোম্পানিৰ কৰ্তৃপক্ষৰ-পৰাও কৃপা লাভ কৰিছিল বুলি ক'ব নোৱাৰি। তথাপি তেওঁ ভাৰতত থকা কালত কেইবাটাও গুৰুত্বপূৰ্ণ কাৰ্য্য সমাধা কৰি শেষত ব্ৰিটিছ সাম্ৰাজ্যৰ এজন প্ৰতিষ্ঠাতা হিচাপে অশেষ প্ৰসিদ্ধি লাভ কৰিলে।

লৰ্ড হেষ্টিংছৰ শাসন কালছোৱাৰ প্ৰধান ঘটনা কেইটা হৈছে নেপাল যুদ্ধ (১৮১৪-১৬), তৃতীয় আৰু সৰ্বশেষ ইংগ-মৰাঠা যুদ্ধ (১৮১৭-১৮), পিণ্ডাৰী দমন আৰু ৰাজপুতানা আৰু মধ্য ভাৰতত ব্ৰিটিছ আধিপত্য বিস্তাৰ। নেপাল আৰু মৰাঠা যুদ্ধৰ বিষয়ে আগতে আন প্ৰসংগত আলোচনা কৰি অহা হৈছে। এই দুয়োখন যুদ্ধ পৰিচালনা কৰি লৰ্ড হেষ্টিংছে নিজৰ সামৰিক দক্ষতাৰ কথা প্ৰতিপন্ন কৰে। তদুপৰি নেপাল আৰু মৰাঠাসকলৰ লগত কৰা সন্ধি কেইখনেও তেওঁৰ গভীৰ ৰাজনৈতিক বিচাৰ-বুদ্ধিৰ পৰিচয় দাঙি ধৰে।

পিণ্ডাৰী দমন (১৮১৭ ১৮) লৰ্ড হেষ্টিংছৰ এক উল্লেখযোগ্য কীৰ্তি। পিণ্ডাৰীবোৰ আছিল এটা দস্যুদল, বিভিন্ন জাতি আৰু বিভিন্ন ধৰ্ম-সম্প্ৰদায়ৰ লোকেৰে গঠিত এই দলটোৱে নিৰীহ প্ৰজাসাধাৰণৰ ওপৰত অত্যাচাৰ কৰি জীৱিকা নিৰ্বাহ কৰিছিল। পিণ্ডাৰীবোৰৰ মাজত বিভিন্ন খেল আছিল আৰু প্ৰত্যেক খেলৰে একোজনকৈ নায়ক আছিল। অষ্টাদশ শতিকাৰ দ্বিতীয় ভাগৰপৰা পিণ্ডাৰীবোৰে মৰাঠাসকলৰ সহায়ক বাহিনী হিচাপেই কাম কৰিছিল, কিন্তু মৰাঠাসকল ক্ৰমাৎ দুৰ্বল হৈ অহাত তেওঁলোকে ভাৰতৰ বিভিন্ন অংশত ডকাইতি কৰি এক ব্যাপক অৰাজকতাৰ সৃষ্টি কৰে। হিক, বুৰণ, কৰিমখান, ৱাছিল মহম্মদ, চিতু, শেখ দুল' আদি নেতাসকলৰ অধীনত পিণ্ডাৰীবোৰৰ দৌৰাত্ম্য আৰু বৃদ্ধি পায়। ১৮১২ চনত তেওঁলোকে ব্ৰিটিছৰ এলেকা মিৰ্জাপুৰ আৰু ছাহাবাদ লুটপাত কৰে। ১৮১৫-১৬ চনত তেওঁলোকে নিজামৰ ৰাজ্যৰ ওপৰত আক্ৰমণ চলায় আৰু ১৮১৬ চনত তেওঁলোকে ব্ৰিটিছ শাসনাধীন উত্তৰ চৰকাৰৰ বহুসংখ্যক গাঁৱৰ বিস্তৰ ক্ষতি সাধন কৰে। পিণ্ডাৰীবোৰৰ কাৰ্য্য-কলাপত ক'তো শাস্তি নাইকিয়া হ'ল। কোম্পানিৰ কৰ্তৃপক্ষৰ অনুমতিসাপেক্ষে লৰ্ড হেষ্টিংছে পিণ্ডাৰীবোৰক নিৰ্মূল কৰিবলৈ ১ লাখ ১৩ হাজাৰ সৈনিক আৰু তিনিশ বন্দুক লৈ ১৮১৭ চনৰ

শেষৰ ফালে অভিযান আৰম্ভ কৰিলে। সকলো দিশৰপৰা তেওঁলোকক আগুৰি ধৰা হয়। মালৱ আছিল পিণ্ডাৰীবোৰৰ প্ৰধান ঘাটি। তাৰপৰা খেদা খাই তেওঁলোকে চম্বল উপত্যকাত আশ্ৰয় লয়হি। ইয়াতে তেওঁ-লোকে ব্ৰিটিছৰ হাতত আত্মসমৰ্পণ কৰিবলৈ বাধ্য হয়। প্ৰখ্যাত পিণ্ডাৰী নেতা কৰিমখানক হেষ্টিংছে উত্তৰ প্ৰদেশৰ গোঁসপুৰ নামৰ এখন জায়গীৰ দান কৰে। চিতু নামৰ আন এজন পিণ্ডাৰী নেতাই ব্ৰিটিছৰ হাতত আত্মসমৰ্পণ নকৰি আছিৰগড়ৰ ডাঠ হাবিত আশ্ৰয় লৈছিল, তেওঁৰ তাতে মৃত্যু ঘটিল। ৱাছিল মহম্মদ আত্মৰক্ষাৰ্থে সিন্ধিয়াৰ ওচৰলৈ গৈছিল কিন্তু তেওঁ ৱাছিলক ব্ৰিটিছৰ হাতত শোধাই দিলে। হেষ্টিংছে তেওঁক গাজীপুৰতে বন্দী কৰি ৰাখে আৰু এনে অৱস্থাতে তেওঁৰ মৃত্যু হয়। পিণ্ডাৰী তথা আফগানীসকলৰ নেতা আমিৰখান হেষ্টিংছে অভিযান আৰম্ভ কৰাৰ আগতেই ব্ৰিটিছৰ শৰণাগত হৈছিল; তেওঁক ৰাজপুতানাৰ টংক নামৰ এখন সৰু ৰাজ্য দি পুৰস্কৃত কৰা হ'ল। অন্যান্য লোকসকলে দস্যুবৃত্তি এৰি স্বাভাৱিক জীৱনলৈ ঘূৰি আহিল।

ৰাজপুতানা আৰু মধ্যভাৰতত ব্ৰিটিছ প্ৰাধান্য স্থাপন কৰিব পৰাটো লৰ্ড হেষ্টিংছৰ এটা ডাঙৰ কৃতিত্ব। একালত ৰাজপুত ৰজাসকলে ভাৰত ইতিহাসত এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল যদিও ঊনৈছ শতিকাত তেওঁলোক সম্পূৰ্ণ দুৰ্বল হৈ পৰিল। ৰাজপুত ৰজাসকলৰ মাজত থকা অভ্যন্তৰীণ বিবাদেই তেওঁলোকৰ দুৰ্বলতাৰ মূল কাৰণ। সেইকাৰণে তেওঁলোকে মৰাঠা, পিণ্ডাৰী আৰু পাঠানসকলৰ আক্ৰমণৰপৰা নিজকে ৰক্ষা কৰিবলৈ অসমৰ্থ হ'ল। ব্ৰিটিছ গভৰ্ণৰ জেনেৰেলসকলেও ৰাজপুত ৰাজ্যবোৰৰ ক্ষেত্ৰত এক নিষ্ক্ৰিয় নীতি অনুসৰণ কৰি আহিছিল। একমাত্ৰ লৰ্ড ৱেলেছলিয়েহে যোধপুৰ আৰু জয়পুৰৰ সৈতে মিত্ৰতা স্থাপন কৰিছিল। কিন্তু যোধপুৰৰ সন্ধি কাৰ্যকৰী নহ'ল আৰু জয়পুৰৰ সন্ধিও জৰ্জ বাৰ্লো'ই বাতিল কৰি দিয়ে। গতিকে তেওঁলোকে মৰাঠা-সকলৰ অত্যাচাৰকো সহ্য কৰি থাকিব লগা হয়। লৰ্ড হেষ্টিংছে ভাৰতলৈ আহি দেখিলে যে ৰাজপুত ৰজাসকলৰ সহায়ত ভাৰতৰ ব্ৰিটিছ সাম্ৰাজ্য নিষ্কণ্টক কৰিব পৰা যাব আৰু সেয়ে তেওঁ তেওঁলোকৰ সৈতে এটা বুজা-পৰালৈ আহিবলৈ সিদ্ধান্ত কৰে। ১৮১৭ চনত দৌলত ৰাও সিন্ধিয়াই ৰাজপুত ৰাজ্যসমূহৰ ওপৰত থকা তেওঁৰ কৰ্তৃত্ব পৰিহাৰ

কৰাত হেষ্টিংছ বিশেষ অসুবিধাৰ সন্মুখীন নহ'ল। ১৮১৭ আৰু ১৮২৩ চনৰ ভিতৰত ৰাজপুতানাৰ সকলোবোৰ ৰজাই ব্ৰিটিছৰ লগত মিত্ৰতা-মূলক সন্ধি কৰিলে। এই প্ৰসংগত মেটকাফ, কৰ্ণেল টড আৰু অক্টাৰ্লনিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। কৰ্ণেল টডে পাছত 'ৰাজস্থানৰ ইতিহাস' ৰচনা কৰি অশেষ খ্যাতি লাভ কৰে।

ব্ৰিটিছৰ লগত মিত্ৰতাসূত্ৰত আবদ্ধ হৈ ৰাজপুত ৰজাসকলে ব্ৰিটিছৰ কৰ্তৃত্ব স্বীকাৰ কৰি ল'লে। তেওঁলোকে প্ৰয়োজনমতে ব্ৰিটিছক সামৰিক সাহায্য দিবলৈ আৰু তেওঁলোকৰ ৰাজ্যত থকা ব্ৰিটিছ বাহি-নীৰ খৰচ বহন কৰিবলৈকো মান্তি হয়। বৈদেশিক সম্পৰ্ক নিয়ন্ত্ৰণৰ ভাৰ ব্ৰিটিছৰ হাতত ন্যস্ত হ'ল। বিটিছৰ লগত মিত্ৰতা কৰি ৰাজপুত ৰজাসকল বৰ্তি থাকিল, কিন্তু তেওঁলোকৰ স্বাধীনতা লোপ পালে।

পিণ্ডাৰী দমনৰ পাছত মধ্যভাৰত আৰু বুন্দেলখণ্ডতো ব্ৰিটিছ শক্তি প্ৰতিষ্ঠিত হয়। ১৮১৮ চনৰ ফেব্ৰুৱাৰি মাহত ভূপালৰ নবাবে ব্ৰিটিছৰ লগত মিত্ৰতা স্থাপন কৰে। পেছোৱা দ্বিতীয় বাজীৰাওৰ পৰাজয়ৰ পাছত বুন্দেলখণ্ডৰ ৰাজ্যবোৰেও ব্ৰিটিছৰ কৰ্তৃত্ব মানি ল'লে। মধ্য ভাৰতৰ ৰাজনৈতিক বন্দবস্তীত ছাৰ জন মেলকমে লৰ্ড হেষ্টিংছক বিশেষভাৱে সহায় কৰিছিল। মেলকমৰ 'মধ্য ভাৰতৰ স্মৃতি-কথা' ভাৰত ইতিহাসৰ এখন অমূল্য গ্ৰন্থ।

ভাৰতত ব্ৰিটিছ সাম্ৰাজ্যৰ এজন প্ৰতিষ্ঠাপক হিচাপে হেষ্টিংছ অধিক প্ৰসিদ্ধ যদিও তেওঁৰ অভ্যন্তৰীণ শাসন সংস্কাৰৰ উদ্যম কম প্ৰশংসনীয় নহয়। দিল্লীৰ পানী যোগানৰ ব্যৱস্থা উন্নত কৰিবলৈ তেওঁ মোগল যুগৰ খালবোৰ পুনৰ মেৰামত কৰাই দিয়ে। বাট-পথবোৰৰো সংস্কাৰ সাধন কৰা হয়। ছাৰ টমাছ মনৰোৰ সাহায্যত তেওঁ দাক্ষিণাত্যত পোনপটী-য়াকৈ ৰায়তৰ লগত বন্দবস্ত কৰি ভূমি ৰাজহ আদায়ৰ ব্যৱস্থা কৰে। এই ব্যৱস্থা কৰ্ণৱালিছৰ চিৰস্থায়ী বন্দবস্তকৈ অধিক উন্নত আছিল। তেওঁ চিৰস্থায়ী বন্দবস্তৰ দোষ-ক্ৰটিবোৰো কিছু পৰিমাণে আঁতৰ কৰিবলৈ চেষ্টা কৰে। নিয়মমতে খাজনা শোধাই থকা ৰায়তক মাটিৰপৰা উচ্ছেদ কৰাটো নিষেধ কৰা হয়। লৰ্ড কৰ্ণৱালিছৰ দিনৰপৰা প্ৰৱৰ্তিত বিচাৰ ব্যৱস্থাৰ কিছু সাল-সলনি কৰি হেষ্টিংছে কলেক্টৰসকলৰ হাতত বিচাৰৰ ক্ষমতা অৰ্পণ কৰে। তদুপৰি ভাৰতীয় লোককো মুন্সিফ পদত নিযুক্তি

দি মুন্সিফসকলৰ ক্ষমতা আগতকৈ বহুগুণে বৃদ্ধি কৰা হয়। শিক্ষা বিষয়তো লৰ্ড হেষ্টিংছ আছিল আগ্ৰহশীল। ব্যক্তিগতভাৱে তেওঁ বংগদেশৰ কেইখনমান ইংৰাজী বিদ্যালয়ক সাহায্য কৰিছিল। কলিকতাৰ হিন্দু কলেজৰো (প্ৰেছিডেন্সি কলেজ) তেওঁ আছিল এজন পৃষ্ঠপোষক। হেষ্টিংছে সতীদাহ প্ৰথা উচ্ছেদ কৰিবলৈকো চেষ্টা কৰিছিল ; অৱশ্যে এই বিষয়ত তেওঁ কৃতকাৰ্য্য নহ'ল।

শাসনকালৰ শেষৰ ফালে লৰ্ড হেষ্টিংছ কিছু অপযশৰ পাত্ৰ হয়। হায়দৰাবাদত বেপাৰ কৰি থকা 'উইলিয়াম পামাৰ এণ্ড কো' (William Palmer & Co.) নামৰ কোম্পানি এটাৰ দুৰ্নীতিৰ কথা সেই সময়তে প্ৰকাশ পায়। হায়দৰাবাদৰ ৰেছিডেন্ট চাৰ্লছ মেটকাফে কোম্পানিটোৰ অনিয়মিত লেনদেনৰ প্ৰতি লৰ্ড হেষ্টিংছৰ দৃষ্টি আকৰ্ষণ কৰিছিল যদিও তেওঁ কোনো ব্যৱস্থা হাতত নল'লে। পাছত অৱশ্যে উক্ত কোম্পানিৰ লেনদেনৰ লগত হেষ্টিংছৰ স্বাৰ্থজড়িত থকাৰ প্ৰমাণ পোৱা যায়। ইষ্ট ইণ্ডিয়া কম্পেনিৰ কৰ্তৃপক্ষ তেওঁৰ প্ৰতি বিৰূপ হৈ পৰিল। ৰজা চতুৰ্থ জৰ্জ তেওঁৰ প্ৰতি সদয় হোৱা হেতুকে কৰ্তৃপক্ষই তেওঁক পদচ্যুত কৰিবলৈ টান পালে। কিন্তু হেষ্টিংছে নিজেই শেষত পদত্যাগ কৰি স্বদেশলৈ উভতি গ'ল (১ জানুৱাৰি, ১৮২৩)।

## লৰ্ড আমহাৰ্ষ্ট (১৮২৩—১৮২৮)

১৮২৪ চনৰ আগষ্ট মাহত ভাৰতবৰ্ষত উপস্থিত হৈ লৰ্ড আমহাৰ্ষ্টে হেষ্টিংছৰ পাছত অস্থায়ীভাৱে কাৰ্য্যনিৰ্বাহ কৰা চাৰ জন আডামৰপৰা দায়িত্বভাৰ গ্ৰহণ কৰে। তেওঁৰ শাসনকালৰ প্ৰধান ঘটনা হৈছে প্ৰথম ইংগ-ব্ৰহ্ম যুদ্ধ (১৮২৪—২৬)। ভিন্ন প্ৰসংগত এই বিষয়ে আলোচনা কৰা হৈছে। বৰ্মীসকলে কেইবা বছৰো ধৰি অসম, মণিপুৰ আদিত ব্যাপক অৰাজকতাৰ সৃষ্টি কৰি প্ৰতিবেশী ব্ৰিটিছ ৰাজ্যবোৰৰ নিৰাপত্তা বিপদাপন্ন কৰি তুলিছিল আৰু সেইকাৰণে আমহাৰ্ষ্টে বৰ্মীসকলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিবলৈ বাধ্য হয়। প্ৰায় দুবছৰ যুদ্ধ চলাৰ অন্তত বৰ্মীসকলে পৰাজয় বৰণ কৰি য়াণ্ডাবু নামে ঠাইত সন্ধি কৰে। ইয়াৰ ফলত ব্ৰিটিছে অসমৰ দাঁতি-কাষৰীয়া অঞ্চল আৰু কিছু পৰিমাণে ব্ৰহ্মদেশতো নিজৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হয়।

ভৰতপুৰৰ বিদ্ৰোহো লৰ্ড আমহাৰ্ষ্টৰ শাসনকালৰ এটা উল্লেখযোগ্য ঘটনা। ১৮০৫ চনত ভৰতপুৰে ব্ৰিটিছৰ বশ্যতা স্বীকাৰ কৰিছিল, কিন্তু ১৮২৫ চনত দুৰ্জনসালে ব্ৰিটিছ শক্তি অৱমাননা কৰাৰ চেষ্টা কৰে। দুৰ্জনসাল আছিল ভৰতপুৰৰ ৰজাজনৰ ভতিজাক। ১৮২৫ চনত ৰজাজনৰ মৃত্যু হোৱাত তেওঁৰ নাবালক পুতেকজনে সিংহাসনত আৰোহণ কৰে। তেওঁক বহিষ্কাৰ কৰি দুৰ্জনসালে নিজে ৰজা হয়। দিল্লীৰ ব্ৰিটিছ ৰেছি-ডেন্ট ডেভিড অক্টাৰ্লনিয়ে তৎক্ষণাত নাবালক ৰজাৰ পক্ষ গ্ৰহণ কৰি দুৰ্জনসালৰ বিৰুদ্ধে অগ্ৰসৰ হোৱাৰ সিদ্ধান্ত কৰে। গভৰ্নৰ জেনেৰেল আমহাৰ্ষ্টে অক্টাৰ্লনিৰ হস্তক্ষেপ নীতিৰ তীব্ৰ নিন্দা কৰে। অক্টাৰ্লনিয়ে পদত্যাগ কৰাত আমহাৰ্ষ্টে তেওঁৰ ঠাইত চাৰ্লছ মেটকাফক ৰেছিডেন্ট পদত নিয়োগ কৰে। মেটকাফেও ব্ৰিটিছ স্বাৰ্থৰ খাতিৰত দুৰ্জনসালক দমন কৰাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিলে। এনে অৱস্থাত গভৰ্নৰ জেনেৰেলে তেওঁৰ মত পৰিবৰ্তন কৰি লৰ্ড ক'ম্বাৰমিয়েৰৰ ( Lord Combermere ) অধীনত এটা ব্ৰিটিছ বাহিনী পঠাই দিয়ে। ক'ম্বাৰ-মিয়েৰে সহজতে নিজ কাৰ্য্য পালন কৰি নাবালক ৰজাক পুনৰ সিংহাসনত প্ৰতিষ্ঠা কৰে (১৮২৬)। অক্টাৰ্লনিৰ হস্তক্ষেপ-নীতিৰ প্ৰথমে বিৰোধিতা কৰি পাছত সেই নীতিকে অনুসৰণ কৰিব লগা হোৱাতো আমহাৰ্ষ্টৰ বাবে বৰ কৃতিত্বপূৰ্ণ কাৰ্য্য নহ'ল।

আমহাৰ্ষ্টৰ শাসন কালতে বংগদেশৰ বাৰাকপুৰত এটা চিপাহী বিদ্ৰোহ ঘটে। বেতন আদি সংক্ৰান্তত চিপাহীসকলৰ মাজত আগৰেপৰা এটা প্ৰবল অসন্তুষ্টিৰ ভাব আছিল। কিন্তু সেইবিলাক গুচাবৰ কাৰণে ব্ৰিটিছ বিষয়া সকলে লেশমাত্ৰও চেষ্টা কৰা নাছিল। এনে অৱস্থাত ১৮২৪ চনত তেওঁলোকক যুদ্ধৰ বাবে ব্ৰহ্মদেশলৈ পঠোৱাৰ সিদ্ধান্ত কৰা হয়। সাগৰ যাত্ৰাৰ ফলত জাত যাব বুলি চিপাহীসকলে ভয় খালে। আগৰেপৰা তেওঁলোক আছিল অসন্তুষ্ট আৰু এতিয়া তেওঁলোকে জাত যোৱাৰ ভয়ত কৰ্তৃপক্ষৰ নিৰ্দেশ পালন কৰিবলৈ অসন্মত হ'ল। ইয়াতে ব্ৰিটিছ কমাণ্ডাৰ ছাৰ এডৱাৰ্ড পাজেট ক্ৰুদ্ধ হৈ বহুসংখ্যক চিপাহীক নিষ্ঠুৰভাৱে হত্যা কৰিলে। সৈন্যবিভাগৰ তালিকাৰপৰা ৪৭ নম্বৰ বেংগল ৰেজিমেন্টটোৰ নাম কাটি পেলোৱা হ'ল।

লৰ্ড আমহাৰ্ষ্টে গভৰ্নৰ জেনেৰেলৰ দায়িত্ব পালনত বিশেষ পাৰদৰ্শিতা

দেখুৱাব পৰা নাছিল। কোম্পানিৰ সঞ্চালক সভাও তেওঁৰ ওপৰত সন্তুষ্ট আছিল বুলি ক'ব নোৱাৰি। ১৮২৮ চনৰ মাৰ্চ মাহত তেওঁ নিজেই পদত্যাগ কৰি স্বদেশলৈ উভতি যায়।

## লৰ্ড উইলিয়াম বেণ্টিংক (১৮২৮—১৮৩৫)

১৮২৮ চনৰ জুলাই মাহত লৰ্ড উইলিয়াম কেভেণ্ডিছ বেণ্টিংকে উইলিয়াম বেইলিৰ হাতৰপৰা কাৰ্যভাৰ গ্ৰহণ কৰে। তেওঁ পূৰ্বতে ৪ বছৰ কাল (১৮০৩—১৮০৭) মাদ্ৰাজৰ গভৰ্নৰ হিচাপে কাৰ্য নিৰ্বাহ কৰিছিল, কিন্তু ভেলোৰৰ চিপাহী বিদ্ৰোহ সংক্ৰান্তত তেওঁ দুৰ্নামৰ পাত্ৰ হয় আৰু কোম্পানিৰ কৰ্তৃপক্ষই তেওঁক স্বদেশ প্ৰত্যাবৰ্তনৰ আদেশ দিলে। বেণ্টিংক ইয়াত সন্তুষ্ট নহ'ল। কিয়নো তেওঁ নিজকে নিৰ্দোষী বুলিয়েই বিবেচনা কৰিছিল। পাছত ভেলোৰৰ চিপাহী বিদ্ৰোহৰ কাৰণে মাদ্ৰাজৰ সেনাপতি চাৰ জন ক্ৰেডকেই অধিক পৰিমাণে জগৰীয়া বুলি সিদ্ধান্ত হোৱাত বেণ্টিংকে তেওঁৰ সুনাম ঘূৰাই পালে। ১৮১৮ চনত লৰ্ড আমহাৰ্ষ্টে পদত্যাগ কৰাত তেওঁক গভৰ্নৰ জেনেৰেল কৰি পঠোৱা হ'ল। ১৮২৮ চনৰপৰা ১৮৩৩ চনলৈকে তেওঁ আছিল মাত্ৰ 'বংগৰ গভৰ্নৰ জেনেৰেল', কিন্তু ১৮৩৩ চনৰ চনদ আইনৰ পাছত তেওঁ ভাৰতৰ গভৰ্নৰ জেনেৰেল হিচাপে খ্যাত হয়। গতিকে কোম্পানিৰ শাসন কালত তেৱেঁই হ'ল ভাৰতৰ প্ৰথম গভৰ্নৰ জেনেৰেল।

বেণ্টিংক আছিল শান্তিকামী গভৰ্নৰ জেনেৰেল; তেওঁৰ শাসন কালছোৱা যুদ্ধ-বিগ্ৰহতকৈ সংস্কাৰমূলক কাৰ্যৰ বাবেহে অধিক প্ৰসিদ্ধ। অৰ্থনৈতিক সংস্কাৰ, সমাজ সংস্কাৰ আৰু ইংৰাজী শিক্ষাৰ প্ৰৱৰ্তন কৰি তেওঁ এজন জনহিতৈষী শাসক হিচাপে ভাৰত ইতিহাসত আজিও প্ৰখ্যাত হৈ আছে। লৰ্ড মেকলেই ক'বৰ দৰে বেণ্টিংকে এক মুহূৰ্তলৈকো পাহৰি যোৱা নাছিল যে চৰকাৰৰ প্ৰধান লক্ষ্য হৈছে শাসিতৰ কল্যাণ সাধন কৰা। ভাৰতবাসীৰ হিত সাধন কৰাৰ ক্ষেত্ৰত তেওঁক পৰৱৰ্তী যুগৰ লৰ্ড ৰিপনৰ লগত তুলনা কৰিব পাৰি।

ভাৰতত উপস্থিত হৈয়ে লৰ্ড বেণ্টিংকে অৰ্থনৈতিক সংস্কাৰত হাত দিবলগীয়াত পৰে। ব্ৰহ্মযুদ্ধৰ ফলত কোম্পানিৰ আৰ্থিক অৱস্থা শোচনীয় হৈ পৰিছিল আৰু কোম্পানিৰ কৰ্তৃপক্ষয়ো বেণ্টিংকক ব্যয় সংকোচনৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ নিৰ্দেশ দিছিল। সেই

সময়ত কোম্পানিৰ সামৰিক কৰ্মচাৰীসকলক বেতনৰ উপৰিও অতিৰিক্ত বানচ দিয়াৰ নিয়ম আছিল। যুদ্ধৰ সময়ত তেওঁলোকে দুগুণ বানচ (double batta) পাইছিল আৰু আনকি শান্তিৰ সময়তো তেওঁলোকক আধা বানচ দিয়া হৈছিল। লৰ্ড বেণ্টিংকে দুগুণ বানচ দিয়াৰ নিয়ম বন্ধ কৰি কলিকতাৰপৰা ৪০০ মাইল ভিতৰত থকা সামৰিক লোকসকলৰ কাৰণে অৰ্দ্ধেক বাট্টা (half batta) দিয়াৰ নিয়ম কৰে। এই ব্যৱস্থাৰদ্বাৰা কোম্পানিৰ বহু ধন ৰাহি হ'ল, কিন্তু বেণ্টিংক সামৰিক বিষয়াসকলৰ তেনেই অপ্ৰিয় হৈ পৰিল। সামৰিক বাহিনীৰ লোকৰ ব্যয় হ্ৰাস কৰি তেওঁ উচ্চপদস্থ বেসামৰিক বিষয়াসকলৰো বেতন হ্ৰাস কৰে। ভূমি ৰাজহৰপৰা কোম্পানিৰ আয় বৃদ্ধি কৰিবলৈ বেণ্টিংকে উত্তৰ-পশ্চিম সীমান্ত অঞ্চলত (ৰেলেছলিয়ে ১৮০১ চনত অযোধ্যাৰ নবাবৰপৰা লাভ কৰা অংশবিশেষ) নতুনকৈ ত্ৰিছ বছৰৰ কাৰণে মাটিৰ পট্টন দিয়ে। এই বিষয়ত তেওঁক বিশেষভাৱে সহায় কৰে ৰবাৰ্ট বাৰ্ডে। আগৰেপৰা বাৰ্ডে ভাগ-দখল কৰি অহা বিষয়লৈ চকু ৰাখি অঞ্চলভেদে খেতিয়ক, জমিদাৰ আৰু পঞ্চায়তৰ হাতত মাটিৰ ভাৰ অৰ্পণ কৰে। এই ব্যৱস্থা সম্পূৰ্ণ কৰিবলৈ প্ৰায় ১০ বছৰ সময় লাগে, কিন্তু ইয়াৰপৰা চৰকাৰৰ লাভ হ'ল অধিক। ত্ৰিছ বছৰৰ কাৰণে মাটিৰ বন্দবস্তী পাই মাটিৰ গৰাকীসকলে নতুন উদ্যমেৰে খেতি-বাতি কৰাত লাগিল আৰু তাৰপৰা চৰকাৰৰ আয়ৰ মাত্ৰাও বৃদ্ধি পাবলৈ ধৰিলে। তদুপৰি মালৱৰ আফিঙৰ ব্যৱসায়ো নিজৰ হাতলৈ আনি চৰকাৰ প্ৰভূত পৰিমাণে লাভবান হ'ল। বেণ্টিংকে শাসনভাৰ গ্ৰহণ কৰা সময়ত কোম্পানিৰ চৰকাৰৰ বছৰি প্ৰায় ১০ লাখ পাউণ্ডকৈ ঘাটি পৰিছিল আৰু তেওঁৰ ব্যৱস্থাসমূহৰ ফলতে বছৰি প্ৰায় ১৫ লাখ পাউণ্ডকৈ ৰাহি হ'বলৈ ধৰিলে।

বেণ্টিংকে বিচাৰ ব্যৱস্থাৰো বিস্তৰ পৰিবৰ্ত্তন সাধন কৰে। কৰ্নৱালিছৰ সময়ৰপৰা প্ৰবৰ্ত্তিত ভ্ৰাম্যমান আদালত আৰু আপীল আদালতবোৰ তুলি দি তেওঁ খৰতকীয়া বিচাৰৰ ব্যৱস্থা কৰে। এলাহাবাদতো এখন 'ব'ৰ্ড অৱ ৰেভিনিউ' (Board of Revenew) স্থাপন কৰা হয়। জিলা কলেক্টৰৰ হাতত জিলা মেজিষ্ট্ৰেটৰ ক্ষমতা অৰ্পণ কৰি তেওঁলোকৰ ক'ম কাজবোৰ তদাৰক কৰিবৰ কাৰণে নতুনকৈ কেইবাজনো কমিছনাৰক

নিয়োগ কৰা হয়। বেণ্টিংকে ভাৰতীয় বিচাৰকসকলৰ ক্ষমতাৰ পৰিসৰ বৃদ্ধি কৰি তেওঁলোকৰ বেতনো বঢ়াই দিয়ে। আগতে আদালতসমূহত পাৰ্চী ভাষাৰহে প্ৰচলন আছিল; বেণ্টিংকে তাৰ ঠাইত নিম্নখাপৰ আদালতত আঞ্চলিক ভাষা আৰু উচ্চখাপৰ আদালতত ইংৰাজী ভাষা প্ৰচলন কৰায়। ইয়াৰ ফলত যেনেকৈ আঞ্চলিক ভাষাবোৰে গা কৰি উঠিবলৈ পালে, তেনেকৈ ইংৰাজী ভাষায়ো বিপুল জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হ'ল।

এজন প্ৰখ্যাত সমাজসংস্কাৰক হিচাপে বেণ্টিংকৰ নাম আজিও ভাৰতৰ ইতিহাসত জিলিকি আছে। সতীদাহ প্ৰথাৰ উচ্ছেদ বেণ্টিংকৰ এক উল্লেখযোগ্য কীৰ্তি। মৃত স্বামীৰ চিতাত উঠি প্ৰাণ আহুতি দিয়াটো হিন্দু ৰমণীসকলৰ কাৰণে এটা পুণ্যৰ কাম বুলি বিবেচিত হোৱাত বহু বিধবাক অনিচ্ছা সত্বেও স্বামীৰ লগতে মৃত্যুবৰণ কৰিবলৈ বাধ্য কৰোৱা হৈছিল। এই অমানুষিক প্ৰথা বন্ধ কৰিবলৈ কেইবাজনো গভৰ্ণৰ জেনেৰেলে চেষ্টা কৰিছিল, কিন্তু ভাৰতবাসীৰ ধৰ্মবিশ্বাসত হস্তক্ষেপ কৰা হ'ব বুলি কোনো এজনেও তাক নিষিদ্ধ কৰিবলৈ সাহস কৰা নাছিল। ১৮২৯ চনত লৰ্ড বেণ্টিংকে ৰাজা ৰামমোহন ৰায়, দ্বাৰকা নাথ ঠাকুৰ আদি প্ৰগতিশীল ভাৰতীয় লোকসকলৰ সাহায্যত সতীদাহ প্ৰথা সম্পূৰ্ণভাৱে উঠাই দিলে। সেই সময়ৰ ৰক্ষণশীল সমাজৰ নেতা ৰাজা ৰাধাকান্ত দেৱে বেণ্টিংকৰ ব্যৱস্থাৰ বিৰুদ্ধে জনমত গঠন কৰিবলৈ প্ৰয়াস কৰিছিল, কিন্তু তেওঁ কৃতকাৰ্য্য নহ'ল।

ঠগদমন বেণ্টিংকৰ আন এক প্ৰধান কীৰ্তি। ঠগবিলাক আছিল কালী গোঁসানীৰ উপাসক আৰু তেওঁলোকে নৰহত্যা কৰাৰ উপৰিও বাটকৰাসকলক অতৰ্কিতে আক্ৰমণ কৰি সৰ্বস্ব অপহৰণ কৰিছিল। ঠগবিলাকৰ অত্যাচাৰত সেই সময়ত এঠাইৰপৰা আন ঠাইলৈ যোৱাটো বিপজ্জনক হৈ পৰিছিল। বেণ্টিংকে ঠগবিলাকক দমন কৰিবৰ উদ্দেশ্যে চাৰ উইলিয়াম শ্লিমেন নামৰ এজন সামৰিক বিষয়াক নিয়োগ কৰে। শ্লিমেনৰ তৎপৰতাৰ ফলতে ১৮৩০ চনত ঠগবিলাকৰ উচ্ছেদ সাধন হ'ল। বেণ্টিংকে ৰাজপুতসকলৰ মাজত থকা শিশুবধ প্ৰথা আৰু ভাৰতৰ বিভিন্ন স্থানত প্ৰচলিত নৰবলি প্ৰথাও বন্ধ কৰি ভাৰতবাসীৰ অশেষ কল্যাণ সাধন কৰে। বেণ্টিংকৰ ব্যৱস্থাৱলীৰ ফলতে ভাৰতীয় সমাজ কিছু পৰিমাণে কুসংস্কাৰমুক্ত হৈ পৰিল।

পাশ্চাত্য শিক্ষাৰ প্ৰসাৰ সাধন কৰি লৰ্ড বেণ্টিংকে ভাৰতবৰ্ষৰ প্ৰগতিৰ পথ উন্মোচন কৰি যায়। ১৮১৩ চনৰ চনদ আইনে কোম্পানিৰ চৰকাৰক শিক্ষাৰ বাবদ বছৰি এক লাখ টকা খৰচ কৰিবলৈ নিৰ্দেশ দিছিল আৰু এই ধন সংস্কৃত, আৰবী আৰু পাৰ্চী ভাষাৰ কাৰণেই ব্যয় কৰা হৈছিল। প্ৰগতিশীল ভাৰতীয়ই পাশ্চাত্য শিক্ষাৰ অৰ্থে এই ধন ব্যয় কৰিবলৈ চৰকাৰক খাটনি ধৰিছিল যদিও তাৰ কোনো ফল নহ'ল। প্ৰাচ্য বনাম পাশ্চাত্য শিক্ষালৈ নানা বাক-বিতণ্ডাৰ সৃষ্টি হয় আৰু শেষত লৰ্ড বেণ্টিংকে পাশ্চাত্য শিক্ষাৰ ক্ষেত্ৰতহে চৰকাৰী ধন ব্যয় কৰা হ'ব বুলি নতুন চৰকাৰী নীতি ঘোষণা কৰিলে (৭ মাৰ্চ, ১৮৩৫)। এই নীতি নিৰ্ধাৰণৰ ক্ষেত্ৰত গভৰ্নৰ জেনেৰেল পৰিষদৰ আইন সদস্য লৰ্ড মেকলেৰ অৱদান বিশেষভাৱে উল্লেখযোগ্য।

বৈদেশিক ক্ষেত্ৰত লৰ্ড বেণ্টিংক আছিল অহস্তক্ষেপ নীতিৰ সমৰ্থক। এই নীতি অনুসৰণ কৰিয়েই তেওঁ ভূপাল, গোৱালিয়ৰ আৰু জয়পুৰত প্ৰবল অশান্তি হোৱা সত্ত্বেও কোনো প্ৰকাৰৰ হস্তক্ষেপ নকৰিলে। কিন্তু প্ৰয়োজন বিশেষে বেণ্টিংকে যে দেশীয় ৰজাৰ অভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ কৰা নাছিল এনে নহয়। ৱেলেছলিয়ে মহিসুৰত প্ৰতিষ্ঠা কৰা ৰজাজন কুশাসনত অভিযুক্ত হোৱাত বেণ্টিংকে মহিসুৰৰ শাসন ভাৰ নিজৰ হাতলৈ আনে। পাছত অৱশ্যে ১৮৮১ চনত লৰ্ড ৰিপনে মহিসুৰ ৰাজ্যখন ফিৰাই দিয়ে। ১৮৩৪ চনত বেণ্টিংকে কুৰ্গৰ অত্যাচাৰী ৰজা বীৰৰাজক সিংহাসনচ্যুত কৰি কুৰ্গ ব্ৰিটিছ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। অসমৰ কাছাৰৰ ৰজাজনৰ মৃত্যুৰ ফলত কাছাৰত অশান্তিৰ সূত্ৰপাত হোৱাৰ সম্ভাৱনাই দেখা দিয়াত, বেণ্টিংকে জনসাধাৰণৰ ইচ্ছানুসৰি সেই ৰাজ্যখনো কোম্পানিৰ হাতলৈ আনে। ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তৰ নিৰাপত্তাৰ কাৰণে তেওঁ পঞ্জাবৰ মহাৰাজ ৰণজিৎ সিংৰ লগতো পুনৰ্বাৰ মিত্ৰতাসূত্ৰত আবদ্ধ হয় (১৮৩১)।

লৰ্ড উইলিয়াম বেণ্টিংকৰ শাসন কালতে ইষ্ট ইণ্ডিয়া কম্পেনিৰ চনদখন পুনৰ বিছ বছৰৰ কাৰণে নবীকৰণ কৰা হয়। ১৮৩৩ চনত গৃহীত হোৱা এই চনদখনৰ গুৰুত্ব অতি বেছি, কিয়নো এই চনদখনেই কোম্পানিক এটা বাণিজ্যিক প্ৰতিষ্ঠানৰপৰা ৰাজনৈতিক প্ৰতিষ্ঠানত পৰিণত কৰে। তদুপৰি চনদখনৰ আন কেইবাটাও চৰ্ত বিশেষভাৱে

উল্লেখযোগ্য। বংগৰ গভৰ্নৰ জেনেৰেলক ভাৰতৰ গভৰ্নৰ জেনেৰেল আখ্যা দিয়া হয় আৰু তেওঁৰ পৰিষদৰ সদস্য সংখ্যা তিনিজনৰপৰা চাৰিজনলৈ বৃদ্ধি কৰা হয়। এই চতুৰ্থ সদস্যজন হ'ল আইন সদস্য। নতুনকৈ গঠিত পৰিষদখনকে ব্ৰিটিছৰ শাসনাধীন অঞ্চলসমূহৰ কাৰণে আইন প্ৰণয়ন কৰিবলৈ ক্ষমতা প্ৰদান কৰা হয়। মাদ্ৰাজ আৰু বোম্বাই চৰকাৰো কলিকতাৰ অৰ্থাৎ কোম্পানিৰ ভাৰত চৰকাৰৰ অধীন হৈ পৰিল। ১৮৩৩ চনৰ চনদ আইনে জাতি-বৰ্ণ-ধৰ্ম-নিৰ্বিশেষে ভাৰতবাসীক যোগ্যতা অনুসৰি সকলোবিধৰ চাকৰি দিয়াৰ নীতি গ্ৰহণ কৰে। অৱশ্যে এই নীতি বহু বছৰলৈকে কাৰ্যকৰী কৰা হোৱা নাছিল।

## ছাৰ চাৰ্লছ মেটকাফ (১৮৩৫-৩৬) আৰু লৰ্ড অ'কলেণ্ড (১৮৩৬-৪২)

১৮৩৫ চনৰ মাৰ্চ মাহত লৰ্ড উইলিয়াম বেণ্টিংকে পদত্যাগ কৰাত ছাৰ চাৰ্লছ মেটকাফে গভৰ্নৰ জেনেৰেলৰ কাৰ্যভাৰ গ্ৰহণ কৰে। তেওঁ আছিল কোম্পানিৰ এজন সুদক্ষ কৰ্মচাৰী, বিভিন্ন পদবীত তেওঁ ১৮০০ চনৰপৰাই ভাৰতবৰ্ষত কাম কৰি আছিল। কোম্পানিৰ কৰ্তৃপক্ষই তেওঁকে স্থায়ীভাৱে নিয়োগ কৰাৰ কথা বিবেচনা কৰিছিল, কিন্তু ভাৰতীয় সংবাদপত্ৰক সম্পূৰ্ণ স্বাধীনতা দান কৰা কাৰণে তেওঁ তেওঁলোকৰ অপ্ৰিয় হৈ উঠিল। ১৮৩৬ চনত তেওঁ পদত্যাগ কৰি স্বদেশলৈ উভতি যায়। ইয়াৰ পাছতো তেওঁ ব্ৰিটিছ চৰকাৰৰ অধীনত কেইবাটাও গুৰুত্বপূৰ্ণ দায়িত্ব বহন কৰিছিল।

১৮৩৬ চনৰ মাৰ্চ মাহত স্থায়ীভাৱে গভৰ্নৰ জেনেৰেল পদত নিযুক্তি পাই লৰ্ড অ'কলেণ্ড ভাৰতত উপস্থিত হয়হি। তেওঁৰ দিনতে প্ৰথম ইংগ আফগান যুদ্ধখন (১৮৩৮-৪২) সংঘটিত হয়। এই যুদ্ধখন পৰিচালিত কৰাত তেওঁ কোনো বিচক্ষণতাৰ পৰিচয় দিব নোৱাৰিলে বৰঞ্চ যুদ্ধ শেষ হোৱাৰ আগতেই তেওঁ স্বদেশলৈ উলটি যাবলৈ বাধ্য হয়। দেশীয় সমস্যা সমাধানৰ ক্ষেত্ৰত তেওঁ অৱশ্যে কিছু পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হয়। ১৮৩৭-৩৮ চনত উত্তৰ ভাৰতত এটা ভয়ানক দুৰ্ভিক্ষই দেখা দিয়ে। দুৰ্ভিক্ষ উপশমৰ বাবে লৰ্ড অ'কলেণ্ডে সাহায্যমূলক ব্যৱস্থা গ্ৰহণ কৰে। সেই কালত যাতায়াতৰ ব্যৱস্থা উন্নত নোহোৱাৰ কাৰণে

সময় মতে সাহায্য পঠোৱাত কিছু পলম ঘটে আৰু তাৰ কাৰণে বহু-সংখ্যক লোকে প্ৰাণ হেৰুৱাব লগা হয়। তথাপি ১৭৭০ চনৰ দুৰ্ভিক্ষত চৰকাৰী নিষ্ক্ৰিয়তাৰ বিপৰীতে লৰ্ড অ'কলেণ্ডৰ সাহায্যমূলক নীতি এটা প্ৰশংসনীয় কাৰ্য্য বুলি ক'ব পাৰি। দেশীয় ৰাজ্যবোৰৰ ক্ষেত্ৰতো লৰ্ড অ'কলেণ্ডে এক সবল নীতি গ্ৰহণ কৰে। ১৮৩৯ চনত সাতাৰাৰ অধিপতি প্ৰতাপ সিংহই ব্ৰিটিছৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাত অ'কলেণ্ডে তেওঁক গাদীচ্যুত কৰি তেওঁৰ ঠাইত ভায়েক শাহজীক ৰজা পাতে। কৰ্ণুলৰ নবাবেও একে দোষতে পৰি ৰাজ্যখন হেৰুৱাব লগা হয়। অ'কলেণ্ডে কৰ্ণুলখন ব্ৰিটিছ ৰাজ্যৰ লগত চামিল কৰিলে।

## লৰ্ড এলেনবৰ' (১৮৪২-৪৪)

লৰ্ড অ'কলেণ্ডৰ পাছত লৰ্ড এলেনবৰ' ভাৰতলৈ আহে। অ'কলেণ্ডে আৰম্ভ কৰি যোৱা ইংগ-আফগান যুদ্ধখনৰ তেৱেঁই সামৰণি ঘটায়। ব্ৰিটিছৰ সন্মান ৰক্ষা কৰিবলৈ এলেনবৰ' যত্নপৰ আছিল যদিও আফগানিস্তানৰ ক্ষেত্ৰত ব্ৰিটিছৰ গৌৰৱ কাৰবলগীয়া একো নাথাকিল। দোস্ত মহম্মদকেই পুনৰ আফগান আমীৰ বুলি ব্ৰিটিছ চৰকাৰে স্বীকাৰ কৰিবলৈ বাধ্য হয়। এই বিষয়ে আগতে যথাস্থানত বিবৰি কোৱা হৈছে। সিন্ধু বিজয়ো (১৮৪৩) এলেনবৰৰ শাসন কালৰ এটা প্ৰধান ঘটনা। সিন্ধু প্ৰদেশ ব্ৰিটিছ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰি এলেনবৰ'ই তেওঁৰ নীতিজ্ঞানহীনতাৰ পৰিচয় দিয়ে।

এলেনবৰ'ৰ সময়তে গোৱালিয়ৰৰ অভ্যন্তৰীণ পৰিস্থিতি উত্তপ্ত হৈ উঠে। ১৮৪৩ চনত গোৱালিয়ৰৰ অধিপতি জনকজী সিন্ধিয়াৰ মৃত্যু ঘটাত সিংহাসন উত্তৰাধিকাৰীৰ প্ৰশ্ন লৈ গোৱালিয়ৰত এক প্ৰচণ্ড বিবাদৰ সূত্ৰপাত হয়। জয়জী ৰাও নামৰ মৃত সিন্ধিয়াৰ এজন সম্বন্ধীয় কোঁৱৰক সিন্ধিয়া পতা হ'ল যদিও গোৱালিয়ৰৰ অভ্যন্তৰীণ পৰিস্থিতিৰ দিনক দিনে অৱনতিহে ঘটিবলৈ ধৰে। সিন্ধিয়াৰ বাহিনীত থকা ৪০ হাজাৰ সৈনিকো দুৰ্দমনীয় হৈ উঠিল। সেই সময়তে পঞ্জাবতো খালচা বাহিনীয়ে ৰাজনৈতিক ক্ষমতা হস্তগত কৰিছিল। খালচা বাহিনী আৰু সিন্ধিয়া বাহিনী যুক্ত হৈ ব্ৰিটিছৰ বিপক্ষে থিয় দিব পাৰে বুলি এলেনবৰ'ই শংকা কৰিব ধৰিলে। গোৱালিয়ৰক ব্ৰিটিছৰ নিয়ন্ত্ৰণত ৰাখিবৰ বাবে এলেনবৰ'ই ছাৰ হিউ গফৰ অধীনত এটা বাহিনী পঠাই দিয়ে।

মহাৰাজপুৰ আৰু পানিয়াৰৰ যুদ্ধত গোৱালিয়ৰৰ সৈন্য বাহিনীয়ে পৰাজয় বৰণ কৰিলে। গোৱালিয়ৰ ৰাজ্যখন অৱশ্যে ব্ৰিটিছ ৰাজ্যৰ লগত চামিল কৰা নহ'ল, কিন্তু তাত সতৰ্ক দৃষ্টি ৰাখিবলৈ এজন ব্ৰিটিছ ৰেছিডেণ্ট নিয়োগ কৰা হ'ল। তদুপৰি সিন্ধিয়া সৈন্য বাহিনীৰ সংখ্যা ৯ হাজাৰলৈ হ্ৰাস কৰা হ'ল আৰু এটা ব্ৰিটিছ বাহিনীও গোৱালিয়ৰতে ৰখা হ'ল।

## লৰ্ড হাৰ্ডিঞ্জ (১৮৪৪-৪৮)

উইলিয়াম বাৰ্ড'ক কাৰ্য্যভাৰ দি লৰ্ড এলেনবৰ' ১৮৪৪ চনৰ জুন মাহত স্বদেশলৈ উভতি যায়। ইয়াৰ এমাহৰ পাছতে ছাৰ হেনৰি হাৰ্ডিঞ্জ ভাৰতত উপস্থিত হয়। এজন অভিজ্ঞ সামৰিক বিষয়া হিচাপে তেওঁৰ যথেষ্ট কৃতিত্ব আছিল আৰু ৱাটাৰলু যুদ্ধত তেওঁ নেপ'লিয়নৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰিছিল। তদুপৰি তেওঁ কিছুকাল আয়াৰলেণ্ডৰ যুদ্ধ সচিব আৰু মুখ্য সচিব হিচাপেও কাৰ্য্যনিৰ্বাহ কৰিছিল। ভাৰতত উপস্থিত হোৱাৰ ১৮ মাহৰ পাছতে তেওঁ শিখসকলৰ বিৰুদ্ধে যুদ্ধ কৰিবলগীয়া হয় (১৮৪৫-৪৬)। এই যুদ্ধ তেওঁ কৃতিত্বেৰে সম্পন্ন কৰে আৰু সেইবাবে ব্ৰিটিছ চৰকাৰে তেওঁক আৰু সেনাপতি হিউ গফক লৰ্ড উপাধিৰে বিভূষিত কৰে।

কেইটামান জনহিতকৰ কাৰ্য্যৰ বাবেও লৰ্ড হাৰ্ডিঞ্জৰ শাসন কাল-ছোৱা ভাৰত ইতিহাসত প্ৰসিদ্ধ। ৰেলপথ স্থাপনৰ বাবে তেৱেঁই প্ৰথমে মাটি জৰীপ কৰায়। গংগা নদীৰপৰা এটা প্ৰকাণ্ড খাল খন্দাই তেওঁ শস্য পথাৰত পানী যোগানৰ ব্যৱস্থা উন্নত কৰায়। প্ৰাচ্য আৰু পাশ্চাত্য শিক্ষা বিস্তাৰৰ ক্ষেত্ৰতো তেওঁ যথেষ্ট উদগনি যোগায়। লৰ্ড বেণ্টিংকে সতীদাহ প্ৰথা আৰু শিশুবধ ব্ৰিটিছ শাসনাধীন অঞ্চলতহে বন্ধ কৰিছিল, দেশীয় ৰাজ্যবোৰত তেনে কুপ্ৰথাবোৰ তেতিয়াও চলি আছিল। লৰ্ড হাৰ্ডিঞ্জে দেশীয় ৰাজ্যবোৰৰপৰাও সতীদাহ আৰু শিশুবধ প্ৰথা উঠাই দিয়ে। উৰিষ্যাৰ পাহাৰ অঞ্চলত নৰবলি প্ৰথা চলি থকাৰ খবৰ পাই তেওঁ তাৰ বিৰুদ্ধেও ব্যৱস্থা গ্ৰহণ কৰে। ১৮৪৭ আৰু ১৮৫৪ চনৰ ভিতৰত জন কেম্পবেলে নৰবলি প্ৰথা সম্পূৰ্ণভাৱে বন্ধ কৰিবলৈ সক্ষম হয়।

## লৰ্ড ডেলহাউছি (১৮৪৮-৫৬)

ইষ্ট ইণ্ডিয়া কম্পেনিৰ কৰ্তৃপক্ষই পঠোৱা গভৰ্নৰ জেনেৰেলসকলৰ

ভিতৰত লৰ্ড ডেলহাউছিয়ে আছিল সবাতোকৈ প্ৰখ্যাত। ভাৰতৰ দায়িত্ব-ভাৰ গ্ৰহণ কৰা সময়ত তেওঁৰ বয়স আছিল মাত্ৰ ৩৫ বছৰ, কিন্তু তেওঁ যিদৰে ভাৰতৰ ব্ৰিটিছ সাম্ৰাজ্যক গঢ় দি গ'ল, সেইটো কোনো এজন প্ৰবীণ গভৰ্ণৰ জেনেৰেলেও কৰিব পৰা নাছিল। তেওঁ আছিল অত্যন্ত উদ্যমশীল আৰু কঠোৰ পৰিশ্ৰমী, মাত্ৰ আঠ বছৰ কাৰ্য্য নিৰ্বাহ কৰিয়েই তেওঁ ৰুগীয়া হৈ পৰে আৰু অকালতে (৪৮ বছৰ) ইহলীলা সম্বৰণ কৰিলে।

ভাৰতৰ ইতিহাসত লৰ্ড ডেলহাউছি ৰাজ্য বিস্তাৰ নীতিৰ বাবেই অধিক প্ৰসিদ্ধ, যদিও তেওঁৰ অন্যান্য প্ৰশাসনীয় কাৰ্য্যসমূহো আওকাণ কৰিব নোৱাৰি। তেওঁ আছিল এজন উগ্ৰ সাম্ৰাজ্যবাদী: ৰাজ্যবিস্তাৰ কৰিব পৰা কোনো সুবিধাকেই তেওঁ এৰি দিয়া নাছিল। যুদ্ধ, স্বত্ববিলোপ নীতি (Doctrine of Lapse) আৰু অৰাজকতা—এই তিনিটা উপায়েৰে তেওঁ ভাৰতত ব্ৰিটিছ সাম্ৰাজ্যৰ সীমা বৃদ্ধি কৰিছিল।

ডেলহাউছি ভাৰতবৰ্ষত উপস্থিত হোৱাৰ কেইমাহমানৰ পাছতে দ্বিতীয় আৰু শেষ ইংগ-শিখ যুদ্ধখন (১৮৪৮—৪৯) সংঘটিত হয়। দেৱান মুলৰাজৰ বিদ্ৰোহক কেন্দ্ৰ কৰি প্ৰথমে শিখসকলৰ মাজতে এটা আন্দোলনৰ সৃষ্টি হয়, কিন্তু পাছলৈ ই এটা ব্ৰিটিছবিৰোধী উত্থানৰ ৰূপ লয়। গুজৰাটৰ যুদ্ধত (ফেব্ৰুৱাৰি, ১৮৪৯) সেনাপতি হিউগফৰ হাতত শিখসকল পৰাজিত হ'ল আৰু তাৰ লগে লগে যুদ্ধখনৰ অন্ত পৰিল। এই যুদ্ধখনৰ বাবে পঞ্জাবৰ মহাৰাজ দলীপ সিং অলপো জগৰীয়া নাছিল যদিও ডেলহাউছিয়ে তেওঁক এটা পেন্সন দি তেওঁৰ ৰাজ্যখন ব্ৰিটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰি ল'লে। টিপু চুলতানৰ পৰাজয়ৰ পাছত যেনেকৈ ৱেলেছলিয়ে এখন সৰু মহিচুৰ ৰাজ্যৰ সৃষ্টি কৰি পূৰ্বতে ৰাজত্ব কৰা হিন্দু বংশৰ এজন ৰাজকোঁৱৰক ৰজা পাতিছিল, ঠিক তেনে এটা ব্যৱস্থা পঞ্জাবৰ ক্ষেত্ৰতো গ্ৰহণ কৰিবলৈ কেইবাজনো কৰ্মচাৰীয়ে ডেলহাউছিক পৰামৰ্শ দিছিল, কিন্তু তেওঁ মান্তি নহ'ল। ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তৰ নিৰাপত্তা অধিক সুদৃঢ় কৰিবৰ অৰ্থেই ডেলহাউছিয়ে পঞ্জাবখন ব্ৰিটিছ অধিকাৰভুক্ত কৰাৰ পোষকতা কৰিলে।

ডেলহাউছিৰ সময়ৰ আন এখন প্ৰখ্যাত যুদ্ধ হ'ল দ্বিতীয় ইংগ-ব্ৰহ্ম যুদ্ধ (১৮৫২)। ইংৰাজ বণিকৰ বণিক স্বাৰ্থৰ হকেই ডেলহাউছি

এই যুদ্ধখনত প্ৰবৃত্ত হয় আৰু পেগু অঞ্চল অৰ্থাৎ নামনি ব্ৰহ্মদেশ বিটিছ সাম্ৰাজ্যৰ লগত চামিল কৰে (ডিচেম্বৰ,১৮৫২)। যুদ্ধখনৰ বাবে প্ৰকৃতপক্ষে ডেলহাউচিয়েই জগৰীয়া, কিয়নো ব্ৰহ্ম চৰকাৰৰ লগত ইংৰাজ বণিকৰ স্বাৰ্থৰ বিষয় লৈ এটা বুজাপৰাৰ্লে আহিবৰ থল আছিল যদিও এজন নৌ সেনাপতিক পঠিয়াই তেওঁ প্ৰথমে ব্ৰহ্মদেশক জোকাই লয়। ১৮৪৯ চনত ছিক্কিমৰ ৰজাই কেইজনমান ব্ৰিটিছ নাগৰিকক বন্দী কৰা কাৰণে ডেলহাউচিয়ে ছিকিম ৰাজ্যৰ এক অংশ ব্ৰিটিছ সাম্ৰাজ্যৰ লগত চামিল কৰিলে।

ভাৰতীয় দেশীয় ৰাজ্য গ্ৰাস কৰাৰ ক্ষেত্ৰত ডেলহাউচিয়ে এক নতুন পন্থা অৱলম্বন কৰে ; ইয়াকে স্বত্ববিলোপ নীতি নামে অভিহিত কৰা হয়। তেওঁৰ মতে দেশীয় ৰাজ্যবোৰক দুটা ভাগত ভগাব পাৰি—এভাগ হৈছে ব্ৰিটিছৰ 'অধীন ৰাজ্য' (dependent state) আৰু আনভাগ হৈছে বিটিছৰ 'ৰক্ষিত মিত্ৰ' ( protected ally )। ৰক্ষিত মিত্ৰ ৰাজ্য-বোৰ বিটিছ যুগৰ আগৰেপৰা ভাৰতত বৰ্তি আছিল আৰু সেই ৰাজ্য-বোৰে মাত্ৰ বিটিছৰ ৰক্ষণাবেক্ষণহে গ্ৰহণ কৰিছিল। অধীন ৰাজ্যবোৰ কোম্পানিৰ চৰকাৰে সৃষ্টি কৰিছিল নাইবা সেই ৰাজ্যবোৰৰ কৰ্তৃত্ব কোম্পানিৰ চৰকাৰে আন কোনোবা স্বাধীন ৰাজ্যৰপৰা লাভ কৰিছিল। এই অধীন ৰাজ্যবোৰৰ ক্ষেত্ৰত সাৰ্বভৌম শক্তি (paramount power) হ'ল কোম্পানিৰ চৰকাৰ। যদি কোনোবা অধীন ৰাজ্যৰ ৰজাজনৰ অপুত্ৰক অৱস্থাত মৃত্যু ঘটে, তেন্তে তেওঁৰ স্বত্বৰ ওৰ পৰিব আৰু সেই ৰাজ্যখনৰ অধিকাৰ লাভ কৰিব কোম্পানিৰ চৰকাৰে অৰ্থাৎ সেই ৰাজ্যখনৰ সাৰ্বভৌম শক্তিয়ে। ৰজাজনে যদি কোনোবা তোলনীয়া পুতেকক সিংহাসনৰ বাবে মনোনীত কৰি থৈ যায়, তেন্তে তেওঁৰ অধিকাৰ কোম্পানিৰ চৰকাৰে মানি নলয়। স্বত্ববিলোপ নীতিৰ দোহাই দি ডেল-হাউচিয়ে কেইবাখনো দেশীয় ৰাজ্য বিটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। এইটো কথা এইখিনিতে মন কৰিব লাগিব যে ডেলহাউচিয়ে স্বত্ব-বিলোপ নীতিৰ সৃষ্টি কৰা নাছিল ; তেওঁৰ আগৰপৰাই সেই নীতি প্ৰচলন আছিল। ১৮৩৪ চনতে কোম্পানিৰ কৰ্তৃপক্ষই দেশীয় ৰজাৰ তোলনীয়া পুতেকসকলক সহজতে স্বীকৃতি নিদিবলৈ কোম্পানিৰ চৰকাৰক নিৰ্দেশ দিছিল। ১৮৪১ চনতো পৰাপক্ষত দেশীয় ৰাজ্যবোৰ অধিকাৰ

কৰিবলৈ চৰকাৰক আদেশ দিয়া হৈছিল। তদুপৰি শক্তিকামী হিচাপে প্ৰখ্যাত গভৰ্নৰ জেনেৰেল লৰ্ড বেণ্টিংকেও কিবা এটা নহয় কিবা এটা অজুহাতত কুৰ্গ, কাছাৰ আৰু জয়ন্তীয়া ৰাজ্য বিটিছ ৰাজ্যৰ লগত চামিল কৰিছিল। কিন্তু আগৰ গভৰ্নৰ জেনেৰেলসকলৰ লগত লৰ্ড ডেলহাউছিৰ প্ৰভেদ এইখিনিতেই যে তেওঁ স্বত্ববিলোপ নীতি ব্যাপকভাৱে প্ৰয়োগ আৰু কেতিয়াবা অপপ্ৰয়োগ কৰিবলৈকো কুণ্ঠা বোধ কৰা নাছিল।

লৰ্ড ডেলহাউছিয়ে 'স্বত্ববিলোপ নীতি' পোন প্ৰথমে সাতাৰাৰ ক্ষেত্ৰত প্ৰয়োগ কৰে। মৰাথা সাম্ৰাজ্য ধ্বংস কৰি লৰ্ড হেষ্টিংছে ১৮১৮ চনত এই মৰাথা ৰাজ্যখন প্ৰতিষ্ঠা কৰিছিল। ১৮৪৮ চনত সাতাৰাৰ ৰজা শাহজীৰ মৃত্যু ঘটে, কিন্তু তেওঁ মৃত্যুৰ পূৰ্বেই এজন তোলনীয়া পুতেকক সিংহাসনৰ উত্তৰাধিকাৰী কৰি থৈ যায়। ডেলহাউছিয়ে তোলনীয়া পুতেকজনৰ দাবী অস্বীকাৰ কৰি সাতাৰা ৰাজ্যখন বিটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিলে। কোম্পানিৰ সঞ্চালক সভায়ো ডেলহাউছিৰ এই কাৰ্যক পূৰ্ণ সমৰ্থন জনালে। ১৮৪৯ চনত কমলপুৰৰ ৰজা নাৰায়ণ সিঙৰ অপুত্ৰক অৱস্থাত মৃত্যু হোৱাত ডেলহাউছিয়ে সেই ৰাজ্যখনো অধিকাৰ কৰে।

১৮৫৩ চনত ডেলহাউছিয়ে নাগপুৰ নামৰ এখন প্ৰখ্যাত মৰাথা ৰাজ্য বিটিছ সাম্ৰাজ্যৰ লগত চামিল কৰে। নাগপুৰখন আছিল মৰাথা সাম্ৰাজ্যৰ অংশবিশেষ, আপ্পা চাহেবৰ পৰাজয়ৰ পাছত হেষ্টিংছে নাগপুৰ ৰাজ্যৰ খণ্ড এটা আগৰ ভোঁচলে বংশৰ তৃতীয় ৰঘুজীৰ হাতত সমৰ্পণ কৰিছিল (১৮১৮)। ১৮৫৩ চনত তৃতীয় ৰঘুজীৰ অপুত্ৰক অৱস্থাত মৃত্যু হোৱাত ডেলহাউছিয়ে তেওঁৰ ৰাজ্যখন নিজৰ হাতলৈ আনিলে। নাগপুৰখন যথাৰ্থতে ব্ৰিটিছৰ অধীন ৰাজ্য হয় নে নহয় সেই বিষয়ে মতভেদ আছে; কিন্তু ডেলহাউছিয়ে কলিকতা, বোম্বাই আৰু মাদ্ৰাজৰ মধ্যস্থলত অৱস্থিত, বাণিজ্যিক আৰু ৰাজনৈতিক গুৰুত্বসম্পন্ন ৰাজ্যখন গ্ৰাস কৰাৰ লোভ সম্বৰণ কৰিব নোৱাৰিলে। সাম্ৰাজ্যবাদী দৃষ্টিভংগীৰপৰা এইটো উপযুক্ত কাম হ'ল যদিও নাগপুৰৰ ৰাজপ্ৰাসাদৰ আচবাবপত্ৰ, মণি-মুকুতা, হাতী-ঘোঁৰা-গৰু আদি নিলামত বিক্ৰী কৰি ব্ৰিটিছৰ নীচ মনোবৃত্তিৰ পৰিচয় দিয়াটো ডেলহাউছিৰ উপযুক্ত কাম নহ'ল। ইয়াৰ ফলত জনসাধাৰণৰ মাজত ব্ৰিটিছবিদ্বেষ ভাৱৰ বৃদ্ধি পায়।

১৮৫৪ চনত ঝান্সী ৰাজ্যখনো ডেলহাউচিয়ে দখল কৰে। এই ৰাজ্যৰ ৰজা গংগাধৰ ৰাওৰ ১৮৫৩ চনত মৃত্যু ঘটে, কিন্তু তেওঁ মৃত্যুৰ পূৰ্বেই দামোদৰ নামৰ এজনক তোলনীয়া পো কৰি লৈছিল। গংগাধৰৰ মৃত্যুৰ পাছত দামোদৰ ৰজা হয় আৰু গংগাধৰৰ পত্নী ৰাণী লক্ষ্মীবায়ে তেওঁৰ অভিকৰ্ত্ৰী হিচাপে ৰাজ্যৰ শাসনভাৰ পৰিচালনা কৰে। এই সকলোবোৰ কাৰ্য্য ব্ৰিটিছ চৰকাৰৰ অবিদিত আছিল যদিও ডেলহাউচিয়ে দামোদৰৰ অধিকাৰ অগ্ৰাহ্য কৰি ঝান্সীখন অধিকাৰ কৰে (মাৰ্চ, ১৮৫৪)। ৰাণী লক্ষ্মীবাইক ৬০ হাজাৰ টকাৰ এটা পেন্সন দিয়া হয়।

সাতাৰা, সম্বলপুৰ, নাগপুৰ আৰু ঝান্সীৰ উপৰিও ডেলহাউচিয়ে স্বত্ববিলোপৰ দোহাই দি আন কেইখনো ৰাজ্য ব্ৰিটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। এই ৰাজ্য কেইখন হ'ল জৈতপুৰ (১৮৪৯), ভগৎ (১৮৫০), উদয়পুৰ আৰু কৰৌলি (১৮৫২)। ভগৎ আৰু উদয়পুৰ, পাছত লৰ্ড কেনিঙে সেই ৰাজ্য দুখনৰ উত্তৰাধিকাৰীক ওভোতাই দিয়ে। কৰৌলিখনো কোম্পানিৰ কৰ্তৃপক্ষই প্ৰধান ব্ৰিটিছৰ ৰক্ষিত ৰাজ্য বুলি স্থিৰ কৰাত সেই ৰাজ্যখনো ফিৰাই দিয়া হয়।

লৰ্ড ডেলহাউচিয়ে স্বত্ববিলোপ নীতি অকল ৰাজ্যৰ সাৰ্বভৌম নিৰ্ধাৰণ কৰা ক্ষেত্ৰতে প্ৰয়োগ কৰা নাছিল; ৰাজকীয় মৰ্য্যাদা, পেন্সন আদিৰ ক্ষেত্ৰতো ইয়াক প্ৰয়োগ কৰা হয়। ১৮০১ চনত লৰ্ড ৱেলেছলিয়ে কৰ্ণাটকৰ নবাবক এটা পেন্সন দি তেওঁৰ ৰাজ্যখন ব্ৰিটিছ সাম্ৰাজ্যৰ ভিতৰুৱা কৰি লৈছিল। ১৮৫৩ চনত নবাবজনৰ মৃত্যু হোৱাত ডেলহাউচিয়ে নবাব উপাধি তুলি দি তেওঁৰ উত্তৰাধিকাৰীজনক পেন্সনৰপৰা বঞ্চিত কৰে। তাঞ্জোৰ আৰু নানা চাহেবৰ ক্ষেত্ৰতো অনুৰূপ ব্যৱস্থাকে গ্ৰহণ কৰা হয়। তাঞ্জোৰৰ ৰজাই ১৮১১ চনতে ৰাজ্য হেৰুৱাই এটা পেন্সন ভোগ কৰি আছিল। ১৮৫৫ চনত ৰজাজনৰ অপুত্ৰক অৱস্থাত মৃত্যু হোৱাত তেওঁক পেন্সন বন্ধ কৰি দিয়া হয়। পেছোৱা দ্বিতীয় বাজীৰাওৰ মৃত্যুৰ পাছত লৰ্ড ডেলহাউচিয়ে তেওঁৰ তোলনীয়া পুতেক নানা চাহেবক পেন্সন দিবলৈ অমান্তি হয়। ডেলহাউচিয়ে বৃদ্ধ 'মোগল সম্ৰাট' বাহাদুৰ চাহৰ ৰাজকীয় উপাধিটোও লুপ্ত কৰিবলৈ ইচ্ছা কৰিছিল কিন্তু কোম্পানিৰ কৰ্তৃপক্ষই তাত অসম্মতি প্ৰকাশ কৰাত তেওঁ সেই কাৰ্য্য সমাধা কৰিব নোৱাৰিলে।

স্বত্ববিলোপ নীতিৰদ্বাৰা ৰাজ্য গ্ৰাস কৰি ডেলহাউছিৰ হেঁপাহ নপলাল। দেশীয় ৰজাৰ কুশাসনৰ অভিযোগতো তেওঁ ৰাজ্য গ্ৰাস কৰাৰ এটা উপায় উলিয়ায়। এই উপায় অযোধ্যাৰ ক্ষেত্ৰত অৱলম্বন কৰা হয়। ৱাৰেন হেষ্টিংছৰ দিনৰপৰাই অযোধ্যাখন একপ্ৰকাৰ ব্ৰিটিছৰ ওপৰত নিৰ্ভৰশীল আছিল আৰু তাৰ ফলতে নবাবসকল ক্ৰমাৎ ৰাজ্যশাসনৰ প্ৰতি অমনোযোগী হৈ পৰিল। নবাব ৱাজিদ আলিৰ সময়ত (১৮৪৭—৫৬) অভ্যন্তৰীণ পৰিস্থিতি আৰু বেয়াৰ ফালে চাল খায়। ৱাজিদ আলি এজন অসমৰ্থ শাসক বুলি ডেলহাউছিয়ে তেওঁক এটা পেঞ্চন দি ৰাজ্যখন ব্ৰিটিছ সাম্ৰাজ্যৰ লগত চামিল কৰিলে। ডেলহাউছিয়ে অৱশ্যে অযোধ্যাৰ শাসনভাৰ গ্ৰহণ কৰিয়েই ক্ষান্ত থাকিব খুজিছিল, কিন্তু কোম্পানিৰ সঞ্চালক সভাই দখল কৰিবলৈ কোৱাতহে তেওঁ তেনে কৰিব লগীয়াত পৰে। নাগপুৰৰ দৰে অযোধ্যাৰ নবাবৰ সা-সম্পত্তিবোৰো বিক্ৰী কৰি ডেলহাউছি প্ৰজাসাধাৰণৰ ওচৰত হেয় প্ৰতিপন্ন হৈ পৰে।

হায়দৰাবাদৰ নবাবে ব্ৰিটিছ সৈন্যবাহিনীৰ ভৰণ-পোষণৰ বাবদ কোম্পানিৰ চৰকাৰক বহু ধন দিবলগীয়া আছিল। সেই ধন পৰিশোধ কৰিবলৈ নবাবজন অপাৰগ হোৱাত ডেলহাউছিয়ে বেৰাৰ প্ৰদেশখন ব্ৰিটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰি লয়।

অভ্যন্তৰীণ শাসনৰ বিষয়ত ডেলহাউছিয়ে তেওঁৰ সংগঠনী প্ৰতিভাৰ পৰিচয় দিয়ে। তেওঁৰ বিবিধ কাৰ্য্যাৱলীয়ে আধুনিক ভাৰতৰ ভেটি ৰচনা কৰিছিল বুলি ক'ব পাৰি। শিক্ষা বিষয়ত তেওঁ এটা নতুন দিশৰ সূচনা কৰে। কোম্পানিৰ নিয়ন্ত্ৰণ পৰিষদৰ শিক্ষা বিষয়ক পৰামৰ্শ (ছাৰ চাৰ্লছ উডৰ প্ৰেৰণপত্ৰ, ১৮৫৪) তেওঁ বাস্তৱত ৰূপায়িত কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে। প্ৰাইমেৰি পৰ্য্যায়ৰপৰা আৰম্ভ কৰি কলেজ পৰ্য্যন্ত কিছুমান শিক্ষা প্ৰতিষ্ঠান প্ৰতিষ্ঠা কৰি ডেলহাউছিয়ে আধুনিক শিক্ষা-বিস্তাৰৰ পথ প্ৰশস্ত কৰি তোলে। কলিকতা, বোম্বাই আৰু মাদ্ৰাজতো তিনিখন বিশ্ববিদ্যালয় স্থাপন কৰাৰ ব্যৱস্থা লোৱা হয়। বেচৰকাৰী শিক্ষা প্ৰতিষ্ঠানবোৰকো চৰকাৰী সাহায্য দিয়াৰ নীতি গ্ৰহণ কৰা হয়। তেওঁ ডাক-তাঁৰ ব্যৱস্থাৰো উন্নতি সাধন কৰে। তেওঁ এটা ডাক বিভাগ খুলি এই বিভাগৰ দায়িত্ব এজন ডাইৰেক্টৰ জেনেৰেলৰ হাতত অৰ্পণ কৰে। চিঠি-পত্ৰ প্ৰেৰণ কৰাৰ সুবিধাৰ কাৰণে তেওঁ আধা অনা (বৰ্ত্তমানৰ তিনি

পইচা) দামৰ টিকটৰ প্ৰচলন কৰে। ১৮৫৪ চনত কলিকতা আৰু আগ্ৰাৰ মাজত টেলিগ্ৰাফ লাইন খোলা হয় আৰু পাছত তাক লাহোৰ আৰু পেছোৱাৰলৈকো সম্প্ৰসাৰণ কৰা হয়। ৰেলপথ স্থাপনৰ ক্ষেত্ৰতো উল্লেখযোগ্য অগ্ৰগতি লাভ কৰা হয়। ডেলহাউচিৰ দিনতে প্ৰায় ২০০ মাইল জোৰা ৰেলপথ মুকলি কৰা হয়। জলসিঞ্চন ব্যৱস্থা আৰু বাট-পথৰ উন্নতি সাধন কৰিবলৈ ডেলহাউচিয়ে এটা গড়কাপ্তানি বিভাগ প্ৰতিষ্ঠা কৰে। কলিকতাৰপৰা পেছোৱাৰলৈকে বিস্তৃত গ্ৰেণ্ড ট্ৰাংক ৰ'ড তেওঁৰ এটা উল্লেখযোগ্য কাৰ্তি। ডেলহাউচিৰ নিৰ্মিত ব্ৰিটিছ সাম্ৰাজ্য কালৰ গতিত লোপ পালে যদিও তেওঁৰ জনহিতকৰ কাৰ্য্যসমূহ আজিও জিলিকি আছে।

ডেলহাউচিয়ে স্বদেশলৈ প্ৰত্যাগমন কৰাৰ প্ৰায় পোন্ধৰ মাহৰ পাছতে ভাৰতত এক প্ৰচণ্ড ব্ৰিটিছবিৰোধী উত্থান ঘটে। এই উত্থানৰ কাৰণে ডেলহাউচিকো কিছু পৰিমাণে জগৰীয়া কৰা হয়। তেওঁৰ ৰাজ্যবিস্তাৰ পদ্ধতিয়ে হিন্দু-মুছলমান উভয়ৰে মাজত এক তীব্ৰ বিক্ষোভ ভাবৰ সৃষ্টি কৰে। ৰেলপথ নিৰ্মাণ আদিৰ নিচিনা কাৰ্যাবোৰেও ব্ৰিটিছৰ প্ৰকৃত উদ্দেশ্যৰ বিষয়ে কিছু ভাৰতবাসীক সন্দিহান কৰি তোলে। প্ৰকৃতপক্ষে ১৮৫৭ চনৰ বিদ্ৰোহৰ বাবে ডেলহাউচি কিমান পৰিমাণে জগৰীয়া তাক সঠিককৈ কোৱা টান, কিন্তু তেওঁৰ সাম্ৰাজ্যবাদী নীতিয়েহে বিদ্ৰোহৰ পথ প্ৰশস্ত কৰি তুলিছিল, সেইটো স্বীকাৰ কৰিব লাগিব।

## লৰ্ড কেনিং (১৮৫৬-৬২)

১৮৫৬ চনৰ ফেব্ৰুৱাৰি মাহত লৰ্ড কেনিঙে গভৰ্নৰ জেনেৰেলৰ দায়িত্ব লৈ ভাৰতত উপস্থিত হয়। তেৱেঁই হৈছে ইষ্ট ইণ্ডিয়া কোম্পানিৰ সৰ্বশেষ গভৰ্নৰ জেনেৰেল। ১৮৫৮ চনত ভাৰতৰ শাসনভাৰ প্ৰত্যক্ষভাৱে ব্ৰিটিছ চৰকাৰৰ হাতলৈ যোৱাত তেওঁকেই ভাইচৰয় অথবা ৰাজপ্ৰতিনিধি হিচাপে মনোনীত কৰা হয়। গতিকে লৰ্ড কেনিঙে কোম্পানিৰ গভৰ্নৰ জেনেৰেল হিচাপে দুবছৰ আৰু ব্ৰিটিছ চৰকাৰৰ ৰাজপ্ৰতিনিধি হিচাপে চাৰি বছৰ কাল কাৰ্য্য নিৰ্বাহ কৰে। বৈদেশিক ক্ষেত্ৰত তেওঁৰ উল্লেখযোগ্য সাফল্য হ'ল পাৰস্য অভিযান। ১৮১৪ চনৰ চুক্তি উলংঘা কৰি পাৰস্যই হিৰাট জয় কৰাত (১৮৫৬) ব্ৰিটিছ চৰকাৰৰ নিৰ্দেশানুসাৰে লৰ্ড কেনিঙে পাৰস্যৰ বিৰুদ্ধে এটা বাহিনী প্ৰেৰণ কৰে। যুদ্ধত পাৰস্যই পৰাজয় বৰণ কৰি মে' মাহত

এখন সন্ধি কৰিবলৈ বাধ্য হয়। এই সন্ধিমতে পাৰস্যই হিৰাট ত্যাগ কৰিবলৈ আৰু ভৱিষ্যতে আফগানিস্তানত কোনো প্ৰকাৰে প্ৰভাৱ বিস্তাৰ নকৰিবলৈ প্ৰতিশ্ৰুত হ'ল।

অভ্যন্তৰীণ ক্ষেত্ৰত লৰ্ড কেনিং ১৮৫৭ চনৰ বিদ্ৰোহৰ সন্মুখীন হয়। ভাৰতৰ ব্ৰিটিছ সাম্ৰাজ্যৰ ভেটি কঁপাই তোলা এনে এটা মহান বিদ্ৰোহৰ সন্মুখীন আন কোনো এজন গৰ্ভৰ্নৰ জেনেৰেলেই হ'বলগীয়া হোৱা নাছিল। বিদ্ৰোহ দমন কৰি ব্ৰিটিছ সাম্ৰাজ্য নিষ্কণ্টক কৰাৰ উপৰিও তেওঁ ইংৰাজ আৰু ভাৰতীয়ৰ মাজত সম্ভাৱ স্থাপন কৰিবলৈ যি চেষ্টা কৰিছিল, সেইটো সঁচাকৈয়ে প্ৰশংসনীয় আছিল। নিজ দেশবাসীৰ অপ্ৰিয় হৈও বিদ্ৰোহ দমনৰ পাছত ভাৰতীয়সকলৰ প্ৰতি উদাৰ মনোভাব পোষণ কৰাৰ বাবে তেওঁ আজিও ভাৰতৰ শ্ৰদ্ধাৰ পাত্ৰ হৈ আছে।

দশম অধ্যায়

# ১৮৫৭ চনৰ বিদ্ৰোহ

## ইষ্ট ইণ্ডিয়া কম্পেনিৰ ৰাজ্য বিস্তাৰ নীতি

পৰ্টুগিজ, ওলন্দাজ, ফৰাচী আদি বণিকসকলৰ দৰেই ইংৰাজ বণিক-সকলেও বেচা-কেনাৰ কাৰণেহে ভাৰতলৈ আহিছিল, সাম্ৰাজ্য স্থাপন কৰিবৰ কাৰণে নহয়। কিন্তু সম্ৰাট ঔৰংজেবৰ মৃত্যুৰ পাছৰপৰা মোগল সাম্ৰাজ্য ক্ৰমে দুৰ্বল হৈ পৰাত ভাৰতত ৰাজনৈতিক প্ৰাধান্য স্থাপনৰ বাবেও ইউৰোপীয় বণিকসকল যত্নপৰ হৈ পৰে। এই বিষয়ত অগ্ৰগণী হ'ল ফৰাচী বণিকসকল। পণ্ডিচেৰিৰ ফৰাচী গভৰ্ণৰ ডুপ্লেই প্ৰথমতে দেশীয় ৰজাৰ অভ্যন্তৰীণ পৰিস্থিতিৰ সুযোগ লৈ ভাৰতীয় লোকসকলৰ সাহায্যত যে এখন ঔপনিবেশিক সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিব পৰা যায়, তাৰ এটা দৃষ্টান্ত দাঙি ধৰে। তেওঁ অৱশ্যে ভাৰতত এখন ফৰাচী সাম্ৰাজ্য গঢ়ি তোলাৰ চেষ্টাত ব্যৰ্থ হয়, কিন্তু তেওঁৰ কৌশল অৱলম্বন কৰিয়েই ৰবাৰ্ট ক্লাইব নামৰ ইষ্ট ইণ্ডিয়া কম্পেনিৰ এজন ভূতপূৰ্ব কেৰাণীয়ে ভাৰতত ব্ৰিটিছ সাম্ৰাজ্যৰ ভেটি ৰচনা কৰি যায়। ১৭৫৭ চনৰ পলাশী যুদ্ধৰপৰা ১৮৫৭ চনৰ মহান বিদ্ৰোহৰ সময়চোৱাৰ ভিতৰত ইষ্ট ইণ্ডিয়া কম্পেনি ভাৰতৰ একমাত্ৰ সৰ্বোচ্চ শক্তি হিচাপে পৰিগণিত হয়। বিভিন্ন সময়ত বিভিন্ন ভাৰতীয় শক্তিপৰক বিভিন্ন যুদ্ধত পৰাজয় কৰি কোম্পানিৰ কৰ্মচাৰীসকলে এনে ধীৰভাৱে ভাৰতত আধিপত্য বিস্তাৰ কৰিছিল যে সৰ্বসাধাৰণ মানুহে তাৰ কোনো উমান পোৱা নাছিল। পলাশীৰ পাছৰপৰাই বংগদেশত ইংৰাজৰ প্ৰাধান্য স্থাপন হয় যদিও বংগদেশৰ লোকসকলৰ দৃষ্টিত বংগৰ নবাবেই আছিল একমাত্ৰ তেওঁলোকৰ শাসনকৰ্তা; বংগৰ নবাবীখন

লুপ্ত কৰিবলৈ ইংৰাজসকলে প্ৰত্যক্ষভাৱে কোনো চেষ্টা কৰা নাছিল। কোনো ভাৰতীয় শক্তিক পৰাজিত কৰিলেও ইংৰাজসকলে সেই শক্তিক নিঃশ্চিহ্ন কৰিব খোজা নাছিল, এখন সৰু ৰাজ্যত হ'লেও সেই শক্তিৰ কোনোবা বংশধৰক সিংহাসনত থাপিছিল। টিপু চুলতানৰ পতনৰ পাছত হিন্দু বংশৰ এজন ৰাজকোঁৱৰক মহিছুৰত প্ৰতিষ্ঠা কৰা হয়। মৰাঠাসকলৰ ক্ষেত্ৰতো সেই একে ব্যৱস্থাকে গ্ৰহণ কৰা হয়। ইয়াৰ ফলতে ভাৰতীয় লোকসকলে ইংৰাজসকলৰ প্ৰকৃত সামৰ্থ্য উপলব্ধি কৰিবলৈ অপাৰগ হ'ল।

যুদ্ধজয়ৰ যোগেদি ৰাজ্যবিস্তাৰ কৰাৰ উপৰিও ইষ্ট ইণ্ডিয়া কোম্পেনিয়ে কূট-কৌশলী নীতিৰদ্বাৰাও দেশীয় ৰাজ্যবোৰৰ ওপৰত অধিক প্ৰাধান্য স্থাপন কৰিবলৈ সক্ষম হয়। হায়দৰাবাদৰ নিজাম, অযোধ্যাৰ নবাব, ৰাজপুতানাৰ ৰজা আদিয়ে কোম্পানিৰ লগত মিত্ৰতাসূত্ৰত আবদ্ধ হৈ নিজ নিজ ৰাজ্য শাসন কৰি থাকিল যদিও প্ৰকৃতপক্ষে তেওঁলোক সম্পূৰ্ণভাৱে কোম্পানিৰ বহতীয়া হৈ পৰিল। কিন্তু সৰ্বসাধাৰণ প্ৰজাৰ চকুত নিজাম, নবাব আদিয়েই হৈছে তেওঁলোকৰ শাসনকৰ্তা; সেই শাসনকৰ্তাসকল যে কোম্পানি চৰকাৰৰ নিয়ন্ত্ৰণাধীন, এই কথাটো কাৰো দৃষ্টিত ধৰা নপৰিল। গতিকে দেশীয় ৰাজ্যৰ অভ্যন্তৰীণ শাসনত কিবা বেমেজালিয়ে দেখা দিলেও প্ৰজাসাধাৰণৰ ইংৰাজৰ ওপৰত অসন্তুষ্ট হোৱাৰ কোনো কাৰণ নাছিল।

মুঠৰ ওপৰত পলাশী যুদ্ধৰ পাছত ইষ্ট ইণ্ডিয়া কোম্পেনি সাম্ৰাজ্য স্থাপন কাৰ্য্যত ব্ৰতী হ'লেও প্ৰত্যক্ষভাৱে দেশ শাসন কৰিবলৈ ইংৰাজসকলে চেষ্টা কৰা নাছিল। বংগৰ নবাবৰ নামত অথবা মোগল সম্ৰাটৰ নামতহে প্ৰথমতে কোম্পানিৰ গভৰ্ণৰ জেনেৰেলসকলে কাৰ্য্য নিৰ্বাহ কৰিছিল। প্ৰাদেশিক শাসনকৰ্তাসকলৰ দৰে গভৰ্ণৰ জেনেৰেলেও পুৰাপৰ প্ৰথা অনুযায়ী মোগল সম্ৰাটৰ বশ্যতা স্বীকাৰ কৰি সম্ৰাটৰপৰা অনুগ্ৰহ, উপাধি আদি লাভ কৰিছিল। এনে অৱস্থাত ভাৰতীয়সকলৰ দৃষ্টিত মোগল সম্ৰাটেই আছিল ভাৰতৰ শাসক, কোম্পানিৰ চৰকাৰ নহয়। ঊনবিংশ শতিকাৰ দ্বিতীয় দশকৰপৰা কোম্পানিৰ চৰকাৰৰ মনোভাৱৰ পৰিবৰ্তন ঘটে আৰু গভৰ্ণৰ জেনেৰেলসকল নিজৰ কৰ্তৃত্ব স্থাপন কৰিবলৈ অধিক যত্নপৰ হৈ পৰে। লৰ্ড হেষ্টিংছে মোগল সম্ৰাটৰ

সৈ'তে সমপর্য্যায়ৰ মর্য্যাদা দাবী কৰি সম্ৰাটক সাক্ষাৎ কৰাৰ সময়ত বহাৰ অধিকাৰ বিচাৰে; অৱশ্যে তেওঁৰ এই দাবী অগ্ৰাহ্য হয়। মোগল সম্ৰাটৰ কর্তৃত্ব উলংঘা কৰিবলৈ তেওঁ অযোধ্যাৰ নবাবক স্বাধীনতা ঘোষণা কৰিবলৈ উদগনি যোগায়। তেওঁৰ প্ৰৰোচনাত পৰিয়েই গাজীউদ্দিন হাইদৰে নিজকে এজন স্বাধীন ৰজা (মোগল কর্তৃত্বৰপৰা স্বাধীন) বুলি ঘোষণা কৰে, যদিও তেওঁৰ নতুন সন্মান কোম্পানিৰ চৰকাৰৰ বাহিৰে আনৰ ওচৰত স্বীকৃত নহ'ল। লাহে লাহে কোম্পানিৰ চৰকাৰে অধিক সাহস সঞ্চয় কৰি বিভিন্ন কার্য্যাৱলীৰ দ্বাৰা নিজকে ভাৰতৰ একমাত্ৰ ৰাজনৈতিক শক্তি হিচাপে প্ৰতিপন্ন কৰে। ১৮৩৫ চনত কোম্পানিৰ মুদ্ৰাৰপৰা মোগল সম্ৰাটৰ নামটো বাদ দিয়া হয়। সেই একে বছৰতে পাৰ্চী ভাষাৰ পৰিবর্তে ইংৰাজী ভাষা প্ৰচলন কৰা হয়। এনে ব্যৱস্থাবোৰৰ ফলতে ইংৰাজসকলেই যে ভাৰতৰ প্ৰকৃত শাসক সেই কথা স্পষ্ট হৈ পৰে আৰু তাৰ লগে লগে ভাৰতীয়সকলৰ অসন্তুষ্টিৰ মাত্ৰা ক্ৰমাৎ বৃদ্ধি পাই যায়। লৰ্ড ডেলহাউচিৰ সময়ৰপৰা ভাৰতবর্ষৰ পৰিস্থিতি অতি ভয়াবহ হৈ উঠে। তেওঁৰ বিভিন্ন কার্য্যাৱলীয়ে হিন্দু-মুছলমান উভয়ৰে মনত গভীৰ উদ্বেগ ভাবৰ সৃষ্টি কৰে। এইবিলাকৰ ফলস্বৰূপে ১৮৫৭ চনত এক ব্ৰিটিছবিৰোধী উত্থান ঘটে। এই উত্থানক বহু বিদেশী ঐতিহাসিকে চিপাহী বিদ্ৰোহ বুলি ক'ব খোজে; কিছুসংখ্যক ভাৰতীয় ঐতিহাসিকে ইয়াক স্বাধীনতাৰ প্ৰথম যুদ্ধ হিচাপে অভিহিত কৰিব খোজে। ১৮৫৭ চনৰ বিদ্ৰোহৰ চৰিত্ৰ নির্ধাৰণ কৰাৰ আগতে বিদ্ৰোহৰ কাৰণ, বিস্তাৰ আদিৰ বিষয়ে আলোচনা কৰাটো প্ৰয়োজন।

## বিদ্ৰোহৰ কাৰণ

১৮৫৭ চনৰ বিদ্ৰোহৰ কাৰণবোৰ সাধাৰণতে পাঁচ ভাগত ভগোৱা হয়। এই কাৰণবোৰ হৈছে ৰাজনৈতিক, সামাজিক, ধার্মিক, আর্থিক আৰু সামৰিক। ৰাজনৈতিক কাৰণৰ ভিতৰত কোম্পানিৰ চৰকাৰ তথা ডেলহাউচিৰ সাম্ৰাজ্যবাদী নীতিয়েই বিশেষভাৱে উল্লেখযোগ্য ৰবার্ট ক্লাইবৰপৰা আৰম্ভ কৰি প্ৰায় প্ৰতিজন গভৰ্ণৰ বা গভৰ্ণৰ জেনেৰেলে ভাৰতত ব্ৰিটিছ সাম্ৰাজ্য এখন স্থাপন কৰাৰ ক্ষেত্ৰত অবিৰণা যোগাই আছিছে। ব্ৰিটিছৰ ক্ৰমবর্ধমান শক্তিত অসন্তুষ্ট হৈয়েই বংগৰ

নবাব মিৰ কাছিম, অযোধ্যাৰ নবাব চুজাউদ দৌলা আৰু সম্ৰাট ছাহ আলমে বক্সাৰত (১৭৬৪) সম্মিলিত হৈ ব্ৰিটিছৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰিছিল। মহিছুৰৰ হাইদৰ আলি আৰু তেওঁৰ পুতেক টিপু চুলতানেও অন্যান্য শক্তিৰ সাহাযাত ব্ৰিটিছক ভাৰতৰপৰা বিতাৰিত কৰিবলৈ চেষ্টা কৰিছিল। এই সকলোবোৰ চেষ্টা নিষ্ফল হ'ল যদিও ব্ৰিটিছৰ ওপৰত ভাৰতবাসী বিশেষকৈ দেশীয় ৰজা বা নবাবসকল যে অসন্তুষ্ট, সেই কথা ওলাই পৰে। ভাৰতীয়সকলৰ অসন্তুষ্টিৰ কথা উপলব্ধি কৰিয়েই ব্ৰিটিছ চৰকাৰে প্ৰায় উনবিংশ শতিকাৰ আৰম্ভণিৰপৰা ডেলহাউচিৰ সময়লৈকে পৰাপক্ষত দেশীয় ৰাজ্য গ্ৰাস কৰাৰপৰা বিৰত থাকে। ইয়াৰ অৱশ্যে ব্যতিক্ৰম লক্ষ্য কৰা যায় পেছোৱা দ্বিতীয় বাজীৰাওৰ ৰাজ্যৰ ক্ষেত্ৰত, কিন্তু পৰিস্থিতি অনুকূল হোৱা সত্ত্বেও ১৮৪৩ চনত লৰ্ড এলেনবৰ'ই গোৱালিয়ৰ আৰু প্ৰথম ইংগ-শিখ যুদ্ধৰ পাছত লৰ্ড হাৰ্ডিঞ্জে পঞ্জাব দখল কৰাৰপৰা বিৰত থকাটো বিশেষভাৱে মন কৰিবলগীয়া। এই সময়ছোৱাৰ ভিতৰত লৰ্ড উইলিয়াম বেন্টিংকে কেইখামনো দেশীয় ৰাজ্য আত্মসাৎ কৰিছিল যদিও তেওঁৰ নীতিয়ে কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰা নাছিল, কিয়নো তেওঁ সংশ্লিষ্ট প্ৰজাসাধাৰণৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ তেনে পন্থা গ্ৰহণ কৰা বুলি সকলোৱে বিবেচনা কৰিছিল। কিন্তু লৰ্ড ডেলহাউচিয়ে আগৰ সকলো সাৱধানতা পৰিহাৰ কৰি ব্ৰিটিছ সাম্ৰাজ্য শক্তিশালী কৰিবলৈ দেশীয় ৰাজ্য বিনাশ কৰাৰ নীতি গ্ৰহণ কৰে। স্বত্ববিলোপ নীতিৰ দোহাই দি তেওঁ যিদৰে সাতাৰা, ঝান্সী আদি ৰাজ্যৰ অৱসান ঘটালে, তাত শাসকসকলৰ উপৰিও বহু লোক অসন্তুষ্ট হ'ল। তোলনীয়া পুতেকৰ অধিকাৰ স্বীকাৰ নকৰি তেওঁ নানা চাহেবৰ বৃত্তি বন্ধ কৰে। নাগপুৰ ৰাজপ্ৰাসাদ লুণ্ঠন কৰি ডেলহাউচিয়ে অনাহকতে হিন্দু মনস্তত্ত্ব ক্ষুণ্ণ কৰে। নামমাত্ৰ মোগল সম্ৰাট বাহাদুৰ চাহৰ প্ৰতি ডেলহাউচিৰ মনোভাব মুছলমানসকলৰ উদ্বেগৰ প্ৰধান কাৰণ হৈ উঠে। অযোধ্যা ৰাজ্যৰ অৱলুপ্তি আৰু নবাবৰ পৰিয়ালৰ প্ৰতি ব্ৰিটিছ কৰ্মচাৰীসকলৰ ব্যৱহাৰে জনসাধাৰণৰ মাজত তীব্ৰ বিক্ষোভৰ সৃষ্টি কৰে। এই সকলোবিলাক মিলি ১৮৫৭ চনৰ বিদ্ৰোহৰ পথ প্ৰশস্ত কৰি তুলিলে।

সামাজিক আৰু ধৰ্মীয় কাৰণবোৰ একেলগে আলোচনা কৰিব পৰা যায়, কিয়নো ভাৰতীয়সকলৰ দৃষ্টিত ধৰ্ম আৰু সমাজৰ মাজত এটা নিবিড় সম্পৰ্ক আছে। পাশ্চাত্য সভ্যতাৰ অগ্ৰগতিক ৰামমোহন ৰায়ৰ নিচিনা কিছুসংখ্যক প্ৰগতিশীল ব্যক্তিয়ে স্বাগত জনালেও ৰক্ষণশীল ভাৰতীয় সমাজ ইয়াত গভীৰভাৱে অসন্তুষ্ট হয়। ইংৰাজী শিক্ষাৰ বিস্তাৰ, ৰেলপথ স্থাপন, টেলিগ্ৰাফ ব্যৱস্থা, সতীদাহ আৰু শিশুবধ নিবাৰণ ইত্যাদি বিবিধ কাৰ্য্যাৱলীয়ে ভাৰতবাসীক ব্ৰিটিছ চৰকাৰৰ প্ৰকৃত উদ্দেশ্যৰ বিষয়ে সন্দিহান কৰি তোলে। লৰ্ড কেনিঙক ভাৰতীয় লোকক খ্ৰিষ্টান ধৰ্মত দীক্ষিত কৰিবৰ হকেই প্ৰেৰণ কৰা হৈছে বুলি বহুসংখ্যক লোকে ভাবিবলৈ ধৰে। এই সন্দেহ গাঢ়তৰ হয় যেতিয়া কেনিঙে ভাৰতত উপস্থিত হোৱাৰ কেইমাহমানৰ পাছতে হিন্দু বিধবা পুনৰ্বিবাহ আইনখন (১৮৫৬) বলবৎ কৰে। আইনৰ উদ্দেশ্য মহৎ আছিল যদিও হিন্দুসকলৰ ধৰ্মবিশ্বাসত অযথা হস্তক্ষেপ কৰা হৈছে বুলি ৰক্ষণশীল লোকসকল ক্ষুণ্ণ হ'ল। ১৮৫৬ চনৰ জুলাই মাহত কেনিঙে সামৰিক সেৱা সংশ্লিষ্ট ( General Service Enlistment Act ) এখন আইন কৰি সামৰিক বাহিনীৰ লোকসকলকো উত্তেজিত কৰি তোলে। বিদেশলৈ গ'লে জাত যাব বুলি ভয় কৰি উচ্চ সম্প্ৰদায়ৰ লোকেৰে গঠিত 'বেংগল আৰ্মি'য়ে আগতেও বিদেশত যুদ্ধ কৰিবলৈ অসম্মতি প্ৰকাশ কৰিছিল, কিন্তু লৰ্ড কেনিঙে সাধাৰণ 'সেৱা ভৰ্তিকৰণ আইন' অনুসৰি সকলো সৈনিক প্ৰয়োজন হ'লে সকলো ঠাইতে যুদ্ধ কৰিবলৈ বাধ্য বুলি ঘোষণা কৰিলে। ভাৰতীয় লোকৰ ধৰ্ম নষ্ট কৰাৰ উদ্দেশ্যেই এনে এখন আইন প্ৰণয়ন কৰা হৈছে বুলি সৰ্বসাধাৰণ মানুহৰ মাজত এটা ধাৰণা সোমায়। এইটো কথা ইয়াতে মন কৰিব পাৰি যে ব্ৰিটিছ চৰকাৰৰ সমাজসংস্কাৰমূলক কাৰ্য্যাৱলীয়ে যাইকৈ ৰক্ষণশীল হিন্দু সমাজৰ স্বাৰ্থহে ক্ষুণ্ণ কৰিছিল, মুছলমানসকলৰ নহয়; কিন্তু মুছলমান সম্প্ৰদায়ৰ লোকসকলো সেইবিলাকত আতংকিত হৈ পৰে। তেওঁলোকে ভাবিবলৈ ধৰিলে যে যদি ব্ৰিটিছ চৰকাৰে হিন্দুসকলৰ ধৰ্মবিশ্বাসত হস্তক্ষেপ কৰিবলৈ কুণ্ঠাবোধ কৰা নাই, তেনেহ'লে তেওঁলোকৰ ক্ষেত্ৰতো যে একে নীতি গ্ৰহণ কৰিব, তাত কোনো সন্দেহ নাই। খ্ৰিষ্টান ধৰ্মত দীক্ষিত কৰাৰ সম্পৰ্কে ভাৰতবাসীৰ মনত যি সন্দেহৰ ভাব উদিত হৈছিল তাক অৱশ্যে

সম্পূৰ্ণ অমূলক বুলি ক'ব নোৱাৰি। সামৰিক আৰু বেসামৰিক সেৱাৰ কিছুসংখ্যক ব্ৰিটিছ কৰ্মচাৰীয়ে যে সেইকালত খ্ৰিষ্টান ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত অধিক আগ্ৰহ প্ৰকাশ কৰিছিল সেই কথাটো বিদ্ৰোহৰ সম-সাময়িক বহু লেখকে স্বীকাৰ কৰি গৈছে। বেভাবেও গোপীনাথ নন্দী নামৰ এজন ভাৰতীয় খ্ৰিষ্টানৰ লিখনীৰপৰা জনা যায় যে সেই সময়ত কাৰাগাৰৰ কয়দীসকলৰ ওচৰলৈ খ্ৰিষ্টান মিছনেৰিসকলৰ অবাধ গতি আছিল আৰু তেওঁলোকৰ আগত নিতৌ খ্ৰিষ্টান ধৰ্ম সম্পৰ্কে বক্তৃতা দিয়া হৈছিল। তেওঁৰ ভাষাত ক'বলৈ হ'লে, 'The prisoners in the jail were also daily instructed in christianity and general knowledge by a christian teacher, and every Sabbath morning the gospel was preached by me This privilege was granted by our pious magistrate The judge and the magistrate, as well as other gentlemen, took a deep interest in the mission, and helped us with their prayers, gccd advice and pecuniary aid' * এনেকুৱা অৱস্থাত হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ লোকৰ মাজত এটা ত্ৰাসৰ ভাব সৃষ্টি হয়।

বিদ্ৰোহৰ আন এটা প্ৰধান কাৰণ হ'ল অৰ্থ নৈতিক। ব্ৰিটিছ সাম্ৰাজ্যৰ ক্ৰমবিস্তাৰৰ লগে লগে ভাৰতবৰ্ষৰ বহুসংখ্যক লোক কৰ্মসংস্থানহীন হৈ পৰিল। বেপাৰ-বাণিজ্য বিদেশীৰ হাতলৈ গ'ল আৰু বিদেশী পণ্যদ্ৰব্যৰ প্ৰতিযোগিতাত ভাৰতীয় শিল্পবোৰে ক্ৰমে ধ্বংসৰ ফালে গতি কৰিলে। দেশীয় ৰাজ্যবোৰৰ অবলুপ্তি ঘটাত সেই ৰাজ্যবোৰৰ ওপৰত নিৰ্ভৰশীল ডা-ডাঙৰীয়াসকলৰ জীৱিকা নিৰ্বাহৰ কোনো উপায় নোহোৱা হ'ল। ব্ৰিটিছ চৰকাৰৰ নতুন ৰাজহ নীতিৰ ফলতো বহুসংখ্যক লোক বেকাৰ হৈ পৰিল। লৰ্ড কৰ্নৱালিচৰ চিৰস্থায়ী বন্দবস্ত আৰু মাটি বিক্ৰী কৰি ৰাজহ আদায় নিয়মৰ ব্যৱস্থাই বংগদেশৰ পুৰণি জমিদাৰ শ্ৰেণীটোক উচ্ছন্ন কৰিলে। ভাৰতৰ কোনো কোনো ঠাইত ৰায়তক প্ৰত্যক্ষভাৱে

*Quoted in 'Eighteen Fifty-Seven, by Dr S. N. Sen, p. p. 10-11.

মাটিৰ বন্দবস্তী দিয়া হৈছিল যদিও তাৰপৰা ৰায়তৰ আৰ্থিক অৱস্থাৰ একো উন্নতি নহ'ল, কিয়নো ৰাজহৰ নিৰিখ আছিল অতি উচ্চ। যথোচিত পৰিমাণে শস্যাদি উৎপন্ন নোহোৱাৰ সময়তো ৰায়তসকলক কোনোপ্ৰকাৰৰ সকাহ দিয়া হোৱা নাছিল। ৰাজহ ব'ৰ্ডৰ অনুমোদন ক্ৰমেও বহুতো জমিদাৰী বাজেয়াপ্ত কৰা হয়, যাৰ ফলত বহুসংখ্যক লোক কৰ্মচ্যুত হৈ পৰিল। দাক্ষিণাত্যত লৰ্ড ডেলহাউছিয়ে জমিদাৰৰ ভূমিস্বত্ব সম্পৰ্কে অনুসন্ধান চলাই বিনা ক্ষতিপূৰণে ২০,০০০ পৰিয়ালক উচ্ছেদ কৰে। এই ব্যৱস্থাৰ ফলত উদ্ভৱ হ'ব পৰা সমস্যাৰ প্ৰতি ডেলহাউছিয়ে লেশমাত্ৰও চিন্তা নকৰিলে। অযোধ্যা ৰাজ্যখন ব্ৰিটিছৰ হাতলৈ যোৱাত নবাব পৰিয়ালৰ লোককে আদি কৰি বহুসংখ্যক লোকৰ জীৱিকা নিৰ্বাহৰ পথ বন্ধ হৈ গ'ল। সম্ভ্ৰান্ত পৰিয়ালৰ লোকসকলেও অলংকাৰ-পাতি আৰু অন্যান্য সামগ্ৰী বিক্ৰী কৰি দিন যাপন কৰিব-লগীয়াত পৰে। আনকি মহিলাসকলেও ৰাতি ভিক্ষাৰ কাৰণে ঘৰৰপৰা ওলাবলগীয়াত পৰিছিল। নবাব পৰিয়ালৰ লোকসকলৰ ভৰণ-পোষণৰ বাবে ব্ৰিটিছ চৰকাৰে শেষত অৱশ্যে কিছু ব্যৱস্থা লৈছিল। কিন্তু তাৰ আগতে প্ৰায় সকলো লোকেই দুৰ্দশাৰ চৰম সীমাত উপনীত হৈছিল। তদুপৰি ব্ৰিটিছ চৰকাৰৰ নতুন ৰাজস্ব নীতিৰ ফলত অযোধ্যাৰ তালুকদাৰ-সকলো জমিদাৰীৰপৰা বঞ্চিত হ'ব লগীয়াত হয়। লক্ষ্ণৌৰ চিফ কমিছনাৰ কভাৰ্লি জেকছনে (Coverly Jackson) নবাবৰ সৈন্যদল ভংগ কৰি দিয়াত ৪০ হাজাৰতকৈ অধিকসংখ্যক সৈনিকৰ কোনো উপাৰ্জনৰ পথ নোহোৱা হ'ল। মুঠতে ব্ৰিটিছ চৰকাৰৰ বিবিধ কাৰ্য্যাৱলীৰ ফলস্বৰূপে অযোধ্যাৰ পৰিস্থিতি উত্তপ্ত হৈ পৰিল।

বিদ্ৰোহৰ প্ৰধান কাৰণ হ'ল সেনাবাহিনী অৰ্থাৎ চিপাহীসকলৰ অসন্তুষ্টি। দৰাচলতে চিপাহীসকলেই হ'ল ১৮৫৭ চনৰ বিদ্ৰোহৰ মূল স্ৰষ্টা। চিপাহীসকলৰ অসন্তুষ্টিৰ এটা যাই কাৰণ হৈছে আৰ্থিক। ব্ৰিটিছ চৰকাৰে ভাৰতীয় চিপাহীসকলৰ সাহায্যত এখন বিশাল সাম্ৰাজ্য গঢ়ি তুলিছিল যদিও তেওঁলোকে বিশেষ কোনো আৰ্থিক সুবিধা ভোগ কৰা নাছিল। এজন সাধাৰণ ব্ৰিটিছ সামৰিক কৰ্মচাৰীয়ে ৰাজকীয় ধৰণে যিদৰে জীৱন অতিবাহিত কৰিছিল, তাৰ বিপৰীতে এজন ভাৰতীয় চিপাহীয়ে সাধাৰণভাৱেও জীৱন ধাৰণ কৰা কঠিন হৈ পৰিছিল।

পদাতিক বাহিনীৰ এজন চিপাহীৰ মাহেকীয়া বেতন আছিল মাত্ৰ সাত টকা। অশ্বাৰোহী বাহিনীৰ চিপাহীক মাহেকত সাতাইছ টকা দিয়া হৈছিল, কিন্তু তেওঁ নিজৰ ঘোঁৰা নিজেই কিনিব লাগিছিল। এজন ব্ৰিটিছ বিষয়াৰ হিচাপৰপৰাও ভাৰতীয় চিপাহীৰ আৰ্থিক দুৰৱস্থাৰ কথা স্পষ্ট হৈ পৰে। তেওঁৰ মতে ভাৰতৰ সৰ্বমুঠ ৩,১৫,৫২০ জন সামৰিক বাহিনীৰ লোকৰ কাৰণে ৯৮,০২,২৩৫ পাউণ্ড ব্যয় কৰা হৈছিল আৰু তাৰ ভিতৰত কমেও ৫৬,৬৮,১১০ পাউণ্ড অকল ৫১,৩১৬ জন ইউৰোপীয় বিষয়া আৰু সৈনিকৰ কাৰণেই খৰচ কৰা হৈছিল। এনেকুৱা অৰ্থনৈতিক বৈষম্যৰ কাৰণে ভাৰতীয় চিপাহীসকলৰ মাজত অসন্তুষ্টিৰ মাত্ৰা বৃদ্ধি পায় আৰু দূৰদেশত যুদ্ধ কৰিবলৈ যোৱাৰ বাবদ অতিৰিক্ত বানচ দাবী কৰি তেওঁলোক ১৮৪৪, ১৮৪৯, ১৮৫০ আৰু ১৮৫২ চনত ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিল।

ব্ৰিটিছ সামৰিক বিষয়াসকলৰ দুৰ্ব্যৱহাৰ চিপাহীসকলৰ অসন্তুষ্টিৰ আন এটা কাৰণ। ব্ৰিটিছ শাসনৰ প্ৰথমছোৱাত ব্ৰিটিছ বিষয়া আৰু চিপাহী-সকলৰ মাজত যথেষ্ট সদ্ভাৱ আছিল, কিন্তু লাহে লাহে এই সদ্ভাৱ নাইকিয়া হৈ গ'ল। চিপাহীৰপৰা চুবেদাৰ হোৱা সীতাৰাম নামৰ এজন ভাৰতীয় সৈনিকে নিজৰ জীৱনতে এই পৰিবৰ্তনৰ কথা লক্ষ্য কৰিছে। সাধাৰণতে ডেকা সামৰিক বিষয়াসকল আছিল অতি উদ্ধত ; তেওঁলোকে অশ্ৰাব্য ভাষাৰে চিপাহীসকলক গালি-গালাজ পাৰিছিল, যেনে—ভাৰতীয় চিপাহীসকল হ'ল এক ইতৰ শ্ৰেণীৰ জীৱ। তেওঁলোকৰ ব্যৱহাৰত হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ চিপাহীসকল বাককৈয়ে ক্ষুণ্ণ হয়। তদুপৰি পদোন্নতিৰ বেলিকাও ব্ৰিটিছ চৰকাৰে এক উগ্ৰ বৈষম্যমূলক নীতি অনুসৰণ কৰাত চিপাহীসকলৰ মাজত বিদ্বেষ ভাবৰ বৃদ্ধি পায়। কোনো কৃতিত্বপূৰ্ণ কাৰ্য্য সম্পাদন কৰিলেও চিপাহীসকলে যে কোনো উচ্চপদ লাভ কৰিব নোৱাৰে, সেইটো তেওঁলোকে ভালকৈয়ে বুজি পাইছিল। সীতাৰাম নামৰ চিপাহীজনেও ব্ৰিটিছক একনিষ্ঠভাৱে আঠচল্লিছ বছৰ সেৱা কৰাহে পঞ্চষষ্ঠী বছৰ বয়সত চুবেদাৰ পদ লাভ কৰিছিল। ব্ৰিটিছ সৈন্যবিভাগত এইটোৱেই আছিল ভাৰতীয়সকলৰ বাবে একমাত্ৰ উচ্চ পদ।

খ্ৰিষ্টান ধৰ্মৰ দ্ৰুত প্ৰসাৰেও ভাৰতীয় চিপাহীসকলক উত্তেজিত কৰি তোলে। ব্ৰিটিছ চৰকাৰৰ বিবিধ সমাজ সংস্কাৰমূলক আৰু উন্নয়নমূলক

কাৰ্য্যাৱলীক তেওঁলোকে আন লোকসকলৰ দৰে খ্ৰিষ্টান ধৰ্মত ভাৰতীয়সকলক ধৰ্মান্তৰিত কৰাৰ কিছুমান উপায় বুলি বিবেচনা কৰে। ধৰ্মীয় কাৰণত চিপাহীসকলে আগতে দুবাৰো বিদ্ৰোহ কৰিছিল—এবাৰ ভেলোৰত (১৮০৬) আৰু আনবাৰ বেৰেকপুৰত (১৮২৪)। বেৰেকপুৰৰ বিদ্ৰোহত অৰ্থনৈতিক কাৰণো জড়িত হৈ আছিল। কিন্তু ব্ৰহ্মদেশলৈ পঠিয়ালে জাত যাব বুলি ভয় কৰিহে তেওঁলোকে ঘাইকৈ বিদ্ৰোহ কৰিছিল। সেই কাৰণে তেওঁলোকে কেনিঙৰ 'সাধাৰণ সেৱা ভৰ্তিকৰণ আইন'ক সন্দেহৰ চকুৰে চাবলৈ ধৰিলে।

১৮৫৭ চনৰ বিদ্ৰোহৰ আগে আগে বিটিছ বাহিনীৰ নেতৃত্বও বহু পৰিমাণে দুৰ্বল হৈ পৰে। অভিজ্ঞ সামৰিক বিষয়াসকল প্ৰশাসনীয় কামত পঞ্জাব, ব্ৰহ্মদেশ আদিলৈ বদলি হোৱাত, সেনাবাহিনীৰ পৰিচালনাৰ ভাৰ পৰে অনভিজ্ঞ আৰু উদ্ধত কৰ্মচাৰীসকলৰ ওপৰত। এই কৰ্মচাৰীসকলে চিপাহীসকলক সংযত কৰি ৰাখিবলৈ অপাৰগ হয়। তদুপৰি বিটিছ বাহিনীৰ অধিকাংশ সৈনিকেই আছিল ভাৰতীয় আৰু এই ভাৰতীয় সৈনিক বা চিপাহীসকলক সামৰিক গুৰুত্বপূৰ্ণ এলেকাত ৰাখি বিটিছ চৰকাৰে এটা ভুল কৰিছিল বুলি ক'ব পাৰি। পাটনাৰ ওচৰৰ দানাপুৰত মাত্ৰ এটা বিটিছ ৰেজিমেণ্ট থকাৰ বাহিৰে কলিকতা আৰু দিল্লীৰ মাজত কতো বিটিছ বাহিনী নাছিল। এই খণ্ডত যদি ভাৰতীয় চিপাহীসকলে বিদ্ৰোহ আৰম্ভ কৰে, তেন্তে সেই বিদ্ৰোহ দমন কৰিবলৈ যে বিটিছ বাহিনী অপাৰগ হ'ব, সেইটো ওলাই থকা কথা। সেই সময়ত ইংলেণ্ড কেইখনমান বৈদেশিক যুদ্ধত লিপ্ত হ'ব লগীয়া হোৱাত আৰু ভাৰতত বিটিছ সৈন্যবাহিনীৰ সংখ্যা ক্ৰমে কমি অহাত দেশীয় চিপাহীসকলে উপলব্ধি কৰিলে যে ভাৰতৰ বিটিছ শক্তি ঘাইকৈ তেওঁলোকৰ ওপৰতে নিৰ্ভৰশীল। এই চেতনায়ো তেওঁলোকক বিদ্ৰোহমুখী কৰি তুলিলে।

## বিদ্ৰোহৰ সূচনা

বিদ্ৰোহৰ প্ৰত্যক্ষ কাৰণ হ'ল এনফিল্ড ৰাইফল আৰু ইয়াৰ কাৰ্ট্ৰিজবোৰ। ক্ৰিমিয়াৰ যুদ্ধত বিটিছ বাহিনীয়ে এই ৰাইফলবোৰ ব্যৱহাৰ কৰিছিল আৰু ১৮৫৬ চনৰ শেষৰফালে ভাৰতবৰ্ষত ইয়াক প্ৰচলন কৰা হয়। ৰাইফল ব্যৱহাৰ কৰাৰ আগতে কাৰ্ট্ৰিজবোৰ দাঁতেৰে কামুৰি

তাৰ কিছু অংশ একৰাই বন্দুকৰ নলত ভৰাব লগা হৈছিল। ১৮৫৭ চনৰ জানুৱাৰি মাহৰ আগভাগতে দমদমৰ অস্ত্ৰাগাৰত কাম কৰা এজন খালাচীৰ-পৰা প্ৰথমে এজন ব্ৰাহ্মণ চিপাহীয়ে জানিব পাৰে যে কাৰ্ট্ৰিজৰ কামুৰিব লগা অংশটোত গৰু আৰু গাহৰিৰ চৰ্বী সানি থোৱা আছে। এই খবৰটো সোনকালে বিয়পি পৰিল আৰু সকলো চিপাহীৰ মনত তীব্ৰ উত্তেজনাৰ সৃষ্টি হ'ল। হিন্দুৰ কাৰণে গৰু আৰু মুছলমানৰ বাবে গাহৰি অখাদ্য; গতিকে তেওঁলোকক অভক্ষ্য বস্তু খুৱাই বিদ্ৰুচিছ চৰকাৰে তেওঁলোকৰ ধৰ্ম নষ্ট কৰিবলৈ এটা ব্যৱস্থা কৰিছে বুলি সকলোৱে ভাবি ল'লে। লেফটেনেন্ট ৰাইট নামৰ এজন ইংৰাজ বিষয়াই চিপাহীসকলৰ অসন্তুষ্টিৰ কথা জানিব পাৰি দমদমৰ কমাণ্ডাৰ মেজৰ বন্টেইনক ( Major Bontein ) সেই কথা জনায়। বন্টেইনে ২৩ জানুৱাৰি তাৰিখে চিপাহীসকলক লগ ধৰাত তেওঁলোকে তেওঁ-লোকৰ আপত্তিৰ কথা জনায় আৰু লগতে কয় যে জন্তুৰ চৰ্বীৰ সলনি আন বস্তু ব্যৱহাৰ কৰিও কাৰ্ট্ৰিজবোৰ (Cartridge) বন্দুকৰ নলত ভৰাব পৰাকৈ মসৃণ কৰি ল'ব পৰা যায়। বেৰেকপুৰৰ কমাণ্ডাৰ জেনেৰেল হিয়েৰচে'ই (General Hearsey) তেওঁৰ নিজৰ বাহিনীৰ লোকক তেনে কৰিবলৈকে অনুমতি দিযে। কিন্তু কাৰ্ট্ৰিজত গৰু আৰু গাহৰিৰ চৰ্বী ব্যৱহাৰ কৰা হৈছে নেকি—এই প্ৰশ্নৰ সমাধানৰ কাৰণে কোনেও চেষ্টা নকৰিলে। চিপাহীসকলৰ মনৰপৰা সন্দেহ আঁতৰাবৰ নিমিত্তে কেইজনমান দায়িত্ব-সম্পন্ন ইংৰাজলোকে চিপাহীসকলক কাৰ্ট্ৰিজ তৈয়াৰ কৰা কাৰখানালৈ নি নিজেই সকলো কথা চাই অহাৰ সুবিধা দিবলৈ চৰকাৰক খাটিছিল, কিন্তু এই পৰামৰ্শ গ্ৰহণ কৰা নহ'ল। ফলত চিপাহীসকলৰ মনত সন্দেহ বৈ গ'ল।

ইতিমধ্যে কাৰ্ট্ৰিজৰ বিষয় লৈ বৰহমপুৰত অৱস্থিত ১৯ নম্বৰ দেশীয় পদাতিক বাহিনীৰ ( native infantry ) মাজত এক প্ৰবল উত্তেজনাৰ সৃষ্টি হয় ( ফেব্ৰুৱাৰি, ১৮৫৭ )। কাৰ্ট্ৰিজবোৰ কিহেৰে তৈয়াৰী হৈছে চিপাহীসকলে তাক জানিব খোজাত কমাণ্ডাৰ মিটচেলে (Mitchell) তেওঁলোকক ধমকি দিয়ে আৰু কয় যে কাৰ্ট্ৰিজবোৰ গ্ৰহণ নকৰিলে তেওঁ-লোকক উগ্ৰ শাস্তি দিয়া হ'ব। তথাপি চিপাহীসকলে ভয় নকৰি

অস্ত্ৰ-শস্ত্ৰাদি লৈ মিটচেলৰ বিপক্ষে থিয় দিলে। কেইজনমান দেশীয় বিষয়াৰ মধ্যস্থতাৰ কাৰণে পৰিস্থিতিৰ আৰু অৱনতি নঘটিল, কিন্তু পাছত সামৰিক অনুশাসন ভংগ কৰা বুলি ১৯ নম্বৰ বাহিনীটো ভংগ কৰি দিয়া হয়।

বৰহমপুৰৰ ঘটনাৰ এমাহমানৰ পাছতে বেৰেকপুৰত আৰু এটা অশান্তিৰ সূত্ৰপাত হয়। ৩৪ নম্বৰ দেশীয় পদাতিক বাহিনীৰ মংগল পাণ্ডে নামৰ এজন চিপাহীয়ে ২৯ মাৰ্চ তাৰিখে অকলে আৰু প্ৰকাশ্যভাবে বিদ্ৰোহ ঘোষণা কৰে। তেওঁক ধৰিবলৈ ছাৰ্জেণ্ট মেজৰ (sergeant major) আৰু এডজুটেণ্ট (adjutant) এজন আগবাঢ়ি যায়, কিন্তু পাণ্ডেই তেওঁলোকৰ গালৈ গুলী কৰে। শেখ পল্টু নামৰ এজন দেশী চিপাহীৰ কাৰণে তেওঁলোকৰ প্ৰাণ ৰক্ষা পৰিল, কিন্তু পল্টুৰ বাহিৰে আন চিপাহী-সকল নিৰ্বিকাৰ হৈ থাকিল। তদুপৰি সেই সময়ত পহৰা দি থকা ঈশ্বৰী পাণ্ডে নামৰ চন্তৰীজনৰ ব্যৱহাৰো আশ্চৰ্য্যজনক, কিয়নো তেওঁ ব্ৰিটিছ বিষয়া দুজনক সহায় কৰাৰ কোনো চেষ্টাই নকৰিলে। সম্ভৱতঃ ঈশ্বৰী পাণ্ডে আৰু আন চিপাহীসকলে আছিল মংগল পাণ্ডেৰ প্ৰতি সহানুভূতিশীল কিন্তু তেওঁক প্ৰকাশ্যভাবে সহায় কৰাৰ সাহস গোটাব নোৱাৰি তেওঁ-লোকে এক নিষ্ক্ৰিয় ভূমিকা গ্ৰহণ কৰাই উপযুক্ত হ'ব বুলি ভাবিছিল। সি যি কি নহওক, ইতিমধ্যে আন বিষয়াসকলো গৈ ঘটনাস্থলীত উপস্থিত হয় আৰু মংগল পাণ্ডেক আটক কৰা হ'ল। মংগল পাণ্ডেই আত্মহত্যা কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু কৃতকাৰ্য্য নহ'ল। এখন সামৰিক আদালতে বিচাৰ কৰি মংগল পাণ্ডে আৰু ঈশ্বৰী পাণ্ডেক প্ৰাণদণ্ডেৰে দণ্ডিত কৰে। তেওঁলোকৰ ৰেজিমেণ্টটোও ভংগ কৰি দিয়া হয়। ১৯ নম্বৰ আৰু ৩৪ নম্বৰ দেশীয় পদাতিক বাহিনীৰ চিপাহীসকল আছিল অযোধ্যাৰ; তেওঁলোক কৰ্মসংস্থানৰপৰা বঞ্চিত হৈ নিজৰ নিজৰ ঠাইলৈ ঘুৰি গ'ল আৰু লগতে লৈ গ'ল গৰু আৰু গাহৰিৰ চৰ্বীযুক্ত এনফিল্ড ৰাইফলৰ কাৰ্ট্ৰিজবোৰৰ কাহিনী। প্ৰায় সকলো ঠাইতে এক প্ৰবল চাঞ্চল্যৰ সৃষ্টি হ'ল। আম্বালা আৰু লক্ষ্নৌত চিপাহীসকলে কাৰ্ট্ৰিজবোৰ স্পৰ্শ কৰিবলৈ অসম্মতি প্ৰকাশ কৰিলে। আম্বালাৰ পৰিস্থিতি বেয়াৰ ফালে নগ'ল আৰু হেনৰি লৰেন্সৰ তৎপৰতাৰ কাৰণে লক্ষ্নৌৰ ৭ নম্বৰ বাহিনী-টোৱেও বিদ্ৰোহ ঘোষণা কৰিবলৈ কোনো সুবিধা নাপালে। পাছত অৱশেষ এই বাহিনীটো ভংগ কৰি দিয়া হয়।

বৰহমপুৰ আৰু বেৰেকপুৰত বিদ্ৰোহৰ পূৰ্বাভাসহে পোৱা গৈছিল, কিন্তু ১০ মে' তাৰিখে মীৰাটত হোৱা ঘটনাৱলীয়ে ১৮৫৭ চনৰ বিদ্ৰোহক প্ৰকৃতপক্ষে সৃষ্টি কৰিলে। আন ঠাইৰ চিপাহীবদৰে মীৰাটৰ ৩ নম্বৰ দেশীয় অশ্বাৰোহী বাহিনীৰ ( National cavalry ) চিপাহীসকলৰ মনতো নতুন কাৰ্ট্ৰিজ সম্পৰ্কে সন্দেহ উদিত হৈছিল, কিন্তু ২৩ এপ্ৰিল তাৰিখলৈকে তেওঁলোক শান্তভাৱেই থাকিল। ২৪ এপ্ৰিলৰ দিনা পুৱা ৯০ জন বাছা বাছা চিপাহীক লৈ অশ্বাৰোহী বাহিনীৰ কমাণ্ডাৰ কৰ্নেল কাৰমাইকেল স্মিথে ( Colonel Carmichael Smith ) এটা পেৰেড আৰম্ভ কৰে। এই পেৰেডৰ উদ্দেশ্য হ'ল কেনেকৈ কাৰ্ট্ৰিজবোৰ মুখেৰে নাকামোৰাকৈ বন্দুকৰ নলত ভৰাব পৰা যায় তাৰে প্ৰশিক্ষণ দিয়া। কৰ্নেল স্মিথে ব্ৰিজমোহন নামৰ এজন দুষ্ট প্ৰকৃতিৰ চিপাহীক এই প্ৰশিক্ষণৰ ভাৰ দিলে। ব্ৰিজমোহনক চিপাহীসকলে আগৰেপৰা দেখিব নোৱাৰিছিল আৰু এতিয়া তেনে এজন লোকৰপৰাই প্ৰশিক্ষণ লোৱাৰ দিহা কৰাত তেওঁলোকৰ অসন্তুষ্টিৰ মাত্ৰা বৃদ্ধি পালে। তদুপৰি ধৰ্মনষ্ট হোৱাৰ ভয় তেওঁলোকৰ আছিলেই। গতিকে পেৰেড আৰম্ভ হোৱাত ৯০ জন চিপাহীৰ ৮৫ জনেই কাৰ্ট্ৰিজ স্পৰ্শ কৰিবলৈ অমান্তি হ'ল। এখন সামৰিক আদালতে বিচাৰ কৰি তেওঁলোকৰ প্ৰত্যেককে দহ বছৰকৈ কাৰাদণ্ডেৰে দণ্ডিত কৰে। ৯ মে' তাৰিখে (১৮৫৭) সকলোৰে সন্মুখত তেওঁলোকৰ সাজপাৰ খুলি হাত-ভৰিত শিকলি লগাই জেলখানালৈ পঠোৱা হয়। এ দৃশ্য বহু চিপাহীৰ কাৰণে হৃদয়বিদাৰক হ'ল যদিও কোনেও বিদ্ৰোহ কৰাৰ কথা চিন্তা নকৰিলে। ১০ মে' দেওবাৰৰ দিনটোত কোনো অপ্ৰীতিকৰ ঘটনা নঘটিল কিন্তু আবেলি পাঁচমান বজাৰ পাছৰ-পৰা পৰিস্থিতি হঠাতে ভয়াবহ হৈ উঠিল। এনে সময়তে ৩ নম্বৰ বাহিনীৰ চোৱাৰসকলে খবৰ পালে যে দুটা সশস্ত্ৰ ব্ৰিটিছ বাহিনী সকলো দেশী চিপাহীক নিৰস্ত্ৰ কৰিবলৈ আহিব ধৰিছে। চিপাহীসকল বিবুদ্ধিত পৰিল আৰু কি কৰিব একো ঠিক কৰিব নোৱাৰি জেলখানালৈ দৌৰ মাৰিলে। জেলৰ দুৱাৰ ভাঙি তেওঁলোকৰ লগৰ চিপাহীসকলক মোকোলাই আনিলে; জেলত থকা আন কয়দীবোৰো ওলাই আহিল। ইতিমধ্যে ২০ নম্বৰ আৰু ১১ নম্বৰ দেশীয় পদাতিক বাহিনীৰ চিপাহী-সকলো অস্থিৰ হৈ পৰিল। ব্ৰিটিছ সামৰিক বিষয়া কেইজনমানে পৰিস্থিতি

নিয়ন্ত্ৰণৰ বাবে চেষ্টা কৰিছিল, কিন্তু তেনে সময়তে কোনোবা এজন চিপাহীয়ে ১১ নম্বৰ বাহিনীৰ অধিনায়ক কৰ্নেল ফিনিছক (Colonel Finnis) গুলীয়াই হত্যা কৰে। এই ঘটনাই বিদ্ৰোহৰ গতি সলাই দিলে; সকলো দেশী চিপাহী ব্ৰিটিছৰ বিৰুদ্ধে একত্ৰিত হ'ল। অশান্তিৰ সূত্ৰপাত হোৱাত মীৰাটৰ ওচৰে-পাজৰে থকা গুৰ্জৰ আৰু আন আন অনেক লোকেও বিদ্ৰোহী দলৰ সগ লাগেহি। ১০ মে' তাৰিখে গোটেই নিশা মীৰাটত ব্যাপক অৰাজকতা চলিল; নিৰ্বিচাৰে ইউৰোপীয় সকলক হত্যা কৰি তেওঁলোকৰ ঘৰ-বাৰী ভস্মীভূত কৰা হ'ল। এইবোৰ কুকাৰ্য্যৰ বাবে দেশী চিপাহীসকল কিমান দূৰ জগৰীয়া তাক কোৱা টান, কিন্তু সেই সময়ৰপৰা বিদ্ৰোহৰ সকলো কেন্দ্ৰতে প্ৰায় একে ধৰণৰ ঘটনাই ঘটিবলৈ ধৰে। প্ৰতিহিংসাপৰায়ণ ইংৰাজ বিষয়াসকলে পাছত অৱশ্যে ইয়াৰ চৰম প্ৰতিশোধ লৈছিল।

## বিদ্ৰোহৰ বিস্তাৰ আৰু দমন

দেশী চিপাহীসকলে বিদ্ৰোহ কৰাৰ সময়ত মীৰাটত প্ৰায় ২,২০০ জন ইউৰোপীয় সৈনিক আছিল; কিন্তু ইমান আচম্বিতে বিদ্ৰোহৰ সৃষ্টি হ'ল যে মীৰাটৰ কমাণ্ডাৰ জেনেৰেল হিউইটে (General Hewitt) কোনো কৰ্মপন্থা নিৰ্ধাৰণ কৰিব নোৱাৰিলে। ইফালে ব্ৰিটিছ সৈন্যবাহিনীক ভয় কৰি বিদ্ৰোহীসকলেও মীৰাটত বেছি সময় থাকিবলৈ ইচ্ছা নকৰিলে। ১১ মে' তাৰিখে পুৱা তেওঁলোকে যমুনা নৈ পাৰ হৈ দিল্লীত উপস্থিত হয়। দিল্লী হ'ল মোগল সম্ৰাট বাহাদুৰ চাহৰ (দ্বিতীয়) ৰাজধানী। সাম্ৰাজ্য গ'ল যদিও এই বৃদ্ধ সম্ৰাটজনে ব্ৰিটিছৰ এটা পেঞ্চন ভোগ কৰি কোনোমতে লাল-কেল্লাত জীৱন অতিবাহিত কৰিছিল। বিদ্ৰোহীসকলে তেওঁকেই বিদ্ৰোহৰ নেতৃত্ব গ্ৰহণ কৰিবলৈ আহ্বান জনায়। এনে এটা গুৰু ভাৰ গ্ৰহণ কৰিবৰ জোখাৰে সম্ৰাট বাহাদুৰ চাহৰ মনোবল, অৰ্থবল বা সৈন্য বল কোনোটোৱেই নাছিল। সম্ৰাটে নিজৰ অক্ষমতা স্বীকাৰ কৰিলে, কিন্তু বিদ্ৰোহীসকল মান্তি নহ'ল। ইতিমধ্যে সম্ৰাটে হেমিক আছানুল্লা নামৰ নিজৰ ব্যক্তিগত চিকিৎসক আৰু পৰম আস্থাভাজন বন্ধু এজনৰ পৰামৰ্শমতে ব্ৰিটিছৰ সাহায্য বিচাৰি আগ্ৰাৰ লেফটেনেণ্ট গভৰ্নৰজনৰ ওচৰলৈ এজন দূত পঠালে। গোটেই দিনটো তেওঁ ব্ৰিটিছ সহায়ৰ আশা

কৰিবৰ কটালে, কিন্তু শেষত মাজনিশালৈকে বিটিছ পক্ষৰপৰা কোনো সহায় নাহিল। এনে অৱস্থাত তেওঁ অনিচ্ছাসত্ত্বেও বিদ্ৰোহীসকলৰ প্ৰস্তাৱত মান্তি হ'ব লগা হ'ল। ১১ মে'ৰ মাজ নিশা সম্ৰাট বাহাদুৰ ছাহে সাম্ৰাজ্যৰ শাসনভাৰ নিজৰ হাতলৈ নিয়া বুলি ঘোষণা কৰিলে।

মীৰাটৰ দৰে দিল্লীতো ইমান সোনকালে বিদ্ৰোহ বিয়পি পৰিল যে ইউৰোপীয় লোকসকলে ততকে ধৰিব নোৱাৰিলে। দিল্লীত সেই সময়ত কোনো ব্ৰিটিছবাহিনী নাছিল আৰু কেণ্টনমেণ্টত (cantonment) থকা ৩৮ নম্বৰ, ৫৪ নম্বৰ আৰু ৭৪ নম্বৰ দেশীয় পদাতিক বাহিনীৰ লোকেও বিদ্ৰোহীৰ পক্ষত যোগ দিলে। গুৰ্জৰ, বংগৰ, মেৱাতী আৰু অন্যান্য সমাজবিৰোধী শক্তিবোৰো সুবিধা বুজি বিদ্ৰোহীসকলৰ লগত মিলি গ'ল। হত্যা, লুটপাত আৰু অগ্নিকাণ্ড অতি সাধাৰণ ঘটনাত পৰিণত হ'ল। দিল্লীৰপৰা কমসংখ্যক ইউৰোপীয়লোকেহে পলাই সাৰিবলৈ সক্ষম হয়। বিদ্ৰোহীসকলে ব্ৰিটিছৰ অস্ত্ৰাগাৰো দখল কৰিবলৈ চেষ্টা কৰে, কিন্তু লেফটেনেণ্ট উইল'বিয়ে (Lieutenant Willoughby) শত্ৰুৰ হাতত পৰাতকৈ ইয়াক ধ্বংস কৰাই শ্ৰেয় বুলি বিবেচনা কৰিলে। অস্ত্ৰাগাৰ ধ্বংস কৰাৰ ফলত তাত থকা মুঠ নজন ব্ৰিটিছ সৈনিকৰ ভিতৰত তিনিজনৰ খিতাতে মৃত্যু ঘটিল। উল'বি ৰক্ষা পৰিল যদিও পাছত তেওঁ মীৰাটলৈ যোৱাৰ পথত প্ৰাণ হেৰুৱাব লগাত পৰে। বাকী পাঁচজন অৱশ্যে পলাই সাৰে আৰু পাছত বিটিছ চৰকাৰে তেওঁলোকক পুৰস্কৃত কৰে। দিল্লীৰ অৱস্থা শোচনীয় হৈ উঠাত টেলিগ্ৰাফ অফিছত কাম কৰা দুজন ইংগ-ভাৰতীয় লোকো অফিছ বন্ধ কৰি পলাবলৈ বাধ্য হয়। তেওঁলোকে তাৰ আগতে আম্বালা, লাহোৰ, ৰাৱালপিণ্ডি আৰু পেচোৱাৰলৈ তাঁৰ বাৰ্তা পঠাই ইউৰোপীয় লোক-সকলক সতৰ্ক কৰি দিলে। ইয়াৰ ফলতে পঞ্জাবৰ শান্তি প্ৰায় অটুট থাকিল বুলি ক'ব পাৰি।

দিল্লীত মোগল সম্ৰাট বাহাদুৰ ছাহ তথা চিপাহীসকলৰ প্ৰাধান্য স্থাপন হোৱাত ভাৰতৰ এক বিস্তৰ অঞ্চলত তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হয়। ইংৰাজ শাসনৰ অৱসান হ'ল বুলি বহু লোকে ভাবি ল'লে। দিল্লী পতনৰ পাছতে ফিৰোজপুৰ (১৩ মে') আৰু মজাফৰ নগৰৰ (১৪ মে') চিপাহীসকলেও বিদ্ৰোহ ঘোষণা কৰিলে। ইয়াৰ পাছত নাছিৰাবাদ

(ৰাজপুতানা), বেৰিলি, কাণপুৰ, লক্ষ্ণৌ, বাৰাণসী, এলাহাবাদ, বুন্দেলখণ্ড, বিহাৰ আদি বিভিন্ন ঠাইলৈ বিদ্ৰোহ বিয়পি পৰিল। কোনো কোনো ঠাইত চিপাহীসকলৰ লগত সৰ্বসাধাৰণ ৰাইজেও যোগদান কৰিলে। সকলো ঠাইত বিদ্ৰোহীসকলৰ আচৰণ আছিল প্ৰায় একে; ইউৰোপীয় নৰ-নাৰী হত্যা, সম্পত্তি লুটপাত ইত্যাদি। কিছু সংখ্যক ভাৰতীয় মানুহৰো যে সম্পত্তি বা প্ৰাণ নাশ হোৱা নাছিল এনে নহয়। সাধাৰণতে নিৰ্বিচাৰে বিদেশী লোকক হত্যা কৰা হৈছিল যদিও কোনো কোনো ঠাইত চিপাহীসকলে তেওঁলোকৰ বিষয়া আৰু পৰিয়ালবৰ্গৰ লোকক পলাই যাবলৈকো সুবিধা দিছিল। ৫

বিহাৰত বিদ্ৰোহৰ সূত্ৰপাত হয় দানাপুৰত থকা চিপাহীসকলক নিৰস্ত্ৰ কৰিবলৈ ধৰাৰপৰা। মে' আৰু জুন মাহত চিপাহীসকল শান্ত হৈ আছিল যদিও ব্ৰিটিছ কৰ্তৃপক্ষই জুলাই মাহত বিপদৰ আশংকা কৰি দানাপুৰৰ ভাৰপ্ৰাপ্ত বিষয়া জেনেৰেল লয়ডক সেই কাৰ্য্য সমাধা কৰিবলৈ কৰ্তৃত্ব দিয়ে। ২৫ জুলাই তাৰিখে বিদ্ৰোহ আৰম্ভ হ'ল আৰু চিপাহীবোৰে আৰাৰ ফালে গতি কৰিলে। জগদীশপুৰৰ ভূতপূৰ্ব ৰাজপুত জমিদাৰ কোঁৱৰ সিংৰ নেতৃত্বত সকলো সমবেত হ'ল। কিছুসংখ্যক ৰায়তেও তেওঁলোকৰ সপক্ষে যোগ দিলেহি, লাহে লাহে সমগ্ৰ সাহাবাদ জিলাত বিদ্ৰোহ বিয়পি পৰিল। কেপ্টেইন ডানবাৰৰ নেতৃত্বত এটা ব্ৰিটিছবাহিনী কোঁৱৰ সিংৰ বিৰুদ্ধে পঠোৱা হয়, কিন্তু এই বাহিনী তেওঁৰ হাতত নিপাত হয়। কোঁৱৰ সিংৰ জয়লাভ অৱশ্যে স্থায়ী নহ'ল। আগষ্টৰ ২ তাৰিখে বেংগল আৰ্টিলেৰিৰ মেজৰ ভিনছেণ্ট আয়াৰে তেওঁক আৰাৰ যুদ্ধত পৰাজিত কৰি বিহাৰৰপৰা খেদি পঠায়। বিভিন্ন ঠাইত ব্ৰিটিছৰ সৈতে প্ৰতিদ্বন্দ্বিতা কৰি তেওঁ ১৮৫৮ চনৰ এপ্ৰিল মাহত পুনৰ জগদীশপুৰত উপস্থিত হয়। ইয়াতে কেপ্টেইন লি গ্ৰেণ্ডে তেওঁক অৱৰোধ কৰিলে। কোঁৱৰ সিং বৃদ্ধ হৈছিল যদিও তেওঁৰ কৰ্মশক্তি তেতিয়াও সম্পূৰ্ণ অটুট আছিল। লি গ্ৰেণ্ডকে আদি কৰি তেওঁৰ ৩৫ নম্বৰ ৰেজিমেণ্টৰ বহুসংখ্যক সৈনিক কোঁৱৰ সিংৰ হাতত নিহত হ'ল (২৩ এপ্ৰিল, ১৮৫৮)। যুদ্ধত জয়লাভৰ পাছদিনাই এই যশস্বী ৰাজপুত সৈনিকৰ মৃত্যু ঘটিল। তেওঁৰ মৃত্যুৰ পাছত ভায়েক অমৰ সিংহে বিদ্ৰোহীসকলৰ নেতৃত্ব বহন কৰে। অমৰ সিংহে অৱশ্যে

বিশেষ কৃতিত্ব প্ৰদৰ্শন কৰিব নোৱাৰিলে। ব্ৰিটিছ বাহিনীৰ আগত তেওঁ তিষ্ঠিব নোৱাৰি অৱশেষত নেপালত আশ্ৰয় ল'বলৈ বাধ্য হয়। তাতে তেওঁ সন্ধানহীন হৈ পৰিল।

বিহাৰৰ দৰে বাৰাণসীতো ৩৭ নম্বৰ দেশীয় পদাতিক বাহিনীক নিৰস্ত্ৰ কৰিবলৈ ধৰোঁতে বিদ্ৰোহৰ জন্ম হয় (৪ জুন, ১৮৫৭)। কৰ্নেল জেমছ নেইলে (Colonel James Neill) অৱশ্যে তৎকালেই বিদ্ৰোহ দমন কৰি চিপাহীবোৰৰ নিঃশেষ কৰি পেলায়। ইয়াৰ পাছত তেওঁ নিৰীহ নগৰবাসীৰ ওপৰত চৰম প্ৰতিশোধ লয়। বিদ্ৰোহীসকলৰ প্ৰতি সহানুভূতিশীল বুলি তেওঁ যাকে য'তে পালে ধৰি নি গছত ওলোমাই ফাঁচী দিয়ালে। মুঠতে বাৰাণসী এখন শ্মশানভূমিত পৰিণত হ'ল। বাৰাণসীৰ ঘটনাৱলীৰ প্ৰতিক্ৰিয়া হিচাপে এলাহাবাদৰ ৬ নম্বৰ দেশীয় পদাতিক বাহিনীৰ চিপাহীসকলেও বিদ্ৰোহ ঘোষণা কৰিলে (৬ জুন, ১৮৫৭)। সুবিধা বুজি চিপাহীৰ লগত নগৰৰ দুৰ্বৃত্তদলেও যোগ দিলেহি। তেওঁলোকৰ হত্যা আৰু লুণ্ঠন কাৰ্যত ইউৰোপীয়সকলৰ লগতে কিছু-সংখ্যক ভাৰতীয় মানুহো ক্ষতিগ্ৰস্ত হ'ল। মৌলবী লিয়াকৎ আলি নামৰ এজন শিক্ষকে নিজকে সম্ৰাট বাহাদুৰ চাহৰ প্ৰতিনিধি বুলি এলাহাবাদ শাসন কৰিব ধৰিলে। বিদ্ৰোহীসকলে অৱশ্যে এলাহাবাদৰ দুৰ্গটো দখল কৰিব নোৱাৰিলে। এদল শিখ সৈন্য লৈ কেপ্টেইন ব্ৰেজাৰে (Captain Brasyer) ইয়াক ৰক্ষা কৰি থাকিল। ইতিমধ্যে ১১ জুন তাৰিখে কৰ্নেল নেইল এলাহাবাদত উপস্থিত হৈ বাৰাণসীৰ ঘটনাৱলীৰ পুনৰাবৃত্তি কৰিলে। ফাঁচীকাঠত ওলোমাই বা গুলীয়াই হত্যা কৰাৰ উপৰিও তেওঁ গাঁৱৰ পাছত গাঁও জ্বলাই ভস্মীভূত কৰি পেলালে। কৰ্নেল জেমছ নেইল আছিল ব্ৰিটিছ প্ৰতিহিংসাৰ জ্বলন্ত প্ৰতিমূৰ্তি; গতিকে তেওঁৰ হাতৰপৰা কোনো ৰক্ষা নপৰিল।

ইফালে ব্ৰিটিছৰ কাৰণে কাণপুৰ আৰু লক্ষ্ণৌৰ পৰিস্থিতি ভয়াবহ হৈ উঠিল। মীৰাট আৰু দিল্লীৰ সংবাদ পাই মে' মাহত কাণপুৰৰ চিপাহীসকল অধৈৰ্য হৈ পৰে আৰু ৪ জুন তাৰিখে নিশা ২ নম্বৰ দেশীয় অশ্বাৰোহী বাহিনীৰ চোৱাৰসকলে বিদ্ৰোহ ঘোষণা কৰিলে। তেওঁলোকৰ লগত আন চিপাহীসকলেও যোগ দিলেহি। বিদ্ৰোহ ঘোষণা কৰি তেওঁলোকে দিল্লীৰ ফালে গতি কৰে কিন্তু পেছোৱা দ্বিতীয় বাজী-

ৰাওৰ তোলনীয়া পুত্ৰ নানা চাহেবে তেওঁলোকক কল্যাণপুৰৰপৰা ঘূৰাই আনিলে। এই সময়ৰপৰা নানা চাহেব তেওঁলোকৰ নেতা হিচাপে পৰিগণিত হ'ল। ইতিমধ্যে কাণপুৰৰ কমাণ্ডিং অফিচাৰ মেজৰ জেনেৰেল চাৰ হুইলাৰে (Major General Sir Hugh Wheeler) এটা কোঠ মাৰি তাতে সকলো ইউৰোপীয় লোকক স্থানান্তৰিত কৰিছিল, কিন্তু ৬ জুন তাৰিখে নানা চাহেবে এই কোঠ অৱৰোধ কৰেহি। ২১ দিন (৬ জুন—২৬ জুন, ১৮৫৭) চেষ্টা কৰিও বিদ্ৰোহীসকলে সেই কোঠ জয় কৰিবলৈ অসমৰ্থ হ'ল। এনে সময়তে নানাই অৱৰুদ্ধ ইংৰাজসকলক নিৰাপদে এলাহাবাদলৈ যাবলৈ দিয়াৰ প্ৰতিশ্ৰুতি দিয়াত জেনেৰেল হুইলাৰে আত্মসমৰ্পণ কৰে। নানাৰ প্ৰতিশ্ৰুতি অৱশ্যে বিফলে গ'ল ২৭ জুন তাৰিখে এলাহাবাদলৈ বুলি মতীচৌৰাঘাটত ইংৰাজসকলক নাৱত উঠা সময়তে তেওঁলোকক গুলীয়াই হত্যা কৰা হয়। কিছুসংখ্যক মানুহ বন্দী হ'ল আৰু কোনোমতে চাৰিজন লোকহে ৰক্ষা পৰিল। বন্দী কৰা লোকসকলক প্ৰথমে বিবিঘৰ নামে এটা ঘৰত ৰখা হয়, কিন্তু পাছত কাণপুৰৰ পতন অনিবাৰ্য্য হৈ উঠাত তেওঁলোক সকলোকে হত্যা কৰি এটা কুঁৱাত পেলাই দিয়া হয় (১৫ জুলাই)। কাণপুৰৰ ঘটনাৱলী কৰ্ণেল নেইলে বাৰাণসী আৰু এলাহাবাদত কৰা অত্যাচাৰৰ প্ৰতিক্ৰিয়া বুলি কোনো কোনোৱে ক'ব খোজে কিন্তু জেনেৰেল হুইলাৰক দিয়া প্ৰতিশ্ৰুতি ৰাখিব নোৱৰাটো নানা চাহেবৰ পক্ষে বৰ শোভনীয় কাৰ্য্য নহ'ল।

সি যি কি নহওক ১৬ জুলাই তাৰিখে এলাহাবাদৰপৰা চাৰ হেনৰি হেভলক আহি কাণপুৰত উপস্থিত হয়; ১৭ জুলাই তাৰিখে তেওঁ কাণপুৰ অধিকাৰ কৰে। ২০ জুলাই তাৰিখে কৰ্ণেল নেইলো এতিয়া ব্ৰিগেডিয়াৰ পদলৈ উন্নীত হৈ কাণপুৰত প্ৰৱেশ কৰে। নেইলৰ হাতত কাণপুৰ প্ৰতিৰক্ষাৰ দায়িত্ব দি জেনেৰেল হেভলক লক্ষ্ণৌলৈ অগ্ৰসৰ হয়। কিন্তু ইতিমধ্যে ব্ৰিটিছৰ হাতত পৰাজয় বৰণ কৰি নানা পলাই যোৱাত কাণপুৰৰ বিদ্ৰোহীদলৰ নেতৃত্ব নানাৰ বিশ্বস্ত সহচৰ তাঁতীয়া টুপীয়ে গ্ৰহণ কৰিলে। তাঁতীয়া টুপীয়ে বাৰে বাৰে চেষ্টা ক'ৰিও কাণপুৰ পুনৰুদ্ধাৰ কৰিবলৈ অসমৰ্থ হয়। ৬ ডিচেম্বৰ তাৰিখে (১৮৫৭) তেওঁ ব্ৰিটিছ পক্ষৰ নতুন সেনাধ্যক্ষ চাৰ কলিন কেম্পবেলৰ (পাছলৈ

লর্ড ক্লাইড) হাতত চূড়ান্তভাবে পৰাজিত হৈ মধ্যভাৰতৰ ফালে গতি কৰে। তাত তেওঁ ঝান্সীৰ ৰাণী লক্ষ্মীবাঈৰ লগত লগ লাগি পুনৰ বি্রটিছ শক্তিৰ লগতে ফেৰ পাতিলে। ইফালে নানা চাহেব পলাই গৈ নেপালত উপস্থিত হয়। তাতে তেওঁৰ মৃত্যু ঘটিল (ছেপ্টেম্বৰ, ১৮৫৯)।

৩০ মে' (১৮৫৭) তাৰিখে লক্ষ্ণৌত দেশী চিপাহীসকলে বিদ্ৰোহ ঘোষণা কৰাত অযোধ্যাৰ চিফ কমিছনাৰ ছাৰ হেনৰি লৰেন্সে খ্ৰিষ্টান আৰু ইউৰোপীয় লোকসকলক লৈ ৰেছিডেন্সিত আশ্ৰয় লয়হি। প্ৰায় এমাহমান অৱৰুদ্ধ হৈ থকাৰ পাছত গুলীৰ আঘাতত তেওঁৰ মৃত্যু হয় (৪ জুলাই, ১৮৫৭)। ৰেছিডেন্সি ৰক্ষাৰ ভাৰ পৰে ব্ৰিগেডিয়াৰ ইংগ্লিছৰ (Inglis) ওপৰত। বি্রটিছসকলৰ লক্ষ্ণৌ উদ্ধাৰৰ প্ৰাৰম্ভিক প্ৰচেষ্টা ব্যৰ্থ হয় আৰু শেষত অতি কষ্টেৰে জেনেৰেল হেভলক আৰু ছাৰ জেমছ আউটৰামে ৰেছিডেন্সিত প্ৰৱেশ কৰে (২৫ ছেপ্টেম্বৰ, ১৮৫৭)। প্ৰৱেশ কৰিলে যদিও তেওঁলোক তাৰপৰা ওলাব নোৱাৰা হ'ল। অৱশেষত ১৭ নৱেম্বৰ তাৰিখে তেওঁলোকক আৰু ৰেছিডেন্সিত থকা আন আন লোকক ছাৰ কলিন কেম্পবেলে উদ্ধাৰ কৰে। ইয়াৰ কেইদিনমানৰ পাছতে হেনৰি হেভলকৰ মৃত্যু ঘটে। বি্রগেডিয়াৰ নেইলৰ তেওঁৰ আগতেই মৃত্যু ঘটিছিল।

লক্ষ্ণৌত বিদ্ৰোহ আৰম্ভ হোৱাৰ লগে লগে অযোধ্যাৰ এক ব্যাপক অঞ্চলত ঘোৰতৰ অশান্তিৰ সূত্ৰপাত হ'ল। ৬ আগষ্ট তাৰিখে অযোধ্যাৰ শেষ নবাৱ ৱাজিদ আলি চাহৰ নাবালক পুত্ৰক বি ৰ্জিচ কাদেৰক ৰজা বুলি ঘোষণা কৰা হয়। তেওঁৰ হৈ ৰাজকাৰ্য্য পৰিচালনা কৰে তেওঁৰ মাক হজৰত মহলে। ইতিমধ্যে বেৰিলিৰ খান বাহাদুৰ খানেও নিজকে দিল্লী সম্ৰাটৰ প্ৰতিনিধি হিচাপে ঘোষণা কৰে। কিন্তু উত্তৰ ভাৰতৰ সকলো অঞ্চলৰ বিদ্ৰোহ লক্ষ্ণৌৰ পতনৰ প্ৰায় লগে লগে ধ্বংস হয়। লক্ষ্ণৌ সম্পূৰ্ণভাবে বি্রটিছ নিয়ন্ত্ৰণাধীন (২১ মাৰ্চ, ১৮৫৮) হোৱাৰ কিছুকাল পাছলৈকে অযোধ্যাৰ তালুকদাৰসকলে তেওঁলোকৰ সংগ্ৰাম অব্যাহত ৰাখিছিল, কিন্তু কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলে। অযোধ্যাৰ বিদ্ৰোহত বি্রটিছৰদ্বাৰা ক্ষতিগ্ৰস্ত হোৱা নবাৱ বা সামন্ত শ্ৰেণীৰ লোকসকলৰ উপৰিও সৰ্বসাধাৰণ প্ৰজায়ো যোগ দিছিল; পণ্ডিতে ইয়াক বহুতে এটা জাতীয় উত্থান হিচাপে অভিহিত কৰিব খোজে। এই-

খিনিতে মন কৰিব পাৰি যে অযোধ্যাৰ বিদ্ৰোহ দমন কাৰ্য্যত বি্ৰটিছ সকলে নেপালৰপৰা যথেষ্ট সামৰিক সাহায্য লাভ কৰিছিল।

কাণপুৰ-লক্ষ্ণৌৰ বিৰুদ্ধে মেজৰ জেনেৰেল হেভলক অগ্ৰসৰ হোৱাৰ সময়তে বি্ৰটিছসকলে দিল্লী দখল কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে। দিল্লী হ'ল ১৮৫৭ চনৰ বিদ্ৰোহৰ ম্যাট কেন্দ্ৰ আৰু মোগলৰ ৰাজধানী। ভাৰতবাসীৰ দৃষ্টিত দিল্লীৰ সম্ৰাটেই হ'ল ভাৰতৰ সম্ৰাট। এনে অৱস্থাত লুপ্ত গৌৰৱ উদ্ধাৰৰ হেতুকে দিল্লী জয় কৰা বি্ৰটিছৰ কাৰণে অপৰিহাৰ্য্য হৈ পৰে। মে' মাহতে (১৮৫৭) বি্ৰটিছ সৈন্যাধ্যক্ষ জেনেৰেল এজন দিল্লীৰ ফালে আগবাঢ়ি আহে কিন্তু বাটতে তেওঁৰ মৃত্যু ঘটে। তেওঁৰ পাছত চাৰ হেনৰি বাৰ্নাৰ্ড'ক (Sir Henry Barnard) নিয়োগ কৰা হয়। বাৰ্নাৰ্ডে' ৮ জুন তাৰিখে বদলি কা ছেৰাইৰ যুদ্ধত বিদ্ৰোহীসকলক পৰাভূত কৰি কাশ্মীৰী দুৱাৰৰ ওচৰতে থকা এটা শিলাময় পাহাৰত খোপনি পোতে। এই ঘটনাৰ এমাহমানৰ পাছতে বাৰ্নাৰ্ডৰো মৃত্যু ঘটিল (৫ জুলাই)। তেওঁৰ পাছত ৰিডে কাৰ্য্যভাৰ গ্ৰহণ কৰে যদিও কেইদিনমানৰ পাছতে তেৰোঁ স্বাস্থ্যজনিত কাৰণত অৱসৰ গ্ৰহণ কৰিবলৈ বাধ্য হয়। অৱশেষত চাৰ আৰ্চডেল উইলছনক (Sir Archdale Wilson) সেনাপতি পদত নিযুক্ত কৰা হয় আৰু তেওঁৰ নেতৃত্বতে দিল্লী দখল সম্ভৱপৰ হয়। উইলছনক বিশেষভাৱে সহায় কৰে পঞ্জাৱৰপৰা ইতিমধ্যে উপস্থিত হোৱা সাহসী বি্ৰগেডিয়াৰ জন নিকলছনে। ১৪ ছেপ্টেম্বৰ তাৰিখে বি্ৰটিছ বাহিনীয়ে কাশ্মীৰী দুৱাৰখন ধ্বংস কৰি দিল্লী নগৰীত প্ৰৱেশ কৰে। ছয় দিন অবিৰাম সংগ্ৰামৰ পাছত সম্ৰাট বাহাদুৰ ছাহৰ বাসস্থান লালকেল্লাৰো পতন ঘটিল (২০ ছেপ্টেম্বৰ)। ইতিমধ্যে বাহাদুৰ ছাহে দিল্লীৰ পতন অনিবাৰ্য্য বুলি জানিব পাৰি তেওঁৰ পত্নী জিন্নাৎ মহল আৰু আন কেইজন পুতেকৰ সৈতে ৰাজ-প্ৰাসাদ এৰি হুমায়ুনৰ কবৰখানাত আশ্ৰয় লয়গৈ। ২১ ছেপ্টেম্বৰ তাৰিখে সম্ৰাটে আত্মসমৰ্পণ কৰাত লেফটেনেণ্ট হডছনে তেওঁক, তেওঁৰ পত্নী আৰু এজন পুতেকক লালকেল্লালৈ পঠাই দিয়ে। ২২ ছেপ্টেম্বৰৰ দিনা হুমায়ুনৰ কবৰখানাত লুকাই থকা মিৰ্জা মোগল, মিৰ্জা খিজিৰ চুলতান (সম্ৰাটৰ পুতেক) আৰু মিৰ্জা আবুবকৰেও (সম্ৰাটৰ নাতিয়েক) হডছনৰ ওচৰত আত্মসমৰ্পণ কৰিলে। এই তিনিওজন ৰাজকোঁৱৰকে

দিল্লীৰ পথত হডছনে নিষ্ঠুৰভাৱে গুলীয়াই হত্যা কৰে. সম্ৰাট বাহাদুৰ চাহক পাছত ৰেংগুনলৈ নিৰ্বাসিত কৰা হয়। ১৮৭২ চনৰ ৭ নৱেম্বৰ তাৰিখে ৮৭ বছৰ বয়সত তেওঁৰ তাতে মৃত্যু ঘটিল।

দিল্লী দখল কৰি ব্ৰিটিছ বাহিনীয়ে নগৰবাসীৰ ওপৰত চৰম প্ৰতিশোধ ল'লে। দোষী-নিৰ্দোষী বিচাৰ নকৰি ব্ৰিটিচ সামৰিক বিষয়া আৰু সৈন্যবাহিনীয়ে এফালৰপৰা সকলোকে হত্যা কৰি যাবলৈ ধৰিলে। দিল্লী নগৰী তেজেৰে বাগুলী হ'ল আৰু মৰাশৰে নগৰখন ভৰি পৰিল। দিল্লীলৈ বহুত দিনলৈকে মানুহ আহিবলৈ শংকাবোধ কৰিছিল।

ছাৰ কলিন কেম্পবেল অযোধ্যা আৰু ৰোহিলখণ্ডত ব্যস্ত থকা সময়তে ইংলেণ্ডৰপৰা পঠোৱা আন এজন সেনাপতি ছাৰ হিউ ৰ'জে (Sir Hugh Rose) মধ্যভাৰতৰ বিদ্ৰোহ নিৰ্মূল কৰিবলৈ চেষ্টা কৰে। মধ্যভাৰতৰ বিদ্ৰোহৰ খাই নেতা হ'ল ঝান্সীৰ ৰাণী লক্ষ্মীবাঈ আৰু তাঁতীয়া টুপী। ঝান্সী ৰাজ্যখন ডেলহাউচিয়ে ব্ৰিটিছ ৰাজ্যৰ লগত চামিল কৰাত (১৮৫৩) ৰাণী লক্ষ্মীবাঈ অসন্তুষ্ট হয় আৰু ব্ৰিটিছৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি তাঁতীয়া টুপীৰপৰা সাহায্য বিচাৰে। ইতিমধ্যে তাঁতীয়া টুপীয়ে ৬ ডিচেম্বৰ তাৰিখে (১৮৫৭) ছাৰ কলিন কেম্পবেলৰ হাতত পৰাজিত হৈ কাণপুৰ ত্যাগ কৰিবলৈ বাধ্য হয়। ছাৰ হিউ ৰ'জে ঝান্সী আক্ৰমণ কৰাৰ সময়তে তাঁতীয়া টুপীয়ে প্ৰায় কুৰি হাজাৰ সৈন্য লৈ ৰাণীক সহায় কৰিবলৈ ঝান্সীৰ উপকণ্ঠ অঞ্চলত উপস্থিত হয় (৩১ মাৰ্চ, ১৮৫৮)। তাঁতীয়া টুপীয়ে ৰাণীক সহায় কৰিবলৈ কোনো সুবিধা নাপালে, হিউ ৰ'জৰ হাতত পৰাজিত হৈ তেওঁ ১ এপ্ৰিলৰ দিনা কল্পিলৈ পলাই যায়। ঝান্সীৰ ৰাণী এতিয়া অকলশৰীয়া হৈ পৰিল আৰু ৩ এপ্ৰিলত ৰ'জে দুৰ্গ অৱৰোধ কৰে। দুৰ্গৰ পতন অনিবাৰ্য্য হৈ উঠাত ৰাণী লক্ষ্মীবায়ে কেইজনমান সহচৰ লগত লৈ কল্পিৰফালে গুচি আহিল। কল্পিত তেওঁ তাঁতীয়া টুপী, ৰাও চাহেব (নানা চাহেবৰ সম্বন্ধীয় লোক) আৰু নৱাবাসকলৰ সমৰ্থক বান্দৰ নৱাবৰ সৈতে লগ লাগি ব্ৰিটিছৰ বিৰুদ্ধে থিয় দিয়ে। কল্পিৰ যুদ্ধতো তেওঁলোক হিউ ৰ'জৰ হাতত পৰাজিত হ'ল (২২ মে', ১৮৫৮)। ইমানতো তেওঁলোক নিৰুৎসাহ নহ'ল; এইবাৰ তেওঁলোকে গোৱালিয়ৰৰপৰা আকৌ এবাৰ শক্তি পৰীক্ষা কৰিবলৈ মনস্থ কৰিলে। গোৱালিয়ৰৰ সিন্ধিয়াই তেওঁ-

লোকৰ পক্ষ গ্ৰহণ কৰিব বুলি বিপ্লৱী নেতা কেইজনে আশা কৰিছিল, কিন্তু কাৰ্যক্ষেত্ৰত সি হৈ নুঠিল। সিন্ধিয়াই সহায় নকৰিলেও অৱশ্যে তেওঁৰ সৈন্যবাহিনীয়ে তেওঁলোকৰ পক্ষত যোগ দিলে। ইতিমধ্যে সিন্ধিয়া আগ্ৰালৈ পলাই গ'ল।

এক জুনৰ দিনা গোৱালিয়ৰ তেওঁলোকৰ হস্তগত হ'ল। মৰাঠা-সকলক পুনৰ এখন পতাকাৰ তলত একত্ৰিত কৰিবৰ মনেৰে তেওঁলোকে নানা চাহেবক পেছোৱা বুলি ঘোষণা কৰিলে। নানা চাহেব অনুপস্থিত থকাত তেওঁৰ প্ৰতিনিধি হিচাপে ৰাও চাহেবেই পেছোৱাৰ দায়িত্বভাৰ গ্ৰহণ কৰে। এই উপলক্ষে এটা মহা আড়ম্বৰপূৰ্ণ উৎসৱ পালন কৰা হয়। উৎসৱ পালন কৰি অযথা সময় আৰু ধন অপব্যয় কৰাত ৰাণী লক্ষ্মীবাঈৰ বৰ মন নাছিল, কিন্তু সেই বুলি তেওঁ বাধাও প্ৰদান কৰিব নোৱাৰিলে। ইতিমধ্যে চাৰ হিউ ৰ'জ কল্পিৰপৰা আহি মোৰাৰত উপস্থিত হয় (১৬ জুন, ১৮৫৮)। সেই সময়তে ব্ৰিগেডিয়াৰ স্মিথৰ নেতৃত্বত আন এদল সৈন্যয়ো কোটা-কে চেৰাই নামৰ গোৱালিয়ৰৰ নিকটৱৰ্তী ঠাই এখনত চাউনি পাতিলে। মোৰাৰ আৰু কোটা-কে চেৰাইপৰা ব্ৰিটিছ বাহিনী গোৱালিয়ৰৰফালে আগবাঢ়ি আহিল, কিন্তু মৰাঠাসকল এই আক্ৰমণৰ বাবে অকণো প্ৰস্তুত নাছিল। তথাপি ব্ৰিটিছ বাহিনীক বাধা দিবৰ অৰ্থে ৰাণী লক্ষ্মীবায়ে গোৱালিয়ৰৰ এটা পাহাৰৰপৰাই আক্ৰমণ আৰম্ভ কৰে। বিপক্ষদলৰ গুলীত তেওঁ বেয়াকৈ আঘাত পায় আৰু ইয়াৰ পাছতে তেওঁৰ মৃত্যু ঘটে (১৭ জুন ১৮৫৮)। এই গৰাকী মহীয়সী ৰাণীৰ মৃত্যুৰ ফলত মৰাঠা পক্ষ অপূৰণীয় ক্ষতিৰ সন্মুখীন হয়। তেওঁৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি যশস্বী সেনাপতি চাৰ হিউ ৰ'জে তেওঁক 'বিদ্ৰোহীসকলৰ সৰ্বশ্ৰেষ্ঠ আৰু সৰ্বাধিক সাহসী সমৰ নেত্ৰী' বুলি অভিহিত কৰিলে।

সি যি কি নহওক, ৰাণী লক্ষ্মীবাঈৰ মৃত্যুৰ পাছত মৰাঠা নেতাসকলৰ প্ৰতিৰোধ নিষ্ফল হ'ল। ১৯ জুন তাৰিখে হিউ ৰ'জে গোৱালিয়ৰ জয় কৰে আৰু তাৰ দুদিনৰ পাছতে সিন্ধিয়া তেওঁৰ ৰাজ্যলৈ পুনৰ উভতি আহিল। এই সময়ৰপৰা তাঁতীয়া টুপী আৰু ৰাও চাহেব পলাবলৈ ধৰে। পলাতক অৱস্থাতো তেওঁলোকে মোগল ৰাজবংশৰ আন এজন প্ৰখ্যাত বিপ্লৱী ফিৰোজ চাহৰ সৈতে লগ লাগি মধ্যভাৰতৰ বিভিন্ন

ঠাইত ব্ৰিটিছৰ বিৰুদ্ধে থিয় দিয়ে, কিন্তু কৃতকাৰ্যতা লাভ কৰিব নোৱাৰিলে। অৱশেষত ভাগৰি পৰি তাঁতীয়া টুপীয়ে মান সিং নামৰ ৰাজপুত সামন্তৰ ওচৰত আশ্ৰয় লয়। মানসিঙে বিশ্বাসঘাতকতা কৰাত ৮ এপ্ৰিল (১৮৫৯) তাৰিখে তেওঁ ধৰা পৰিল।* ততাতৈয়াকৈ বিচাৰ কৰি ব্ৰিটিছ চৰকাৰে তেওঁক বিদ্ৰোহ কৰাৰ অপৰাধত ১৮ এপ্ৰিলৰ দিনা ফাঁচী দিয়ে। তেওঁৰ সমান নিঃস্বাৰ্থভাৱে কাম কৰি জীৱন আহুতি দিয়া বিপ্লৱী বা বিদ্ৰোহী সেই কালত বৰ বিৰল আছিল।

তাঁতীয়া টুপীৰ মৃত্যুৰ পাছত ৰাও চাহেবো ধৰা পৰে। কাণপুৰৰ হত্যাকাণ্ডৰ কাৰণে তেওঁকে জগৰীয়া কৰি মৃত্যুদণ্ড দিয়া হয়। তাঁতীয়া টুপী আৰু ৰাও চাহেবৰ সহযোগী ফিৰোজ চাহ অৱশ্যে ধৰা নপৰিল। ১৮৭৫ চনত তেওঁ পত্নীৰ সৈতে মক্কালৈ যায় আৰু ২ বছৰৰ পাছতে তেওঁৰ তাতে মৃত্যু ঘটে (১৭ ডিচেম্বৰ)। ১৮৫৭ চনৰ বিদ্ৰোহৰ প্ৰখ্যাত বিপ্লৱীসকলৰ ভিতৰত তেওঁ এজন।

দৰাচলতে কাণপুৰ, দিল্লী আৰু লক্ষ্ণৌৰ পতনৰ লগে লগে ১৮৫৭ চনৰ বিদ্ৰোহৰ অন্ত পৰে বুলিব পাৰি। পৰিস্থিতি কিছু শান্ত হৈ উঠাত ১৮৫৮ চনৰ ৮ জুলাই তাৰিখে গৱৰ্ণৰ জেনেৰেল লৰ্ড কেনিঙে শান্তি ঘোষণা কৰে। বিদ্ৰোহ দমনৰ পাছত ইংৰাজ লোকসকল প্ৰতিহিংসাপৰায়ণ হৈ উঠিছিল, কিন্তু কেনিঙে নিৰপৰাধী ভাৰতবাসীক তেওঁলোকৰ হাতৰপৰা ৰক্ষা কৰিলে। ইয়াৰ কাৰণে তেওঁ অৱশ্যে বহুতৰে অৱজ্ঞাৰ পাত্ৰ হয়। ইংৰাজ লোকসকলে উপলুঙা কৰি তেওঁক 'দয়ালু কেনিং' বুলি মাতিছিল। কিন্তু কেনিঙৰ উদাৰ মনোভাৱৰ বাবেই ১৮৫৮ চনৰ পাছৰপৰা ইংলেণ্ড আৰু ভাৰতৰ মাজত পুনৰ এক নতুন সম্বন্ধ গঢ়ি উঠিল।

**বিদ্ৰোহৰ প্ৰকৃতি ঃ** ১৮৫৭ চনৰ বিদ্ৰোহ সংঘটিত হোৱা এশ বছৰতকৈ অধিক কাল হ'ল যদিও এই বিদ্ৰোহটো আজিও বিতৰ্কমূলক প্ৰশ্ন হৈ আছে। চাৰ জেমছ আউটৰাম, জন ব্ৰুচ নৰ্টন আদিয়ে ইয়াক স্বাধীনতাৰ যুদ্ধ বা জনসাধাৰণৰ বিদ্ৰোহ বুলি ক'ব খুজিলেও অধিকসংখ্যক বিদেশী লেখকে ইয়াক এটা 'চিপাহী বিদ্ৰোহ' বুলিহে গণ্য কৰে। ভাৰতীয় লেখকসকলৰ মতামতকো দুটা ভাগত ভাগ কৰা হয়। বিদ্ৰোহৰ সমসাময়িক ভাৰতীয়সকলে ইয়াক এটা সামৰিক বিদ্ৰোহ বুলি অভিহিত

কৰিছিল আৰু এই মতবাদ উনৈছ শতিকাত প্ৰায় সকলো ভাৰতীয়ই মানি লৈছিল। কিন্তু কুৰি শতিকাৰ আগভাগৰপৰা ১৮৫৭ চনৰ বিদ্ৰোহে ভাৰতৰ প্ৰথম স্বাধীনতাৰ সংগ্ৰাম হিচাপে অধিক জনপ্ৰিয়তা লাভ কৰি আহিছে। এই বিষয়ত ভাৰতৰ এজন প্ৰখ্যাত বিপ্লৱী বিনায়ক দামোদৰ সৱাৰকৰৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ১৯০৯ চনত প্ৰকাশিত এখন পুথিত তেওঁ প্ৰথমবাৰৰ বাবে ১৮৫৭ চনৰ বিদ্ৰোহক 'স্বাধীনতাৰ যুদ্ধ' নামেৰে নামকৰণ কৰি সমগ্ৰ ভাৰতবাসীক এক নতুন চেতনাৰে উদ্বুদ্ধ কৰিবলৈ চেষ্টা কৰিছিল।

১৮৫৭ চনৰ বিদ্ৰোহ যে এটা সাধাৰণ বিদ্ৰোহ নহয় তাক সকলোৱে একমুখে স্বীকাৰ কৰে। কিন্তু এই বিদ্ৰোহক যথাৰ্থতে স্বাধীনতা যুদ্ধ বুলি ক'ব পাৰি নে নোৱাৰি সেই বিষয়ে সন্দেহৰ যথেষ্ট অৱকাশ আছে। বিনা সংগঠনে বা পূৰ্বপ্ৰস্তুতি অবিহনে এখন স্বাধীনতা যুদ্ধৰ কথা চিন্তা কৰা অসম্ভৱ আৰু ১৮৫৭ চনৰ বিদ্ৰোহৰ ক্ষেত্ৰত তাৰ কোনো প্ৰমাণ পোৱা নাযায়। বিদ্ৰোহৰ আগতে ভাৰতবাসীৰ কোনো একক ৰাজনৈতিক সংগঠন বা তেনে কোনো সৰ্বভাৰতীয় নেতাও নাছিল। ভাৰতবৰ্ষ আছিল মাত্ৰ কিছুমান ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ সমষ্টি, প্ৰত্যেকৰে ৰজা, নবাব বা শাসনকৰ্তা আছিল বেলেগ বেলেগ, যদিও সকলোৱে ব্ৰিটিছ কৰ্তৃত্ব স্বীকাৰ কৰি লৈছিল। কম-বেছি পৰিমাণে দেশীয় ৰজাসকল অথবা জনসাধাৰণ ব্ৰিটিছৰ ওপৰত অসন্তুষ্ট হৈছিল যদিও সমূহীয়াভাৱে ব্ৰিটিছৰ বিৰুদ্ধাচৰণ কৰাৰ চিন্তা কোনেও কৰা নাছিল। তেনেকুৱা এটা পৰিবেশ সেই সময়ৰ ভাৰতবৰ্ষত নাছিল বুলি ক'ব পাৰি। পূৰ্বপৰিকল্পিত আঁচনি অবিহনে ১৮৫৭ চনৰ দৰে এটা ব্যাপক বিদ্ৰোহ সৃষ্টি হোৱা অসম্ভৱ বুলি কিছুমান ব্ৰিটিছ লেখকে চাপাতি বিতৰণ, ৰাণী লক্ষ্মীবায়ে পুৰীৰ পূজাৰীলৈ লিখা চিঠি, সম্ৰাট বাহাদুৰ চাহৰ বৈদেশিক শক্তিৰ লগত যোগাযোগ আদিৰ নিচিনা কথাত গভীৰ ষড়যন্ত্ৰৰ গোন্ধ পাইছিল, কিন্তু সেইবিলাকৰ কোনো ঐতিহাসিক সত্যতা নাই। বিদ্ৰোহৰ আগে আগে ভাৰতৰ বিভিন্ন ঠাইত চাপাতি বিতৰণ হৈছিল সঁচা কিন্তু কৰ্তৃত্বশীল মহলে সেই বিষয়ে অনুসন্ধান কৰাই তাৰ কোনো ৰাজনৈতিক উদ্দেশ্য বিচাৰি নাপালে। সম্ভৱতঃ কিবা অন্ধবিশ্বাসৰ বশৱৰ্তী হৈয়েই এই চাপাতিবোৰ ইজনে সিজনক বিলাই ফুৰিছিল।

পুৰীৰ পূজাৰীলৈ দিয়া ৰাণী লক্ষ্মীবাঈৰ চিঠিখন বৰ্তমান জাল বুলি প্ৰমাণিত হৈছে। ১৮৫৬ চনৰ মাৰ্চ মাহত লিখা বুলি অভিযোগ তোলা চিঠিখনত চৰ্বীযুক্ত কাৰ্ট্ৰিজৰ কথা উল্লেখ কৰা হৈছে। এনফিল্ড ৰাইফলৰ কাৰ্ট্ৰিজবোৰ ১৮৫৬ চনৰ শেষৰফালেহে ভাৰতবৰ্ষ পাইছি। এনে অৱস্থাত ৰাণীয়ে মাৰ্চ মাহতে সেই বিষয়ে জানিব পৰাটো অকণো সম্ভৱপৰ নহয়। দমদমৰ চিপাহীসকলেও প্ৰথমে ১৮৫৭ চনৰ জানুৱাৰি মাহতহে সেই কাৰ্ট্ৰিজবোৰৰ বিষয়ে জানিব পাৰে। বাহাদুৰ চাহেও ব্ৰিটিছৰ বিৰুদ্ধে পাৰস্য আৰু ৰাছিয়া'ৰ সৈতে মিলি ষড়যন্ত্ৰ কৰাৰ অভিযোগটো সম্পূৰ্ণ ভিত্তিহীন বুলি ক'ব পাৰি। কেতিয়াবাই ৰাজত্বৰপৰা বঞ্চিত হোৱা এই মোগল সম্ৰাটজনে ব্ৰিটিছৰ বিৰুদ্ধে থিয় দিয়াৰ কথা কেতিয়াও চিন্তা কৰা নাছিল। ১৮৫৭ চনৰ বিদ্ৰোহৰ তেওঁ আছিল এজন অনিচ্ছুক নেতা।

দৰাচলতে বিদ্ৰোহ আৰম্ভ হৈছিল আকস্মিকভাৱে। বিভিন্ন কাৰণত ভাৰতবাসী ব্ৰিটিছৰ ওপৰত অসন্তুষ্ট হৈছিল যদিও কোনেও সক্ৰিয়ভাৱে বিদ্ৰোহ কৰাৰ পৰিকল্পনা কৰা নাছিল। কৰ্ণেল কাৰ মাইকেল স্মিথৰ অবিবেচনাপ্ৰসূত কাৰ্য্যাৱলীৰ ফলতহে মীৰাটত বিদ্ৰোহৰ উৎপত্তি হয়। ১০ মে' তাৰিখে বিদ্ৰোহ কৰিও মীৰাটৰ চিপাহীসকল বিপাঙত পৰে, কিয়নো তেওঁলোক ভৱিষ্যতে কি কৰিব সেই বিষয়ে তেওঁলোকে নিজেই ক'ব পৰা নাছিল। চিপাহীসকল দিল্লীলৈ গৈ বাহাদুৰ চাহক হিন্দুস্তানৰ সম্ৰাট বুলি ঘোষণা কৰাৰ কেইদিনমানৰ পাছলৈকে ভাৰতৰ সামগ্ৰিক পৰিস্থিতি কিছু শান্ত হৈয়ে আছিল। বিদ্ৰোহৰ কিবা পূৰ্ব-প্ৰস্তুতি থকা হ'লে এনে এটা অৱস্থাৰ সৃষ্টি নহ'লহেঁতেন। তদুপৰি বহুতো ঠাইত দেশী চিপাহীসকলক নিৰস্ত্ৰ কৰিবলৈ যোৱাৰ ফলতহে বিদ্ৰোহৰ সূত্ৰপাত হয়, যেনে—বিহাৰৰ ডানাপুৰ, মধ্যভাৰতৰ নাছিৰাবাদ, পঞ্জাবৰ ঝিলাম আৰু শিয়ালকোট উত্তৰ প্ৰদেশৰ এলাহাবাদ আৰু ফটেপুৰ ইত্যাদি। অৱশ্যে চিপাহী মাত্ৰেই যে বিদ্ৰোহত অংশ গ্ৰহণ কৰিছিল এনে নহয়। ব্ৰিটিছ চৰকাৰে বিদ্ৰোহ দমন কৰিবলৈ সক্ষম হৈছিল ভাৰতীয় চিপাহীসকলৰ সাহায্যতহে, কিয়নো গৃহ চৰকাৰে ভাৰতলৈ প্ৰয়োজনমতে ইংৰাজ সৈনিকৰ যোগান ধৰিব পৰা নাছিল। দিল্লী দখলৰ সময়ত ১১২০০ সৈনিকৰ ভিতৰত প্ৰায়

৭ হাজাৰ সৈনিকেই আছিল ভাৰতীয়। সাধাৰণভাৱে ক'বলৈ গ'লে বিদ্ৰোহৰ সময়ছোৱাত প্ৰায় ৩০,০০০ দেশী চিপাহীয়ে বি্ৰটিছ পক্ষক সমৰ্থন কৰিছিল; বিদ্ৰোহীসকলৰ পক্ষে আছিল প্ৰায় ৭০,০০০। কিন্তু তেওঁলোকে বিভিন্ন সময়ত বিদ্ৰোহ কৰাৰ বাবে বি্ৰটিছৰ কাৰণে বিশেষ ভয়ৰ কাৰণ নহ'ল।

১৮৫৭ চনৰ বিদ্ৰোহত অংশ গ্ৰহণ কৰা ভাৰতবাসী কোনো এক বিশেষ আদৰ্শৰদ্বাৰা অনুপ্ৰাণিত হোৱাও দেখা নাযায়। ১১ মে' তাৰিখে বাহাদুৰ ছাহ হিন্দুস্তানৰ সম্ৰাট হিচাপে ঘোষিত হ'ল যদিও তেওঁৰ কর্তৃত্ব সকলো বিদ্ৰোহী নেতাই স্বীকাৰ কৰি লৈছিল বুলি ক'ব নোৱাৰি। অযোধ্যাৰ বি্ৰজিছ কাদেৰ, ঝান্সীৰ লক্ষ্মীবাঈ, বিহাৰৰ কোঁৱৰ সিং আৰু কাণপুৰৰ নানা চাহেবে মোগলৰ সাৰ্বভৌমত্ব মানি লোৱা নাছিল। নানা চাহেবে কেতিয়াবা নিজকে দিল্লী সম্ৰাটৰ প্ৰতিনিধি বুলিও ঘোষণা কৰিছিল, কিন্তু পৰৰ মৰাথা-মোগল বিৰোধলৈ লক্ষ্য কৰি সেই ঘোষণা বিশেষ গুৰুত্বপূৰ্ণ নহয় বুলি ক'ব পাৰি। বিদ্ৰোহী নেতাসকল একেখন পতাকাৰ তলত সমবেত হোৱাৰ কোনো নিশ্চিত প্ৰমাণ নাই। আনকি নানা চাহেবে নিজকে পেচোৱা বুলি ঘোষণা কৰিও সমগ্ৰ মৰাথাসকলক বি্ৰটিছৰ বিৰুদ্ধে একত্ৰিত কৰিব পৰা নাছিল। সম্ভৱতঃ ইয়াৰ মূল কাৰণ হৈছে এই যে বহুসংখ্যক ভাৰতবাসীয়ে ১৮৫৭ চনৰ বিদ্ৰোহক এটা জাতীয় আন্দোলনৰ ৰূপত দেখা পোৱা নাছিল। তদুপৰি এই কথাটো মন কৰিব লাগিব যে বিদ্ৰোহৰ নেতৃত্ব বহন কৰা প্ৰায় প্ৰতিজন ব্যক্তিয়েই আছিল বি্ৰটিছৰ ওপৰত গভীৰভাৱে অসন্তুষ্ট; তেওঁলোকৰ উদ্দেশ্য আছিল ব্যক্তিগত স্বাৰ্থ সিদ্ধি কৰা, কোনো সমূহীয়া স্বাৰ্থ পূৰণ কৰা নহয়। ব্যক্তিগত স্বাৰ্থ পূৰণৰ কাৰণে কৰা আন্দোলনত যে কিবা মহৎ স্বাৰ্থ নিহিত হৈ থাকিব পাৰে সি সন্দেহজনক।

এইটো অৱশ্যে অনস্বীকাৰ্য যে চিপাহীসকলে বিদ্ৰোহ আৰম্ভ কৰিলেও চিপাহীসকলৰ মাজতে ই আবদ্ধ হৈ থকা নাছিল। ক্ষমতাচ্যুত শাসক শ্ৰেণীৰ লগতে কিছু কিছু ঠাইত সৰ্বসাধাৰণ মানুহেও বিদ্ৰোহত অংশ গ্ৰহণ কৰিছিল। এই লোকসকলৰ কোনো ব্যক্তিগত স্বাৰ্থ নাছিল, তেওঁলোকে যুদ্ধ কৰিছিল তেওঁলোকৰ ৰজা বা সামন্ত শ্ৰেণীৰ লোক-সকলৰ হকে। তেওঁলোকৰ অংশ গ্ৰহণে ১৮৫৭ চনৰ বিদ্ৰোহক এটা

জাতীয় বিদ্ৰোহৰ মৰ্য্যাদ দান কৰা দেখা যায়। অযোধ্যা আৰু সাহাবাদৰ (বিহাৰ) বিদ্ৰোহত ব্যাপক জনসমৰ্থন থকাৰ বাবেই ঐতিহাসিক সুৰেন্দ্ৰ নাথ সেনে উক্ত দুই ঠাইৰ বিদ্ৰোহক 'বিদ্ৰোহ' বুলি জাতীয় যুদ্ধ হিচাপে অভিহিত কৰিছে। অৱশ্যে ড. সেনে জাতীয় শব্দটো এটা সীমিত অৰ্থতহে ব্যৱহাৰ কৰিছে। কিয়নো জাতীয়তাবোধৰ ভাবধাৰা তেতিয়া ভাৰতবাসীৰ মনত সম্পূৰ্ণকৈ জাগ্ৰত হোৱা নাছিল।

সি যি কি নহওক ১৮৫৭ চনৰ বিদ্ৰোহৰ প্ৰকৃত ৰূপ সম্পৰ্কে কোনো এক নিশ্চিত সিদ্ধান্তত উপনীত হোৱাটো সহজসাধ্য নহয়। এই বিদ্ৰোহক 'চিপাহী বিদ্ৰোহ' বুলি কোৱা সমীচীন নহ'ব, কিয়নো চিপাহীসকলে বিদ্ৰোহ আৰম্ভ কৰিলেও তেওঁলোকৰ মাজতে ই আবদ্ধ নাছিল, তদুপৰি ভাৰতৰ সমগ্ৰ দেশী চিপাহীয়েও বিদ্ৰোহ আচৰণ কৰা নাছিল। আনহাতে ১৮৫৭ চনৰ বিদ্ৰোহক সম্পূৰ্ণভাবে 'জাতীয় যুদ্ধ' বা 'স্বাধীনতাৰ যুদ্ধ' বুলি অভিহিত কৰাও কঠিন, কাৰণ স্বাধীনতাৰ যুদ্ধ এখনত সাধাৰণতে থাকিবলগীয়া উপাদানসমূহ ইয়াত পোৱা নাযায়। তথাপি ব্ৰিটিছ শক্তিৰ বিৰুদ্ধে এইটোৱেই আছিল ভাৰতবাসীৰ (কিছুসংখ্যক হ'লেও) প্ৰথম সশস্ত্ৰ উত্থান, এই হিচাপে ১৮৫৭ চনৰ বিদ্ৰোহৰ সৰ্বাধিক গুৰুত্ব আছে।

**বিদ্ৰোহৰ ব্যৰ্থতাৰ কাৰণঃ** ১৮৫৭ চনৰ বিদ্ৰোহৰ কৰ্ণধাৰ কেইজনে বিদ্ৰোহ পৰিচালনা কৰাৰ ক্ষেত্ৰত চৰম ব্যৰ্থতাৰ পৰিচয় দিয়ে। মীৰাটৰ বিদ্ৰোহৰ পাছৰপৰা ভাৰতৰ বিভিন্ন ঠাইত বিদ্ৰোহৰ সূত্ৰপাত হয়, কিন্তু প্ৰধান নেতা কেইজনে পৰস্পৰে পৰস্পৰৰ লগত যোগাযোগ কৰি কেন্দ্ৰীয়ভাবে বিদ্ৰোহৰ কাৰ্য্যসূচী ৰচনা কৰিবলৈ কোনো প্ৰয়াস নকৰিলে। গতিকে য'ত ত'ত বিক্ষিপ্তভাবে বিদ্ৰোহ হোৱাত ব্ৰিটিছৰ পক্ষে সেইবোৰ দমন কৰা বিশেষ কঠিন নহ'ল। ৰাষ্ট্ৰীয় ভিত্তিত বিদ্ৰোহ পৰিচালনা কৰাৰ কিবা ব্যৱস্থা থকা হ'লে বিদ্ৰোহীসকলৰ জয়লাভৰ কিছু আশা আছিল। কিন্তু সেয়া নহ'লগৈ আৰু সেই কাৰণে বিদ্ৰোহ ব্যৰ্থ হ'ল।

দ্বিতীয়তে, বিদ্ৰোহৰ সীমাবদ্ধতাও ১৮৫৭ চনৰ বিদ্ৰোহ বিফলতাৰ এটা প্ৰধান কাৰণ। সমগ্ৰ ভাৰতে বিদ্ৰোহ আচৰণ কৰা নাছিল,

কৰিছিল একাংশইহে। সাধাৰণভাৱে ক'বলৈ গ'লে বিদ্ৰোহীসকলৰ কৰ্মস্থল আছিল বিহাৰৰ পশ্চিম খণ্ডৰপৰা পঞ্জাবৰ পূব খণ্ডলৈকে। অ'ত ত'ত দুই এক বিদ্ৰোহৰ সূত্ৰপাত হৈছিল যদিও বংগদেশ, অসম, উৰিষ্যা, ৰাজস্থান আদিৰ সামগ্ৰিক পৰিস্থিতি শান্ত আছিল বুলি ক'ব পাৰি। মাদ্ৰাজৰ পৰিস্থিতি আছিল সম্পূৰ্ণ শান্তিপূৰ্ণ আৰু আনকি মৰাঠাসকলৰ কৰ্মক্ষেত্ৰ মহাৰাষ্ট্ৰত বিদ্ৰোহৰ কোনো সূত্ৰপাত নহ'ল, বিদ্ৰোহৰ যদি কিবা সম্ভাৱনা আছিল তেন্তে সেয়া পুলিছ কমিছনাৰ ফৰজেটে (Forjett) মষিমূৰ কৰিলে। পঞ্জাবৰ আচৰণো মন কৰিবলগীয়া; মাত্ৰ ৮ বছৰৰ আগেয়ে শিখসকল ব্ৰিটিছৰ হাতত পৰাজিত (১৮৪.) হৈছিল যদিও গৱৰ্ণৰ চাৰ জন লৰেন্সৰ বিচক্ষণতাৰ বাবে সমগ্ৰ পঞ্জাবতে (উত্তৰ খণ্ডৰ কেইখনমান ঠাইৰ বাহিৰে) শান্তি অব্যাহত থাকিল। পঞ্জাব আৰু উত্তৰ-পশ্চিম অঞ্চলৰ শান্তিপূৰ্ণ পৰিস্থিতিৰ বাবেই লৰেন্সে শিখ বাহিনী আৰু পেচোৱাৰত থকা ব্ৰিটিছ বাহিনী আন ঠাইৰ বিদ্ৰোহ দমন কাৰ্য্যত নিয়োজিত কৰিবলৈ সক্ষম হৈছিল। মুঠতে ভাৰতৰ বিস্তৰ অঞ্চলৰ পৰিস্থিতি স্বাভাৱিক অৱস্থাত থকাৰ কাৰণে সেইবোৰ ঠাইৰপৰা সৈন্যবাহিনী অনাই বিদ্ৰোহ দমন কৰাত ব্ৰিটিছ চৰকাৰ কৃতকাৰ্য্য হয়। কিন্তু সমগ্ৰ ভাৰতে বিদ্ৰোহ আচৰণ কৰা হ'লে ১৮৫৭ চনতে ব্ৰিটিছৰ ভাৰত সাম্ৰাজ্যৰ সমাপ্তি ঘটিলহেঁতেন

তৃতীয়তে, বিদ্ৰোহী নেতৃবৰ্গৰ দুৰ্বলতাও বিদ্ৰোহ ব্যৰ্থতাৰ আন এটা ঘাই কাৰণ। দিল্লীৰ সম্ৰাট বাহাদুৰ চাহে 'গাজী' উপাধি ধাৰণ কৰি-লেও যুদ্ধ পৰিচালনা কৰাৰ অভিজ্ঞতা তেওঁৰ অকণো নাছিল। বিদ্ৰোহৰ প্ৰধান নায়ককেইজন যেনে—কোঁৱৰ সিং, তাঁতীয়া টুপী, নানা চাহেব বা ঝান্সীৰ লক্ষ্মীবাঈৰ বিপক্ষ দলৰ সমান দক্ষতা আছিল বুলি ক'ব নোৱাৰি। কোঁৱৰ সিং বা ৰাণী লক্ষ্মীবায়ে যুদ্ধক্ষেত্ৰত অসীম বীৰত্ব প্ৰদৰ্শন ক'ৰলেও ব্যাপকভাৱে যুদ্ধ পৰিচালনা কৰা অভিজ্ঞতা তেওঁলোকৰ নাছিল। উপযুক্ত সেনাপতি অবিহনে যুদ্ধত জয়লাভ কৰাটো সম্ভৱপৰ নহয়। এইটো কথা মন কৰিব পাৰি যে প্ৰতিখন যুদ্ধতে ব্ৰিটিছ পৰিচালিত বাহিনীতকৈ বিদ্ৰোহী পক্ষৰ সৈন্যবাহিনীৰ সংখ্যা আছিল সৰহ; কিন্তু প্ৰায় সকলোতে তেওঁলোকেহে (বিদ্ৰোহীসকলে) পৰাজয় বৰণ কৰিব লগীয়া হয়। কাণপুৰত নানা চাহেবে বিপুলসংখ্যক সৈনিক

থকা সত্ত্বেও ২১ দিনৰ (৬ জুন—২৬ জুন, ১৮৫৭) মুৰতো জেনেৰেল হুইলাৰৰ দুৰ্বল কোঠটো জয় কৰিব নোৱৰাতো এটা মন কৰিবলগীয়া কথা। লক্ষ্ণৌৰ ৰেছিডেন্সিৰ ক্ষেত্ৰতো একে কথাই ক'ব পাৰি। এইবোৰ সুযোগ্য নেতৃত্বৰ নিদৰ্শন নহয়। আনহাতে বিভিন্ন যুদ্ধক্ষেত্ৰত ব্ৰিটিছ বাহিনীৰ নেতৃত্ব বহন কৰিছিল হেভলক, নিকলছন, আউটৰাম, হিউৰ'জ, কলিন কেম্পবেল আদিৰ নিচিনা অভিজ্ঞ সেনানায়কসকলে। এনে ক্ষেত্ৰত বিদ্ৰোহৰ জয়লাভ আশা কৰিব নোৱাৰি।

চতুৰ্থতে, ভাৰতবাসীৰ একাংশই ১৮৫৭ চনৰ বিদ্ৰোহৰ বিৰুদ্ধাচৰণ কৰি বিদ্ৰোহ বিফল কৰি দিয়ে। ঝান্সীৰ ৰাণী অযোধ্যাৰ বেগম, বিহাৰৰ কোঁৱৰ সিং কাণপুৰৰ নানা চাহেব আদিয়ে বিদ্ৰোহত জঁপিয়াই পৰিছিল, কিন্তু বহুতসংখ্যক দেশীয় ৰজাই ব্ৰিটিছৰ পক্ষহে অৱলম্বন কৰিছিল। এইসকলৰ ভিতৰত কাশ্মীৰৰ ৰজা গুলাব সিং, গোৱালিয়ৰৰ মন্ত্ৰী চাৰ দিনকৰ ৰাও আৰু হায়দৰাবাদৰ মন্ত্ৰী চাৰ ছলৰ জঙৰ নাম বিশেষভাৱে উল্লেখযোগ্য। চাৰ দিনকৰৰ চেষ্টাৰ ফলতে গোৱালিয়ৰৰ দেশীয় বাহিনীয়ে ব্ৰিটিছৰ প্ৰতি অকুণ্ঠ সাহায্য আগ বঢ়ায়। তেওঁ বিদ্ৰোহীসকলৰ পক্ষ গ্ৰহণ কৰা হ'লে ভাৰতৰ ব্ৰিটিছ সাম্ৰাজ্য বিপদাপন্ন হৈ পৰিবলগৈছিল, কিন্তু তাকে নকৰি ব্ৰিটিছক সহায় কৰাত ব্ৰিটিছ সাম্ৰাজ্য ৰক্ষা পৰিল। জেনেৰেল ইনছৰ মতে 'তেওঁৰ আনুগত্যই ব্ৰিটিছৰ কাৰণে ভাৰতবৰ্ষ ৰক্ষা কৰিলে।' গুলাব সিং আৰু ছলৰ জঙেও ব্ৰিটিছক প্ৰভূত পৰিমাণে সাহায্য কৰে। তদুপৰি বিদ্ৰোহ দমনত পঞ্জাবৰ শিখবাহিনী আৰু নেপালৰ গোৰ্খাবাহিনীৰ সাহায্যও মন কৰিবলগীয়া। দিল্লী, বাৰাণসী, এলাহাবাদ আদি ঠাইৰ বিদ্ৰোহ বিফল কৰাত শিখ বাহিনীয়ে এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। তেনেকৈ গুৰ্খা সৈনিকসকলে অযোধ্যাৰ বিদ্ৰোহ মষিমূৰ কৰাত ব্ৰিটিছক পাৰ্যমানে সহায় কৰে। ভাৰতৰ বিদ্ৰোহ বিশেষকৈ ভাৰতীয়সকলৰ সাহায্যত দমন কৰিব পৰাটো ব্ৰিটিছ কূটনীতিৰ এটা ডাঙৰ সাফল্য বুলিব পাৰি।

সদৌ শেষত ক'ব পাৰি যে ব্ৰিটিছ পক্ষই ভোগ কৰা সুবিধাবোৰ বিদ্ৰোহীসকলে নোপোৱা বাবেই ১৮৫৭ চনৰ বিদ্ৰোহ ব্যৰ্থ হয়। ব্ৰিটিছ বাহিনীয়ে যেনেকৈ উন্নত ধৰণৰ অস্ত্ৰ-শস্ত্ৰৰ যোগান পাইছিল, বিদ্ৰোহীসকলে তেনে একো পোৱা নাছিল। বিদ্ৰোহীসকলৰ বেছিভাগ

অস্ত্র-শস্ত্রই আছিল পুৰণি ধৰণৰ আৰু সেইবোৰৰ সৈতে ব্ৰিটিছৰ বিপক্ষে যুদ্ধ দি জয়লাভ কৰাটো সম্ভৱপৰ নাছিল। তদুপৰি ব্ৰিটিছৰ হাতত ডাক-তাঁৰ আৰু ৰেল বিভাগ থকা বাবে তেওঁলোকে প্ৰয়োজনমতে ইঠাইৰপৰা সিঠাইলৈ খবৰ পঠাব বা সৈন্য বাহিনী সঞ্চালন কৰিব পাৰিছিল। বিদ্রোহীসকলে এনে সুবিধাবোৰ পোৱা নাছিল। এইবোৰ কাৰণতে ১৮৫৭ চনৰ বিদ্রোহ বিফল হয়।

## বিদ্রোহৰ ফলাফল

বিদ্রোহ বিফল হ'ল যদিও ই ভাৰত শাসন সম্বন্ধে ব্ৰিটিছ চৰকাৰৰ দৃষ্টিভংগী সম্পূৰ্ণ সলনি কৰিলে। বিদ্রোহৰ সময়লৈকে ভাৰতবৰ্ষ শাসন কৰিছিল এটা বাণিজ্যিক প্ৰতিষ্ঠানেহে। ৮৩৩ চনৰ চনদ আইনৰ ফলত ইষ্ট ইণ্ডিয়া কম্পেনি বেহা-বেপাৰ কৰা অধিকাৰৰপৰা বঞ্চিত হ'ল যদিও ইয়াৰ ৰাজনৈতিক অধিকাৰ খৰ্ব কৰা নহ'ল। চিন্তাশীল লেখকসকলে ক্ৰমে গভীৰভাৱে উপলব্ধি কৰিবলৈ ধৰে যে এটা বেপেৰুৱা কোম্পানিক এখন সাম্ৰাজ্য শাসনৰ ভাৰ অৰ্পণ কৰাটো যুক্তিযুক্ত হোৱা নাই আৰু সেই কাৰণে ১৮৫৩ চনত কোম্পানিৰ চনদখন নবীকৰণ কৰাৰ সময়ত কোম্পানিৰ কাৰ্য্যকালৰ সীমা নিৰ্দিষ্ট কৰি দিয়া নহ'ল। ১৮৫৭ চনৰ বিদ্রোহে কোম্পানিৰ পতন অনিবাৰ্য্য কৰি তুলিলে। ব্ৰিটিছ পাৰ্লিয়ামেণ্টে ২ আগষ্ট তাৰিখে (১৮৫৮) এখন 'ভাৰত চৰকাৰ আইন' গ্ৰহণ কৰি পোনপটীয়াভাৱে ভাৰতৰ শাসনভাৰ নিজৰ হাতলৈ আনে। এই আইনে পূৰ্বৰ নিয়ন্ত্ৰণ পৰিষদ আৰু সঞ্চালক সভাৰ অন্ত পেলায় আৰু ভাৰত শাসনৰ সকলো ক্ষমতা ব্ৰিটিছ মন্ত্ৰীসভাৰ এজন সদস্যৰ হাতত অৰ্পণ কৰে। এই সদস্যজনক Secretary of State for India বা ভাৰতসচিব বোলা হয়। ভাৰতসচিবক সহায় কৰিবৰ কাৰণে ১৫ জন সদস্যৰে এখন পৰিষদো গঠন কৰা হয়। ভাৰতৰ শাসনকৰ্তা হিচাপে গভৰ্ণৰ জেনেৰেলজনেই থাকিল, কিন্তু তেওঁক ভাইচৰয় অথবা ৰাজ প্ৰতিনিধিৰ খিতাপ প্ৰদান কৰা হ'ল। ইষ্ট ইণ্ডিয়া কম্পেনিয়ে এই শাসনতান্ত্ৰিক পৰিবৰ্তনৰ বিৰোধিতা কৰিছিল; কিন্তু তাৰ কোনো ফল নধৰিলে।

১৮৫৮ চনৰ ২ আগষ্টৰ আইন বলবৎ হোৱাৰ পাছত ভাৰতৰ প্ৰথম

ভাইচৰয় লৰ্ড কেনিঙে এলাহাবাদত এখন দৰবাৰ পাতি মহাৰাণী ভিক্ট'ৰিযাৰ হৈ এখন ঘোষণা-পত্ৰ প্ৰচাৰ কৰে (১ নৱেম্বৰ, ১৮৫৮)। এই ঘোষণা-পত্ৰখনৰ দ্বাৰা ভাৰতবাসী আৰু দেশীয় ৰজাসকলৰ মনত ব্ৰিটিচ শাসন সম্পৰ্কে থকা সন্দেহৰ ভাব আঁতৰাবলৈ চেষ্টা কৰা হয়। ধৰ্মৰ ক্ষেত্ৰত সহনশীলতা চাকৰিৰ ক্ষেত্ৰত সম অধিকাৰ আৰু দেশীয় ৰজাৰ ক্ষেত্ৰত পূৰ্ব-চুক্তি ৰক্ষাৰ বিষয়ে আশ্বাস দিয়া হয়। তদুপৰি ভাৰতত ৰাজ্যবিস্তাৰ কৰাৰ আকাংক্ষা যে ব্ৰিটিছ চৰকাৰৰ নাই, সেই কথাও স্পষ্টকৈ কোৱা হয়। এইটো কথা ইয়াতে ক'ব পাৰি যে মহাৰাণীৰ ঘোষণা-পত্ৰত থকা প্ৰতিশ্ৰুতিবোৰ সম্পূৰ্ণভাৱে পালন কৰা হোৱা নাছিল।

বিদ্ৰোহৰ আন এক উল্লেখযোগ্য ফল হ'ল ভাৰতীয় সৈন্যবাহিনীৰ পুনৰ্গঠন। ১৮৫৭ চনৰ আগতে কোনো এঠাইৰ মাত্ৰ এটা সম্প্ৰদায়ৰ লোকক লৈ এটা বাহিনী গঠন কৰা হৈছিল ইয়াৰ ঠাইত ব্ৰিটিচ চৰকাৰৰ এতিয়া বিভিন্ন জাত বা ধৰ্ম সম্প্ৰদায়ৰ লোকক লৈ মিশ্ৰিত বাহিনী গঠন কৰিলে। গোলন্দাজ বাহিনীটো কেৱল ইউৰোপীয়সকলক লৈযেই গঠন কৰা হ'ল। তদুপৰি, ভৱিষ্যৎ বিপদৰ আশংকা কৰি ব্ৰিটিচ চৰকাৰে সৈন্যবাহিনীত ইউৰোপীয়ৰ সংখ্যা বৃদ্ধি কৰিলে। বেংগল আৰ্মিত এই বৃদ্ধিৰ হাৰ হ'ল শতকৰা ৫০ ভাগ, কিন্তু বোম্বাই আৰু মাদ্ৰাজ প্ৰেচিডেন্সিৰ বেলিকা ২ জন ভাৰতীয়ৰ বিপৰীতে ১ জন ইউ-ৰোপীয় লোকক নিয়োগ কৰা হ'ল। ১৮৬৩ চনত সৈন্যবাহিনীৰ পুনৰ্গঠন সম্পূৰ্ণ হয় আৰু সেই সময়ত ১,৪০,০০০ দেশী সৈনিকৰ বিপৰীতে ৬৫ ০০০ জন আছিল ইউৰোপীয় সৈনিক। প্ৰথম মহাযুদ্ধৰ সময়লৈকে প্ৰায় একে অনুপাততেই ৰখা হয়।

বিদ্ৰোহৰ পাচৰপৰাই ব্ৰিটিচ চৰকাৰে ভাৰত শাসনৰ ক্ষেত্ৰত বিভেদ-মূলক নীতি অনুসৰণ কৰিবলৈ ধৰে। ১৮৫৭ চনৰ বিদ্ৰোহত ভাৰতৰ প্ৰধান দুই সম্প্ৰদায়ৰ লোক (হিন্দু আৰু মুচলমান) যেনেদৰে একেলগে থিয় দিছিল, তাত ব্ৰিটিচসকল ত্ৰস্তমান হ'ল। হিন্দু-মুচলমানৰ মিলন স্থায়ী হ'লে যে ভাৰতত বৰ্তি থকা অসম্ভৱ হ'ব; সেইটো তেওঁলোকে বুজি পালে আৰু সেই কাৰণে এটা সম্প্ৰদায়ক আনটোৰ বিপক্ষে তুলি পাৰস্পৰিক হিংসা-দ্বেষৰ ভাব জগাই তুলিলে। ইয়াৰ ফলতে সম্ভৱতঃ ভাৰতৰ স্বাধীনতা আন্দোলনত এই দুটা সম্প্ৰদায়ৰ লোকে পৃথকভাৱে অংশ দিয়ে।

একাদশ অধ্যায়

# ব্ৰিটিছ ভাইচৰয়সকল

## লর্ড কেনিং (১৮৫৬-৫৮ ; ১৮৫৮-৬২)

লর্ড ডেলহাউচিৰ পাছত লর্ড কেনিং গভৰ্ণৰ-জেনেৰেল হৈ ভাৰতলৈ আহে। শাসনকালৰ আৰম্ভণিতেই তেওঁ ১৮৫৭ চনৰ বিদ্ৰোহৰ সম্মুখীন হ'ব লগা হয়। বিদ্ৰোহ দমনৰ পাছত ইষ্ট ইণ্ডিয়া কোম্পানিৰ অৱসান ঘটিল আৰু ১৮৫৮ চনৰ ভাৰত চৰকাৰ আইন অনুসৰি ভাৰতৰ শাসন-ভাৰ পোনপটীয়াকৈ ব্ৰিটিছ চৰকাৰৰ হাতলৈ আহে। ব্ৰিটিছৰ প্ৰত্যক্ষ শাসন আৰম্ভ হোৱাত ইষ্ট ইণ্ডিয়া কোম্পানিৰ গভৰ্ণৰ-জেনেৰেলক ভাইচৰয় পদবীৰে বিভূষিত কৰা হয়। লর্ড কেনিঙেই হ'ল প্ৰথম ভাইচৰয় বা ৰাজ-প্ৰতিনিধি। তেওঁৰ কাৰ্যকাল দুটা ভাগত ভাগ কৰিব পাৰি। প্ৰথম ভাগৰ অন্ত পৰে ১৮৫৮ চনত আৰু সেই চনৰপৰাই তেওঁৰ শাসনৰ দ্বিতীয় প্ৰশাসনৰ কাল আৰম্ভ হয়। এই কালছোৱা ঘাইকৈ কিছু শাসন সংস্কাৰৰ কাৰণে উল্লেখযোগ্য।

১৮৫৭ চনৰ সামৰিক উত্থানৰ ফলস্বৰূপে ব্ৰিটিছ ভাৰতীয় সম্প্ৰীতি বাককৈয়ে ক্ষুণ্ণ হয়। উভয়পক্ষই অনাহকতে বহুত নিৰপৰাধী নৰ-নাৰীক হত্যা কৰিছিল। বিদ্ৰোহ দমনৰ পাছত বহু ইংৰাজ লোকে প্ৰতিশোধ ল'বৰ মনেৰে ভাৰতীয়ৰ ওপৰত এক শাস্তিমূলক নীতি গ্ৰহণ কৰাৰ পোষকতা কৰে। তেনে এটা নীতি অনুসৰণ কৰিবলৈ লর্ড কেনিঙে অমান্তি হ'ল। ক্ষমা আৰু দয়াৰে তেওঁ দুয়ো পক্ষৰ মাজত সদ্ভাৱ গঢ়ি তুলিবলৈ চেষ্টা কৰে। কেনিঙৰ এনে মনোভাব ব্ৰিটিছ সম্প্ৰদায়ৰ মনঃপুত নহ'ল। কিছুমানে তেওঁক দুৰ্বল আৰু অক্ষম বুলি কটু সমালোচনা কৰে আৰু তেওঁক অপসাৰণ কৰিবৰ বাবে গৃহ চৰকাৰৰ

ওচৰত দাবী জনায়। কেনিঙে অৱশ্যে অকণো বিচলিত নোহোৱাকৈ নিজ কৰ্তব্য পালন কৰি যায়।

ভাৰত শাসনৰ দায়িত্ব ব্ৰিটিছ চৰকাৰৰ হাতত ন্যস্ত হোৱাত ইষ্ট ইণ্ডিয়া কোম্পেনিৰ সৈন্যবিভাগত পুনৰ গঠনৰ প্ৰয়োজন হয়। বিদ্ৰোহৰ সময়লৈকে কোম্পানিৰ বাহিনীত তিনিটা গোট আছিল। এই গোট কেইটা হৈছে ভাৰতীয় সৈনিক কোম্পানিৰ নিজস্ব সৈনিক আৰু ৰাজকীয় সৈন্যদল। কোম্পানিৰ আৰু ৰাজকীয় সৈন্যদল মিলাই একগোট কৰা হ'ল, যাৰ ফলত কোম্পানিৰ বহুত সৈনিকক বিদায় দিব লগাত পৰিল। এই ব্যৱস্থাত কোম্পানিৰ বহু সৈনিক অসন্তুষ্ট হৈছিল কিন্তু পাছত তেওঁ-লোকক আন আন সুবিধা দিয়া হ'ল। নতুনকৈ গঠিত সৈন্যবাহিনীত বিভিন্ন জাতি আৰু ধৰ্মৰ মানুহক একেলগে অন্তৰ্ভুক্ত কৰা হয়, যাতে কোনো এটা জাতি বা ধৰ্মৰ মানুহে পুনৰ বিদ্ৰোহ কৰিবলৈ বিশেষ সুবিধা কৰিব নোৱাৰে। ভাৰতীয় সৈনিকসকলৰ ওপৰত চকু ৰাখিবলৈ সৈন্যবাহিনীত ইংৰাজ লোকৰ সংখ্যা বৃদ্ধি কৰা হয়। ১৮৬৪ চনত যেতিয়া সামৰিক বিভাগৰ সংস্কাৰ সাধন সম্পূৰ্ণ হয় তেতিয়া ২,০৫,০০০ সৈনিকৰ ভিতৰত ৬৫,০০০ জনেই আছিল ইংৰাজ সৈনিক। ইয়াৰ উপৰি গোলন্দাজ বাহিনীটো ইংৰাজবিলাকক লৈয়ে গঠন কৰা হয়। মুঠতে ভাৰতীয় সৈনিকক অবিশ্বাস কৰা হয়। ভাৰতীয় সৈনিকক অবিশ্বাস কৰা হেতুকেই ১৮৫৮ চনৰপৰা ব্ৰিটিছ চৰকাৰে এক বৈষম্যমূলক নীতি অনুসৰণ কৰে।

১৮৬১ চনত ব্ৰিটিছ সংসদে ভাৰতৰ শাসন উন্নত কৰিবৰ কাৰণে 'ভাৰতীয় পৰিষদ আইন' নামে এখন আইন প্ৰণয়ন কৰে। এই আইন অনুসৰি গৱৰ্ণৰজেনেৰেলৰ কাৰ্য্যনিৰ্বাহক পৰিষদ আৰু বিধান পৰিষদৰ সদস্যৰ সংখ্যা বৃদ্ধি কৰা হয়। আইনত কোনো উল্লেখ নাথাকিলেও লৰ্ড কেনিঙে কেন্দ্ৰীয় বিধান পৰিষদখনত কেইজনমান ভাৰতীয় সদস্যক নিযুক্ত কৰে। কাম-কাজৰ সুবিধাৰ কাৰণে তেওঁ কাৰ্য্যনিৰ্বাহক পৰিষদৰ সদস্যসকলৰ মাজত দপ্তৰবোৰ বিতৰণ কৰি দিয়ে।

১৮৬১ চনৰ আইনে কেন্দ্ৰীয় বিধান পৰিষদৰ ক্ষমতা কেৱল বিধি প্ৰণয়নৰ ক্ষেত্ৰতে সীমাবদ্ধ ৰাখে। বোম্বাই আৰু মাদ্ৰাজ চৰকাৰকো পুনৰ আইন প্ৰণয়নৰ ক্ষমতা দিয়া হয়। প্ৰাদেশিক চৰকাৰে প্ৰণয়ন

কৰা আইন গভৰ্ণৰজেনেৰেলে ইচ্ছা কৰিলে নাকচ কৰিব পাৰিব। তাৰ উপৰি ১৮৬১ চনৰ আইনে গভৰ্ণৰজেনেৰেলক অধ্যাদেশ জাৰি কৰাৰো ক্ষমতা দিয়ে।

১৮৫৭ চনৰ বিদ্ৰোহে ভাৰতৰ বিত্তীয় অৱস্থা অধিক শোচনীয় কৰি তোলে আৰু চৰকাৰৰ ঋণৰ মাত্ৰাও বহুত গুণে বৃদ্ধি পায়। আৰ্থিক অৱস্থাৰ উন্নতিকল্পে বিটিচ চৰকাৰে জেমছ উইলছন নামৰ এজন বিত্ত বিষয়ত অভিজ্ঞ লোকক ভাৰতলৈ পঠায় (১৮৫৯)। উইলছনে চৰকাৰৰ আয় বৃদ্ধিৰ উদ্দেশ্যে আয়কৰ আৰু আমদানি শুল্ক বঢ়উৱাৰ পৰিকল্পনা কৰে। ইয়াৰ উপৰি তেওঁ অনাৱশ্যকীয় পদবোৰ তুলি দিবলৈ আৰু কাগজী মুদ্ৰা প্ৰচলনৰ বাবে পৰামৰ্শ আগবঢ়ায়। কিন্তু ইতিমধ্যে তেওঁ মৃত্যুমুখত পৰাত, তেওঁ বিশেষ কাম কৰি যাব নোৱাৰিলে। তেওঁৰ পাচত গৃহ চৰকাৰে চেমুৱেল লেইং নামৰ এজন লোকক পঠায়; লেইঙে উইলছনৰ পথকে অনুসৰণ কৰি বিত্তীয় ব্যৱস্থাৰ যথেষ্ট উন্নতি বিধান কৰে। পৰীক্ষামূলক ভিত্তিত বাৰ্ষিক ৫০০ টকা বা ততোধিক অৰ্জন কৰা লোকসকলৰ ওপৰত এটা আয়কৰ লগোৱা হয়। আমদানি বস্তুৰ ওপৰত শতকৰা ১০ ভাগ শুল্ক ধাৰ্য কৰা হয়। এনে ব্যৱস্থাবোৰৰ ফলত ভাৰত চৰকাৰৰ অৰ্থসংকট গুচিল

ইতিমধ্যে চিৰস্থায়ী বন্দবস্তৰ দোষ ত্ৰুটিবোৰ পৰিস্ফুট হৈ উঠাত লৰ্ড কেনিঙে ১৮৫৯ চনত বংগ ৰাজহ আইন নামে এখন আইন প্ৰণয়ন কৰে এই আইনৰ জৰিয়তে কেনিঙে ৰায়তসকলৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল কিন্তু আইনখনত কিছু আসোঁৱাহ থাকি যোৱাত তেওঁলোক বিশেষভাৱে উপকৃত নহ'ল। তাৰ উপৰি, তেওঁ নীল ব্যৱসায়ীসকলৰ অত্যাচাৰৰপৰা খেতিয়কসকলক ৰক্ষা কৰিবলৈ কিছু ব্যৱস্থা গ্ৰহণ কৰে।

লৰ্ড কেনিঙৰ সময়ত লৰ্ড মেক'লেৰদ্বাৰা সংকলিত ভাৰতীয় দণ্ডবিধি আইন (১৮৬০) আৰু ফৌজদাৰী কাৰ্যবিধি আইন (১৮৬০) বলবৎ কৰা হয়। আগৰ চুপ্ৰিম কৰ্ট আৰু সদৰ দেৱানী আৰু সদৰ নিজামত আদালতবোৰ তুলি দি কেনিঙে কলিকতা, বোম্বাই আৰু মাদ্ৰাজত একোখনকৈ উচ্চ ন্যায়ালয় প্ৰতিষ্ঠা কৰে। এই তিনিওখন ঠাইতে একোটাকৈ বিশ্ববিদ্যালয়ো স্থাপন কৰা হয়।

১৮৬২ চনৰ মাৰ্চ মাহত কেনিঙে অৱসৰ গ্ৰহণ কৰে। সেই বছৰৰে ১৭ জুনৰ দিনা তেওঁৰ মৃত্যু হয়।

## লৰ্ড এলগিন (১৮৬২—৬৩)

লৰ্ড কেনিঙৰ পাছত লৰ্ড এলগিন গভৰ্নৰ-জেনেৰেল আৰু ভাইচ-ৰয় পদত নিযুক্ত হয় প্ৰশাসনীয় বিষয়ত তেওঁৰ যথেষ্ট অভিজ্ঞতা আছিল, কিয়নো ভাৰতলৈ অহাৰ আগতে তেওঁ জেমেইকা আৰু কানাডাত গভৰ্নৰ হিচাপে কাৰ্য্য নিৰ্বাহ কৰিছিল। ১৮৫৭ চনত তেওঁ ভাৰতলৈ আহি লৰ্ড কেনিঙক বিদ্ৰোহ দমন কৰাত পাৰ্যমানে সহায় কৰে। তেওঁৰ শাসন কালত উত্তৰ পশ্চিম সীমান্ত অঞ্চলত ৱাহাবী নামৰ এক মুছলমান সম্প্ৰদায়ে নানা অশান্তিৰ সৃষ্টি কৰে। তেওঁলোকক দমন কৰিবলৈ তেওঁ পঞ্জাবলৈ যায়। কিন্তু হঠাতে হৃদৰোগত আক্ৰান্ত হৈ ১৮৬৩ চনৰ ২০ নৱেম্বৰৰ দিনা ধৰমশালাত মৃত্যু ঘটিল। তেওঁৰ মৃত্যুৰ পাছত যথাক্ৰমে ৰবাৰ্ট নেপিয়াৰ আৰু চাৰ উইলিয়াম ডেনিছনে গভৰ্নৰ জেনেৰেলৰ দায়িত্ব পালন কৰে। তেওঁলোক অস্থায়ীভাৱে নিয়োজিত হৈছিল। ১৮৬৪ চনৰ জানুৱাৰি মাহত চাৰ জন লৰেন্স গভৰ্নৰ জেনেৰেল আৰু ভাইচৰয় পদত অধিষ্ঠিত হ'ল।

## চাৰ জন লৰেন্স (১৮৬৪ ৬৯)

চাৰ জন লৰেন্স ইণ্ডিয়ান চিভিল চাৰ্ভিচৰ এজন বিষয়া আছিল। কৰ্মদক্ষতাৰ কাৰণে ১৮৬৪ চনত তেওঁক গভৰ্নৰ জেনেৰেল আৰু ভাইচ-ৰয় হিচাপে নিযুক্তি দি ভাৰতলৈ পঠোৱা হয়। নতুন পদবীত তেওঁ অৱশ্যে বিশেষ কৃতিত্বৰ পৰিচয় দিব নোৱাৰিলে। তেওঁ কঠোৰ পৰিশ্ৰমী আছিল সচাঁ, কিন্তু প্ৰশাসনীয় বিষয়ৰ এনে সৰু-সুৰা কথাবোৰৰ ওপৰত চকু দিছিল যে, যাৰ ফলত তেওঁ অধিক গুৰুত্বপূৰ্ণ বিষয়সমূহ ভালদৰে তদাৰক কৰিব পৰা নাছিল। তথাপি তেওঁ ৰেলপথ, ৰাস্তা-ঘাট আদি নিৰ্মাণ কৰি ভাৰতৰ সংযোগ ব্যৱস্থা আগতকৈ অধিক উন্নত কৰে। জলসিঞ্চন ব্যৱস্থাৰো তেওঁ প্ৰসাৰ সাধন কৰে। পঞ্জাব আৰু আৱাধৰ (অযোধ্যা) খেতিয়কসকলৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে লৰ্ড কেনিঙৰ আহিত তেওঁ চখন ৰায়তী স্বত্ব আইন বলবৎ কৰে। লৰেন্সৰ অভ্যান্তৰীণ শাসনৰ

আৰু এক উল্লেখযোগ্য ঘটনা হৈছে উৰিষ্যাৰ ’১৮৬৬ চনত হোৱা দুৰ্ভিক্ষ। এই দুৰ্ভিক্ষ কলিকতাৰপৰা মাদ্ৰাজলৈকে বিয়পি পৰিছিল। মাদ্ৰাজ চৰকাৰে যথোপযুক্ত ব্যৱস্থা গ্ৰহণ কৰাত জনসাধাৰণৰ দুখকষ্টৰ কিছু লাঘব হ’ল, কিন্তু বংগদেশৰ চৰকাৰে দুৰ্ভিক্ষপ্ৰপীড়িত মানুহক সাহায্য দিবলৈ কোনো ব্যৱস্থা গ্ৰহণ নকৰিলে। কেন্দ্ৰীয় চৰকাৰো নিষ্ক্ৰিয় হৈ ৰ’ল। ফলত উৰিষ্যাৰ বহুসংখ্যক মানুহ মৃত্যুমুখত পৰিল। পাছত অৱশ্যে কিছু সাহায্যমূলক ব্যৱস্থা লোৱা হৈছিল যদিও জনসাধাৰণ বিশেষভাৱে উপকৃত নহ’ল। উৰিষ্যাৰ দুৰ্ভিক্ষই চৰকাৰক এটা ভাল শিক্ষা দিলে আৰু সেই কাৰণে লৰেন্সে ছাৰ জৰ্জ কেম্পবেলৰ অধীনত এটা দুৰ্ভিক্ষ আয়োগ গঠন কৰি দিয়ে। এই আয়োগে উৰিষ্যাৰ দুৰ্ভিক্ষৰ বিষয়ে তদন্ত কৰি ভৱিষ্যতে দুৰ্ভিক্ষ উপশমৰ বাবে চৰকাৰে কেনে ব্যৱস্থা লোৱা প্ৰয়োজন, সেই বিষয়ে কিছু পৰামৰ্শ আগ বঢ়ায়। ১৮৬৮-৬৯ চনতো ৰাজপুতানা আৰু পঞ্জাবৰ কিছু কিছু অঞ্চলত দুৰ্ভিক্ষই দেখা দিয়ে, কিন্তু চৰকাৰৰ সতৰ্কতামূলক দৃষ্টিৰ বাবে ইয়াৰ সোনকালে উপশম ঘটিল।

বৈদেশিক ক্ষেত্ৰত জন লৰেন্সৰ দিনত দুটা প্ৰধান ঘটনা ঘটে। এটা হৈছে দোস্ত মহম্মদৰ মৃত্যুৰ পাছত আফগানিস্তানত দেখা দিয়া এখন গৃহযুদ্ধ (১৮৬৩—৬৮) আৰু আনটো হৈছে ভূটান যুদ্ধ (১৮৬৫)। আফগানিস্তানৰ ক্ষেত্ৰত তেওঁ এক হস্তক্ষেপবিৰোধী নীতি অনুসৰণ কৰে, কিন্তু ভুটানৰ বিৰুদ্ধে তেওঁ যুদ্ধ কৰি তাত ব্ৰিটিছ কৰ্তৃত্ব স্থাপন কৰে। সীমান্ত নীতি প্ৰসংগত এই বিষয়ে বহলাই আলোচনা কৰা হৈছে।

১৮৬৯ চনত ছাৰ জন লৰেন্স স্বদেশলৈ উভতি যায়। ব্ৰিটিছ চৰকাৰে তেওঁক ‘লৰ্ড’ উপাধিৰে বিভূষিত কৰে। ১৮৭৯ চনত তেওঁৰ মৃত্যু হয়।

## লৰ্ড মেয়’ (১৮৬৯—৭২)

ছাৰ জন লৰেন্সৰ পাছত লৰ্ড মেয়’ই ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰে। তেওঁ প্ৰথমতেই বিত্ত বিষয়ত মনোনিবেশ কৰিবলগীয়াত পৰে, যিহেতু লৰেন্সৰ দিনতে অৰ্থসংকটে দেখা দিছিল। অৰ্থসংকট দূৰীভূত কৰাত তেওঁক বিশেষভাৱে সহায় কৰে ছাৰ ৰিচাৰ্ড টেম্পল আৰু ছাৰ জন ষ্ট্ৰেছিয়ে। তেওঁলোক দুজনৰ পৰামৰ্শমতে মেয়’ই আয়কৰ আৰু লোণ

কৰ বৃদ্ধি কৰে। ১৮৭০ চনৰ ১৭ ডিচেম্বৰৰ দিনা তেওঁ বিত্তীয় বিকেন্দ্ৰীকৰণৰ বাবে এক বিখ্যাত প্ৰস্তাৱ আগবঢ়ায়। ভাৰতৰ অৰ্থনৈতিক ইতিহাসত বিকেন্দ্ৰীকৰণৰ এয়ে প্ৰথম ব্যৱস্থা। মেয়'ৰ প্ৰস্তাৱ অনুসৰি প্ৰাদেশিক চৰকাৰে পৰিচালনা কৰিব পৰা বিভাগবোৰ যেনে—জেল, পঞ্জীয়ন, পুলিছ, স্বাস্থ্য, শিক্ষা, বে-সামৰিক আবাস আদি প্ৰাদেশিক চৰকাৰৰ দায়িত্বত দিয়া হয়। এইবোৰৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে নিৰ্দিষ্ট পৰিমাণৰ অৰ্থ যোগান ধৰিব। ইয়াৰ বাহিৰেও যদি অৰ্থৰ প্ৰয়োজন হয়, তেন্তে প্ৰাদেশিক চৰকাৰে স্থানীয় কৰ বহুৱাব পাৰিব। লৰ্ড মেয়'ৰ প্ৰস্তাৱ কাৰ্যকৰী হোৱাৰ আগলৈকে কেন্দ্ৰীয় চৰকাৰে প্ৰদেশবোৰক সকলো অৰ্থৰ যোগান ধৰিছিল আৰু প্ৰাদেশিক চৰকাৰে এটা ক্ষুদ্ৰ কামতো ধন খৰচ কৰিব খুজিলে কেন্দ্ৰীয় চৰকাৰৰ অনুমোদন ল'ব লাগিছিল। কেন্দ্ৰই দিয়া অনুদান বাকি হ'লে বা এটা বিত্তীয় বছৰৰ ভিতৰত কোনো ধন খৰচ কৰিব নোৱাৰিলে, প্ৰাদেশিক চৰকাৰে সেই ধন ঘূৰাই দিব লাগিছিল। এই ব্যৱস্থাবোৰৰ পৰিবৰ্তন কৰা হ'ল, কিন্তু প্ৰাদেশিক চৰকাৰে মাহিলি ১৫০ টকাৰ ওপৰৰ বেতন পোৱা কোনো পদৰ সৃষ্টি কৰিব খুজিলে, বা কোনো পদ তুলি দিব খুজিলে, নাইবা কোনো কৰ্মচাৰীৰ বেতন বৃদ্ধি কৰিব খুজিলে আগতীয়াকৈ কেন্দ্ৰীয় চৰকাৰৰপৰা অনুমোদন লোৱাৰ নিয়ম কৰা হয়। ভাৰতৰ সকলো প্ৰদেশতে যিহেতু সেই বিষয়বোৰত একে ধৰণৰ নীতি অনুসৰণ কৰা বাঞ্ছনীয়, সেই কাৰণে এনে ব্যৱস্থা লোৱা হ'ল।

দেশীয় ৰজাসকলৰ ল'ৰা-ছোৱালীক উপযুক্ত শিক্ষা দিয়াৰ উদ্দেশ্যে লৰ্ড মেয়'ই আজমীৰত এখন কলেজ প্ৰতিষ্ঠা কৰে। লাহোৰ আৰু ৰাজকোটতো আৰু দুখন কলেজ স্থাপন কৰা হয়। তেওঁৰ দিনতে ৰাণী ভিক্টোৰিয়াৰ পুত্ৰ এডিনবৰ'ৰাৰ ডিউকে ভাৰত ভ্ৰমণ কৰিবলৈ আহে (১৮৬৯)।

আফগানিস্তানৰ ক্ষেত্ৰত লৰ্ড মেয়'ই লৰেন্সৰ নীতিকে অনুসৰণ কৰে। ১৮৬৯ চনত তেওঁ আম্বালাত আফগান আমীৰ ছেৰ আলিৰ সৈতে সাক্ষাৎ কৰিলে, কিন্তু প্ৰত্যক্ষভাৱে সহায় দিয়াৰ কোনো প্ৰতিশ্ৰুতি নিদিলে। ছেৰ আলি অৱশ্যে তেওঁৰ ব্যৱহাৰত মুগ্ধ হয়।

১৮৭২ চনত লৰ্ড মেয়'ই আন্দামানৰ কাৰাগাৰ পৰিদৰ্শন কৰিবলৈ

যায়। তাতে তেওঁক এজন পাঠান কয়দীয়ে হত্যা কৰে। তেওঁৰ পাছত ছাৰ জন ষ্ট্ৰেচি আৰু লৰ্ড নেপিয়াৰে অস্থায়ীভাৱে শাসনকাৰ্য্য চলায়।

## লৰ্ড নৰ্থব্ৰুক (১৮৭২-৭৬)

১৮৭২ চনত লৰ্ড নৰ্থব্ৰুকে ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰে। প্ৰশাসনীয় বিষয়ত তেওঁ যথেষ্ট অভিজ্ঞ আছিল যদিও ভাৰতবৰ্ষৰ কাৰণে তেওঁ কোনো উল্লেখযোগ্য কাম কৰি যাব পৰা নাছিল। বৰোদাৰ গাইকৱাৰৰ বিৰুদ্ধে লোৱা ব্যৱস্থা তেওঁৰ কালছোৱাৰ এটা প্ৰধান ঘটনা। বৰোদাৰ গাইকৱাৰ মলহাৰ ৰাওৱে ব্ৰিটিচ ৰেচিডেণ্ট কৰ্ণেল ফেৰিক হত্যা কৰিব খুজিছিল বুলি তেওঁৰ বিৰুদ্ধে এটা অভিযোগ তোলা হয়। বিচাৰত গাইকৱাৰে মুক্তি পালে, কিন্তু লৰ্ড নৰ্থব্ৰুকে কুশাসনৰ অভিযোগত তেওঁক সিংহাসনৰপৰা বঞ্চিত কৰিলে।

লৰ্ড নৰ্থব্ৰুকৰ সময়তে আফগান প্ৰশ্নটো জটিল হৈ পৰে; কিন্তু তেওঁ আগৰ নীতিৰ কোনো সালসলনি কৰিবলৈ ইচ্ছুক নহ'ল। ইয়াকেই কেন্দ্ৰ কৰি গৃহ চৰকাৰৰ লগত তেওঁৰ কিছু মনোমালিন্য ঘটিল। ১৮৭৪ চনত গঠিত হোৱা ডিজৰেলিৰ মন্ত্ৰীসভাই আফগানিস্তানৰ ক্ষেত্ৰত এক অগ্ৰৱৰ্ত্তী নীতি গ্ৰহণ কৰিবলৈ সিদ্ধান্ত কৰে। সেই উদ্দেশ্যে কাবুলত এজন ব্ৰিটিচ ৰেছিডেণ্ট ৰখাৰ ব্যৱস্থা কৰিবলৈ লৰ্ড নৰ্থব্ৰুকক কোৱা হয়। এই কাম কৰিবলৈ নৰ্থব্ৰুক অমান্তি হ'ল কিয়নো তাকে কৰিলে এখন স্বাধীন ৰাজ্যক অৱমাননা কৰা হ'ব। ইয়াৰ উপৰি তেওঁক গৃহ চৰকাৰে ভাৰতলৈ পঠোৱা ব্ৰিটিচ কপাহী কাপোৰৰ ওপৰত আমদানি শুল্ক নবহুৱাবলৈ পৰামৰ্শ দিয়ে, ভাৰতৰ অৰ্থনৈতিক স্বাৰ্থ হানি হ'ব বুলি লৰ্ড নৰ্থব্ৰুকে এই পৰামৰ্শ গ্ৰহণ নকৰিলে। ব্ৰিটিচ-ভাৰতীয় চৰকাৰে যে নিজৰ বিচাৰ-বুদ্ধিৰে কিছু কাম কৰিব পাৰে তাক তেওঁ প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু ডিজৰেলি মন্ত্ৰীসভাই ইয়াক মানি নল'লে। ফলত নৰ্থব্ৰুকে পদত্যাগ কৰিবলৈ বাধ্য হ'ল

## লৰ্ড লিটন (১৮৭৬-৮০)

১৮৭৬ চনৰ এপ্ৰিল মাহত লৰ্ড লিটনক গভৰ্ণৰ জেনেৰেল আৰু

ভাইছৰয় পদত নিযুক্তি দি ভাৰতলৈ পঠোৱা হয়। তেওঁ আছিল ডিজৰেলিৰ অগ্ৰবৰ্তী নীতিৰ প্ৰধান সমৰ্থক। ইয়াক বাস্তৱত ৰূপ দিয়াৰ অৰ্থে তেওঁ আফগানিস্তানত এজন ব্ৰিটিছ প্ৰতিনিধি ৰাখিবলৈ অতিশয় ব্যগ্ৰ হৈ পৰিল। আফগান আমীৰ চেৰ আলিযে ইয়াৰ বিৰোধিতা কৰাত লিটনে ৮৭৮ চনত তেওঁৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। যুদ্ধত ব্ৰিটিছ বাহিনীয়ে কৃতকাৰ্য্যতা লাভ কৰি আফগানিস্তানত প্ৰভাৱ বিস্তাৰ কৰিবলৈ সমৰ্থ হয়। অৱশেষে আফগানিস্তানৰ ক্ষেত্ৰত অত্যুৎসাহী হোৱা কাৰণে লিটনৰ অপযশ হয়। এই বিষয়ে আন প্ৰসংগত সবিশেষ আলোচনা কৰা হৈছে।

১৮৭৬ চনত ব্ৰিটিছ পাৰ্লিয়ামেণ্টে এখন আইন প্ৰণয়ন কৰি ৰাণী ভিক্টোৰিয়াক ভাৰত সম্ৰাজ্ঞী বুলি অভিহিত কৰে। ৰাণীৰ এই নতুন মৰ্য্যাদা আনুষ্ঠানিকভাৱে ঘোষণা কৰিবলৈ লৰ্ড লিটনে ঐতিহ্যমণ্ডিত দিল্লী নগৰীত এখন দৰবাৰ পাতে (১ জানুৱাৰি, ১৮৭৭)। ইয়াতে সৰু-বৰ সকলো ৰাজন্যকে নিমন্ত্ৰণ জনাই সম্ৰাজ্ঞীৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবলৈ কোৱা হয়। এই ব্যৱস্থাত বহু দেশীয় ৰজা সন্তুষ্ট হোৱা নাছিল তথাপি তেওঁলোক দৰবাৰত উপস্থিত থাকি ভাৰত সম্ৰাজ্ঞীৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিবলৈ বাধ্য হয়। ইয়াৰ ফলত দেশীয় ৰজাসকলৰ মৰ্য্যাদা বহুতে ক্ষুণ্ণ হ'ল আৰু যথাৰ্থতে তেওঁলোকৰ সকলো স্বাতন্ত্ৰ্য লোপ পালে।

লৰ্ড লিটনৰ সময়ৰ আন এটা প্ৰধান ঘটনা হৈছে ১৮৭৬-৭৮ চনৰ দুৰ্ভিক্ষ। এই দুৰ্ভিক্ষই মাদ্ৰাজ, বোম্বাই, মহিসুৰ, হায়দৰাবাদ আৰু উত্তৰ প্ৰদেশৰ বহু অঞ্চল ছাটি ধৰে। অসংখ্য মানুহ মৃত্যুমুখত পৰিল আৰু এনে সময়তে লিটনে দিল্লীত এখন ব্যয়-বহুল দৰবাৰ পতাত বহুতো লোক তেওঁৰ ওপৰত অসন্তুষ্ট হ'ল। সি যি কি নহওক, ভৱিষ্যত কাৰ্য্যপন্থা ঠিক কৰিবলৈ লৰ্ড লিটনে চাৰ ৰিচাৰ্ড ষ্ট্ৰেচিৰ নেতৃত্বত এটা দুৰ্ভিক্ষ আয়োগ গঠন কৰি দিয়ে। ১৮৮০ চনত এই আয়োগৰ প্ৰতিবেদন প্ৰকাশ পায় আৰু ইয়াৰ ওপৰত ভিত্তি কৰি পৰবৰ্তী কালৰ দুৰ্ভিক্ষ সংহিতা ৰচনা কৰা হয়।

লৰ্ড লিটনৰ অৰ্থনৈতিক সংস্কাৰবোৰো মন কৰিবলগীয়া। তেওঁ আছিল অবাধ বাণিজ্য নীতিৰ পৃষ্ঠপোষক আৰু সেই কাৰণে তেওঁ

বহুবিধ সামগ্ৰীৰ ওপৰত থকা আমদানি শুল্ক একেবাৰে ৰহিত কৰে। কপাহী কাপোৰৰ ওপৰতো শতকৰা ৫ ভাগ শুল্ক হ্ৰাস কৰা হয়। আগতে ভাৰতৰ বিভিন্ন ঠাইত উৎপাদিত লোণৰ মূল্য বিভিন্ন ধৰণৰ আছিল, কিন্তু লিটনে সেই ব্যৱস্থাৰ পৰিবৰ্তন কৰি সকলোতে লোণৰ মূল্য প্ৰায় একে সমান কৰি দিয়ে।

১৮৭৮ চনত লৰ্ড লিটনে 'অস্ত্ৰ-আইন' আৰু 'দেশীয় সংবাদপত্ৰ আইন' নামে দুখন আইন প্ৰবৰ্তন কৰে। অস্ত্ৰ-আইনৰদ্বাৰা ভাৰতবাসীক বিনা অনুমতিত অস্ত্ৰ ৰাখিবলৈ নিষেধ কৰা হয়। এই ব্যৱস্থা পাছৰ কালতো অব্যাহত ৰখা হৈছিল। সংবাদপত্ৰৰ আইন কৰি লিটনে দেশীয় ভাষাত প্ৰকাশিত বাতৰি কাকতৰ স্বাধীনতাৰ ওপৰত হস্তক্ষেপ কৰিছিল। ভাৰতীয় কাকতবোৰে তেওঁক ৰবকৈ সমালোচনা কৰিছিল বাবেই এই ব্যৱস্থা লোৱা হয়। এই আইনৰদ্বাৰা চৰকাৰৰ বিৰুদ্ধে তিক্ততা সৃষ্টি বা বিভিন্ন সম্প্ৰদায়ৰ মাজত সম্প্ৰীতি ভাব ক্ষুণ্ণ কৰিব পৰা বাতৰি পৰিবেশন নিষিদ্ধ কৰা হয়। ইংৰাজী ভাষাত প্ৰকাশিত সংবাদপত্ৰৰ ওপৰত তেনে কোনো বাধা আৰোপ কৰা হোৱা নাছিল। ই যে ভাৰতবাসীৰ মনত গভীৰ অসন্তুষ্টিৰ সৃষ্টি কৰে।

১৮৮০ চনত ইংলেণ্ডত ৰক্ষণশীল মন্ত্ৰীসভাৰ পতন ঘটিল আৰু উদাৰনৈতিক দলৰ নেতা গ্লেডষ্টনে নতুন চৰকাৰ গঠন কৰে। ইতিমধ্যে লিটনৰ কাৰ্য্যাৱলীয়ে, বিশেষকৈ তেওঁৰ আফগান নীতিয়ে ইংলেণ্ডতো বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল। গতিকে গ্লেডষ্টনে তেওঁক অব্যাহতি দি তেওঁৰ ঠাইত লৰ্ড ৰিপনক নিযুক্ত কৰিলে।

## লৰ্ড ৰিপন (১৮৮০-৮৪)

লৰ্ড ৰিপনে ব্ৰিটিছ ভাৰতৰ ইতিহাসত এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে। লৰ্ড উইলিয়াম বেণ্টিংকৰ পাছত তেৱেঁই একমাত্ৰ শাসক যিজনে ভাৰতৰ কল্যাণ সাধিবলৈ মনে-প্ৰাণে চেষ্টা কৰিছিল। তেওঁৰ সমান জনপ্ৰিয়তা আন কোনো গভৰ্ণৰ-জেনেৰেল আৰু ভাইচৰয়ে অৰ্জন কৰিব পৰা নাছিল। উদাৰতাই তেওঁৰ চৰিত্ৰৰ এটা প্ৰধান বৈশিষ্ট্য আছিল।

ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰিয়েই লৰ্ড ৰিপনে আফগান প্ৰশ্নটোত

মনোনিৱেশ কৰিবলগীয়া হয়। গ্লেডষ্টনৰ মন্ত্ৰীসভাই তেওঁক অগ্ৰবৰ্তী নীতি পৰিহাৰ কৰি আফগানিস্তানৰ লগত সদ্ভাৱ গঢ়ি তুলিবলৈ নিৰ্দেশ দি পঠিয়াইছিল। সেই কাৰণে তেওঁ প্ৰথমে লৰ্ড লিটনৰ দিনত আৰম্ভ হোৱা দ্বিতীয় আফগান যুদ্ধখনৰ সামৰণি পেলায় আৰু আব্দুৰ ৰহমানক আমিৰ বুলি স্বীকাৰ কৰে। এই সময়ৰপৰাই দৰাচলতে ইংৰাজ আৰু আফগানসকলৰ মাজত বন্ধুত্ব ভাব স্থাপন হয়। ১৮৮১ চনত লৰ্ড ৰিপনে মহিসুৰত পঞ্চাচ বছৰীয়া ব্ৰিটিছ শাসনৰ অন্ত পেলাই মহাৰাজ কৃষ্ণচন্দ্ৰৰ তোলনীয়া পুতেকৰ হাতত ৰাজ্যৰ শাসনভাৰ অৰ্পণ কৰে। অৱশ্যে ব্ৰিটিছৰ দিনত প্ৰৱৰ্তিত শাসন ব্যৱস্থাৰ কোনো সাল-সলনি কৰা নহ'ল।

লৰ্ড লিটনৰ দিনত গৃহীত বিত্তীয় ব্যৱস্থাবোৰৰ ফলস্বৰূপে ভাৰত-চৰকাৰৰ অৰ্থনৈতিক অৱস্থা ইতিমধ্যে স্বচ্ছল হৈ পৰে। এই কাৰণে দ্বিতীয় ইংগ-আফগান যুদ্ধত ব্ৰিটিছৰ প্ৰচুৰ ধন খৰচ হৈছিল যদিও কোনো অৰ্থসংকটে দেখা নিদিলে। আৰ্থিক স্বচ্ছলতাৰ বাবে লৰ্ড ৰিপনে অবাধ বাণিজ্য নীতিৰ প্ৰসাৰ সাধন কৰিবলৈ সুবিধা লাভ কৰে। ১৮৮২ চনত লোণ, মদ, স্পিৰিট আদি কৰি কেইটামান বস্তুৰ বাহিৰে আন সকলোতে আমদানি শুল্ক উঠাই দিয়া হয়। লোণ কৰ আগতকৈ কিছু হ্ৰাস কৰি লৰ্ড ৰিপনে দুখীয়া প্ৰজাৰ অশেষ হিত সাধে। এইখিনিতে মন কৰিব পাৰি যে আমদানি শুল্ক উঠাই দিয়াৰ ফলত ভাৰত চৰকাৰৰ উপাৰ্জনৰ এটা প্ৰধান পথ বন্ধ হয় আৰু সেই কাৰণে ১৮৯৪ চনত পুনৰ ইয়াক বহুৱাব লগত পৰে।

চিৰস্থায়ী বন্দবস্তৰ দোষ ক্ৰুটি গুচাই ৰায়তৰ স্বাৰ্থৰক্ষাৰ কাৰণে লৰ্ড ৰিপনে এখন বিধি প্ৰণয়নৰ ব্যৱস্থা কৰে। এই ব্যৱস্থামতে জমিদাৰ-সকলে জধে মধে খাজনা বৃদ্ধি কৰিব নোৱাৰিব আৰু উৎপাদনৰ ওপৰত ভিত্তি কৰি খাজনাৰ পৰিমাণ নিৰ্ধাৰণ কৰা হ'ব। নিঃসন্দেহে এই ব্যৱস্থাই ৰায়তসকলক উপকৃত কৰিব পাৰিলেহেঁতেন, কিন্তু জমিদাৰসকল ব্ৰিটিছৰ ওপৰত অসন্তুষ্ট হৈ উঠিব পাৰে বুলি ভাৰত সচিবে ইয়াত অনুমোদন নজনালে। ফলত ৰিপন সেই কাৰ্যৰপৰা বিৰত থাকিব লগা হয়।

১৮৮১ চনত লৰ্ড ৰিপনে কাৰখানাৰ বনুৱাসকলৰ সুবিধাৰ কাৰণে

এখন 'ফেক্টৰি আইন' বিধিবদ্ধ কৰে। ভাৰতবৰ্ষত এইখনেই প্ৰথম ফেক্টৰি আইন। এই আইনৰদ্বাৰা সাতৰপৰা বাৰ বছৰৰ ভিতৰৰ ল'ৰা-ছোৱালীক ৯ ঘণ্টাতকৈ বেছি সময় কাৰখানাত খটুউৱা নিষিদ্ধ কৰা হয়। তাৰ উপৰি বিপজ্জনক যন্ত্ৰ-পাতিবোৰ বেৰা দি ৰখাৰ নিয়ম কৰা হয়। ফেক্টৰিৰ নিয়ম-কানুনবোৰ যথাযথভাৱে পালন কৰা হৈছে নে নাই, সেই বিষয়ে চকু ৰাখিবলৈ চৰকাৰে ফেক্টৰি পৰিদৰ্শক নিযুক্তি দিয়াৰ ব্যৱস্থা কৰে।

লৰ্ড ৰিপনে লিটনৰ দিনত প্ৰবৰ্তিত 'দেশীয় সংবাদপত্ৰ আইন'খন ৰহিত কৰি দেশীয় বাতৰি কাকতবোৰকো সামাজিক আৰু ৰাজনৈতিক বিষয়ত মত প্ৰকাশ কৰিবলৈ অধিকাৰ দিয়ে। ১৮৮১ চনত তেওঁ নেপাল আৰু কাশ্মীৰ বাদ দি সমগ্ৰ ভাৰতত এটা লোকপিয়ল কৰায়। ইয়াৰ আগতে ১৮৭১ চনতো এটা লোক পিয়ল কৰা হৈছিল। ৰিপনৰ দিনৰ আন এটা উল্লেখযোগ্য কাম হৈছে দুৰ্ভিক্ষ প্ৰতিকাৰৰ ব্যৱস্থাসমূহ। লৰ্ড লিটনৰদ্বাৰা গঠিত ছাৰ ৰিছাৰ্ড ষ্ট্ৰেচিৰ তদন্ত আয়োগে দুৰ্ভিক্ষ নিবাৰণৰ কাৰণে ১৮৮০ চনত কিছু পৰামৰ্শ আগবঢ়ায়। এই পৰামৰ্শবোৰ কাৰ্যকৰী কৰিবৰ কাৰণে ১৮৮৩ চনত ৰিপনে এখন 'দুৰ্ভিক্ষ সংহিতা' প্ৰস্তুত কৰায় আৰু প্ৰাদেশিক চৰকাৰবোৰকো অনুৰূপ ব্যৱস্থা গ্ৰহণ কৰিবলৈ নিৰ্দেশ দিয়ে। এই সময়ৰপৰাই দুৰ্ভিক্ষ সম্পৰ্কে চৰকাৰে ল'বলগীয়া ব্যৱস্থাসমূহ স্থিৰ কৰা হয়। শিক্ষাৰ ক্ষেত্ৰতো লৰ্ড ৰিপনৰ ৰবঙণি মন কৰিবলগীয়া। ১৮৫৪ চনৰ ছাৰ চাৰ্লছ উডৰ শিক্ষাবিষয়ক নিৰ্দেশ কেনেদৰে কাৰ্যকৰী কৰা হৈছে তাক তদন্ত কৰি ভৱিষ্যতে কেনে পন্থা লোৱা দৰকাৰ, সেই বিষয়ে পৰামৰ্শ দিবলৈ ৰিপনে ছাৰ উইলিয়াম হাণ্টাৰৰ নেতৃত্বত এটা আয়োগ গঠন কৰি দিয়ে (১৮৮২)। ১৮৮৪ চনত আয়োগৰ প্ৰতিবেদনখন প্ৰকাশ পায়। ইয়াত মত প্ৰকাশ কৰা হয় যে উচ্চ শিক্ষাৰ তুলনাত প্ৰাথমিক শিক্ষা অধিক পৰিমাণে অৱহেলিত হৈ আছে আৰু সেই কাৰণে এই বিষয়ৰ ওপৰত বিশেষ মনোযোগ দিয়াৰ প্ৰয়োজন। মুছলমান সমাজৰ মাজত শিক্ষাবিস্তাৰ, উচ্চ শিক্ষাৰ প্ৰতিষ্ঠানবোৰক চৰকাৰী অনুশাসনৰপৰা মুক্ত কৰা আদিৰ সম্পৰ্কেও হাণ্টাৰ আয়োগে কিছু পৰামৰ্শ আগবঢ়ায়। ৰিপন চৰকাৰে হাণ্টাৰ আয়োগৰ চুপাৰিছসমূহ কাৰ্যকৰী কৰিবলৈ সিদ্ধান্ত কৰে।

লড বিপনৰ সবাতোকৈ উল্লেখযোগ্য কাৰ্য হৈছে স্বায়ত্ত শাসনৰ ব্যৱস্থা। বিপনৰ আগতেও ভাৰতত স্বায়ত্ত শাসনৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান আছিল আৰু লৰ্ড মেয়'ই তেওঁৰ বিখ্যাত বিত্তীয় বিকেন্দ্ৰীকৰণ ব্যৱস্থাৰদ্বাৰা স্বায়ত্ত শাসনৰ বিকাশ সাধন কৰিবলৈ যত্ন কৰিছিল। কিন্তু লৰ্ড বিপনেই প্ৰথমতে স্বায়ত্ত শাসনৰ শিক্ষামূলক দিশটোৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰে। ভাৰতবাসীক ৰাজনৈতিক শিক্ষা দি তেওঁ-লোকক স্বায়ত্ত শাসনৰ বাবে উপযুক্ত কৰি তুলিবলৈ বিপনে ১৮৮২ চনত এক প্ৰস্তাব উত্থাপন কৰে. এই প্ৰস্তাৱমতে প্ৰত্যেক মহকুমাতে একোখনকৈ লোকেল ব'ৰ্ড স্থাপন কৰা হ'ব আৰু এই ব'ৰ্ডৰ অধিকাংশ সদস্যই হ'ব নিৰ্বাচিত। সদস্যসকলে নিজৰ মাজৰপৰাই এজন বেচৰকাৰী লোকক সভাপতি হিচাপে বাছি ল'ব। প্ৰত্যেক লোকেল ব'ৰ্ডৰ অধীনত প্ৰয়োজন অনুসাৰে প্ৰাথমিক ব'ৰ্ড স্থাপন কৰাৰো প্ৰস্তাৱ কৰা হয়। বিপনৰ প্ৰস্তাৱ সম্পূৰ্ণৰূপে কাৰ্যকৰী কৰাৰ ক্ষেত্ৰত নানা অসুবিধাৰ সৃষ্টি হয় আৰু সেই কাৰণে বিভিন্ন প্ৰদেশত বিভিন্ন ব্যৱস্থা গ্ৰহণ কৰা দেখা যায়। অসমত মহকুমা পৰ্যায়ত ব'ৰ্ড গঠন কৰা হয়, কিন্তু আন প্ৰদেশত জিলা ব'ৰ্ডহে সৃষ্টি কৰা হয়। নিৰ্বাচন নীতিটো কিছু পৰিমাণে সকলোৱে মানি ল'লে. কিন্তু সভাপতিৰ পদ চৰকাৰী সদস্যৰ হাতত থাকিল।

বিপনৰ স্বায়ত্ত শাসনৰ কাৰ্যসূচীয়ে মিউনিচিপেল শাসনৰ ক্ষেত্ৰত সুদূৰপ্ৰসাৰী পৰিবৰ্তনৰ সূচনা কৰে। আগতে নগৰ পালিকাৰ সভ্যসকলক সাধাৰণতে চৰকাৰে মনোনীত কৰিছিল, কিন্তু ১৮৮২ চনৰ পাছৰপৰা নিৰ্বাচনৰ ওপৰত অধিক গুৰুত্ব দিয়া হয়। বিপনৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ ভাৰতৰ বিভিন্ন প্ৰদেশে শতকৰা পঞ্চাছৰপৰা পয়সত্তৰজন পৰ্যন্ত সদস্য নিৰ্বাচিত কৰাৰ দিহা কৰে। বেচৰকাৰী সভাপতি নিৰ্বাচন কৰাৰো ব্যৱস্থা কৰা হয়, অৱশ্যে এইটো বাধ্যতামূলক নাছিল। প্ৰথম অৱস্থাত নগৰপালিকাৰ সভাপতিজন আছিল চৰকাৰী বিষয়া, কিন্তু পাছলৈ সকলো সভাপতিকে নিৰ্বাচিত কৰাই সাধাৰণ নিয়ম হৈ পৰে।

আইনৰ চকুত সকলো জাতিগত বৈষম্য দূৰ কৰাৰ বাবেও লৰ্ড বিপনে যথেষ্ট চেষ্টা কৰে। কলিকতা উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ

ছাৰ ৰিচাৰ্ড গাৰ্থে ছুটী লোৱাত ৰিপনে ছাৰ ৰমেশ চন্দ্ৰ মিত্ৰ নামে এজন ভাৰতীয়ক সেই পদত নিয়োগ কৰে। তেওঁৰ এই কাৰ্য্যত ইউৰোপীয় সম্প্ৰদায় গভীৰভাবে অসন্তুষ্ট হয়। ইলবাৰ্ট বিলৰ প্ৰসংগতো ইউৰোপীয়-সকল লৰ্ড ৰিপনৰ ওপৰত অধিক পৰিমাণে ক্ষুণ্ণ হৈ পৰে। ১৮৭৩ চনৰ ফৌজদাৰী কাৰ্য্যবিধি আইন অনুসৰি কোনো ভাৰতীয় জিলা দণ্ডাধীশে (District Sessions Judge) ইউৰোপীয়সকলক বিচাৰ কৰিব নোৱাৰিছিল, কিন্তু ইতিমধ্যে বহুতো ভাৰতীয় সেই পদলৈ উন্নীত হোৱাত আইনৰ ক্ষেত্ৰত থকা বৈষম্য দূৰ কৰাৰ প্ৰযোজন হৈ পৰে। ১৮৮৩ চনত গভৰ্ণৰ জেনেৰেলৰ কাৰ্য্যনিৰ্বাহক পৰিষদৰ আইন সদস্য ছাৰ চি পি ইলবাৰ্টে ফৌজদাৰী কাৰ্য্যবিধি আইনৰ বিভেদমূলক ধাৰাবোৰ সংশোধন কৰিবলৈ এখন বিল দাখিল কৰে। ইয়াত প্ৰস্তাৱ কৰা হয় যে সকলো কৰ্তৃত্বশীল ন্যায়াধীশে, ভাৰতীয়েই হওক বা ইউ-ৰোপীয়েই হওক, সমান ক্ষমতা উপভোগ কৰিব। আন কথাত ক'বলৈ গ'লে, ভাৰতীয় বিচাৰকে অভিযুক্ত ইউৰোপীয়সকলকো বিচাৰ কৰিব পাৰিব। ইয়াকে কেন্দ্ৰ কৰি ভাৰতত এক প্ৰচণ্ড আন্দোলনৰ সূত্ৰপাত হয়। ইউৰোপীয়সকলে প্ৰতিৰক্ষা সংস্থা এখন খুলি বিলখনৰ বিৰুদ্ধে এক প্ৰবল জনমত গঢ়ি তোলে আৰু ইফালে ভাৰতীয়সকলে বিলখন কাৰ্য্যকৰী কৰি তুলিবলৈ আপ্ৰাণ চেষ্টা কৰে। এনে অৱস্থাত ৰিপনে দুয়োপক্ষকে সন্তুষ্ট কৰিবলৈ বিলখনৰ কিছু সালসলনি কৰিলে। ভাৰতীয় বিচাৰকসকলক ইউৰোপীয় আচামীক বিচাৰ কৰিবলৈ অধিকাৰ দিয়া হয়, কিন্তু ইউৰোপীয় জুৰিৰ সহায়তহে সেই বিচাৰ মীমাংসা কৰিব পৰা যাব। ইলবাৰ্ট বিলৰ মূল নীতি পৰিত্যক্ত হ'ল যদিও ৰিপনৰ সহানুভূতিশীল মনোভাবক ভাৰতবাসীয়ে আদৰণি জনালে, কিন্তু ইউৰোপীয়সকল তেওঁৰ ওপৰত অসন্তুষ্ট হৈয়েই থাকিল। এই কাৰণে তেওঁ ১৮৮৪ চনৰ ডিচেম্বৰ মাহত পদত্যাগ কৰি স্বদেশলৈ উভতি যায়। তেওঁৰ অকৃত্ৰিম ভাৰতপ্ৰেম আজিও দেশবাসীয়ে শ্ৰদ্ধাৰে সোঁৱৰে।

### লৰ্ড ডাফৰিন (১৮৮৪—৮৮)

লৰ্ড ৰিপনৰ পাছত লৰ্ড ডাফৰিন গভৰ্ণৰ জেনেৰেল আৰু ভাইচৰয় পদত অধিষ্ঠিত হয়। তেওঁ আছিল এজন বিচক্ষণ কূটনীতিজ্ঞ আৰু

বাগ্মী পুৰুষ। এওঁ ৰাছিয়া আৰু টাৰ্কিত ৰাষ্ট্ৰদূত, ইজিপ্টত কমিচনাৰ আৰু কানাডাত গভৰ্নৰ জেনেৰেল হিচাপে কাম কৰি বিস্তাৰ অভিজ্ঞতা অৰ্জন কৰিছিল। ভাৰত শাসনৰ লগতো তেওঁ জড়িত আছিল, যিহেতু গৃহ চৰকাৰৰ সহকাৰী ভাৰত সচিব ( Under Secretary of State for India ) হিচাপে তেওঁ কেইবাবছৰো কাম কৰিছিল। ইলবাৰ্ট বিলৰ প্ৰসংগত ভাৰতীয় আৰু ব্ৰিটিছ সম্প্ৰদায়ৰ মাজত সৃষ্টি হোৱা তিক্ততাৰ উপশম ঘটাবলৈকে ডাফৰিনৰ নিচিনা এজন অভিজ্ঞ ব্যক্তিক ভাৰতলৈ পঠোৱা হয়। তেওঁ এই বিষয়ত কৃতকাৰ্য্যতা লাভ কৰে।

লৰ্ড ডাফৰিনৰ সময়তে ভাৰতবাসীৰ ৰাজনৈতিক চেতনাই এটা পূৰ্ণাংগৰূপ ধাৰণ কৰে। ১৮৮৫ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্ম হয় আৰু ডাফৰিনে ইয়াক ওলগ জনায়। ১৮৮৬ চনত তেওঁ গোৱালিয়ৰৰ দুৰ্গটো মহাৰাজ সিন্ধিয়াক ঘূৰাই দি তেওঁৰ প্ৰীতিভাজন হয়। ১৮৫৮ চনৰপৰাই সেই দুৰ্গটো ব্ৰিটিছ সৈন্যৰ অধীনত আছিল। ৰায়তৰ স্বাৰ্থ সংৰক্ষণ কৰিবৰ কাৰণে লৰ্ড ডাফৰিনে তিনিখন ৰায়তীস্বত্ব আইন বলবৎ কৰে। বংগ আইনে ( ১৮৮৫ ) নিয়ম কৰে যে জমিদাৰসকলে নিজ ইচ্ছামতে খাজনা বৃদ্ধি বা ৰায়তসকলক উচ্ছেদ কৰিব নোৱাৰিব। পঞ্জাব আইনতো ( ১৮৮৭ ) সেই একে ব্যৱস্থাই কৰা হয়। অযোধ্যাৰ আইন ( ১৮৮৬ ) এই দুখন আইনতকৈ কিছু বেলেগ। ইয়াত সাত বছৰৰ কাৰণে ৰায়তসকলক দখলীস্বত্ব দিয়া হয়; কিন্তু সাত বছৰৰ পাছত জমিদাৰসকলে তেওঁলোকক উচ্ছেদ কৰিব খুজিলে উপযুক্ত ক্ষতিপূৰণ দিব লাগিব।

লৰ্ড ডাফৰিনৰ দিনৰ আন দুটা প্ৰধান ঘটনা হৈছে ৰুছ আফগান সীমা নিৰ্ধাৰণ আৰু তৃতীয় ইংগ-বৰ্মী যুদ্ধ ( ১৮৮৫-৮৬ )। *

## লৰ্ড লেন্সডাউন ( ১৮৮৮—৯৮ )

লৰ্ড ডাফৰিনৰ পাছত লৰ্ড লেন্সডাউনক ভাৰতলৈ পঠোৱা হয়। বৈদেশিক ক্ষেত্ৰত তেওঁৰ দিনতে কেইবাটাও গুৰুত্বপূৰ্ণ ঘটনা সংঘটিত

*সীমান্ত নীতি প্ৰসংগত এই ঘটনা দুটা আলোচনা কৰা হ'ব।

হয়। ইয়াৰ প্ৰথমটো হৈছে মণিপুৰৰ বিদ্ৰোহ। সিংহাসন উত্তৰাধিকাৰীৰ প্ৰশ্ন লৈ প্ৰথমে অশান্তিৰ সৃষ্টি হয়, কিন্তু পাছত বিটিছৰ হস্তক্ষেপৰ কাৰণে ই এক বিটিছবিৰোধী সংগ্ৰামত পৰিণত হয়। বিদ্ৰোহী দলৰ নেতা টিকেন্দ্ৰজিতক কৰায়ত্ত কৰাৰ লগে লগে পৰিস্থিতিৰ উপশম ঘটিল। মণিপুৰত বিটিছৰ কৰ্তৃত্ব স্বীকৃত হ'ল (১৮৯১)। বিটিছ ভাৰত আৰু আফগানিস্তানৰ মাজত সীমা নিৰ্ধাৰণ লৰ্ড লেন্সডাউনৰ সময়ৰ আন এটা প্ৰধান ঘটনা। চাৰ মৰ্টিমাৰ ডুৰাণ্ডে (Sir Mortimer Durand) সেই সীমা নিৰ্ধাৰণ কৰে (১৮৯৩) আৰু সেই কাৰণে ইয়াক আজিও ডুৰাণ্ড লাইন বুলি কোৱা হয়।

১৮৯২ চনত কালাটৰ খানে তেওঁৰ মন্ত্ৰী, মন্ত্ৰীৰ বৃদ্ধ পিতৃ-মাতৃ আৰু পুতেকক হত্যা কৰায়। এই অপৰাধত লৰ্ড লেন্সডাউনে তেওঁক সিংহাসনচ্যুত কৰি তেওঁৰ খানি এজন পুতেকক সিংহাসনত বহুৱায়। লেন্সডাউনে কিছুমান অভিযোগৰ ওপৰত ভিত্তি কৰি কাশ্মীৰৰ মহাৰাজকো সিংহাসনচ্যুত কৰে। কাশ্মীৰৰ শাসনভাৰ এখন প্ৰতিনিধি সভাৰ হাতত অৰ্পণ কৰা হয়। গভৰ্ণৰ জেনেৰেলৰ এই কাৰ্যাই ইংলেণ্ডতো বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। অৱশেষত ১৯০৫ চনত কাশ্মীৰৰ মহাৰাজক পুনৰ সিংহাসনখন দিয়া হয়।

লৰ্ড লেন্সডাউনে ৰিপনৰ সময়ত প্ৰৱৰ্তিত ফেক্টৰি আইনখন কিছু পৰিমাণে সংশোধন কৰিলে (১৮৯১)। মহিলা বনুৱা আৰু ল'ৰা-ছোৱালীৰ কাম কৰা সময় যথাক্ৰমে এঘাৰ আৰু সাত ঘণ্টা কৰা হয়। ন বছৰৰ তলৰ ছোৱালীক কাৰখানাত নিযুক্তি দিয়া বা ৰাতি তেওঁলোকক খটুওৱা নিষিদ্ধ কৰা হয়। তাৰ উপৰি সকলো বনুৱাকে সপ্তাহত এদিন ছুটী দিবলৈ নিয়ম কৰা হয়। ১৮৯১ চনত লেন্সডাউনে বিবাহ সম্পৰ্কীয় এখন আইনো প্ৰণয়ন কৰে। এই আইন প্ৰবৰ্তনৰ আগতে দহবছৰীয়া ছোৱালীয়ে স্বেচ্ছাই বিয়াত সোমাব পাৰিছিল, কিন্তু এতিয়া সম্মতিদানৰ বয়স বাৰ বছৰলৈ বৃদ্ধি কৰা হয়।

লৰ্ড লেন্সডাউনৰ আমোলতে বিটিছ পাৰ্লিয়ামেণ্টে ভাৰতীয় পাৰিষদ আইনখন গ্ৰহণ কৰে (১৮৯২)। এই আইনখনে ১৮৬১ চনৰ শাসনব্যৱস্থা কিছু পৰিমাণে উন্নত কৰি তোলে।

## লৰ্ড এলগিন, দ্বিতীয় (১৮৯৪-৯৯)

লৰ্ড এলগিনৰ শাসনকাল ভাৰতৰ কাৰণে এক দুৰ্যোগৰ সময়। সীমান্ত অঞ্চলৰ অশান্তি, অৰ্থসংকট, প্ৰাকৃতিক দুৰ্যোগ আদি নানান সমস্যাৰ সন্মুখীন হোৱাত তেওঁ কোনো কৃতিত্বৰ পৰিচয় দি যাব নোৱাৰিলে।

মৰ্টিমাৰ ডুৰাণ্ডৰ ব্যৱস্থা অনুসাৰে ভাৰত আৰু আফগান সীমা নিৰ্ধাৰিত হোৱাত, বিটিছ চৰকাৰে উত্তৰ-পশ্চিম সীমান্ত অঞ্চলত আধিপত্য বিস্তাৰ কৰিবলৈ চেষ্টা কৰে ইয়াতে অসন্তুষ্ট হৈ ভাৰতৰ ফালে থকা পাঠান লোকসকল বিদ্ৰোহী হৈ উঠিল (১৮৯৭)। লৰ্ড এলগিনে অতি কষ্টেৰেহে এই বিদ্ৰোহ দমন কৰিবলৈ সমৰ্থ হয়। কাশ্মীৰৰ উত্তৰ-পশ্চিমফালে অৱস্থিত চিত্ৰলৰ অভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ কৰি লৰ্ড এলগিনে এটা ডাঙৰ সমস্যাৰ সৃষ্টি কৰে। চিত্ৰলৰ বিদ্ৰোহীসকলে প্ৰায় ডেৰমাহ কাল এটা বিটিছবাহিনী অৱৰোধ কৰি ৰাখে আৰু শেষত ইয়াৰ উদ্ধাৰৰ কাৰণে গিলগিটৰপৰা আন এটা শক্তিশালী বাহিনী প্ৰেৰণ কৰিব লগা হয়।

প্ৰাকৃতিক দুৰ্যোগৰ কাৰণেও এলগিনৰ শাসনকালচোৱা উল্লেখযোগ্য। ১৮৯৬ চনত বোম্বাই নগৰীত প্লেগ মহামাৰীয়ে দেখা দিয়ে আৰু ইয়াত অগণন মানুহ মৃত্যুমুখত পৰে। চৰকাৰে গ্ৰহণ কৰা ব্যৱস্থাত জনসাধাৰণ সন্তুষ্ট নহ'ল। ইতিমধ্যে ১৮৯৬—৯৭ চনত বিহাৰ, উত্তৰপ্ৰদেশ, মধ্যপ্ৰদেশ মাদ্ৰাজ আৰু বোম্বাই দুৰ্ভিক্ষৰ কৰাল গ্ৰাসত পৰিল। ইয়াতো বহুত মানুহৰ মৃত্যু হয়। ইয়াৰ উপৰি, সেই সময়তে এটা প্ৰবল ভূঁইকপে (১৮৯৭) উত্তৰ-পূৱ ভাৰতৰ বিস্তৰ ক্ষতি কৰে। এনেকুৱা অৱস্থাতো লৰ্ড এলগিনে ৰাণী ভিক্টোৰিয়াৰ ৰাজত্বৰ ষাঠি বছৰ উদযাপন কৰিবলৈ মহাসমাৰোহেৰে এটা হীৰক জয়ন্তী উৎসৱ পাতে (১৮৯৭)। এই কাৰ্য্যত বহুতো লোক অসন্তুষ্ট হয়।

ভাৰত চৰকাৰৰ অৰ্থসংকট দূৰ কৰিবলৈ লৰ্ড এলগিনে পুনৰ বিদেশী বস্তুৰ ওপৰত আমদানি শুল্ক ধাৰ্য্য কৰিলে। কাপোৰৰ ওপৰত প্ৰথমে শুল্ক বহুউৱা নহৈছিল, কিন্তু অৰ্থৰ জোৰা মাৰিবলৈ ইয়াৰ ওপৰতো আমদানি শুল্ক লগোৱা হ'ল। এই ব্যৱস্থাৰ ফলত বিটিছ মিলমালিক

সকল অধিক ক্ষতিগ্ৰস্ত হোৱাৰ সম্ভাৱনা, গতিকে তেওঁলোকৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ ভাৰতীয় কাপোৰৰ মিলবিলাকৰ ওপৰত নতুনকৈ আবকাৰী শুল্ক ধাৰ্য্য কৰা হ'ল। এটা সাম্ৰাজ্যবাদী শক্তিৰ যে শোষণ কৰাই একমাত্ৰ নীতি তাক এই কাৰ্য্যৰদ্বাৰা প্ৰমাণ কৰিব পাৰি। সি যি কি নহওক, এলগিনে সামৰিক বিভাগৰো সংস্কাৰ সাধন কৰে। আগতে প্ৰেছিডেন্সি টাউনকেইখন (কলিকতা বোম্বাই আৰু মাদ্ৰাজ) প্ৰত্যেকতে বেলেগ সৈন্য বাহিনী আছিল আৰু সেই সৈন্যবাহিনীৰ অধিনায়কো আছিল বেলেগ বেলেগ। লৰ্ড এলগিনে এই ব্যৱস্থাৰ পৰিবৰ্তন কৰি সকলো সৈনিকক এজন সৈন্যাধ্যক্ষৰ কৰ্তৃত্বলৈ আনে (১৮৯৫)। সৈন্যাধ্যক্ষৰ অধীনত চাৰিজন লেফ্‌টেনেন্ট-জেনেৰেল নিয়োগ কৰা হয়। পঞ্জাব কলিকতা মাদ্ৰাজ আৰু বোম্বাইত একোটাকৈ সামৰিক ঘাটি স্থাপন কৰি, প্ৰত্যেক ঘাটিৰ দায়িত্ব একোজন লেফ্‌টেনেন্ট-জেনেৰেলৰ হাতত অৰ্পণ কৰা হয়। ভাৰতৰ সামৰিক ব্যৱস্থা আগতকৈ বহু পৰিমাণে উন্নত হ'ল।

## লৰ্ড কাৰ্জন (১৮৯৯-১৯০৫)

১৮৯৯ চনৰ জানুৱাৰি মাহৰপৰা ১৯০৫ চনৰ ডিচেম্বৰ মাহলৈকে লৰ্ড কাৰ্জনে গভৰ্ণৰ জেনেৰেল আৰু ভাইচৰয় হিচাপে কাৰ্য্যনিৰ্বাহ কৰে। মাজতে তেওঁ সাময়িকভাৱে বিদায় লৈ স্বদেশলৈ যোৱাত তেওঁৰ ঠাইত লৰ্ড এম্পথিলক (এপ্ৰিল-ডিচেম্বৰ, ১৯০৪) নিয়োগ কৰা হৈছিল। লৰ্ড কাৰ্জনে যথেষ্ট অভিজ্ঞতা সঞ্চয় কৰিহে ভাৰতলৈ আহিছিল। তেওঁৰ বিটিছ সংসদীয় ৰাজনীতিৰ লগতো পৰিচয় আছিল আৰু কিছু বছৰ ইংলেণ্ডত সহকাৰী ভাৰত সচিব হিচাপেও কাম কৰিছিল। ভাৰতৰ গভৰ্ণৰ জেনেৰেলৰ কাৰ্য্যভাৰ গ্ৰহণ কৰাৰ পূৰ্বে তেওঁ চাৰিবাৰ এই দেশলৈ আহিছিল। ইয়াৰ উপৰি তেওঁ জাপান, কোৰিয়া, চীন, পাৰস্য আদি দেশতো ব্যাপকভাৱে ভ্ৰমণ কৰাৰ সুবিধা পাইছিল। তথাপি তেওঁৰ নিচিনা এজন শিক্ষিত আৰু অভিজ্ঞ লোকে ভাৰত শাসনত বিশেষ কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলে। ইয়াৰ মূল কাৰণ হৈছে তেওঁৰ পুৰণিকলীয়া দৃষ্টিভংগী। অষ্টাদশ শতিকাৰ দ্বিতীয়াৰ্ধৰ এজন ইউৰোপীয় শাসকৰ দৰেই তেওঁ ভাৰত শাসন কৰিবলৈ বিচাৰিছিল, শাসিতৰ ইচ্ছা

অনিচ্ছাৰ প্ৰতি অকণো ভ্ৰূক্ষেপ কৰা নাছিল। সেই কাৰণে তেওঁ ভাৰতৰ উন্নতিৰ হকে কিছু কাৰ্য্য সমাধা কৰি যায় যদিও, ভাৰত-বাসীৰ প্ৰিয়পাত্ৰ হ'ব নোৱাৰিলে। অৱশ্যে তেওঁৰ কৰ্মক্ষমতাৰ বিষয়ে সন্দেহৰ কোনো অৱকাশ নাই।

বৈদেশিক নীতি পৰিচালনাৰ ক্ষেত্ৰত লৰ্ড কাৰ্জনৰ গভীৰ ৰাজনৈতিক জ্ঞানৰ পৰিচয় পোৱা যায়। ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰাৰ আগতে তেওঁ উত্তৰ-পশ্চিম সীমান্ত অঞ্চলত অগ্ৰৱৰ্তী নীতিৰ পোষকতা কৰিছিল, কিন্তু ভাৰতলৈ আহি তেওঁ সেই নীতি পৰিত্যাগ কৰে। তেওঁ দেখিলে যে বাৰে বাৰে বিপুল অৰ্থ ব্যয় কৰি সামৰিক অভিযানবোৰ প্ৰেৰণ কৰা হৈছিল যদিও সীমান্ত অঞ্চলত শান্তি স্থাপন হোৱা নাই, বৰঞ্চ পাঠান জনজাতীয় লোকসকল আগতকৈ অধিক ব্ৰিটিছবিদ্বেষী হৈহে উঠিছে। তেওঁ সেইকাৰণে অগ্ৰৱৰ্তী অঞ্চলত থকা ব্ৰিটিছ সৈন্যবাহিনী অপসাৰণ কৰি আৰু শান্তিৰক্ষাৰ কাৰণে ব্ৰিটিছ বিষয়াসকলৰ অধীনত জন-জাতীয় লোকসকলক লৈ কেইটামান নতুন বাহিনীৰ সৃষ্টি কৰিলে। তাৰ উপৰি সীমান্ত অঞ্চলৰ কিছু ঠাই লৈ তেওঁ ১৯০১ চনত 'উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ' নাম দি এখন নতুন প্ৰদেশৰ সৃষ্টি কৰে। এজন চিফ কমিচনাৰৰ হাতত এই নতুন প্ৰদেশখনৰ শাসনভাৰ দিয়া হয়, লৰ্ড কাৰ্জনৰ সীমান্ত নীতিৰ ফলত ভাৰত চৰকাৰৰ বহুতো খৰচ কমিল, কিন্তু সেই অঞ্চলসমূহত স্থায়ীভাৱে শান্তি স্থাপন হৈছিল বুলি ক'ব নোৱাৰি।

লৰ্ড কাৰ্জনে আফগানিস্তানৰ ক্ষেত্ৰতো কিছু জটিল সমস্যাৰ সম্মুখীন হয়। ১৯০১ চনত ব্ৰিটিছৰ লগত সদ্ভাৱ ৰাখি চলা আফগান আমিৰ আব্দুৰ ৰহমানৰ মৃত্যু হোৱাত কাৰ্জনে নতুন আমিৰ হবিবুল্লাৰ লগত এখন নতুন চুক্তি সম্পাদন কৰিবলৈ ইচ্ছা কৰিলে। হবিবুল্লাই ইয়াকে কৰিবলৈ অমান্তি হয় আৰু ফলত উভয় পক্ষৰ মাজত সম্প্ৰীতি লোপ পোৱাৰ উপক্ৰম হ'ল। পাছত অৱশ্যে লৰ্ড এম্পথিলে এই সমস্যাটোৰ সমাধান কৰে। কাৰ্জনৰ সময়তে কেইবাটাও ইউৰোপীয় শক্তিয়ে পাৰস্য উপসাগৰীয় অঞ্চলত প্ৰাধান্য বিস্তাৰ কৰিবলৈ চেষ্টা কৰে। ব্ৰিটিছৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ কাৰ্জন নিজে ১৯০৩ চনত সেই অঞ্চললৈ যায় আৰু ইৰাণ চৰকাৰৰপৰা কিছু সুবিধা আদায় কৰে। ইতিমধ্যে তিব্বতৰ

ওপৰত ৰাছিয়াৰ প্ৰভাৱ বৃদ্ধি হ'লে ধৰাত লৰ্ড কাৰ্জন শংকিত হৈ উঠিল। ৰাছিয়াৰ প্ৰভাৱ নষ্ট কৰিবৰ বাবে তেওঁ ইয়ং হাজবেণ্ডৰ অধীনত এটা সামৰিক বাহিনী তিব্বতলৈ পঠাই দিলে। এই বাহিনীয়ে লাছা দখল কৰে আৰু তিব্বতে বৃটিছৰ লগত এখন চুক্তি কৰিবলৈ বাধ্য হয়। এই চুক্তিৰ ফলত বৃটিছে তিব্বতৰপৰা কিছুমান বাণিজ্যিক সুবিধা আদায় কৰিলে।

কিছুমান সংস্কাৰমূলক ব্যৱস্থাৰ বাবে লৰ্ড কাৰ্জনৰ অভ্যন্তৰীণ শাসন বিশেষভাৱে গুৰুত্বপূৰ্ণ। কিবা এটা সমস্যাই দেখা দিলে আয়োগ গঠন কৰি তাৰ তদন্ত কৰোৱা আৰু আয়োগৰ পৰামৰ্শ অনুসৰি বিধি-ব্যৱস্থা গ্ৰহণ কৰা তেওঁৰ প্ৰশাসনৰ এটা প্ৰধান বৈশিষ্ট্য। ১৮৯৯—১৯০০ চনত অনাবৃষ্টিৰ কাৰণে ভাৰতত এটা ডাঙৰ দুৰ্ভিক্ষ হয়। ভাৰতবাসীৰ কাৰণে ই এটা অসাধাৰণ ঘটনা কিয়নো ত্ৰিশ বছৰৰ ভিতৰত এনে এটা দুৰ্ভিক্ষ কেতিয়াও হোৱা নাছিল। বোম্বাই, মধ্যপ্ৰদেশ, বেৰাৰ, পঞ্জাব, ৰাজপুতানা আদি ঠাইৰ লোক অধিক পৰিমাণে ক্ষতি-গ্ৰস্ত হ'ল। আগৰ দুৰ্ভিক্ষ প্ৰতিকাৰৰ বিধি-ব্যৱস্থাবোৰ অনুসৰণ কৰিও সমস্যাবোৰ সমাধান কৰিব পৰা নগ'ল গতিকে লৰ্ড কাৰ্জনে ছাৰ এণ্টনি মেক্ডনেলৰ অধীনত এটা তদন্ত আয়োগ গঠন কৰি দিয়ে (১৯০০)। ১৯০১ চনত মেক্ডনেল আয়োগে এখন প্ৰতিবেদন দাখিল কৰে। প্ৰতিবেদনৰ গুৰুত্বপূৰ্ণ পৰামৰ্শকেইটা হ'ল—(১) খাজনা আৰু অন্যান্য কৰ ৰেহাই, (২) আৰ্থিক সাহায্য দানৰ ব্যৱস্থা, (৩) কৃষি বেংক স্থাপন আৰু কৃষি উন্নয়নমূলক আঁচনি গ্ৰহণ, (৪) জলসিঞ্চনৰ ব্যৱস্থা আৰু (৫) দুৰ্ভিক্ষ আয়ুক্তৰ নিযুক্তি। লৰ্ড কাৰ্জনে এই পৰামৰ্শসমূহ গ্ৰহণ কৰিলে।

১৯০০ চনত লৰ্ড কাৰ্জনে পঞ্জাবৰ খেতিয়কসকলক সুদখোৰ মহা-জনসকলৰ হাতৰপৰা ৰক্ষা কৰিবলৈ পঞ্জাব ভূমি হস্তান্তৰ আইন (The Punjab land Alienation Act) বলবৎ কৰে। ইয়াৰদ্বাৰা ধাৰ পৰিশোধ কৰিব নোৱৰাৰ অজুহাতত খেতিয়কৰ মাটি কাঢ়ি লোৱাটো আইনমতে নিষিদ্ধ কৰা হয়। খেতিয়কসকলে যাতে সহজতে ঋণ পাব পাৰে, তাৰ কাৰণে কাৰ্জনে ১৯০৪ চনত 'সমবায় ঋণদান সমিতি আইন' বিধিবদ্ধ কৰে। চৰকাৰৰ সাহায্যত নগৰ আৰু গাঁও

অঞ্চলত ঋণদান সমিতিবোৰ গঠন কৰা হ'ল আৰু এইবিলাকে খেতিয়ক ঋণ যোগোৱাত আগভাগ গ্ৰহণ কৰিলে।

কৃষি উন্নয়নমূলক আঁচনি গ্ৰহণ কৰি লৰ্ড কাৰ্জনে ভাৰতৰ এক পৰম কল্যাণ সাধি যায়। ১৯০১ চনত তেওঁ কৃষি বিষয়ক এজন 'ইন্সপেক্টৰ জেনেৰেল' নিযোগ কৰে আৰু ১৯০৩ চনত বংগদেশৰ পুছাত এটা কৃষি গৱেষণাগাৰ প্ৰতিষ্ঠা কৰে। গ্ৰীষ্মপ্ৰধান দেশৰ কৃষি সম্পৰ্কীয় সমস্যাবোৰ অধ্যয়ন কৰি তাৰ সমাধানৰ উপায় নিৰ্ণয় কৰিবলৈকে এই প্ৰতিষ্ঠানটো পতা হয়। কৃষিৰ ওপৰত অধিক গুৰুত্ব দিয়াৰ উদ্দেশ্যে লৰ্ড কাৰ্জনে প্ৰতি প্ৰদেশতে একোটাকৈ কৃষি বিভাগ খুলিবলৈ নিৰ্দেশ দিয়ে। এই সময়ৰ পৰাই বিজ্ঞানসম্মত পদ্ধতিৰে ভাৰতীয় কৃষিৰ অগ্ৰগতি সধা হয়।

জলসিঞ্চন ব্যৱস্থাৰ ওপৰতে কৃষি বিষয়ক আঁচনিৰ সফলতা নিৰ্ভৰ কৰে, সেই কাৰণে কাৰ্জনে ১৯০১ চনত ছাৰ কলভিন স্কট মনক্ৰিয়েফৰ নেতৃত্বত এটা জলসিঞ্চন আয়োগ গঠন কৰি দিয়ে। স্কট মনক্ৰিয়েফে এখন দীঘ ম্যাদী আঁচনি প্ৰস্তুত কৰি সেইমতে কাম কৰিবলৈ চৰকাৰক পৰামৰ্শ দিয়ে (১৯০৩)। লৰ্ড কাৰ্জনৰ দিনতে এই আঁচনি অনুসৰি কাম আৰম্ভ কৰা হয়।

লৰ্ড কাৰ্জনে ৰেল বিভাগৰো সংস্কাৰ সাধন কৰে। তেওঁৰ আগতে কিছুমান ৰেলপথ আছিল কোম্পানিৰ হাতত আৰু আন কিছুমান আছিল ভাৰত চৰকাৰৰ গড়কাপ্তানি বিভাগৰ তত্ত্বাৱধানত। ছাৰ টমাছ ৰবাৰ্টছনৰ পৰামৰ্শ অনুসৰি কাৰ্জনে এই ব্যৱস্থাৰ পৰিবৰ্তন কৰি এখন ৰেলৱে ব'ৰ্ডৰ হাতত সকলো ভাৰ অৰ্পণ কৰে। তেওঁ পুলিচ বিভাগৰো সংস্কাৰ সাধন কৰে। তেওঁৰ দিনতে পুলিচসকলৰ বেতন বৃদ্ধি কৰা হয় পুলিচসকলৰ দক্ষতা বঢ়াবৰ কাৰণে প্ৰশিক্ষণ কেন্দ্ৰ আদি স্থাপন কৰাৰো ব্যৱস্থা লোৱা হয়। সৰ্বসাধাৰণ মানুহৰ সুখ দুখৰ ওপৰতো তেওঁ চকু ৰাখে কম দৰমহা পোৱা লোকসকলক তেওঁ আয়কৰৰ পৰা ৰেহাই দিয়ে আৰু তৃতীয় শ্ৰেণীৰ মানুহৰ সুবিধাৰ্থে তেওঁ লোণকৰ হ্ৰাস কৰে।

শিক্ষা-সংস্কৃতিৰ ক্ষেত্ৰত লৰ্ড কাৰ্জনৰ অৱদান লেখত ল'বলগীয়া। ঐতিহ্যমণ্ডিত ভাৰতৰ প্ৰাচীন স্মৃতিচিহ্নবোৰ ৰক্ষা কৰাৰ উদ্দেশ্যে ১৯০৪ চনত তেওঁ এখন আইন প্ৰণয়ন কৰে। তেওঁৰ চেষ্টাৰ ফলতে কলিকতাত এটা ডাঙৰ পুথিভঁৰাল খোলা হয়। এই পুথিভঁৰালৰ নাম আছিল 'ইম্পিৰিয়েল লাইব্ৰেৰি'। বৰ্তমান ইয়াক 'নেচনেল লাইব্ৰেৰি' বা জাতীয় পুথিভঁৰাল বুলি কোৱা হয়। তেওঁ প্ৰত্নতত্ত্ব বিভাগ এটাও প্ৰতিষ্ঠা কৰে। ১৯০১ চনত সম্ৰাজ্ঞী ভিক্টোৰিয়াৰ মৃত্যু হোৱাত তেওঁৰ স্মৃতি যুগমীয়া কৰিবৰ কাৰণে কাৰ্জনে কলিকতাত এটা 'ভিক্টোৰিয়া মেম'ৰিয়েল হল' নিৰ্মাণ কৰায়।

টমানবিলাক জনকল্যাণমূলক কাৰ্য্য সম্পাদন কৰিও লৰ্ড কাৰ্জনে ভাৰতবাসীৰ মন জয় কৰিব নোৱাৰিলে। তেওঁৰ তিনিটা কাৰ্য্যৰ ওপৰত ভাৰতবাসী বিশেষভাৱে ক্ষুণ্ণ হয়। সেইকেইটা হৈছে পৌৰনিগম আইন, বিশ্ববিদ্যালয় আইন আৰু বংগবিভাজন।

ৰিপনৰ সময়ৰপৰাই স্বায়ত্তশাসনৰ অনুষ্ঠানবোৰৰ নিৰ্বাচিত সদস্যৰ সংখ্যা বৃদ্ধি কৰা হৈছিল। কিন্তু লৰ্ড কাৰ্জনে এনে অনুষ্ঠানবোৰক বিশ্বাস নকৰি এক প্ৰতিক্ৰিয়াশীল নীতি গ্ৰহণ কৰে। কলিকতা পৌৰ-নিগমক এটা চৰকাৰী বিভাগলৈ ৰূপান্তৰিত কৰিবৰ অৰ্থে ১৮৯৯ চনত তেওঁ এখন আইন গ্ৰহণ কৰে। এই আইনৰ ভৱিষ্যতে নিৰ্বাচিত সদস্যৰ সংখ্যা হ্ৰাস কৰা হয় আৰু কলিকতা পৌৰনিগমৰ কাৰ্য্য ক্ষমতাও সীমাবদ্ধ কৰা হয়। চৰকাৰৰদ্বাৰা মনোনীত সভাপতিজনৰ ক্ষমতা যথেষ্ট বৃদ্ধি কৰা হ'ল। বংগদেশৰ প্ৰখ্যাত নেতা সুৰেন্দ্ৰ নাথ বন্দোপাধ্যায়ে নতুন বিধিসমূহৰ তীব্ৰ প্ৰতিবাদ কৰে। কিন্তু ইয়াৰ কোনো সুফল নহ'ল আৰু শেষত তেওঁকে ধৰি কলিকতা পৌৰনিগমৰ আঠাইছজন সদস্যই পদত্যাগ কৰিলে। এই আইনখনৰ আৰ্হিত মাদ্ৰাজ পৌৰনিগমৰ আইনখনো সংশোধন কৰা হয়।

লৰ্ড কাৰ্জনৰ চৰকাৰীকৰণ নীতি শিক্ষাৰ ক্ষেত্ৰতো প্ৰয়োগ কৰা হয়। চাৰ টমাচ ৰেলিৰ প্ৰতিবেদনৰ আধাৰত তেওঁ ১৯০৪ চনত 'ভাৰতীয় বিশ্ববিদ্যালয় আইন'খন বিধিবদ্ধ কৰে। বিশ্ববিদ্যালয়ৰ ছিনেট আৰু ছিণ্ডিকেটৰ গঠন প্ৰণালীৰ কিছু সংশোধন কৰা হয় আৰু চৰকাৰী নিয়ন্ত্ৰণ আগতকৈ অধিক সবল কৰি তোলা হয়। কলেজ পৰিদৰ্শনৰ ব্যৱস্থা আৰু নতুন কলেজক স্বীকৃতি দিয়াৰ বাবে কিছুমান নিয়ম আদি এই আইনতে সুনিৰ্দিষ্ট কৰা হয়। এই আইনখনে বিশ্ববিদ্যালয়বোৰক নতুন নতুন বিষয়ত শিক্ষাদান দিবলৈ সুবিধা দিয়ে। শিক্ষাৰ লগতে গৱেষণাৰ বাবেও ব্যৱস্থা কৰা হয়। তথাপি বিশ্ববিদ্যালয়ৰ ওপৰত চৰকাৰী কৰ্তৃত্ব স্থাপন কোৱাত শিক্ষিত ভাৰতীয়সকল অসন্তুষ্ট হৈ উঠে।

বংগবিভাজনেই (১৯০৫) হ'ল লৰ্ড কাৰ্জনৰ শাসন কালৰ এটা উল্লেখযোগ্য ঘটনা। সেই সময়ত বংগ, বিহাৰ আৰু উৰিষ্যা আছিল মাথোন এখন প্ৰদেশ আৰু এই প্ৰদেশখনক এজন লেফটেনেণ্ট গৱৰ্ণৰে শাসন কৰিছিল। এনে এখন বিশাল প্ৰদেশক এজন গৱৰ্ণৰে সুচাৰুৰূপে শাসন কৰিব নোৱাৰে। সেইকাৰণে লৰ্ড কাৰ্জনে বংগদেশৰ কিছু অংশ অসমৰ লগত যুক্ত কৰি 'পূৱ বংগ আৰু অসম' নামৰ এখন নতুন

প্ৰদেশৰ সৃষ্টি কৰে। এই নতুন প্ৰদেশৰ ৰাজধানী হ'ল ঢাকা। বংগ দেশৰ আন অংশ আৰু বিহাৰ আৰু উৰিষ্যাক লৈ নতুন প্ৰদেশ এখন গঠন কৰা হয়। ইয়াৰ ৰাজধানী হ'ল কলিকতা। প্ৰশাসনীয় সুবিধাৰ কাৰণে বংগ বিভাজন কৰা হ'ল বুলি কোৱা যুক্তিত বঙালী লোকসকল সন্তুষ্ট নহ'ল। তেওঁলোকৰ ঐক্য বিনাশ কৰিবলৈ চেষ্টা কৰা হৈছে বুলি তেওঁলোকে বংগভংগৰ কাৰণে এক তুমুল আন্দোলন গঢ়ি তুলিলে। ক্ৰমাগত বংগভংগ আন্দোলন স্বদেশী আন্দোলনৰ ৰূপ লৈ সমগ্ৰ ভাৰতত বিয়পি পৰে। ঠায়ে ঠায়ে ৰাজনৈতিক হত্যাকাণ্ড সংঘটিত হ'বলৈ ধৰিলে। অৱশেষত ১৯১১ চনত বংগবিভাজন বাতিল কৰিবলগীয়া হ'ল।

অৱশ্যে বংগভংগ আন্দোলনে গা কৰি উঠাৰ আগতেই সামৰিক প্ৰশাসনলৈ গৃহ চৰকাৰৰ লগত মতভেদৰ সৃষ্টি হোৱাত লৰ্ড কাৰ্জনে পদত্যাগ কৰিব লগা হয় (১৯০৫)। ১৮৬১ চনৰ পৰাই গৱৰ্ণৰ জেনেৰেলৰ কাৰ্যনিৰ্বাহক পৰিষদত এজন সমৰসদস্য লোৱাৰ নিয়ম কৰা হয়। এই সমৰসদস্য জনৰ উপৰিও সৈন্যবাহিনীৰ সৰ্বাধিনায়কজনো আছিল গৱৰ্ণৰ জেনেৰেল পৰিষদৰ এজন পদেন সদস্য। সৰ্বাধিনায়কৰ পদমৰ্যাদা সমৰসদস্যজনতকৈ বেছি যদিও সৰ্বাধিনায়কে সামৰিক বিভাগৰ সকলো প্ৰস্তাৱ সমৰসদস্যজনৰ জৰিয়তহে কাৰ্যনিৰ্বাহক পৰিষদত উত্থাপন কৰিব পাৰিছিল। লৰ্ড কাৰ্জনৰ দিনত সৰ্বাধিনায়ক লৰ্ড কিচেনাৰে এই ব্যৱস্থাৰ পৰিবৰ্তনৰ কাৰণে দাবী জনায়। লৰ্ড কিচেনাৰৰ মতে সৰ্বাধিনায়কজনেই সামৰিক বিভাগৰ একমাত্ৰ কৰ্তা হোৱা উচিত। লৰ্ড কাৰ্জনে ইয়াৰ বিৰোধিতা কৰে, কিয়নো তেনে কৰিলে গৱৰ্ণৰ জেনেৰেলতকৈ ভাৰতৰ সৰ্বাধিনায়ক অধিক শক্তিশালী হৈ উঠাৰ সম্ভাৱনা আছে। সেই কাৰণে তেওঁ পুৰণা ব্যৱস্থা অব্যাহত ৰাখিবলৈ চেষ্টা কৰে। ভাৰত সচিবে লৰ্ড কিচেনাৰৰ পক্ষ সমৰ্থন কৰাত, লৰ্ড কাৰ্জনে পদত্যাগ কৰি স্বদেশলৈ ঘূৰি যায়। ইংলেণ্ডত পুনৰ তেওঁ সক্ৰিয় ৰাজনীতিত অংশ গ্ৰহণ কৰে।

## লৰ্ড মিণ্টো, দ্বিতীয় (১৯০৫-১০)

লৰ্ড কাৰ্জনৰ পদত্যাগৰ পাছত লৰ্ড মিণ্টোক গৱৰ্ণৰ জেনেৰেল

আৰু ভাইচৰয় হিচাপে নিযুক্তি দি ভাৰতলৈ পঠোৱা হয়। ১৯০৫ চনৰ নৱেম্বৰ মাহৰপৰা ১৯১০ চনৰ নৱেম্বৰ মাহলৈকে তেওঁ শাসনকাৰ্য্য চলায়। তেওঁৰ শাসন কালছোৱা বংগভংগ আন্দোলন আৰু ১৯০৯ চনৰ শাসনতান্ত্ৰিক সংস্কাৰৰ বাবে বিখ্যাত।

লৰ্ড মিণ্টোৰ দিনতে বংগভংগ আন্দোলনে তীব্ৰতৰ ৰূপ ধাৰণ কৰে। চৰকাৰে এক কঠোৰ দমন নীতি গ্ৰহণ কৰিলে। কিন্তু আন্দোলনৰ তাব্ৰতা কমাবলৈ সক্ষম নহ'ল। চৰকাৰী দমন নীতিৰ প্ৰতিবাদস্বৰূপে একাংশ ভাৰতীয়ই সন্ত্ৰাসবাদৰ আশ্ৰয় ল'লে। বিদেশী বস্ত্ৰ বিসৰ্জনৰ ঢৌ উঠিল আৰু ১৯০৬ চনত জাতীয় কংগ্ৰেছে 'স্বৰাজ' অৰ্থাৎ স্বায়ত্ত শাসনৰ দাবী কৰিলে। স্বায়ত্ত শাসনৰ দাবীত কিছু লোক অসন্তুষ্ট হ'ল। ইয়াৰ ফলত ১৯০৭ চনত কংগ্ৰেছ দল নৰমপন্থী আৰু চৰমপন্থী নামৰ দুটা ভাগত বিভক্ত হৈ পৰে। চৰমপন্থী দলৰ নেতৃত্ব বহন কৰে মহাৰাষ্ট্ৰৰ বিখ্যাত নেতা বালগংগাধৰ তিলকে। বিট্ৰিচ চৰকাৰে তিলকক গ্ৰেপ্তাৰ কৰি ছয় বছৰৰ বাবে কাৰাদণ্ডৰে দণ্ডিত কৰে (১৯০৮)।

লৰ্ড মিণ্টোৰ সময়তে ভাৰতীয় ৰাজনীতিত সাম্প্ৰদায়িকতাৰ বীজ ৰোপণ কৰা হয়। জাতীয় কংগ্ৰেছ প্ৰতিষ্ঠিত হ'বৰেপৰা মুছলমান সম্প্ৰদায়ে এক বেলেগ মনোভাব পোষণ কৰিবলৈ ধৰে। তেওঁলোক ঘাইকৈ কংগ্ৰেছৰপৰা আঁতৰি থাকে আৰু নিজৰ স্বাৰ্থ ৰক্ষাৰ বাবে অধিক ব্যস্ত হৈ পৰে। ১৯০৬ চনত শাসন সংস্কাৰৰ প্ৰশ্ন উত্থাপিত হোৱাত, কেইজনমান ইংৰাজ লোকৰ প্ৰৰোচনাত আগাখাঁৰ নেতৃত্বত এটা মুছলমান প্ৰতিনিধি দলে ভাইচৰয় লৰ্ড মিণ্টোক লগ ধৰি তেওঁ-লোকৰ কাৰণে পৃথক নিৰ্বাচনৰ দাবী কৰে। লৰ্ড মিণ্টোৱে তেওঁ-লোকৰ দাবী সহানুভূতিৰে বিবেচনা কৰা হ'ব বুলি আশ্বাস দিয়ে। এই প্ৰতিনিধি দলৰ সাফল্যত অনুপ্ৰাণিত হৈয়ে ঢাকাৰ নবাব ছেলিমুল্লাই মুছলমানসকলৰ বাবে এটা পৃথক ৰাজনৈতিক অনুষ্ঠান প্ৰতিষ্ঠা কৰে (৩০ ডিচেম্বৰ, ১৯০৬)। এই অনুষ্ঠানটোৰ নাম হৈছে 'মুছলিম লিগ'। বিট্ৰিচ চৰকাৰৰ লগত সদ্ভাৱ ৰাখি, শান্তিপূৰ্ণ উপায়েৰে মুছলমানৰ স্বাৰ্থ ৰক্ষা কৰাটোৱেই হৈছে মুছলিম লিগৰ প্ৰধান উদ্দেশ্য। জাতীয়তা-বাদী আন্দোলনৰপৰা মুছলমান সম্প্ৰদায় ক্ৰমাগত বিচ্ছিন্ন হৈ পৰিল।

ভাৰতীয় লোকৰ কিছু ৰাজনৈতিক আশা-আকাংক্ষা পূৰণ কৰিবৰ

নিমিত্তে লৰ্ড মিন্টোৱে শাসন সংস্কাৰৰ প্ৰয়োজনীয়তা উপলব্ধি কৰে। এই বিষয়ে তেওঁ ভাৰত সচিব লৰ্ড মৰ্লেৰ লগত যোগাযোগ কৰে আৰু তাৰ ফলতে ১৯০৯ চনত বিটিছ পাৰ্লিয়ামেণ্টে ভাৰতীয় পৰিষদ আইনখন বিধিবদ্ধ কৰিলে। মৰ্লে মিন্টোৰ প্ৰস্তাৱৰ আধাৰত সেই আইনখন ৰচিত হোৱা বাবে ইয়াৰ আন এটা নাম মৰ্লে মিন্টো সংস্কাৰ। মৰ্লে-মিন্টো সংস্কাৰে কেন্দ্ৰীয় আৰু প্ৰাদেশিক বিধান পৰিষদৰ সদস্যৰ সংখ্যা বৃদ্ধি কৰে। প্ৰাদেশিক বিধান পৰিষদসমূহত যাতে নিৰ্বাচিত সদস্যৰ সংখ্যাগৰিষ্ঠতা থাকে তাৰ ব্যৱস্থা লোৱা হয়। ১৯০৯ চনৰ আইনৰ এটা প্ৰধান বৈশিষ্ট্য হৈছে মুছলমান সম্প্ৰদায়ৰ বাবে পৃথক নিৰ্বাচনৰ ব্যৱস্থা; ই জাতীয় ঐক্য সাধনৰ ক্ষেত্ৰত প্ৰধান হেঙাৰ হৈ পৰিল।

মৰ্লে-মিন্টো সংস্কাৰে ভাৰতবাসীক সন্তুষ্ট কৰিব নোৱাৰিলে। কংগ্ৰেছৰ চৰমপন্থী দলে হিংসাত্মক কাৰ্য্যৰদ্বাৰাই নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ মনস্থ কৰিলে, ইফালে নৰমপন্থী দলে দাবী কৰা মতে বায়ত্ত শাসন নোপোৱাত, বিটিছ চৰকাৰৰ ওপৰত কষ্ট হ'ল। তথাপি তেওঁলোকে নতুন আইনখন কাৰ্য্যকৰী কৰাৰ ক্ষেত্ৰত সহযোগ কৰিবলৈ স্থিৰ কৰে।

## লৰ্ড হাৰ্ডিঞ্জ, দ্বিতীয় (১৯১০—১৬)

১৯১০ চনৰ নৱেম্বৰ মাহত লৰ্ড হাৰ্ডিঞ্জে ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰে। তেওঁৰ সময়তে ইংলেণ্ডৰ ৰজা পঞ্চম জৰ্জ আৰু ৰাণী মেৰি ভাৰতলৈ আহে। ইংলেণ্ডৰ ৰজা-ৰাণীৰ ভাৰত ভ্ৰমণ এয়েই প্ৰথম। তেওঁলোকক সম্বৰ্দ্ধনা জনাবলৈ লৰ্ড হাৰ্ডিঞ্জে দিল্লীত এখন ডাঙৰ দৰবাৰ বহুৱায় (১২ ডিচেম্বৰ, ১৯১১)। এই দৰবাৰতে দুটা গুৰুত্বপূৰ্ণ ঘোষণা কৰা হয় তাৰে এটা হৈছে বংগ বিভাজনৰ বিলোপসাধন আৰু আনটো হৈছে ৰাজধানী স্থানান্তৰ। পূব আৰু পশ্চিম বংগ লগলগাই পুনৰ এখন প্ৰদেশ কৰি ইয়াৰ শাসনভাৰ এজন গৱৰ্ণৰৰ হাতত দিয়া হ'ল। অসমক পুনৰ চিফ কমিছনাৰ শাসিত প্ৰদেশলৈ পৰিবৰ্ত্তিত কৰা হয়। বিহাৰ ছোটনাগপুৰ, উৰিষ্যাক লৈ এখন নতুন প্ৰদেশ গঠন কৰা হয়। কলিকতাৰপৰা দিল্লীলৈ ভাৰতৰ ৰাজধানী স্থানান্তৰ কৰা সম্পৰ্কে গৱৰ্ণৰ

জেনেৰেল পৰিষদৰ গৃহ সদস্য ছাৰ জন জেনকিন্সে প্ৰথমে পৰামৰ্শ আগ বঢ়ায়। লৰ্ড হাৰ্ডিঞ্জ আৰু ভাৰতসচিব লৰ্ড ক্ৰুৱে এই পৰামৰ্শ গ্ৰহণ কৰে। ১৯১২ চনৰ ২৩ ডিচেম্বৰৰ দিনা আনুষ্ঠানিকভাৱে লৰ্ড হাৰ্ডিঞ্জে দিল্লী নগৰীত প্ৰবেশ কৰিলে।

লৰ্ড হাৰ্ডিঞ্জৰ দিনত ভাৰতীয় সন্ত্ৰাসবাদীসকলৰ কাৰ্য্য-কলাপৰ কোনো উপশম নঘটিল। দিল্লী প্ৰবেশৰ দিনাই তেওঁৰ গালৈ এটা বোমা দলিওৱা হয়। লৰ্ড হাৰ্ডিঞ্জ কিছু পৰিমাণে আহত হ'ল, কিন্তু তেওঁৰ গা-ৰখীয়া জনৰ মৃত্যু ঘটিল। অৱশ্যে নৰমপন্থী দলৰ দখলত থকা কংগ্ৰেছে ব্ৰিটিছবিৰোধী দৃষ্টিভংগী গ্ৰহণ কৰা নাছিল।

১৯১৪ চনৰ ছেপ্টেম্বৰ মাহত প্ৰথম মহাযুদ্ধ (১৯১৪-১৮) আৰম্ভ হয়। ইংলেণ্ডে জাৰ্মেনিৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰাত ভাৰত চৰকাৰেও যুদ্ধ ঘোষণা কৰিলে। এই যুদ্ধত ভাৰতীয়সকলে ব্ৰিটিছক সৰ্বতোপ্ৰকাৰে সহায় কৰে। ভাৰতীয় সৈন্যবাহিনীক ইউৰোপৰ বিভিন্ন ৰণাংগনলৈ প্ৰেৰণ কৰা হয়। ভাৰতীয় সৈনিকে প্ৰথমবাৰৰ কাৰণে নিজৰ কৰ্ম-ক্ষমতাৰ পৰিচয় দিবলৈ সুবিধা পালে।

## লৰ্ড চেমছফ'ৰ্ড (১৯১৬—২১)

প্ৰথম মহাযুদ্ধ চলি থকা সময়তে লৰ্ড চেমছফ'ৰ্ডে ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰে। তেওঁৰ শাসনকালছোৱা নানা ঘটনাৰে ভৰপূৰ সন্ত্ৰাস-বাদীসকলৰ কাৰ্য্যকলাপ, প্ৰথম মহাযুদ্ধত ভাৰতবাসীৰ অকুণ্ঠ সহায় আৰু কংগ্ৰেছ লিগৰ শাসন সংস্কাৰৰ যুটীয়া দাবীৰ পৰিপ্ৰেক্ষিতত ব্ৰিটিছ চৰকাৰে ভাৰতৰ ৰাজনৈতিক সমস্যা সমাধানৰ কাৰণে এক নতুন প্ৰচেষ্টা চলাবলৈ সিদ্ধান্ত কৰে। ১৯১৭ চনৰ ২০ আগষ্টৰ দিনা ভাৰতসচিব লৰ্ড মণ্টেগুৱে ঘোষণা কৰে যে ভাৰতক স্বায়ত্ত শাসন দিয়াৰ উদ্দেশ্যে শাসন ব্যৱস্থাৰ বিভিন্ন স্তৰত অধিক সংখ্যক ভাৰতীয়ক সহযোগ কৰিবলৈ ক্ৰমাগত সুবিধা দিয়া হ'ব। এই ঘোষণাৰ পাছতে তেওঁ লৰ্ড চেমছ-ফ'ৰ্ডৰ সৈতে বিস্তাৰিতভাৱে ভাৰত ভ্ৰমণ কৰি শাসন সংস্কাৰৰ কাৰণে এখন প্ৰতিবেদন যুগুত কৰে। এই প্ৰতিবেদনক মণ্টেগু-চেমচফৰ্ড ৰিপ'ৰ্ট বুলি কোৱা হয়। এই ৰিপ'ৰ্টৰ ওপৰত ভিত্তি কৰি ব্ৰিটিছ চৰকাৰে ১৯১৯ চনত 'ভাৰত চৰকাৰ আইন' খন গ্ৰহণ কৰে।

লর্ড ছেমছফ'র্ডৰ শাসনকালৰ আন এটা প্ৰধান ঘটনা হৈছে ভাৰতীয় ৰাজনীতিত মহাত্মা গান্ধীৰ আবির্ভাৱ। প্ৰথম অৱস্থাত মহাত্মা গান্ধী আছিল ব্রিটিছৰ সমর্থক, প্ৰথম মহাযুদ্ধৰ সময়ত তেওঁ ব্রিটিছ চৰকাৰক বিশেষভাৱে সহায় কৰে। কিন্তু ব্রিটিছ চৰকাৰে নাগৰিক অধিকাৰ খৰ্ব কৰিব খোজা ৰাওলাট আইন (১৯১৯) বিধিবদ্ধ কৰাত ব্রিটিছ চৰকাৰৰ ওপৰত তেওঁৰ আস্থা নাইকিয়া হয়। তেওঁ ৰাওলাট আইনৰ বিৰুদ্ধে তীব্র প্ৰতিবাদ কৰে আৰু ভাৰতবাসীক ইয়াৰ প্ৰতিবাদকল্পে হৰতাল পালন কৰিবলৈ আহ্বান জনায়। কিছুমান ঠাইত ৩০ মার্চ আৰু কিছুমানত ৬ এপ্ৰিলত (১৯১৯) হৰতাল পালন কৰা হয়। হৰতালে পঞ্জাবত এক ভয়ংকৰ ৰূপ ধাৰণ কৰে। ১২ এপ্ৰিলৰ (১৯১৯) দিনা পঞ্জাব চৰকাৰে পঞ্জাবত শোভাযাত্ৰা আৰু সভাসমিতি পতা নিষিদ্ধ কৰি এক নির্দেশ জাৰি কৰে। এই নিষেধাজ্ঞাৰ কথা বহুতো মানুহে গম পোৱা নাছিল। সেই কাৰণে ১৩ এপ্ৰিলৰ দিনা জালিয়ানৱালাবাগত এখন সভা আহ্বান কৰা হয়। উক্ত দিনত জালিয়ানৱালাবাগত বহুত মানুহৰ সমাবেশ হ'ল। সভাৰ খবৰ পাই ব্ৰিগেডিয়াৰ জেনেৰেল ৰেজিনেল্ড ডায়াৰ সৈন্যবাহিনীসহ তালৈ যায় আৰু কোনো সতর্ক বাণী নিদিয়াকৈয়ে নিৰস্ত্ৰ জনতাৰ ওপৰত গুলী চলাবলৈ নির্দেশ দিয়ে। দহ মিনিটৰ গুলী চালনাত ৩৭৯ জনৰ মৃত্যু ঘটিল আৰু একহাজাৰৰ অধিক লোক আহত হ'ল। তথাকথিত সভ্য জাতি এটাৰ এনে বৰ্বৰ আচৰণত ভাৰতবাসী অতিশয় ক্রোধান্বিত হয়। ইয়াৰ প্ৰতিবাদস্বৰূপে কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে ব্রিটিছৰাজপ্ৰদত্ত 'নাইট' উপাধি ত্যাগ কৰিলে।

১৯২০ চনত ভাৰতীয় মুছলমান সকলেও ব্রিটিছ চৰকাৰৰ বিৰুদ্ধে এক আন্দোলন আৰম্ভ কৰে। ইয়াকে খিলাফৎ আন্দোলন বুলি কোৱা হয়। মুছলিম জগতৰ খলিফা, টার্কিৰ ছুলতানৰ প্ৰতি ব্রিটিছ চৰকাৰে বৈৰীভাৱ পোষণ কৰা কাৰণেই আলি ভাতৃদ্বয়, মৌলনা চৌকৎ আলি আৰু মহম্মদ আলিয়ে এই আন্দোলনৰ গুৰি ধৰে। মহাত্মা গান্ধীয়ে ইয়াত পূর্ণ সমর্থন জনালে। ইয়াৰ ফলতে খিলাফৎ আৰু জাতীয় আন্দোলন এক মহান আন্দোলনত পৰিণত হয়। ১৯২০ চনৰ ছেপ্টেম্বৰ মাহত কলিকতাৰ বিশেষ কংগ্রেছ অধিবেশনখনে মহাত্মা গান্ধীৰ অসহযোগ

আন্দোলনৰ প্ৰস্তাৱ গ্ৰহণ কৰে। সেই বছৰতে ডিচেম্বৰ মাহত নাগপুৰত বহা বছৰেকীয়া কংগ্ৰেছ অধিবেশনে কলিকতাৰ প্ৰস্তাৱক অনুমোদন জনায়। মহাত্মা গান্ধীৰ নেতৃত্বত জাতীয় আন্দোলনে এটা নতুন ৰূপ ধাৰণ কৰিলে।

চৰকাৰে গ্ৰহণ কৰা দমন নীতিৰ কাৰণে লৰ্ড চেমছফ'ৰ্ড ভাৰতবৰ্ষত অতিশয় অপ্ৰিয় হৈ পৰে। ভাৰতবাসীক সন্তুষ্ট কৰিবৰ কাৰণে তেওঁ লৰ্ড সত্যেন্দ্ৰ প্ৰসন্ন সিংহক বিহাৰ-উৰিষ্যাৰ গভৰ্ণৰ হিচাপে নিযুক্তি দিয়ে। গভৰ্ণৰ পদ লাভ কৰা তেৱেঁই হ'ল প্ৰথম ভাৰতীয়। চেমছ্ফ'ৰ্ডৰ দিনতে শিক্ষাসংস্কাৰৰ কাৰণেও কিছু ব্যৱস্থা লোৱা হয়। তেওঁ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ উন্নতিকল্পে ডক্টৰ মাইকেল চেডলাৰৰ অধীনত এটা আয়োগ গঠন কৰি দিয়ে (১৯১৬)। এই আয়োগৰ এজন প্ৰধান সদস্য হ'ল চাৰ আশুতোষ মুখাৰ্জী। ১৯১৯ চনত চেডলাৰ আয়োগৰ প্ৰতিবেদনখন প্ৰকাশ পায়। চেমছ্ফ'ৰ্ডৰ দিনতে পুণাত এটা মহিলা বিশ্ববিদ্যালয়ো স্থাপন কৰা হয়।

## লৰ্ড ৰিডিং (১৯২১-২৬)

এটা উত্তপ্ত পৰিবেশৰ মাজতে লৰ্ড ৰিডিং ভাৰতত গভৰ্ণৰ জেনেৰেলৰূপে উপস্থিত হয়হি। জাতীয় আন্দোলন মষিমূৰ কৰিবলৈ তেওঁ এক কঠোৰ দমন নীতি গ্ৰহণ কৰে। ইয়াৰ প্ৰতিবাদত মহাত্মা গান্ধীয়ে আইন অমান্য আন্দোলন আৰম্ভ কৰিবলৈ স্থিৰ কৰে। গুজৰাটৰ বৰডলিত প্ৰথমে ইয়াক পৰীক্ষা কৰি চোৱাৰ ব্যৱস্থা কৰা হয়, কিন্তু এনেতে উত্তৰ প্ৰদেশৰ চৌৰি চৌৰাত এক হিংসাত্মক কাৰ্য্য সংঘটিত হ'ল (৪ ফেব্ৰুৱাৰি, ১৯২২)। ইয়াত খেতিয়ক আৰু পুলিছৰ মাজত হোৱা এক সংঘৰ্ষৰ ফলত ২২ জন পুলিছ কনিষ্টবলৰ মৃত্যু ঘটিল। আন্দোলন সহিংস হৈ উঠাত মহাত্মা গান্ধীয়ে অসহযোগ আন্দোলন বন্ধ কৰি দিয়ে। ইতিমধ্যে কামাল আটা টাৰ্কৰ নেতৃত্বত টাৰ্কিত এটা নতুন চৰকাৰ গঠিত হোৱাত খিলাফৎ আন্দোলনো বন্ধ কৰিব লগা হয়।

আন্দোলনৰ উপশম ঘটাত কংগ্ৰেছৰ কিছুলোকে ১৯১৯ চনৰ আইন অনুসাৰে গঠিত বিধান পৰিষদবোৰত প্ৰৱেশ কৰিবলৈ ইচ্ছা কৰিলে। তেওঁলোকৰ উদ্দেশ্য হ'ল পৰিষদৰ ভিতৰৰপৰাই ব্ৰিটিছ চৰকাৰৰ শাসনতন্ত্ৰ

বিকল কৰি দিয়া। চক্ৰৱৰ্তী ৰাজাগোপালাচাৰী প্ৰমুখ্যে কেইবাজনো কংগ্ৰেছী নেতাই ইয়াৰ বিৰোধিতা কৰাত পণ্ডিত মতিলাল নেহৰু, দেশবন্ধু চিত্তৰঞ্জন দাশ আদি নেতৃবৃন্দই এটা বেলেগ দল গঠন কৰে। এই দলটোক 'স্বৰাজ পাৰ্টি' বুলি কোৱা হয়। পৰোক্ষভাৱে মহাত্মা গান্ধীয়ে ইয়াক সমৰ্থন জনায়। ১৯২৩ চনৰ নিৰ্বাচনত স্বৰাজ পাৰ্টিয়ে বিশেষকৈ বংগদেশ আৰু মধ্যপ্ৰদেশত আশাতীত সাফল্য লাভ কৰে। স্বৰাজিষ্টসকলে চৰকাৰৰ কাম-কাজত বাধা জন্মাবলৈ ধৰিলে, অৱশ্যে ইয়াৰপৰা বিশেষ কিবা লাভ হৈছিল বুলি ক'ব নোৱাৰি। ১৯২৫ চনত দেশবন্ধু চিত্তৰঞ্জন দাশৰ মৃত্যু হোৱাত স্বৰাজ পাৰ্টিৰ বল টুটি আহিল।

লৰ্ড ৰিডিঙৰ কালতে প্ৰিন্স অব ৱেলছে ভাৰত ভ্ৰমণ কৰে। ভাৰতবাসীয়ে তেওঁক কোনো আদৰণি নজনালে; বৰঞ্চ তেওঁ বোম্বাইত উপস্থিত হ'বৰ দিনাই সমগ্ৰ ভাৰততে এটা হৰতাল পালন কৰা হ'ল (১৭ নৱেম্বৰ, ১৯২১)।

মালাবাৰৰ মোপলাসকলৰ বিদ্ৰোহ লৰ্ড ৰিডিঙৰ দিনৰ আন এটা প্ৰধান ঘটনা। মোপলাসকল হ'ল মুছলমান, তেওঁলোকে এখন ধৰ্মৰাজ্য স্থাপন কৰিবলৈ বিচাৰিছিল। হিন্দুসকলৰ ওপৰতো তেওঁলোকে যথেষ্ট অত্যাচাৰ কৰে। ব্ৰিটিছ চৰকাৰে কঠোৰ হাতেৰে মোপলাসকলৰ বিদ্ৰোহ নিৰ্মূল কৰিলে (ফেব্ৰুৱাৰি, ১৯২২)।

## লৰ্ড আৰউইন (১৯২৬—৩১)

১৯২৬ চনৰ এপ্ৰিল মাহত লৰ্ড আৰউইনে কাৰ্য্যভাৰ গ্ৰহণ কৰে। ভাৰতীয় সাংবিধানিক প্ৰশ্নটো পুনৰ বিবেচনা কৰিবলৈ ব্ৰিটিছ চৰকাৰে চাৰ জন ছাইমনৰ অধীনত এটা আয়োগ গঠন কৰি দিয়ে (১৯২৭)। আয়োগৰ আটাইকেইজন সদস্যই আছিল ইংৰাজ, গতিকে ভাৰতীয়সকলে ইয়াক স্বীকাৰ কৰিবলৈ অমান্তি হয়। ১৯২৮ চনৰ ফেব্ৰুৱাৰি মাহত ছাইমন আয়োগৰ সদস্যসকল ভাৰতত উপস্থিত হোৱাত, ভাৰতবাসীয়ে এটা হৰতাল পালন কৰে। অন্য ঠাইতো আয়োগে ভাৰতবাসীৰপৰা একে ব্যৱহাৰকে পায়। সেই কাৰণে আয়োগৰ প্ৰথম ভ্ৰমণ ফলপ্ৰসূ নহ'ল, কিন্তু দ্বিতীয় ভ্ৰমণত তেওঁলোকে কিছুসংখ্যক ভাৰতীয় নেতাৰ

লগত সাংবিধানিক সমস্যাটো আলোচনা কৰিবলৈ সুবিধা লাভ কৰিলে। ইতিমধ্যে পণ্ডিত মতিলাল নেহৰুৰ নেতৃত্বত ভাৰতৰ বাবে এখন সংবিধানৰ খচৰা তৈয়াৰ কৰা হয়। সাম্প্ৰদায়িক প্ৰশ্নত লাগি মুছলিম লিগে নেহৰু সংবিধানখন গ্ৰহণ নকৰিলে, কিন্তু কংগ্ৰেছে ইয়াৰ ভিত্তিত ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ ভিতৰত 'ডমিনিয়ন ষ্টেটাচ' দিবলৈ দাবী জনায়। এই দাবী পূৰণ কৰা নহ'ল গতিকে জৱাহৰলাল নেহৰুৰ সভাপতিত্বত বহা লাহোৰ কংগ্ৰেছে 'পূৰ্ণ স্বাধীনতা অৰ্জন কৰাই ভাৰতৰ একমাত্ৰ লক্ষ্য' বুলি ঘোষণা কৰিলে। ১৯৩০ চনৰ ২৬ জানুৱাৰিৰ দিনটো স্বাধীনতা দিবস হিচাপে পালন কৰা হ'ল।

এই সময়ৰপৰা কংগ্ৰেছে পুনৰ আন্দোলনৰ পথ ল'লে। আইন অমান্য আন্দোলন আৰম্ভ হ'ল আৰু মহাত্মাজীয়ে ৬ এপ্ৰিলৰ (১৯৩০) দিনা ডাণ্ডিত লোণ তৈয়াৰ কৰি লোণ আইন ভংগ কৰিলে। সমগ্ৰ দেশতে এক প্ৰবল উত্তেজনাই দেখা দিলে। চৰকাৰে কঠোৰ দমননীতিৰ আশ্ৰয় ল'লে, কিন্তু আন্দোলনৰ তীব্ৰতা নকমিল। মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু আৰু অন্যান্য নেতৃবৰ্গক কাৰাৰুদ্ধ কৰা হ'ল। জেলখানাবোৰ সত্যাগ্ৰহীৰে ভৰি পৰিল।

এনেকুৱা এটা অশান্তিৰ পৰিস্থিতিত ছাইমন আয়োগৰ প্ৰতিবেদনখন প্ৰকাশ পালে। ইয়াৰ আলোচনাৰ বাবে লণ্ডনত প্ৰথম ঘূৰণীয়া মেজ-মেলৰ আহ্বান কৰা হয় ( নভেম্বৰ, ১৯৩০ )। ইয়াত যোগদান কৰাৰপৰা কংগ্ৰেছ বিৰত থাকিল। ফলত মেজমেলৰ আলোচনা ফলপ্ৰসূ নহ'ল। লৰ্ড আৰউইনে একপ্ৰকাৰ বাধ্য হৈ মহাত্মা গান্ধীক মুক্তি দিলে। ১৯৩১ চনৰ ৫ মাৰ্চৰ দিনা গান্ধী আৰু আৰউইনৰ মাজত এখন চুক্তি স্বাক্ষৰিত হয়। এই চুক্তিমতে গান্ধীয়ে আইন অমান্য আন্দোলন স্থগিত ৰাখিবলৈ মান্তি হয় আৰু আৰউইনে ৰাজনৈতিক বন্দীসকলক মুকলি কৰি দিব বুলি প্ৰতিশ্ৰুতি দিয়ে। ৰাজনৈতিক পৰিস্থিতি কিছু পৰিমাণে সহজ হৈ পৰিল।

লৰ্ড আৰউইনৰ দিনতে কিছুমান জনকল্যাণমূলক আঁচনিও গ্ৰহণ কৰা হয়। বাটপথৰ সংস্কাৰ সাধন কৰিবৰ বাবে ১৯২৭ চনত এটা বিশেষ বাট-পথ উন্নয়ন কমিটি গঠন কৰা হয়। ইতিমধ্যে এটা ৰাজকীয় কৃষি আয়োগে ভাৰতীয় কৃষিৰ ওপৰত অধ্যয়ন কৰি ১৯২৮ চনত এখন

প্ৰতিবেদন দাখিল কৰে। ইয়াৰ ফলতে ১৯২৯ চনৰ জুলাই মাহত কৃষি গৱেষণা পৰিষদ এখন স্থাপন কৰা হয়। বস্ত্ৰশ্ৰমিকসকলৰ সুবিধাৰ্থে আগৰ ফেক্টৰি আইনখনৰো কিছু সালসলনি কৰা হয় আৰু ১৯২৯ চনত ভাৰত চৰকাৰে এটা ৰাজকীয় বনুৱা আয়োগ গঠন কৰাৰ কথা ঘোষণা কৰে। লৰ্ড আৰউইনৰ দিনতে ভাৰত আৰু ইংলেণ্ডৰ মাজত উৰা-জাহাজেৰে ডাক অনা-নিয়াৰ ব্যৱস্থা কৰা হয়।

## লৰ্ড উইলিংডন (১৯৩১—৩৬)

লৰ্ড উইলিংডনে ১৯৩১ চনৰ এপ্ৰিল মাহত কাৰ্যভাৰ গ্ৰহণ কৰি দেশৰ অশান্তি দূৰ কৰিবলৈ কঠোৰ দমননীতি আৰম্ভ কৰে। ইতিমধ্যে মহাত্মা গান্ধীয়ে দ্বিতীয় ঘূৰণীয়া মেজমেলত যোগদান কৰি আহি ভাৰতত উপস্থিত হয়। চৰকাৰে অবাধ দমন নীতি প্ৰয়োগ কৰা দেখি তেওঁ ভাইচৰয়ৰ লগত এটা সাক্ষাৎ বিচাৰে। লৰ্ড উইলিংডনে তেওঁক দেখা কৰিবলৈ অমান্তি হয়। এনে অৱস্থাত কংগ্ৰেছে পুনৰ আইন অমান্য আন্দোলন আৰম্ভ কৰিবলৈ সিদ্ধান্ত কৰে। ১৯৩২ চনৰ ৪ জানুৱাৰিৰ দিনা গান্ধীজীক আটক কৰা হয়। চৰকাৰে কংগ্ৰেছক বেআইনী বুলি ঘোষণা কৰিলে। সমগ্ৰ শক্তি ব্যৱহাৰ কৰিও চৰকাৰে আন্দোলন বন্ধ কৰিব নোৱাৰিলে। লাঠিচালনা, গুলীবৰ্ষণ আদি সৰ্বসাধাৰণ ঘটনাত পৰিণত হ'ল। আন্দোলন আৰম্ভ হোৱাৰপৰা ১৯৩৩ চনৰ মাৰ্চ মাহলৈকে ১,২০,০০০তকৈ অধিক মানুহক কাৰাৰুদ্ধ কৰা হয়। ১৯৩৪ চনলৈকে আইন অমান্য আন্দোলন অব্যাহত থাকে।

আইন অমান্য আন্দোলন চলি থকাৰ সময়তে ব্ৰিটিছ প্ৰধান মন্ত্ৰী ৰাম্‌ছে মেকডনাল্ডে 'সাম্প্ৰদায়িক বিনিৰ্ণয়'ৰ কথা ঘোষণা কৰে (আগষ্ট, ১৯৩২)। মুছলমান সম্প্ৰদায়ক দিয়াৰ দৰে এইবাৰ আন দলিত শ্ৰেণীৰ মানুহকো পৃথক নিৰ্বাচনৰ অধিকাৰ দিবলৈ ব্যৱস্থা কৰা হয়। ভাৰতীয় মানুহৰ ঐক্য এনেদৰে ধ্বংস কৰিব খোজাত গান্ধীজী মৰ্মাহত হয় আৰু তেওঁ পুণা জেলতে অনশন আৰম্ভ কৰে।। শেষত অৱশ্যে পুণা চুক্তি (ছেপ্টেম্বৰ, ১৯৩২) অনুসৰি এই সমস্যাটো সমাধান কৰা হয়।

১৯৩২ চনৰ শেষৰ ফালে লণ্ডনত তৃতীয় ঘূৰণীয়া মেজ মেলখন

অনুষ্ঠিত হয়, কিন্তু ইয়াতো ভাৰতৰ সাংবিধানিক প্ৰশ্নটোৰ সুমীমাংসা কৰিব পৰা নহ'ল। তথাপি ব্ৰিটিছ চৰকাৰে এখন 'শ্বেত-পত্ৰ' প্ৰকাশ কৰি ইয়াক পৰীক্ষা কৰি চাবৰ বাবে এটা কমিটি নিয়োগ কৰিলে। কমিটিৰ চুপাৰিছ মতেই ব্ৰিটিছ পাৰ্লিয়ামেণ্টে ১৯৩৫ চনৰ ভাৰত চৰকাৰ আইনখন বিধিবদ্ধ কৰে। এই আইনখনে পূৰ্বৰ দ্বৈত শাসন ব্যৱস্থাৰ অবলুপ্তি ঘটাই আংশিক পৰিমাণে প্ৰদেশসমূহত দায়িত্বশীল চৰকাৰ স্থাপনৰ ব্যৱস্থা কৰে। কেন্দ্ৰত ব্ৰিটিছ ভাৰত আৰু ৰাজন্য ভাৰত লগ লগাই এটা যুক্তৰাজ্যীয় চৰকাৰ প্ৰতিষ্ঠা কৰাৰ দিহা কৰা হয়।

লৰ্ড উইলিংডনৰ দিনতে সামৰিক শিক্ষাৰ বাবে ডেৰাডুনত এটা 'ইণ্ডিয়ান মিলিটেৰি একাডেমি' প্ৰতিষ্ঠা কৰা হয় (অক্টোবৰ, ১৯৩২)। ১৯৩৪ চনৰ এটা প্ৰবল ভূঁইকপে উত্তৰ ভাৰতৰ যথেষ্ট ক্ষতি সাধন কৰে। উইলিংডনৰ সময়তে সম্ৰাট পঞ্চম জৰ্জৰ পঁচিছ বছৰীয়া ৰাজত্বকালৰ উপলক্ষে ভাৰতত ৰূপালী জয়ন্তী পালন কৰা হয় (১৯৩৫)। অৱশ্যে এই উৎসৱৰ পাছতে পঞ্চম জৰ্জৰ মৃত্যু ঘটে (জানুৱাৰি, ১৯৩৬)। সেই বছৰৰ এপ্ৰিল মাহত লৰ্ড উইলিংডনৰ কাৰ্য্যকালৰো সামৰণি পৰিল।

## লৰ্ড লিনলিথগ' (১৯৩৬—৪৩)

লৰ্ড উইলিংডনৰ পাছত লৰ্ড লিনলিথগ'ই ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰে। ভাইছৰয় পদত অধিষ্ঠিত হোৱাৰ আগতেই তেওঁ ৰাজকীয় কৃষি আয়োগৰ সভাপতি হিচাপে ভাৰত ভ্ৰমণ কৰি কিছু অভিজ্ঞতা সঞ্চয় কৰিছিল। ১৯৩৫ চনৰ ভাৰত চৰকাৰ আইন ৰচনা কৰাৰ ক্ষেত্ৰতো তেওঁৰ যথেষ্ট বৰঙণি আছে। তেওঁৰ সময়তে ভাৰতৰ স্বাধীনতা আন্দোলন এটা চৰম পৰ্য্যায়ত উপনীত হয়।

১৯৩৫ চনৰ আইনমতে কেন্দ্ৰত যুক্তৰাজ্যীয় চৰকাৰ এটা গঠন কৰাৰ ব্যৱস্থা কৰা হয়, কিন্তু দেশীয় ৰাজ্যবোৰে যোগদান নকৰাৰ বাবে এই অৱস্থা ফলৱতী নহ'ল। উক্ত আইনৰ প্ৰাদেশিক স্বায়ত্ত শাসনৰ অংশটো অৱশ্যে কাৰ্য্যকৰী কৰা হয়। ১৯৩৭ চনৰ নিৰ্বাচনত কংগ্ৰেছে আশাতীত সাফল্য লাভ কৰে। কিন্তু গৱৰ্ণৰৰ হাতত থকা বিশেষ

ক্ষমতা থকাৰ বাবে মন্ত্ৰীসভা গঠন কৰিবলৈ অমান্তি হ'ল। লৰ্ড লিনলিথগ'ই গভৰ্ণৰসকলৰ ক্ষমতা অপপ্ৰয়োগ কৰা নহ'ব বুলি আশ্বাস দিয়াত কংগ্ৰেছে বহুকেইখন প্ৰদেশতে অকলে বা যুটীয়াভাৱে মন্ত্ৰীসভা গঠন কৰে। ইতিমধ্যে দ্বিতীয় মহাযুদ্ধৰ সূত্ৰপাত হয় (ছেপ্টেম্বৰ, ১৯৩৯)। লৰ্ড লিনলিথগ'ই ভাৰতৰ হৈ জাৰ্মেনিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে।

ভাৰতীয় লোকৰ সন্মতি নোহোৱাকৈ এনে কাৰ্য্য কৰাত কংগ্ৰেছ অসন্তুষ্ট হ'ল আৰু ইয়াৰ প্ৰতিবাদস্বৰূপে কংগ্ৰেছী মন্ত্ৰীসকলে পদত্যাগ কৰিলে। ইয়াতে আনন্দিত হৈ মুছলিম লিগে এদিন 'পৰিত্ৰাণ দিবস' উদ্‌যাপন কৰিলে। ১৯৪০ চনত লাহোৰ অধিবেশনত মুছলমান সম্প্ৰদায়ৰ বাবে এখন স্বকীয়া ৰাজ্যৰ (পাকিস্তান) দাবী তোলা হ'ল।

১৯৪০ চনত কংগ্ৰেছে কেন্দ্ৰত এটা জাতীয় চৰকাৰ গঠন কৰাৰ দাবী ভাইছ্‌ৰয়ৰ ওচৰত পেচ কৰে আৰু ইয়াকে কৰিলে ইংলেণ্ডৰ যুদ্ধপ্ৰচেষ্টাত সকলোপ্ৰকাৰে সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিয়ে। কিন্তু লৰ্ড লিনলিথগ' ইয়াত সন্মত নহ'ল। তেওঁ সদাহতে কেইজনমান ভাৰতীয়ক লৈ গভৰ্ণৰ জেনেৰেলৰ কাৰ্য্য-নিৰ্বাহক পৰিষদখন সম্প্ৰসাৰণ কৰিবলৈ আৰু যুদ্ধৰ শেষত এখন সংবিধান সভা বহুৱাবলৈহে মনস্থ কৰে। ফলত ভাৰতৰ সামগ্ৰিক পৰিস্থিতিৰ কোনো উন্নতি নহ'ল। ইফালে কংগ্ৰেছৰ দুৰ্বল নেতৃত্বত অসন্তুষ্ট হৈ সুভাষচন্দ্ৰ বসুৱে 'ফৰৱাৰ্ড ব্লক' নাম দি এটা নতুন দল খোলে (১৯৩৯)। ১৯৪১ চনত তেওঁ আত্ম-গোপন কৰি ভাৰতবৰ্ষৰ পৰা ওলাই গৈ বৈদেশিক শক্তিৰ সহায়ত দেশক মুক্ত কৰিবলৈ প্ৰয়াস কৰে। অৱশ্যে তেওঁৰ প্ৰচেষ্টা সফল নহ'ল।

১৯৪২ চনৰ মাৰ্চ মাহত ছাৰ ষ্টাফ'ৰ্ড ক্ৰিপছ ভাৰতত উপস্থিত হয়হি। ভাৰতৰ ৰাজনৈতিক সমস্যা সমাধানৰ কাৰণে তেওঁ বিভিন্ন নেতৃবৃন্দৰ লগত আলোচনা চলালে, কিন্তু কোনো ফল নহ'ল। ৮ আগষ্ট তাৰিখে কংগ্ৰেছে বিখ্যাত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰে। ইয়াৰ পিছদিনাই মহাত্মা গান্ধী প্ৰমুখ্যে প্ৰধান কংগ্ৰেছ নেতাসকলক গ্ৰেপ্তাৰ কৰা হয়। কংগ্ৰেছ বেআইনী অনুষ্ঠান বুলি ঘোষিত হ'ল আৰু ব্ৰিটিছ চৰকাৰে ভাৰতৰ গণবিপ্লৱ মষিমূৰ কৰিবলৈ কঠোৰ ব্যৱস্থা গ্ৰহণ কৰিলে। লৰ্ড লিনলিথগ'ৰ শাসনকালৰ আন এটা প্ৰধান ঘটনা হৈছে বংগদেশৰ দুৰ্ভিক্ষ (১৯৪৩)।

বংগদেশৰ শাসনত আছিল মুছলিম লিগ। কিন্তু লিগ চৰকাৰে যথোপযুক্ত ব্যৱস্থা গ্ৰহণ কৰিব নোৱৰাত মানুহৰ দুখদুৰ্গতিৰ সীমা নোহোৱা হয়। কলিকতা মহানগৰীৰ বাটপথবোৰ মৰা শৱে উপচি পৰিল। ছাৰ জন উডহেডৰ তদন্ত আয়োগৰ প্ৰতিবেদনমতে (মে', ১৯৪৫) প্ৰায় ১৫ লাখ মানুহৰ মৃত্যু ঘটিছিল। ১৯৭৪ চনৰপৰা পৰিস্থিতি কিছু উন্নত হৈ পৰে।

## লৰ্ড ৱাভেল (১৯৪৩—৪৭)

১৯৪৩ চনৰ অক্টোবৰ মাহত লৰ্ড লিনলিথগ'ই বিদায় গ্ৰহণ কৰাত তেওঁৰ ঠাইত লৰ্ড ৱাভেলক নিযুক্তি দিয়া হয়। মহাত্মা গান্ধী আৰু নেতাসকলক তেওঁ কাৰাগাৰৰপৰা মুকলি কৰি দিলে। তেওঁৰ কাৰ্য্যকালৰ মাজছোৱাতে দ্বিতীয় মহাযুদ্ধৰ সামৰণি পৰে।

ভাৰতৰ ৰাজনৈতিক সমস্যা সমাধানৰ বাবে লৰ্ড ৱাভেলে ১৯৪৫ চনৰ জুন মাহত ছিমলাত এখন সভা পাতে। কংগ্ৰেছ আৰু মুছলিম লিগে ইয়াত যোগদান কৰে, কিন্তু আলোচনা ফলপ্ৰসূ নহ'ল। ইতিমধ্যে ১৯৪৫ চনৰ আগষ্ট মাহত ইংলেণ্ডত সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়। ছাৰ উইনষ্টন চাৰ্চিলৰ পতন ঘটিল আৰু লেবাৰ পাৰ্টিৰ নেতা ক্লিমেণ্ট এটলিয়ে নতুন মন্ত্ৰীসভা গঠন কৰে। এটলি চৰকাৰে এক নতুন দৃষ্টিভংগীৰে ভাৰতৰ সমস্যা সমাধান কৰিবলৈ স্থিৰ কৰিলে আৰু ভাৰতত নতুন নিৰ্বাচন পতা হ'ল। সাধাৰণ আসনবোৰত কংগ্ৰেছে আৰু মুছলমান আসনবোৰত মুছলিম লিগে জয়লাভ কৰিলে। ১৯৪৬ চনৰ মাৰ্চ মাহত ব্ৰিটিছ চৰকাৰে লৰ্ড পেথিক লৰেন্সৰ নেতৃত্বত এটা দল ভাৰতলৈ প্ৰেৰণ কৰে। এই দলটোক 'কেবিনেট মিছন' বুলি কোৱা হয়। কেবিনেট মিছনে ভাৰতীয় নেতৃবৰ্গৰ লগত আলোচনা আৰম্ভ কৰিলে, কিন্তু কংগ্ৰেছ আৰু মুছলিম লিগে বিধিপথালি দিয়া বাবে কোনো সিদ্ধান্তত উপনীত হ'ব পৰা নগ'ল। গতিকে কেবিনেট মিছনে নিজৰভাৱে এটা আপোচসূত্ৰ দাঙি ধৰিলে। ইয়াত এটা অন্তঃকালীন চৰকাৰ গঠন আৰু এখন সংবিধান সভা আহ্বান কৰাৰ বাবে প্ৰস্তাৱ কৰা হয়। তাৰ উপৰি ভাৰতীয় প্ৰদেশবোৰক তিনিটা সমষ্টিত ভাগ কৰাৰো ব্যৱস্থা কৰা হয়। প্ৰথমতে মুছলিম লিগে প্ৰত্যক্ষ সংগ্ৰামৰ বাবে মুছলমানসকলক আহ্বান

জনালে। ফলত ভাৰতত প্ৰচণ্ড সাম্প্ৰদায়িক অশান্তিৰ সূত্ৰপাত হ'ল।

কংগ্ৰেছে কেবিনেট মিছনৰ আঁচনিখন আংশিকভাৱেহে গ্ৰহণ কৰে। ১৯৪৬ চনৰ ২ ছেপ্টেম্বৰৰ দিনা লৰ্ড বাভেলে জৱাহৰলাল নেহৰুক লৈ অন্তঃকালীন চৰকাৰ এটা গঠন কৰিলে। মুছলিম লিগে পোনতে ইয়াত যোগদান কৰা নাছিল। পাছত অৱশ্যে ভাইচৰয়ৰ বুজনিত যোগ দিলে। ১৯৪৬ চনৰ ডিছেম্বৰ মাহত সংবিধান সভাৰ প্ৰথম বৈঠক অনুষ্ঠিত হয়। ইয়াৰ কেইমাহমানৰ পাছতে প্ৰধানমন্ত্ৰী এটলিয়ে ভাৰতীয়ৰ হাতত ভাৰতৰ শাসন ভাৰ অৰ্পণ কৰা হ'ব বুলি এটা ঘোষণা কৰে (ফেব্ৰুৱাৰি, ১৯৪৭)। ইয়াৰ বাবে ব্যৱস্থা ল'বলৈ লৰ্ড মাউণ্টবেটেনক ভাৰতৰ ভাইচৰয় কৰি পঠোৱা হয়।

## লৰ্ড মাউণ্টবেটেন (মাৰ্চ, ১৯৪৭--জুন, ১৯৪৮)

লৰ্ড মাউণ্টবেটেনেই হ'ল ভাৰতৰ শেষ ভাইচৰয়। ১৯৪৭ চনৰ মাৰ্চ মাহত কাৰ্য্যভাৰ গ্ৰহণ কৰিয়েই তেওঁ কংগ্ৰেছ আৰু লিগৰ নেতৃবৃন্দৰ লগত ক্ষমতা হস্তান্তৰৰ বাবে আলাপ-আলোচনা আৰম্ভ কৰিলে, কিন্তু কোনো সুফল নহ'ল। মুছলিম লিগে পাকিস্তানৰ দাবী ত্যাগ নকৰিলে। সাম্প্ৰদায়িক অশান্তিয়েও এক ভয়ংকৰ ৰূপ ধাৰণ কৰে। এনে অৱস্থাত লৰ্ড মাউণ্টবেটেনে গৃহ চৰকাৰৰ লগত পৰামৰ্শ কৰি ৩ জুনৰ (১৯৪৭) দিনা ভাৰত বিভাজনৰ প্ৰস্তাৱ আগবঢ়ায়। কংগ্ৰেছ আৰু মুছলিম লিগে এই প্ৰস্তাৱ গ্ৰহণ কৰিলে। ১৯৪৭ চনৰ জুলাই মাহত ব্ৰিটিছ পাৰ্লিয়ামেণ্টে 'ভাৰতৰ স্বাধীনতা আইনখন' গ্ৰহণ কৰে আৰু তাৰ ফলস্বৰূপে সেই বছৰৰ ১৪ আগষ্টৰ দিনা পাকিস্তান আৰু ১৫ আগষ্টৰ দিনা ভাৰত নামৰ দুখন ৰাষ্ট্ৰৰ জন্ম হ'ল। প্ৰায় দুশ বছৰীয়া ব্ৰিটিছ শাসনৰ অৱসান ঘটিল। স্বাধীন ভাৰতে লৰ্ড মাউণ্টবেটেনকে গৱৰ্ণৰ জেনেৰেল হিচাপে পুনৰ নিযুক্তি দিলে। ১৯৪৮ চনৰ ২১ জুন তাৰিখে তেওঁ অৱসৰ গ্ৰহণ কৰে। তেওঁৰ পাছত চক্ৰৱৰ্তী ৰাজাগোপালাচাৰীক সেই পদত নিযুক্ত কৰা হয়। ১৯৫০ চনৰ ২৬ জানুৱাৰিত নতুন সংবিধান বলবৎ হোৱাৰ লগে লগে গৱৰ্ণৰ জেনেৰেলৰ পদৱী তুলি দিয়া হয়। এই সময়ৰপৰা ৰাষ্ট্ৰৰ মুৰব্বীজনক ৰাষ্ট্ৰপতিৰ আখ্যা দিয়া হ'ল। ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদেই হৈছে ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতি।

দ্বাদশ অধ্যায়

# বৈদেশিক পৰিক্ৰমা আৰু দেশীয় ৰাজ্যৰ সৈতে সম্বন্ধ

## উত্তৰ-পশ্চিম আৰু উত্তৰ-পূব সীমান্ত

**সীমান্ত নীতি ঃ** উনবিংশ শতিকাত ব্ৰিটিছবিৰোধী কোনোবা শক্তিয়ে উত্তৰ-পশ্চিম বা উত্তৰ-পূব সীমান্তৰ ফালে ভাৰত আক্ৰমণ কৰিব পাৰে বুলি ইংলেণ্ডে বৰ ভয় খাইছিল। এই ভয়ৰ কাৰণে সেই অঞ্চল কেইটাৰ নিৰাপত্তাৰ বাবে ব্ৰিটিছ চৰকাৰ তৎপৰ হৈ পৰিল। সেই সময়ত ইউৰোপৰ প্ৰখ্যাত দেশ কেইখনৰ লগত, বিশেষকৈ ৰাছিয়া আৰু ফ্ৰান্সৰ লগত, ইংলেণ্ডৰ কোনো সদ্ভাৱ নাছিল। ইতিমধ্যে মধ্য এছিয়া অঞ্চলত ৰাছিয়াৰ প্ৰভাৱ ক্ৰমাগত বৃদ্ধি পাবলৈ ধৰাত ইংলেণ্ড আতংকিত হৈ উঠে আৰু ৰুছ শক্তিক প্ৰতিৰোধ কৰিবৰ নিমিত্তে পাৰস্য আৰু আফগানিস্তানত নিজৰ প্ৰাধান্য স্থাপন কৰিবলৈ যত্নপৰ হয়। ইফালে উনবিংশ শতিকাৰ শেষৰফালে ব্ৰহ্মদেশৰ ওপৰতো ফৰাছী আধিপত্য বিস্তাৰ হোৱাৰ সম্ভাৱনাই দেখা দিয়ে। এনে অৱস্থাত উত্তৰ ব্ৰহ্মক সম্পূৰ্ণৰূপে ব্ৰিটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰিব লগা হয়। দক্ষিণ ব্ৰহ্মৰ ওপৰত ব্ৰিটিছ আধিপত্য ইতিমধ্যেই প্ৰতিষ্ঠিত হৈছিল। ব্ৰিটিছ চৰকাৰে নিজৰ সাম্ৰাজ্য ৰক্ষাৰ কাৰণে উত্তৰ-পূব অঞ্চলৰ অন্যান্য দেশ, যেনে—নেপাল, তিব্বত, ছিক্কিম, ভুটান আদিৰ লগতো কূটনৈতিক আৰু বাণিজ্যিক সম্বন্ধ স্থাপন কৰাৰ ব্যৱস্থা লৈছিল। অৱশ্যে সেই সময়ত বহিঃআক্ৰমণৰ সম্ভাৱনা আছিল নে নাই সেই বিষয়ে যথেষ্ট মতভেদ আছে। কিন্তু যদি কোনোবা শত্ৰুৱে ভাৰত সীমান্তত খোপনি পুতিবলৈ

সক্ষম হয় তেন্তে বি্ৰটিছ ভাৰতৰ নিৰাপত্তা যে বিপদাপন্ন হৈ পৰিব সেইটো কোনেও অস্বীকাৰ কৰিব নোৱাৰে। গতিকে বিপদ বশীভূত হোৱাৰ আগতে বি্ৰটিছ চৰকাৰ সক্ৰিয় হৈ উঠে। নিজৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ যাওঁতে বি্ৰটিছে আন দেশৰ স্বাৰ্থত আঘাত কৰিব লগাত পৰে। আনৰ স্বাৰ্থক অৱমাননা কৰাই হৈছে সাম্ৰাজ্যবাদী শক্তি এটাৰ প্ৰধান বৈশিষ্ট্য।

## (ক) আফগানিস্তান

**দোস্ত মহম্মদ ঃ** উনবিংশ শতিকাৰ তৃতীয় দশকত এছিয়াৰ ফালে ৰাছিয়াই দৃষ্টি নিক্ষেপ কৰাত ইংলেণ্ডৰ ৰাজনীতিবিদসকল সন্ত্ৰস্ত হৈ উঠে। পাৰস্যৰ দৰে আফগানিস্তানতো ৰাছিয়াৰ প্ৰভাৱ বৃদ্ধি পালে ভাৰতৰ নিৰাপত্তা বিপদাপন্ন হৈ পৰাৰ পূৰ্ণ সম্ভাৱনা আছে ; এই কাৰণে গৃহ চৰকাৰে গভৰ্নৰ জেনেৰেল লৰ্ড অ'কলেণ্ডক (১৮৩৬-৪২) আফগানিস্তানৰ সৈতে এটা বুজাপৰাত উপনীত হ'বলৈ নিৰ্দেশ দিয়ে। সেই উদ্দেশ্য সাধন কৰিবৰ নিমিত্তে লৰ্ড অ'কলেণ্ডে কেপ্টেইন আলেকজেণ্ডাৰ বাৰ্নেছক কাবুললৈ প্ৰেৰণ কৰে (১৮৩৭)। আফগানিস্তানৰ আমিৰ দোস্ত মহম্মদ (১৮২৬-৩৯ ; ১৮৪২-৬৩) বি্ৰটিছৰ লগত বন্ধুত্ব স্থাপন কৰিবলৈ ইচ্ছুক হয়, কিন্তু তাৰ বিনিময়ত তেওঁ পেছোৱাৰখন দাবী কৰিলে। পেছোৱাৰ আছিল বি্ৰটিছৰ বন্ধু ৰণজিৎ সিংহৰ অধীনত। এই ঠাইখন ঘূৰাই দিবলৈ ক'লে ৰণজিৎ সিংহ অসন্তুষ্ট হৈ পৰিব পাৰে বুলি অ'কলেণ্ডে আমিৰৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে। দোস্ত মহম্মদ বি্ৰটিছৰ ওপৰত বিতুষ্ট হ'ল আৰু ৰুছসকলৰ সৈতে মিত্ৰতা স্থাপন কৰিবলৈ চেষ্টা কৰিলে। ইয়াৰ ফলস্বৰূপে কাবুল দৰবাৰত ৰুছ প্ৰাধান্য বৃদ্ধি পাবলৈ ধৰে।

দোস্ত মহম্মদৰ ৰুছপ্ৰীতিত লৰ্ড অ'কলেণ্ড গভীৰভাৱে অসন্তুষ্ট হয়। তেওঁ দোস্ত মহম্মদৰ ঠাইত ছাহ চুজা নামে আফগানিস্তানৰ এজন ভূতপূৰ্ব আমিৰক পুনৰ আমিৰ পাতিবলৈ স্থিৰ কৰে। ইয়াৰ ফলতে প্ৰথম ইংগ-আফগান যুদ্ধৰ সূত্ৰপাত হয় (১৮৩৮-৪২)। প্ৰথমাৱস্থাত ইংৰাজৰ উদ্দেশ্য সফল হৈছিল যদিও শেষত দোস্ত মহম্মদক পুনৰ আমিৰ হিচাপে স্বীকৃতি দিবলৈ ইংৰাজ চৰকাৰ বাধ্য হয়। দ্বিতীয়বাৰ

ৰাজপাটত বহি মহম্মদে বি্ৰটিছৰ লগত বন্ধুত্ব ৰাখি চলে। বি্ৰটিছৰ সহায় লৈয়ে তেওঁ পাৰস্যৰ আক্ৰমণৰপৰা হিৰাটক ৰক্ষা কৰে (১৮৫৬)। অৱশেষত ইয়াৰ পাছতে তেওঁ নিজেই হিৰাটক আফগানিস্তানৰ লগত চামিল কৰাত (১৮৬৩) বি্ৰটিছ চৰকাৰ অসন্তুষ্ট হ'ল। পুনৰ উভয় পক্ষৰ মাজত মতানৈক্যই দেখা দিয়ে।

**ছেৰ আলি আৰু দ্বিতীয় ইংগ-আফগান যুদ্ধ :** হিৰাট বিজয়ৰ অলপ পাছতে দোস্ত মহম্মদৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ লগে লগে সিংহাসন উত্তৰাধিকাৰীৰ প্ৰশ্ন লৈ পুতেকসকলৰ মাজত এখন প্ৰচণ্ড যুদ্ধৰ সৃষ্টি হয়। দোস্ত মহম্মদৰ যোলজন পুতেক আছিল, কিন্তু তেওঁ তৃতীয় পুত্ৰ ছেৰ আলিক সিংহাসনৰ বাবে মনোনীত কৰি যায়। ছেৰ আলিৰ ককায়েক দুজন আফজল আৰু আজিমে ইয়াতে অসন্তুষ্ট হৈ শক্তি পৰীক্ষাত নামিল। এই পৰীক্ষা প্ৰায় পাঁচ বছৰকাল চলে আৰু শেষত ছেৰ আলিয়েই কৃতকাৰ্য্যতা লাভ কৰিবলৈ সক্ষম হয়।

ভ্ৰাতৃ-যুদ্ধৰ কালছোৱাতে বি্ৰটিছ চৰকাৰে আফগানিস্তানৰ ক্ষেত্ৰত এক অদ্ভুত নীতি অনুসৰণ কৰে। ইয়াক 'মহান নিষ্ক্ৰিয়তা' (masterly inactivity) বুলি কোৱা হয়। এই নীতিৰ উদ্ভাৱক হ'ল গভৰ্ণৰ জেনেৰেল ছাৰ জন লৰেন্স (১৮৬৪-৬৯)। এই নীতি অনুসৰি লৰেন্সে আফগানিস্তানৰ অভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ কৰাৰপৰা বিৰত থাকে আৰু গৃহ-যুদ্ধত সাফল্য লাভ কৰিব পৰাজনকে আমিৰ বুলি স্বীকৃতি দিবলৈ স্থিৰ কৰে। ইয়াৰ ফলতে তেওঁ আজি এজনক আৰু কালিলৈ আনজনক স্বীকৃতি দিব লগাত পৰে। ১৮৬৪ চনত ছেৰ আলিয়ে স্বীকৃতি লাভ কৰে, কিন্তু তাৰ দুবছৰৰ পাছতে তেওঁক কেৱল হিৰাট আৰু কান্দাহাৰৰ শাসক বুলিয়ে স্বীকাৰ কৰা হয়। ১৮৬৭ চনত আফজলক কাবুল আৰু কান্দাহাৰৰ শাসনকৰ্ত্তা বুলি কোৱা হয় আৰু আনফালে ছেৰ আলিয়ে হিৰাটৰ শাসনকৰ্ত্তা হিচাপে স্বীকৃতি পায়। শেহান্তৰত যেতিয়া ছেৰ আলিয়ে নিজকে অপ্ৰতিদ্বন্দ্বী কৰি তুলিবলৈ সক্ষম হয়, তেতিয়া লৰেন্সে তেওঁকেই আফগানিস্তানৰ আমিৰ বুলি স্বীকাৰ কৰে আৰু কিছু অৰ্থসাহায্য আগবঢ়ায়। লৰেন্সৰ আফগান নীতিয়ে মাজে সময়ে যে বিভ্ৰাটৰ সৃষ্টি কৰা নাছিল এনে নহয়, কিন্তু বি্ৰটিছ দৃষ্টি-

তংগীৰপৰা সেই নীতি সময়োপযোগী আছিল বুলি ক'ব পাৰি। আফগানিস্তানৰ অভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ কৰিবলৈ গ'লে বা গৃহ-বিবাদত কাৰোবাৰ পক্ষ গ্ৰহণ কৰিলে বিটিছ স্বাৰ্থ হানি হোৱাৰহে আশংকা বেছি, কাৰণ বিটিছে এজনৰ পক্ষ গ্ৰহণ কৰিলে ৰাছিয়া বা পাৰস্যই আন এটা পক্ষ গ্ৰহণ কৰিব পাৰে। ইয়াৰ ফলাফল কি হ'ব সেই বিষয়ে কোনো নিশ্চিত হ'ব নোৱাৰে। তাৰ উপৰি, কিবাপ্ৰকাৰে বিটিছ প্ৰাৰ্থীয়ে জয়লাভ কৰিলেও আফগানসকলে যে তেওঁক স্বীকাৰ কৰি ল'ব, তাৰো কোনো নিশ্চয়তা নাই। দোস্ত মহম্মদৰ ঠাইত চাহ চুজাক সিংহাসনত সংস্থাপন কৰিবলৈ যাওঁতে বিটিছ চৰকাৰ নানা বিপৰ্যায়ৰ সম্মুখীন হৈছিল, তথাপি সেই প্ৰচেষ্টা সফল নহ'ল। এনে অৱস্থাত নিষ্ক্ৰিয় দৰ্শকৰ ভূমিকা গ্ৰহণ কৰাৰ বাহিৰে লৰেন্সৰ আন একো উপায় নাছিল।

সি যি কি নহওক, চেৰ আলিয়ে বিটিছ নীতিত সন্তুষ্ট হ'ব নোৱাৰিলে। তেওঁ বুজি পালে যে বিটিছে সদায় শক্তিশালী পক্ষ এটাকহে সমৰ্থন কৰিব; তথাপি তেওঁ নতুন গভৰ্নৰ জেনেৰেল লৰ্ড মেয়'ৰ (১৮৬৯-৭২) লগত মিত্ৰতা স্থাপন কৰিবলৈ চেষ্টা চলায়। ১৮৬৯ চনৰ মাৰ্চ মাহত তেওঁ আম্বালাত লৰ্ড মেয়'ক সাক্ষাৎ কৰি এখন প্ৰতিৰক্ষা-মূলক সন্ধিৰ প্ৰস্তাৱ কৰে। লৰ্ড মেয়'ই লৰেন্সৰ নিৰপেক্ষমূলক নীতিকে বিশ্বাস কৰিছিল, সেই কাৰণে তেওঁ কোনো সন্ধিৰ চৰ্ত্তত বান্ধ খাবলৈ ইচ্ছা নকৰিলে। অৱশ্যে তেওঁ চেৰ আলিক আপদে-বিপদে সহায় কৰিম বুলি প্ৰতিশ্ৰুতি দিয়ে। এই মৌখিক প্ৰতিশ্ৰুতিত চেৰ আলি আশ্বস্ত নহ'ল। ইতিমধ্যে ৰাছিয়াই ক্ৰিমিয়াৰ যুদ্ধত (১৮৫৪-৫৬) পৰাজয় বৰণ কৰি মধ্য এছিয়াৰ ফালে সাম্ৰাজ্য বিস্তাৰ কৰিবলৈ অধিক ব্যস্ত হৈ পৰে। ক্ৰমাগত ৰাছিয়াই বোখাৰা, টাচখণ্ড আৰু চমৰখণ্ডত আধিপত্য বিস্তাৰ কৰে। ১৮৭৩ চনত খিভাও ৰুছসকলৰ হাতলৈ যায়। ৰাছিয়াৰ দ্ৰুত অগ্ৰগতিত চেৰ আলিয়ে অত্যন্ত ভয় খাই ব্ৰিটিছৰ লগত মিত্ৰতা স্থাপন কৰিবলৈ মন কৰি ছিমলালৈ এজন দূত পঠাই দিয়ে (১৮৭৩)। চেৰ আলিয়ে প্ৰস্তাৱ কৰে যে ৰাছিয়া বা ৰাছিয়াৰ আন কোনো বন্ধু ৰাষ্ট্ৰই আফগানিস্তানক আক্ৰমণ কৰিলে ব্ৰিটিছে আমিৰক ধন আৰু সৈন্য দি সহায় কৰিব লাগিব। গভৰ্নৰ জেনেৰেল লৰ্ড নৰ্থব্ৰুকে

(১৮৭২-৭৬) ছেৰ আলিৰ প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ ইচ্ছা কৰি গৃহ চৰকাৰৰ লগত যোগাযোগ কৰিলে। এইখিনিতে মন কৰিব পাৰি যে আগতে ইংলেণ্ডৰ লগত বাৰ্তা বিনিময়ৰ বিশেষ সুবিধা নথকাৰ কাৰণে গৱৰ্ণৰ জেনেৰেলসকলে নিজৰ দায়িত্বত কিছু কাম সম্পন্ন কৰিব পাৰিছিল, কিন্তু ইতিমধ্যে ভাৰত আৰু ইংলেণ্ডৰ মাজত টেলিগ্ৰাফৰ যোগাযোগ স্থাপন হোৱাত তেওঁলোকে আগৰ দৰে কাম কৰিব নোৱৰা হ'ল। সি যি কি নহওক, লৰ্ড নৰ্থব্ৰুকৰ যুক্তিত ইংলেণ্ডৰ প্ৰধানমন্ত্ৰী গ্লেডষ্ট'ন পতিয়ন নগ'ল। তেওঁ ৰাছিয়াৰ লগত শত্ৰুতা আচৰণ কৰিবলৈ বিচৰা নাছিল বা ৰাছিয়াই, কেতিয়াবা ভাৰত আক্ৰমণ কৰিব পাৰে বুলি সন্দেহো কৰা নাছিল। এনে অৱস্থাত তেওঁ ভাৰতৰ নিৰাপত্তাৰ কাৰণে আফগানিস্তানৰ লগত সন্ধি স্থাপন কৰাৰ কোনো যুক্তিযুক্ততা নেদেখিলে। গতিকে সেই হিচাপে লৰ্ড নৰ্থব্ৰুকক নিৰ্দেশ দিয়া হ'ল। গৱৰ্ণৰ জেনেৰেলে আমিৰক জনাই দিলে যে আফগানিস্তানৰ ক্ষেত্ৰত ব্ৰিটিছ চৰকাৰে আগৰ নীতিকে অনুসৰণ কৰি চলিব। আন কথাত ক'বলৈ গ'লে, ৰাছিয়াই আফগানিস্তানক আক্ৰমণ কৰিলে ছেৰ আলিয়ে ব্ৰিটিছৰ-পৰা কোনো বিশেষ সহায় আশা কৰিব নোৱাৰে। ছেৰ আলি পুনৰ ব্ৰিটিছৰ ওপৰত অসন্তুষ্ট হ'ল।

ইতিমধ্যে ছেইস্তানক কেন্দ্ৰ কৰি পাৰস্য আৰু আফগানিস্তানৰ মাজত এটা বিবাদৰ সূত্ৰপাত হয়। ব্ৰিটিছ চৰকাৰে বিবাদৰ কিবা এটা নিষ্পত্তি কৰিবলৈ গাত ল'লে। বিবাদ নিষ্পত্তি কৰোঁতে ব্ৰিটিছে কিছু কিছু ক্ষেত্ৰত পাৰস্যাক পক্ষপাতিত্ব কৰা বুলি ছেৰ আলি আকৌ নাৰাজ হ'ল। এই ঘটনাৰ পাছতে ছেৰ আলিয়ে তেওঁৰ পুতেক আব্দুল্লা জানক আফগানিস্তানৰ উত্তৰাধিকাৰী বুলি ঘোষণা কৰি ব্ৰিটিছ চৰকাৰৰ-পৰা স্বীকৃতি বিচাৰিলে। লৰ্ড নৰ্থব্ৰুকে স্বীকৃতি দিবলৈ অমান্তি হোৱাৰ ফলত ছেৰ আলি ব্ৰিটিছবিৰোধী হৈ উঠে।

১৮৭৪ চনৰ মাৰ্চ মাহত ইংলেণ্ডত গ্লেডষ্ট'ন মন্ত্ৰীসভাৰ পতন ঘটিল আৰু ৰক্ষণশীল দলৰ নেতা ডিজৰেলি প্ৰধানমন্ত্ৰী পদত অধিষ্ঠিত হয়। আফগানিস্তানৰ ক্ষেত্ৰত তেওঁ আৰু ভাৰতসচিব লৰ্ড ছেলিছবাৰিয়ে এক 'অগ্ৰবৰ্তী নীতি' (Forward policy) গ্ৰহণ কৰিবলৈ স্থিৰ কৰে। তেওঁলোকে কাবুলত এজন ব্ৰিটিছ প্ৰতিনিধি ৰখাৰ বাবে ব্যৱস্থা ল'বলৈ

লৰ্ড নৰ্থব্ৰুকক নিৰ্দেশ দিয়ে। এই নিৰ্দেশমতে কাম কৰিবলৈ নৰ্থব্ৰুক অমান্তি হয়, কিয়নো তাকে কৰিলে আফগানিস্তানৰ লগত পুনৰ এখন যুদ্ধ হোৱাৰ সম্ভাৱনা আছে। ফলত, ১৮৭৬ চনত তেওঁ অৱসৰ গ্ৰহণ কৰিব লগাত পৰে আৰু তেওঁৰ ঠাইত লৰ্ড লিটনক নিয়োগ কৰা হয়।

গভৰ্নৰ জেনেৰেলৰ কাৰ্য্যভাৰ গ্ৰহণ কৰিয়েই লৰ্ড লিটনে অগ্ৰবৰ্ত্তী নীতি বাস্তৱত ৰূপায়িত কৰিবলৈ লাগি যায়। ১৮৭৭ চনত ৰাছিয়া আৰু টাৰ্কিৰ মাজত এখন যুদ্ধ লাগে আৰু ৰাছিয়াই ভাৰত আক্ৰমণ কৰিবলৈ উদ্যত হ'ব পাৰে বুলি ইংলেণ্ড শংকিত হৈ উঠে। ভাৰত-সাম্ৰাজ্যৰ নিৰাপত্তাৰ বাবে লিটন অতিশয় ব্যস্ত হৈ পৰিল। কালাটৰ খানৰ লগত মিত্ৰতা কৰি ১৮৭৭ চনত লিটনে কোৱেটা দখল কৰে। ইয়াৰ পাচতে তেওঁ কাবুলত এজন ব্ৰিটিছ ৰেছিডেন্ট ৰাখিবলৈ বিচাৰি ছেৰ আলিৰ লগত যোগাযোগ আৰম্ভ কৰে। ১৮৭৩ চনতে আফগান আমিৰে ব্ৰিটিছৰ ওচৰত কৰা প্ৰস্তাৱ এতিয়া মানিবলৈ লিটন সম্মত হয়। কিন্তু এইবাৰ আমিৰে ব্ৰিটিছৰ লগত মিত্ৰতা কৰিবলৈ মন নকৰিলে। তেওঁ জনাই দিলে যে কাবুলত ব্ৰিটিছ ৰেছিডেন্ট এজনক স্থান দিলে, ৰাছিয়ায়ো তেনে এটা সুবিধা দাবী কৰিব পাৰে।

ইতিমধ্যে অৱশ্যে আফগানিস্তান আৰু ৰাছিয়াৰ মাজত এটা সম্প্ৰীতি ভাৱ গঢ়ি উঠে। ১৮৭৮ চনৰ জুন মাহত টাচখণ্ডৰ গভৰ্নৰ জেনেৰেল কাফমেনে ষ্টলিয়েট অফক এখন খচৰা সন্ধিপত্ৰ দি কাবুললৈ পঠাই দিয়ে। ছেৰ আলিয়ে ষ্টলিয়েট অফৰ আগমন বিচৰা নাছিল, তথাপি তেওঁ ২২ জুলাই তাৰিখে কাবুলত সসৈন্যে উপস্থিত হয়। উভয় পক্ষৰ মাজত সেই বছৰতে (১৮৭৮) এখন সন্ধি স্বাক্ষৰিত হ'ল। ৰাছিয়াই আফগানিস্তানক বৈদেশিক আক্ৰমণৰপৰা ৰক্ষা কৰিব বুলি প্ৰতিশ্ৰুতি দিলে।

ৰুছ-আফগান বন্ধুত্বত ক্ৰুদ্ধ হৈ লৰ্ড লিটনে আফগানিস্তানলৈ এজন ব্ৰিটিছ দূত পঠাই দিয়ে। ছেৰ আলিয়ে তেওঁক গ্ৰহণ কৰিবলৈ অমান্তি হয়; ফলত তেওঁ আলি মছজিদৰপৰা ঘূৰি আহিব লগাত পৰে। লিটনৰ খং দুগুণে চৰিল। ১৮৭৮ চনৰ ২নৱেম্বৰ তাৰিখে তেওঁ আমিৰলৈ এখন চৰমপত্ৰ প্ৰেৰণ কৰে। ইয়াত কোৱা হয় যে

২০ নভেম্বৰৰ ভিতৰত বিট্রিছ দূত এজনক কাবুলত ৰাখিবলৈ অসম্মত হ'লৈ আফগানিস্তানৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰা হ'ব। চৰমপত্ৰখন পাই ছেৰ আলিয়ে পূৰ্বৰ চুক্তি অনুসৰি ৰাছিয়াৰ সহায় বিচাৰিলে। কিন্তু ইতিমধ্যে ৰাছিয়া আৰু ইংৰাজৰ মাজত এটা সহজ সম্পৰ্ক গঢ়ি উঠাত, ৰাছিয়াই ছেৰ আলিক সহায় কৰিবলৈ অনিচ্ছুক হ'ল। বৰঞ্চ টাছখণ্ডৰ গভৰ্ণৰ জেনেৰেল কাফমেনে ব্রিটিছৰ লৈতে শান্তি স্থাপন কৰিবলৈহে আমিৰক পৰামৰ্শ দিলে। ছেৰ আলি নিৰুপায়ত পৰিল।

আফগানিস্তানৰপৰা চৰমপত্ৰ সম্পৰ্কে কোনো সংবাদ নহাত, লৰ্ড লিটনে এক মুহূৰ্ত্ত সময়ো অপব্যয় নকৰিলে। ২০ নভেম্বৰৰ দিনাই তিনিটা গিৰিপথেদি তিনিটা সৈন্যবাহিনী আফগানিস্তানলৈ প্ৰেৰণ কৰা হয়। ছাৰ চেমুৱেল ব্রাউনে খাইবাৰ, ছাৰ ফ্রেডাৰিক ৰবাৰ্টছে কুৰাম আৰু জেনেৰেল ছাৰ ষ্টিৱাৰ্টে বলান পাছেদি আফগানিস্তানৰ ফালে আগবাঢ়ে। এনেকৈয়ে দ্বিতীয় ইংগ-আফগান যুদ্ধ (১৮৭৮-৮০) আৰম্ভ হ'ল। আফগানিস্তানে বিট্রিছ বাহিনীৰ অগ্ৰগতি ৰোধ কৰিব নোৱাৰিলে। কান্দাহাৰৰ পতন ঘটিল। আৰু আমিৰ ছেৰ আলিয়ে টাছখণ্ডত আশ্ৰয় ল'ব লগাত পৰে। ইয়াৰ কেইমাহমানৰ পাছতে তেওঁৰ তাতে মৃত্যু ঘটে (ফেব্ৰুৱাৰি, ১৮৭৯)।

ছেৰ আলিৰ পাছত তেওঁৰ পুত্ৰ য়াকুব খান আফগানিস্তানৰ আমিৰ হয়। ১৮৭৯ চনৰ ২৬ মে'ৰ দিনা তেওঁ বিট্রিছৰ লৈতে গণ্ডমাকত এখন সন্ধি কৰে। সন্ধিৰ চৰ্তমতে য়াকুবে কাবুলত এজন বিট্রিছ ৰেছিডেণ্ট ৰাখিবলৈ মান্তি হয় আৰু ভাৰত চৰকাৰৰ পৰামৰ্শমতে আফগানিস্তানৰ বৈদেশিক নীতি পৰিচালনা কৰিবলৈ গাত লয়। কুৰাম, পিচিন আৰু ছিবি নামৰ ঠাই তিনিখন বিট্রিছক দি দিয়া হয়। ইয়াৰ পৰিবৰ্তে বিট্রিছ চৰকাৰে আমিৰক বছৰি ছয় লাখ টকাৰ এটা মঞ্জুৰী দিবলৈ স্থিৰ কৰিলে আৰু বৈদেশিক আক্ৰমণৰপৰা আফগানিস্তানক ৰক্ষা কৰিব বুলি প্ৰতিশ্ৰুতি দিলে। আফগানিস্তানত বিট্রিছ প্ৰাধান্য সম্পূৰ্ণৰূপে স্থাপন হ'ল। অগ্ৰবৰ্ত্তী নীতিৰ সমৰ্থকসকলে গণ্ডমাকৰ চুক্তিত আনন্দ প্ৰকাশ কৰিলে।

স্বাধীনতাপ্ৰিয় আফগানসকলে গণ্ডমাক সন্ধিৰ চৰ্তাবলীত গভীৰভাৱে অসন্তুষ্ট হয়। সেই কাৰণে যেতিয়া সন্ধিৰ চৰ্তানুসৰি ছাৰ লুই কেভেগনেৰি

প্ৰথম ব্ৰিটিছ ৰেছিডেন্ট হিচাপে কাবুলত উপস্থিত হয় (২৪ জুলাই, ১৮৭৯) তেতিয়া জনসাধাৰণৰ বিদ্বেষৰ সীমা নোহোৱা হ'ল। ৩ ছেপ্টেম্বৰৰ দিনা তেওঁক এদল আফগান সৈনাই হত্যা কৰে। এই হত্যাকাণ্ডৰ লগত য়াকুব খান কেনেদৰে জড়িত আছিল; সেই বিষয়ে একো জনা নাযায়, কিন্তু তেওঁৰ অজানিতে এটা গুৰুত্বপূৰ্ণ হত্যাকাণ্ড সংঘটিত হোৱাটো সম্ভৱপৰ নহয়। অৱশ্যে মৃত্যুৰ বাবে কেভেগনেৰি নিজেও বহু পৰিমাণে দায়ী আছিল। মইমতীয়া স্বভাৱৰ কাৰণে তেওঁ অতি সোনকালে সকলোৰে অপ্ৰিয় হৈ পৰিছিল।

সি যি কি নহওক, কেভেগনেৰিক হত্যা কৰাৰ খবৰ পাই লৰ্ড লিটনে জেনেৰেল ৰবাৰ্টছক পুনৰ আফগানিস্তানলৈ পঠাই দিলে। ৭ নবেম্বৰৰ দিনা কাবুলৰ পতন ঘটিল। আমি য়াকুব খানে ইতিমধ্যে ব্ৰিটিছ শিবিৰত আশ্ৰয় লৈছিল, কিন্তু ৰবাৰ্টছে তেওঁক দোষমুক্ত বুলি ভাবিব নোৱাৰিলে। সেই কাৰণে তেওঁক সিংহাসনচ্যুত কৰি ভাৰতত নিৰ্বাসন দিয়া হয়। ইয়াতে য়াকুবৰ ১৯২৩ চনত মৃত্যু ঘটে য়াকুবক অপসাৰিত কৰি লিটনে আফগানিস্তানক খণ্ড-বিখণ্ড কৰাৰ পৰিকল্পনা হাতত লয়, কিয়নো এনে কৰিলে এই দেশখন স্থায়ীভাৱে দুৰ্বল হৈ পৰিব। অৱশ্যে তেওঁ সেই পৰিকল্পনা বাস্তৱত ৰূপায়িত কৰিবলৈ কোনো সময় নাপালে। ইতিমধ্যে ডিজ্‌ৰেলি মন্ত্ৰীসভাৰ পতন ঘটিল আৰু লৰ্ড লিটনে পদত্যাগ কৰি দেশলৈ উভতি যায় (জুন, ১৮৮০)।

লিটনৰ আফগান নীতিত ইংলেণ্ডৰো বহু ৰাজনীতিবিদ সন্তুষ্ট হ'ব পৰা নাছিল। ডিজৰেলি আৰু ছেলিছবাৰিয়ে তেওঁক সমৰ্থন কৰিলেও মাজে সময়ে তেওঁৰ ওপৰত গভীৰভাৱে অসন্তুষ্ট হৈছিল। লিটনৰ আফগান নীতি সম্পৰ্কে লিবাৰেল দলৰ নেতা গ্লেডষ্টʼনৰ মন্তব্য উল্লেখযোগ্য: 'আমি আফগানিস্তানৰ লগত যুদ্ধ কৰি ১৮৩৮ চনতে ভুল কৰিছিলোঁ। অৱশ্যে মানুহ মাত্ৰেই ভুল কৰে আৰু ই ক্ষমাৰ যোগ্য। কিন্তু আমি ঠিক অনুৰূপ পৰিস্থিতিত, কোনো ভাল যুক্তি নথকাকৈয়ে, দ্বিতীয়বাৰৰ কাৰণে সেই একে ভুলকে কৰিলোঁ।' ১৮৮০ চনত গ্লেডষ্টʼনে মন্ত্ৰীসভা গঠন কৰি শান্তিপূৰ্ণ উপায়েৰে আফগান সমস্যা সমাধান কৰিবলৈ থিৰ কৰে। এই উদ্দেশ্যে লৰ্ড ৰিপনক (১৮৮০—৮৪) গৱৰ্ণৰ জেনেৰেল কৰি ভাৰতলৈ পঠোৱা হয়। ৰিপনে ভাৰতত উপস্থিত হৈ আমিৰ পদৰ

অভিলাষী আব্দুৰ ৰহমানৰ ( ছেৰ আলিৰ ভতিজাক) লগত এটা বুজা-পৰাত উপনীত হয়। আব্দুৰ ৰহমানক আফগানিস্তানৰ আমিৰ বুলি স্বীকৃতি দিয়া হ'ল। নতুন আমিৰে বিটিচ চৰকাৰৰ মন্ত্ৰণা অনুসাৰে আফগানিস্তানৰ বৈদেশিক নীতি পৰিচালনা কৰিবলৈ মান্তি হয় আৰু ইয়াৰ বিনিময়ত বিটিচ চৰকাৰে তেওঁক বাৰ্ষিক ১২ লাখ টকা দিবলৈ ঠিক কৰে। গণ্ডমাক সন্ধি অনুসৰি লাভ কৰা ঠাইকেইখন বিটিচৰ হাতত থাকিল, কিন্তু ৰিপনে কাবুলত বিটিচ ৰেছিডেণ্ট এজন ৰখাৰ সম্পৰ্কে আগতে কৰা দাবী প্ৰত্যাহাৰ কৰিলে।

## আব্দুৰ ৰহমানৰ ৰাজত্বকাল

নতুন আমিৰ আব্দুৰ ৰহমানৰ লগত এটা সম্পৰ্ক গঢ়ি উঠাৰ সময়তে ৰুছ চৰকাৰে মধ্য এছিয়াত পুনৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ চেষ্টা কৰে। ১৮৮৪ চনত ৰাছিয়াই আফগান সীমাৰ প্ৰায় ১৫০ মাইল দূৰত অৱস্থিত মাৰ্ভ নামৰ চহৰখন অধিকাৰ কৰে। বিটিচে এই কাৰ্য্যৰ তীব্ৰ প্ৰতিবাদ কৰে। ইতিমধ্যে ৰুছ চৰকাৰে ৰুছ-আফগান সীমাৰেখাৰ বিষয়টো মীমাংসা কৰিবলৈ এটা আয়োগ গঠন কৰাৰ প্ৰস্তাৱ আগবঢ়ায়। লৰ্ড ৰিপনে এই প্ৰস্তাৱটো গ্ৰহণ কৰে, কিন্তু কাৰ্য্যকৰী কৰিবৰ বাবে কোনো সময় নাপালে। ১৮৮৪ চনত তেওঁ অৱসৰ গ্ৰহণ কৰি স্বদেশলৈ উভতি যায় আৰু তেওঁৰ উত্তৰাধিকাৰী লৰ্ড ডাফৰিনে (১৮৮৪—৮৮) সীমা নিৰ্ধাৰণৰ কাম হাতত লয়। সীমা আযোগে আলোচনা-বিলোচনা কৰি থকা সময়তে ৰাছিয়াই পাঞ্জডে নামৰ ঠাই এখন আকৌ অধিকাৰ কৰে। ৰাছিযাৰ আক্ৰমণাত্মক নীতিত ইংলেণ্ডৰ শান্তিপ্ৰিয প্ৰধান মন্ত্ৰী গ্লেডষ্ট'নো অতিষ্ঠ হৈ উঠে আৰু ফলত এখন যুদ্ধ লগাৰ উপক্ৰম হয়। আফগানিস্তানৰ আমিৰ পাঞ্জডেক লৈ যুদ্ধ কৰাৰ পক্ষপাতী নাছিল, বৰঞ্চ জুলফিকৰ গিৰিপথটো পালে পাঞ্জডেক এৰি দিবলৈ কোনো আপত্তি নাই বুলি তেওঁ জনাই দিয়ে। ইয়াৰ ভিত্তিতে ১৮৮৭ চনৰ জুলাই মাহত ৰাছিয়া আৰু আফগানিস্তানৰ মাজত এখন চুক্তি স্বাক্ষৰিত হয়। পাঞ্জডে ৰাছিয়াৰ হাতলৈ যায় আৰু আমিৰে জুলফিকৰ গিৰিপথটো লাভ কৰে। ১৮৯২ চনত ৰাছিয়াই পামিৰ অঞ্চলত আধিপত্য বিস্তাৰ কৰিব খোজাত পুনৰ এটা সংকটে দেখা দিয়ে। অৱশেষত ১৮৯৫ চনত ৰুছ-আফগান সীমাৰ এটা সুমীমাংসা কৰা হয়।

এতিয়াৰপৰা অক্সাছ নদীয়েই ৰাছিয়াৰ দক্ষিণ সীমা হিচাপে স্বীকৃত হ'ল। ৰুছ-আফগান সীমা বিষয়ক প্ৰশ্নৰ এটা মীমাংসা হোৱাত, ইংগ-ৰুছ সম্পৰ্কও ক্ৰমাগত উন্নত হ'বলৈ ধৰে। অৱশ্যে, সমসাময়িক ইউ-ৰোপীয় পৰিস্থিতিয়েও ইয়াত যথেষ্ট ইন্ধন যোগায়।

ৰুছ-আফগান সীমা নিৰ্ধাৰিত কৰাৰ সময়তে ভাৰত-আফগান সীমাও স্থিৰ কৰা হয়। ভাৰত আৰু আফগানিস্তানৰ মাজত বহুতো আফগান জনজাতিৰ লোকে বাস কৰিছিল তেওঁলোকে যিহেতু কাৰো আধিপত্য স্বীকাৰ কৰা নাছিল, সেই কাৰণে উভয় দেশ নানা অসুবিধাৰ সন্মুখীন হৈছিল। ১৮৯৩ চনৰ নৱেম্বৰ মাহত ছাৰ মৰ্টিমাৰ ডুৰাণ্ডে দুয়োখন দেশৰ সীমাৰেখা চূড়ান্তভাৱে নিৰূপণ কৰি দিয়ে। ডুৰাণ্ডৰ নাম অনুসৰি এই সীমাৰ নাম 'ডুৰাণ্ড লাইন' (Durand line) বুলি কোৱা হয়। ডুৰাণ্ডে স্থিৰ কৰা সীমামতে কিছুমান জনজাতীয় লোক ভাৰতৰ ফালে আৰু আন কিছুমান আফগানিস্তানৰ ভিতৰত সোমাল। আমিৰ আব্দুৰ ৰহমান এই ব্যৱস্থাত সন্তুষ্ট হ'ব পৰা নাছিল, কিন্তু সেইবুলি ব্ৰিটিছৰ বিৰুদ্ধে যোৱাৰ সাহসো তেওঁৰ নহ'ল। ব্ৰিটিছৰ লগত শত্ৰুতা কৰিলে তাৰ পৰিণাম কি হ'ব পাৰে তেওঁ তাক ভালদৰে বুজি পাইছিল। সেই কাৰণে তেওঁ ডুৰাণ্ড লাইন গ্ৰহণ কৰে আৰু ব্ৰিটিছ চৰকাৰে ইয়াৰ বাবে তেওঁক বছৰি ১৮ লাখ টকা দিম বুলি প্ৰতিশ্ৰুতি দিয়ে। 'ডুৰাণ্ড লাইন' গ্ৰহণ কৰিলেও আব্দুৰ ৰহমানে গভৰ্ণৰ জেনেৰেল লৰ্ড লেন্স-ডাউনলৈ (১৮৮৮-৯৪) লিখা এখন চিঠিত এইবুলি মত প্ৰকাশ কৰিছিল যে পাহাৰী জনজাতীয় লোকসকলক বিভক্ত কৰাৰপৰা কোনো পক্ষৰে একো উপকাৰ নহ'ব। কাৰ্যতঃ সেয়ে ঘটিবলৈ ধৰে।

ভাৰত-আফগান সীমা নিৰ্ধাৰিত হোৱাত ব্ৰিটিছ চৰকাৰে পাহাৰী লোকসকলক শাসনাধীন কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিবলৈ ধৰিলে। ১৮৮৯ চনতে গিলগিটত এজন এজেন্ট নিয়োগ কৰা হৈছিল আৰু এতিয়া আন আন অঞ্চলসমূহৰ ওপৰতো ব্ৰিটিছ নিয়ন্ত্ৰণ স্থাপন কৰিবলৈ বিচৰা হ'ল। ইয়াৰ ফলতে স্বাধীনতাপ্ৰিয় পাহাৰী লোকসকল ব্ৰিটিছবিৰোধী হৈ উঠে। ইতিমধ্যে ১৮৯২ চনত চিত্ৰলৰ শাসনকৰ্তা আমান-উল-মুল্কৰ মৃত্যু ঘটাত, সিংহাসন উত্তৰাধিকাৰীৰ প্ৰশ্ন লৈ এটা ঘোৰ বিবাদৰ

সুত্ৰপাত হয়। এই বিবাদ কেইবাবছৰো ধৰি চলে আৰু ১৮৯৫ চনত গিলগিটৰ ব্ৰিটিছ এজেণ্ট ৰবাৰ্টছনে ছুজা-উল-মুল্ক নামৰ এজন লোকক চিত্ৰলৰ শাসক বুলি স্বীকাৰ কৰাত পৰিস্থিতিয়ে অন্য ৰূপ ধাৰণ কৰিলে। ব্ৰিটিছৰ ওপৰত জনজাতীয় লোকসকল আগৰেপৰাই অসন্তুষ্ট আছিল, আৰু এতিয়া চিত্ৰলৰ অভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ কৰাত তেওঁলোকে 'জেহাদ' ঘোষণা কৰিলে। চিত্ৰলৰ এটা ব্ৰিটিছ সামৰিক বাহিনীক প্ৰায় ডেৰ মাহ কাল (৪ মাৰ্চৰপৰা ১৯ এপ্ৰিল, ১৮৯৫) অৱৰোধ কৰি ৰখা হয়। অৱশ্যে বিপ্লৱী দলৰ প্ৰচেষ্টা সফল নহ'ল, গিলগিটৰপৰা যোৱা এক নতুন বাহিনীয়ে চিত্ৰলৰ ব্ৰিটিছ বাহিনীক মুক্ত কৰে। ১৮৯৭-৯৮ চনত সীমান্ত অঞ্চলত পুনৰ ব্যাপক অশান্তিয়ে দেখা দিয়ে। কেইবাটাও জনজাতিয়ে ব্ৰিটিছৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰে। আফ্ৰিডি নামৰ এটা দলক বশীভূত কৰিবলৈ ব্ৰিটিছ চৰকাৰে যথেষ্ট কষ্ট কৰিবলগীয়া হয়। এনেকৈয়ে মাজে-সময়ে চৰকাৰে সামৰিক অভিযান চলাই সীমান্ত অঞ্চলত শান্তি স্থাপন কৰিবলৈ যত্ন কৰিছিল, কিন্তু তাৰপৰা বিশেষ কোনো লাভ নহ'ল।

লৰ্ড কাৰ্জনে (১৮৯৯-১৯০৫) ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰিয়েই সীমান্ত অঞ্চলৰ সমস্যা সমাধান কৰিবলৈ যত্ন কৰে। তেওঁ দেখিলে যে, অগ্ৰবৰ্তী নীতি অনুসৰণ কৰাৰপৰা ব্ৰিটিছৰ কোনো লাভ হোৱা নাই; সেই কাৰণে তেওঁ এই নীতি পৰিহাৰ কৰি সীমান্ত অঞ্চলৰ সংহতি আৰু নিৰাপত্তা বৃদ্ধিৰ কাৰণে কিছু ব্যৱস্থা গ্ৰহণ কৰে। চিত্ৰলক ব্ৰিটিছৰ হাততে ৰখা হ'ল; কিন্তু লাহে লাহে চৰকাৰে জনজাতীয় লোকসকলৰ অভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ কৰিবলৈ এৰি দিলে। সীমান্ত অঞ্চলৰ নিৰাপত্তাৰ কাৰণে ৰাস্তাঘাট, ৰেলপথ আদি নিৰ্মাণ কৰাৰ ব্যৱস্থা কৰা হয়। কাৰ্জনে অগ্ৰবৰ্তী অঞ্চলৰপৰা ব্ৰিটিছ বাহিনীক লৈ আহে আৰু জনজাতীয় সৈন্য বাহিনীৰ হাতত সেই অঞ্চলসমূহৰ দায়িত্ব অৰ্পণ কৰে। মালাখণ্ড, দৰগাই, চিত্ৰল আদি ঠাইত যিবোৰ সামৰিক ঘাটি আছিল, সেইবোৰৰ অৱশ্যে কোনো পৰিবৰ্তন কৰা নহ'ল। সীমান্ত অঞ্চলৰ প্ৰশাসনীয় ব্যৱস্থা অধিক উন্নত কৰাৰ উদ্দেশ্যে লৰ্ড কাৰ্জনে পঞ্জাব আৰু উত্তৰ-পশ্চিম সীমান্তৰ কিছু অংশ লৈ 'উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ' নামে এখন নতুন প্ৰদেশ গঠন কৰে (১৯০১)। এই প্ৰদেশৰ

শাসনৰ কাৰণে এজন 'চিফ কমিছনাৰ' নিয়োগ কৰা হয়। আগতে আগ্ৰা আৰু অযোধ্যাকহে উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ বোলা হৈছিল; এতিয়াৰেপৰা এই অঞ্চলক সংযুক্ত প্ৰদেশ বুলি কোৱা হ'ল।

কাৰ্জনৰ ব্যৱস্থাবোৰে যে স্থায়ীভাবে সীমান্ত অঞ্চলৰ সমস্যা সমাধান কৰিছিল এনে নহয়, তথাপি প্ৰশাসনীয় ব্যৱস্থা আগতকৈ উন্নত হোৱাত চৰকাৰৰ খৰচৰ মাত্ৰা বহু পৰিমাণে হ্ৰাস পায়। পাঠানী লোকসকলে অৱশ্যে ব্ৰিটিছবিদ্বেষী মনোভাব ত্যাগ কৰিব পৰা নাছিল আৰু সেই কাৰণে মাজে-সময়ে বিদ্ৰোহ ঘোষণা কৰি ব্ৰিটিছ চৰকাৰক ব্যতিব্যস্ত কৰি তুলিছিল। বৰ্তমান এই অঞ্চলসমূহ পাকিস্তানৰ অন্তৰ্গত। কিন্তু পাকিস্তান চৰকাৰেও আজিলৈকে পাঠান সমস্যাৰ কোনো এটা সন্তোষ-জনক মীমাংসা কৰিব পৰা নাই।

**হবিবুল্লা, আমানুল্লা আৰু তৃতীয় ইংগ-আফগান যুদ্ধঃ** ১৯০১ চনৰ চেপ্টেম্বৰ মাহত আমিৰ আব্দুৰ ৰহমানৰ মৃত্যু হয়। সাধাৰণতে আফগানিস্তানৰ ঐতিহ্যসত এজন আমিৰৰ মৃত্যুৰ পাছত সিংহাসনৰ কাৰণে গৃহযুদ্ধ সংঘটিত হোৱা দেখা যায়, কিন্তু এইবাৰ তাৰ ব্যতিক্ৰম ঘটিল। আব্দুৰ ৰহমানৰ পুত্ৰ হবিবুল্লাই সুকলমে ৰজপাট আৰোহণ কৰে। এওঁৰ লগত ব্ৰিটিছ চৰকাৰৰ প্ৰথমৰপৰাই বিবাদ আৰম্ভ হয়। গভৰ্নৰ জেনেৰেল লৰ্ড কাৰ্জনে আমিৰ হবিবুল্লাৰ লগত এক সন্ধি স্থাপনৰ প্ৰস্তাৱ কৰিলে, এই প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ আমিৰ অমান্তি হয়, কিয়নো, তেওঁৰ মতে তেওঁৰ পিতৃ আব্দুৰ ৰহমানে ইংৰাজৰ লগত কৰা চুক্তিখন এতিয়াও বলবৎ আছে। কাৰ্জনে এই ব্যাখ্যা মানি ল'ব নোৱাৰিলে। তেওঁ আমিৰক জনাই দিলে যে আগৰ আমিৰজনৰ লগত কৰা চুক্তিখন আছিল সম্পূৰ্ণ ব্যক্তিগত আৰু সেই কাৰণে নতুন আমিৰজনে এখন নতুন চুক্তি কৰাটো প্ৰয়োজন। হবিবুল্লাই এই চুক্তি গ্ৰহণ নকৰিলে ফলত উভয় পক্ষৰ মাজত বিদ্বেষ ভাবৰ সৃষ্টি হ'ল। আমিৰে ব্ৰিটিছ মঞ্জুৰী গ্ৰহণ কৰাৰপৰা বিৰত থাকিল, কিন্তু সেইবুলি তেওঁ ব্ৰিটিছবিৰোধী কোনো কাৰ্য্য-কলাপতো লিপ্ত নহ'ল। ইতিমধ্যে লৰ্ড কাৰ্জনে সাময়িকভাৱে বিদায় গ্ৰহণ কৰি স্বদেশলৈ যোৱাত, তেওঁৰ ঠাইত লৰ্ড এম্পথিলক নিযুক্ত কৰা হয়।

আফগান আমিৰৰ লগত এটা বুজা পৰালৈ আহিবৰ বাবে নতুন গৱৰ্ণৰ জেনেৰেলে ছাৰ লুই ডেন নামৰ এজন লোকক কাবুললৈ পঠাই দিয়ে (নবেম্বৰ, ১৯০৪)। আলাপ-আলোচনাৰ পাছত ১৯০৫ চনৰ মাৰ্চ মাহত আব্দুৰ ৰহমানৰ লগত ইংৰাজে কৰা চুক্তিখন পুনৰ নবীকৰণ কৰা হয়। বিট্ৰিছ চৰকাৰে এইবাৰ আমিৰ হবিবুল্লাক ৰাজকীয় সম্মানজনক উপাধিৰে ('হিজ মেজেষ্টি') সম্বোধন কৰিবলৈ মান্তি হ'ল। বিট্ৰিছ চৰকাৰৰপৰা এটা স্বকীয়া মৰ্য্যাদা আদায় কৰাটো হবিবুল্লাৰ এটা প্ৰধান কৃতিত্ব বুলি ক'ব পাৰি। তেওঁ এতিয়াৰপৰা বিট্ৰিছৰ অৰ্থমঞ্জুৰীও গ্ৰহণ কৰিবলৈ ধৰে।

ৰুছ-ইংৰাজ সম্পৰ্কৰ ওপৰতে ব্ৰিটিছ ভাৰতৰ আফগান নীতি নিৰ্ভৰশীল আছিল, কিন্তু ইতিমধ্যে ইউৰোপত জাৰ্মান ভয় বৃদ্ধি পোৱাত ইংলেণ্ড, ৰাছিয়া আৰু ফ্ৰান্সে পূৰ্বৰ বৈৰীভাব পৰিহাৰ কৰিলে। ১৯০৪ চনত ইংলেণ্ড আৰু ফ্ৰান্সৰ মাজত মিত্ৰতা স্থাপন হয় আৰু ইয়াৰ তিনি বছৰৰ পাছতে ইংলেণ্ড আৰু ৰাছিয়াই বিবদমান সকলো বিষয়ৰে মীমাংসা কৰি এখন চুক্তিত স্বাক্ষৰদান কৰে (আগষ্ট, ১৯০৭)। এই চুক্তিমতে ৰাছিয়াই আফগানিস্তানক ব্ৰিটিছ প্ৰভাৱাধীন এলেকা হিচাপে স্বীকাৰ কৰে আৰু ব্ৰিটিছ চৰকাৰে ৰুছ নাগৰিকক ইংৰাজৰ সমানে সমানে সকলো বাণিজ্যিক সুবিধা দিবলৈ মান্তি হয়। চুক্তিত স্বাক্ষৰদান কৰাৰ আগতে ব্ৰিটিছ চৰকাৰে আফগানিস্তানৰ লগত কোনো আলোচনা কৰা নাছিল; সেই কাৰণে আমিৰ হবিবুল্লা ব্ৰিটিছৰ ওপৰত অসন্তুষ্ট হ'ল। প্ৰথম মহাযুদ্ধৰ সময়ত তেওঁ ব্ৰিটিছ বা আন কোনো পক্ষকে সমৰ্থন নকৰি এক নিৰপেক্ষ নীতিকে অনুসৰণ কৰিছিল।

অভ্যন্তৰীণ বিষয়ত কিছু সংস্কাৰ সাধন কৰিবলৈ গৈ আমিৰ হবিবুল্লাই নিজৰ বিপদ নিজেই মাতি আনে। ১৯১৯ চনৰ ২০ ফেব্ৰুৱাৰিৰ দিনা তেওঁক কোনোবা এজন আততায়ীয়ে হত্যা কৰে। তেওঁৰ ভায়েক নছৰুল্লাই নিজকে আমিৰ বুলি ঘোষণা কৰিলে; কিন্তু বেছি দিন ৰাজপাট ভোগ কৰিব নোৱাৰিলে। হবিবুল্লাৰ তৃতীয় পুতেক আমানুল্লাই তেওঁক সিংহাসনৰপৰা আঁতৰাই নিজে আমিৰ হ'ল।

আমিৰ আমানুল্লা এজন স্বাধীনচিতীয়া লোক আছিল। ব্ৰিটিছৰ প্ৰভাৱৰপৰা আফগানিস্তানক মুক্ত কৰিবলৈ তেওঁ যত্ন কৰে। ইয়াৰ

ফলতে তৃতীয় ইংগ-আফগান যুদ্ধৰ সূত্ৰপাত হয় (১৯১৯)। ব্ৰিটিছ বাহিনীয়ে সহজে আফগান বাহিনীক পৰাভূত কৰি কাবুল অধিকাৰ কৰে। ১৪ মে'ৰ (১৯১৯) দিনা আফগানিস্তানে সন্ধিৰ প্ৰস্তাৱ আগবঢ়ায়। ৮ আগষ্টৰ দিনা ৰাৱালপিণ্ডিত এখন সন্ধিপত্ৰ স্বাক্ষৰিত হয় আৰু ১৯২১ চনৰ ২২ নৱেম্বৰৰ দিনা আন এখন সন্ধি কৰি আগৰ সন্ধিৰ চৰ্তাৱলী পুনৰ দোহৰা হয়। সন্ধিৰ চৰ্তানুযায়ী আফগানিস্তানে ভাৰতৰ-পৰা কোনো অস্ত্ৰ-শস্ত্ৰ আনিব নোৱৰা হ'ল। ব্ৰিটিছ চৰকাৰে মৃত আমিৰক (হবিবুল্লা) দিবলগীয়া ধনখিনি বাজেয়াপ্ত কৰিলে আৰু আফগানিস্তানৰ বৈদেশিক নীতিৰ ওপৰত থকা নিয়ন্ত্ৰণ উঠাই ল'লে। ইয়াৰ ফলস্বৰূপে আফগানিস্তান পুনৰ এখন স্বাধীন ৰাষ্ট্ৰত পৰিণত হ'ল। এইখিনিতে মন কৰিবলগীয়া যে ১৯০৭ চনৰপৰা ৰুছ আক্ৰমণৰ ভয় আঁতৰ হোৱাত, ইংৰাজসকল আফগানিস্তান সম্বন্ধে প্ৰায় উৎসাহহীন হৈ পৰে। ১৯১৭ চনৰ ৰুছ বিপ্লৱৰ পৰিপ্ৰেক্ষিতত ভাৰতৰ নিৰাপত্তা সম্পৰ্কে ইংৰাজৰ আৰু কোনো শংকা নোহোৱা হ'ল এনেবাৰ কাৰণতে, তৃতীয় আফগান যুদ্ধ পৰিচালনা কৰাত ব্ৰিটিছ চৰকাৰে বিশেষ আগ্ৰহ প্ৰদৰ্শন কৰা নাছিল। যুদ্ধৰ শেষত সেই উভয় দেশৰ মাজত এটা সহজ সম্পৰ্ক গঢ়ি উঠাত কোনো বাধা নাছিল।

আমিৰ হবিবুল্লাৰ দৰে আমানুল্লায়ে আফগানিস্তানত পশ্চিমীয়া ধৰণ-কৰণ প্ৰৱৰ্তন কৰিবলৈ গৈ বিফল মনোৰথ হ'ব লগা হয়। দেশৰ ৰক্ষণশীল লোকসকল তেওঁৰ ওপৰত অসন্তুষ্ট হৈ এখন গৃহযুদ্ধৰ সূচনা কৰে। ১৯২৯ চনৰ মে' মাহত আমিৰ আমানুল্লাই সিংহাসন ত্যাগ কৰিবলগীয়া হয়। এনে অৱস্থাত বাচাই-ছাক (Bachai-i-Saqqao) নামে এজন ভাগ্যান্বেষীয়ে নিজকে আমিৰ বুলি ঘোষণা কৰিলে। তেওঁ বেছি দিন ৰাজপাট ভোগ কৰিব নোৱাৰিলে। তেওঁৰ অত্যাচাৰত সকলো জৰ্জৰিত হয় আৰু নাদিৰ ছাহে (ভূতপূৰ্ব আমিৰ আমানুল্লাৰ ভতিজা) তেওঁক খেদি দেশত শান্তি স্থাপন কৰে। নাদিৰ ছাহক সকলোৱে আমিৰ (১৯২৯-৩৩) বুলি স্বীকাৰ কৰিলে। তেওঁ ব্ৰিটিছৰ লগত সম্পূৰ্ণ সদ্ভাৱ ৰাখি চলে। ১৯৩৩ চনৰ ৮ নৱেম্বৰত তেওঁক এজন আততায়ীয়ে হত্যা কৰে আৰু তেওঁৰ পুতেক মহম্মদ জাহিৰ ছাহ আফ-গানিস্তানৰ আমিৰ হয়। তেৰেঁ৷ ব্ৰিটিছৰ প্ৰতি বন্ধুত্বপূৰ্ণ নীতিকে অনুসৰণ কৰে।

## (খ) পাৰস্য

উনৈছ শতিকাৰ আৰম্ভণিৰপৰাই ব্ৰিটিছে ৰাজনৈতিক আৰু বাণিজ্যিক স্বাৰ্থ ৰক্ষাৰ কাৰণে মধ্য এছিয়া অঞ্চলত, বিশেষকৈ পাৰস্য উপসাগৰীয় অঞ্চলত আধিপত্য বিস্তাৰ কৰিবলৈ চেষ্টা কৰে। উনবিংশ শতিকাৰ শেষৰফালে যেতিয়া ৰাছিয়া, ফ্ৰান্স, জাৰ্মেনি আৰু টাৰ্কিয়ে পাৰস্য উপ-সাগৰত নিজৰ প্ৰাধান্য স্থাপন কৰিবলৈ উদ্যত হয়, তেতিয়া ব্ৰিটিছ চৰকাৰ অতিশয় চিন্তান্বিত হৈ পৰিল। বিশেষকৈ পাৰস্যৰ উত্তৰাঞ্চলত ৰাছিয়াৰ প্ৰভাৱ ক্ৰমাগত বৃদ্ধি পোৱাত, ব্ৰিটিছৰ উদ্বেগৰ সীমা নোহোৱা হয়। এই কাৰণে ব্ৰিটিছ পৰৰাষ্ট্ৰসচিব লৰ্ড লেন্সডাউনে ১৯০৩ চনৰ মে'ৰ দিনা ব্ৰিটিছ পাৰ্লিয়ামেণ্টত ঘোষণা কৰে যে পাৰস্য উপসাগৰত কোনোবা শক্তিয়ে নৌ ঘাটি বা দুৰ্গ স্থাপন কৰিব খুজিলে, তাক সমগ্ৰ শক্তিৰে প্ৰতিৰোধ কৰা হ'ব। বৈদেশিক প্ৰভাৱ বিনষ্ট কৰিবলৈকে ভাৰতৰ ভাইচৰয় লৰ্ড কাৰ্জনে নিজেই পাৰস্য উপসাগৰ অঞ্চলত উপস্থিত হৈ (১৯০৩) ইৰান চৰকাৰৰপৰা কিছুমান সুবিধা আদায় কৰে। এই সুবিধাবোৰৰ ভিতৰত দূতাবাস আৰু বাট-পথ নিৰ্মাণ কৰিবলৈ পোৱা অধিকাৰেই হৈছে বিশেষভাৱে উল্লেখযোগ্য। তাৰ উপৰি, কোৱেটাৰপৰা ছুস্কিলৈ এটা গুৰুত্বপূৰ্ণ ৰেলপথ নিৰ্মাণ কৰাৰ সুবিধাও আদায় কৰা হয়। ইতিমধ্যে ১৯০৭ চনত ৰাছিয়া আৰু ব্ৰিটিছৰ মাজত এখন চুক্তি সম্পাদিত হোৱাত, উপসাগৰীয় অঞ্চলত ৰুচ অগ্ৰগতিৰ শংকা ক্ৰমাগত নোহোৱা হৈ পৰে। এই চুক্তিমতে পাৰস্যক দুটা এলেকাত ভাগ কৰা হয়। পাৰস্যৰ উত্তৰাঞ্চল ৰাছিয়াৰ প্ৰভাৱত থাকিল আৰু দক্ষিণ-পূব অঞ্চলত ব্ৰিটিছৰ প্ৰভাৱ স্বীকৃত হ'ল। অৱশ্যে, উভয় শক্তিয়ে পাৰস্যৰ ৰাষ্ট্ৰীয় অখণ্ডতা আৰু স্বাধীনতা ৰক্ষা কৰিম বুলি প্ৰতিশ্ৰুতি দিয়ে। এইখিনিতে ক'ব পাৰি যে পাৰস্য সম্বন্ধে বিবাদ নিষ্পত্তি কৰোঁতে ব্ৰিটিছ বা ৰুচ চৰকাৰ, কোনেও ইৰান চৰকাৰৰ লগত কোনো পৰামৰ্শ কৰা নাছিল। ইয়াতে ইৰান চৰকাৰ কিছু পৰিমাণে অসন্তুষ্ট হয়। সি যি কি নহওক, প্ৰথম মহাযুদ্ধ আৰু তাৰ পাছৰ সময়ছোৱাতো উভয় দেশৰ মাজত বন্ধুত্ব ভাব অটুট আছিল বুলি ক'ব পাৰি।

## (গ) তিব্বত

নেপালৰ উত্তৰে হৈছে পৃথিৱীৰ বিখ্যাত বৌদ্ধধৰ্মী ৰাজ্য তিব্বত। পূব আৰু পশ্চিমৰ ফালে ইয়াৰ বিস্তীৰ্ণ এলেকা ভাৰতৰ সেতে লগ লাগি আছে। অতীজৰেপৰাই ইয়াৰ ওপৰত চীন দেশৰ কৰ্তৃত্ব স্বীকৃত হৈছিল, কিন্তু অভ্যন্তৰীণ বিষয়ত তিব্বতী লোকসকল আছিল স্বাধীন। তিব্বতৰ মুখ্য শাসনকৰ্তাজনৰ নাম হৈছে দলৈ লামা। তেওঁক এটা বিশেষ পদ্ধতিৰে নিৰ্বাচন কৰা হয়। ১১৫৯ চনলৈকে দলৈ লামাসকলে তিব্বতত ৰাজত্ব কৰে।

ৱাৰেন হেষ্টিংছৰ (১৭৭২—১৭৮৫) সময়ৰেপৰা ব্ৰিটিছ চৰকাৰে তিব্বতৰ লগত এটা সম্বন্ধ গঢ়ি তুলিবলৈ চেষ্টা কৰে। তিব্বতৰপৰা কিছুমান বাণিজ্যিক সুবিধা আদায় কৰিবৰ নিমিত্তে ১৭৭৪ চনত হেষ্টিংছে জৰ্জ বগলক তিব্বতলৈ পঠাই দিয়ে। ১৭৮৩ চনত কেপ্টেইন চেমুৱেল টাৰ্নাৰকো পঠোৱা হয়, কিন্তু কোনো এজনেও তিব্বতৰপৰা বিশেষ সুবিধা আদায় কৰিব নোৱাৰিলে। ইয়াৰ পাছৰ প্ৰায় এশ বছৰ কাল ভাৰত আৰু তিব্বতৰ মাজত কোনো সম্বন্ধই নাথাকিল। ১৮৮৭ চনত তিব্বতে ছিক্কিম আক্ৰমণ কৰাত ভাৰত চৰকাৰে তিব্বতৰ বিৰুদ্ধে ব্যৱস্থা গ্ৰহণ কৰিবলগীয়া হয়। ছিক্কিম আছিল ব্ৰিটিছৰ আশ্ৰিত ৰাজ্য। গতিকে ইয়াৰ প্ৰতিৰক্ষাৰ বাবে চৰকাৰে জেনেৰেল গ্ৰাহামক ছিক্কিমলৈ প্ৰেৰণ কৰে। গ্ৰাহামে তিব্বতী সৈন্যক ছিক্কিমৰপৰা খেদি পঠায় (১৮৮৮)। ১৮৯০ চনত তিব্বতৰ প্ৰকৃত গৰাকী চীন আৰু ব্ৰিটিছ চৰকাৰৰ মাজত এখন উপসন্ধি স্বাক্ষৰিত হয়। এই উপসন্ধিয়ে ব্ৰিটিছক কিছুমান বাণিজ্যিক সুবিধা দিয়াৰ উপৰিও তিব্বত আৰু ছিক্কিমৰ সীমাৰেখা নিৰূপণ কৰি দিয়ে। ১৮৯৩ চনত পুনৰ এখন চুক্তি সম্পাদিত হয়। তিব্বতৰ ৱাটুঙত এটা বেহা-বেপাৰৰ ঘাটি বহুৱাবলৈ ব্ৰিটিছ চৰকাৰক অনুমতি দিয়া হয়। তিব্বতীসকলে এই দুয়োখন চুক্তিকে আওকাণ কৰিলে, ফলত ব্ৰিটিছ চৰকাৰৰ কোনো লাভ নহ'ল।

১৮৯৯ চনত লৰ্ড কাৰ্জনে ভাৰতলৈ আহিয়েই সীমান্ত অঞ্চলৰ নিৰাপত্তা বৃদ্ধিৰ বাবে বিশেষ তৎপৰ হৈ উঠে। সেই সময়ত তিব্বতৰ ত্ৰয়োদশ দলৈ লামাই ৰুছ্‌বৰ ধৰ্মগুৰু শিক্ষক আৰু প্ৰধান উপদেষ্টা ডৰ্জিয়েফৰ সহায়ত নিজকে এজন শক্তিশালী শাসক

হিচাপে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰে। তিব্বতৰ ওপৰত থকা চীন দেশৰ সাৰ্বভৌমত্বত তেওঁ সন্তুষ্ট হোৱা নাছিল আৰু সেই কাৰণে ৰাছিয়াৰ লগত এটা বুজাপৰাত উপনীত হৈ চীন দেশৰ প্ৰভাৱৰপৰা মুক্ত হোৱাৰ এটা পৰিকল্পনা কৰে। সেই উদ্দেশ্যেৰে ডৰ্জিয়েফক কছ দেশলৈ তিনিবাৰ (১৮৮৮, ১৯০০ আৰু ১৯০১) প্ৰেৰণ কৰা হয়। ডৰ্জিয়েফ আছিল কছ দেশৰ নাগৰিক। তেওঁৰ প্ৰত্যেক যাত্ৰাই বিভিন্ন মহলত বিভিন্ন প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। তিব্বতত কছ আধিপত্য স্থাপিত হ'লে ভাৰতৰ নিৰাপত্তা বিপদজনক হৈ উঠিব বুলি লৰ্ড কাৰ্জন চিন্তিত হৈ পৰিল। কছ চৰকাৰে অৱশ্যে ব্ৰিটিছ চৰকাৰক জানিবলৈ দিয়ে যে ডৰ্জিয়েফৰ মিছনৰ মুখ্য উদ্দেশ্য হৈছে বাণিজ্যিক, ৰাজনৈতিক নহয়। কিন্তু তথাপি ব্ৰিটিছ চৰকাৰ আশ্বস্ত নহ'ল। তিব্বতক ৰাছিয়াৰ প্ৰভাৱৰপৰা মুক্ত কৰিবলৈ লৰ্ড কাৰ্জনে এটা সামৰিক মিছন পঠোৱাৰ কথা বিবেচনা কৰে। গৃহ চৰকাৰৰ কৰ্তৃপক্ষই পোনপ্ৰথমে কাৰ্জনৰ প্ৰস্তাৱত ইতস্ততঃ কৰিলেও শেষত সম্মতি দান কৰে। ১৯০৩ চনত কৰ্নেল ফ্ৰান্সিছ ইয়ং হাজবেণ্ডক তিব্বতলৈ পঠোৱা হয় আৰু কেইটামান সামৰিক সংঘৰ্ষৰ পাছত তেওঁ লাছাত প্ৰৱেশ কৰে (৩ আগষ্ট, ১৯০৪)। দলৈ লামাই ভয় খাই মংগোলিয়ালৈ পলাই যায়। ১৯০৪ চনৰ ছেপ্টেম্বৰ মাহত উভয়পক্ষৰ মাজত লাছাত এখন সন্ধি স্বাক্ষৰিত হয়। এই সন্ধি অনুসৰি ব্ৰিটিছে গিয়াংছি, গাৰ্টক আৰু য়াটুঙত বেহাবেপাৰ কৰিবলৈ সুবিধা লাভ কৰে। যুদ্ধৰ ক্ষতিপূৰণ হিচাপে তিব্বতে ব্ৰিটিছ চৰকাৰক ২৫ লাখ টকা দিবলৈ মান্তি হয় আৰু তিনি বছৰৰ কাৰণে চুম্বি উপত্যকা ব্ৰিটিছৰ দখলত ৰখাৰ ব্যৱস্থা কৰা হয়।

লাছা সন্ধি স্বাক্ষৰিত হোৱাৰ দুবছৰৰ পাছতে ব্ৰিটিছ আৰু চীনাসকলৰ মাজতো এখন উপসন্ধি স্বাক্ষৰিত হয় (জুন, ১৯০৬)। ব্ৰিটিছ চৰকাৰে তিব্বতৰ ভৌগোলিক অখণ্ডতা ৰক্ষা কৰা আৰু অভ্যন্তৰীণ বিষয়ত হস্তক্ষেপ নকৰা সম্পৰ্কে প্ৰতিশ্ৰুতি দিয়ে। চীনা চৰকাৰেও বৈদেশিক প্ৰভাৱৰপৰা তিব্বতক ৰক্ষা কৰিবলৈ মান্তি হয়। তাৰ উপৰি ভাৰত আৰু তিব্বতৰ বেহা-বেপাৰৰ কেন্দ্ৰ কেইটাৰ মাজত টেলিগ্ৰাফৰ যোগাযোগ স্থাপন কৰাৰ ব্যৱস্থা কৰা হয়। ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত ১৮৯০ আৰু ১৮৯৩ চনত সম্পাদিত হোৱা চুক্তি দুখনেই বলবৎ থাকে। ইতিমধ্যে

যুদ্ধৰ ক্ষতিপূৰণখিনি পৰিশোধ কৰা হ'লত ব্ৰিটিছ চৰকাৰে চুম্বি উপ-ত্যকা এৰি দিবে।

ৰাছিয়াৰ সম্ভাব্য প্ৰাধান্য বিস্তাৰত আতংকিত হৈয়েই ব্ৰিটিছে আফগানিস্তানৰ দৰে তিব্বতকো নিজৰ প্ৰভাৱাধীন কৰিবলৈ চেষ্টা কৰিছিল; কিন্তু ১৯০৭ চনৰপৰা সেই ভয় দূৰীভূত হয়। ১৯০৭ চনত সম্পাদিত হোৱা ইংগ-ৰুছ উপসন্ধি অনুসৰি উভয় শক্তিয়ে চীন দেশৰ জৰিয়তে তিব্বতৰ লগত ৰাজনৈতিক সম্বন্ধ নিয়ন্ত্ৰণ কৰিবলৈ ঠিক কৰে। ইয়াৰ তিনি বছৰৰ পাছতে চীন দেশে তিব্বত আক্ৰমণ কৰিলত (১৯১০) দলৈ লামাই তিব্বত এৰি ভাৰতত আশ্ৰয় ল'ব লগাত পৰে। ইতিমধ্যে চীন দেশত এটা ডাঙৰ বিপ্লৱে দেখা দিয়ে (১৯১১)। মাঞ্চু ৰাজবংশৰ পতন ঘটিল আৰু চীনদেশত এটা গণতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠিত হ'ল। এই সুযোগতে তিব্বতীসকলে চীনা সৈন্যবাহিনীক তিব্বতৰপৰা খেদি পঠায়। ১৯১২ চনৰ জুন মাহত দলৈ লামা তিব্বতলৈ উভতি আহে আৰু চীনৰ সাৰ্বভৌমত্বক অস্বীকাৰ কৰে। তেওঁৰ যুক্তি হ'ল এই যে মাঞ্চু সম্ৰাটসকলৰ পতনৰ লগে লগে তিব্বতো পূৰ্বৰ সকলো বান্ধোনৰ-পৰা মুক্ত হ'ল। ইয়াকে কেন্দ্ৰ কৰি উভয় দেশৰ মাজত কাজিয়াৰ সূত্ৰপাত হয়। এনে সময়তে ইউৰোপত এখন মহাসমৰৰ সম্ভাৱনাই দেখা দিয়ে আৰু ব্ৰিটিছ চৰকাৰে চীন তিব্বত বিবাদৰ কিবা এটা মীমাংসা কৰিবলৈ যত্ন কৰে। ১৯১৩ চনত চিমলাত চীন, তিব্বত আৰু ব্ৰিটিছ প্ৰতিনিধিবৰ্গৰ এখন সভা অনুষ্ঠিত হয়। নানা আলাপ-আলোচনাৰ পাছত তিনিওখন দেশৰ প্ৰতিনিধিয়ে এখন খচৰা সন্ধিত স্বাক্ষৰদান কৰে (২৭ এপ্ৰিল, ১৯১৪)। এই সন্ধিমতে তিব্বতক দুটা এলেকাত বিভক্ত কৰা হয়। দুয়োটা এলেকাৰ ওপৰতে চীন দেশৰ কৰ্তৃত্ব থাকে, কিন্তু চীনে বহিঃস্থ তিব্বতক এটা মুক্ত অঞ্চল বুলি গণ্য কৰিবলৈ মান্তি হয়। লাছা, চিগাতছি আৰু চামড'কে ভিতৰ কৰি ভাৰতৰ সীমান্তৰ সৈতে লগ লাগি থকা ঠাইখিনিয়েই হৈছে বহিঃস্থ তিব্বত। এই অঞ্চলসমূহৰ শাসনত কোনো ধৰণৰ হস্তক্ষেপ নকৰে বুলি চীনদেশে প্ৰতিশ্ৰুতি দিয়ে। চিমলা সন্মিলনখনে ভাৰত আৰু তিব্বতৰ মাজৰ সীমাৰেখাও নিৰূপণ কৰি দিয়ে। এই সীমাৰেখা ডালক 'মেকমোহন লাইন' বুলি কোৱা হয়। ছাৰ হেনৰি মেকমোহন আছিল

ব্ৰিটিছ ভাৰত চৰকাৰৰ বৈদেশিক বিভাগৰ সচিব ; ছিমলা সন্মিলনত তেৱেঁই ব্ৰিটিছ চৰকাৰক প্ৰতিনিধিত্ব কৰিছিল। সি যি কি নহওক, চীনা চৰকাৰে ছিমলাৰ সন্ধিখনক অনুমোদন নজনালে ; কিন্তু পাছত অৱশ্যে ভাৰত-তিব্বত সম্পৰ্কীয় সীমাৰেখা বা 'মেকমোহন লাইন' গ্ৰহণ কৰাৰ কথা জানিবলৈ দিয়ে। ১৯৬২ চনত চীনা চৰকাৰে এই এই সীমাৰেখা লংঘন কৰি ভাৰত আক্ৰমণ কৰিছিল।

## (ঘ) ভুটান

ভুটানৰ লগত ইংৰাজৰ প্ৰথম সংঘৰ্ষ হয় ভাৰতৰ গভৰ্ণৰ জেনেৰেল ৱাৰেন হেষ্টিংছৰ সময়ত। ১৭৭২ চনত ভুটীয়াসকলে কোচবিহাৰৰ ৰজাজনক অপহৰণ কৰি নিয়ে আৰু কোচবিহাৰে ইষ্ট ইণ্ডিয়া কম্পেনিৰ-পৰা সহায় ভিক্ষা কৰে। কোঁচবিহাৰক সহায় কৰিবৰ কাৰণে ৱাৰেন হেষ্টিংছে এটা সৰু ফৌজ পঠাই দিযে। এই ফৌজটোৱে ভুটীয়াসকলক কোচবিহাৰৰপৰা খেদি পঠায়। ইতিমধ্যে তিব্বতৰ পাঞ্চেন লামাৰ (টাচি লামা) মধ্যস্থতাত ভুটানে ব্ৰিটিছৰ লগত এখন সন্ধি কৰি কোচ-বিহাৰৰ ৰজাজনক এৰি দিয়ে (এপ্ৰিল, ১৭৭৪)। এই সময়ৰপৰাই উভয়পক্ষৰ মাজত এটা যোগাযোগ আৰম্ভ হয়। ১৮২৬ চনত অসমৰ শাসনভাৰ কোম্পানিৰ হাতলৈ যোৱাত, ব্ৰিটিছ চৰকাৰ আৰু ভুটানৰ মাজত পুনৰ বিবাদ আৰম্ভ হয়। বিবাদৰ মূল কাৰণ হ'ল দুৱাৰ অঞ্চলৰ শাসন। সেই সময়ত ভুটানৰ নামনি অঞ্চলত (অসমৰ ফালে) কেইখনমান দুৱাৰ (পাচ) আছিল। এই দুৱাৰকেইখন ভুটান চৰকাৰে শাসন কৰিছিল, কিন্তু তাৰ বাবে আহোম ৰজাক বছৰি কৰ শোধাব লগা হৈছিল। তাৰ উপৰি, গুমা আৰু কলিং নামৰ দুৱাৰ দুখন ভুটান আৰু আহোমসকলৰ যুটীয়া তত্ত্বাৱধানত আছিল, আন কথাত ক'বলৈ গ'লে, বছৰৰ আঠ মাহ কাল এই দুৱাৰ দুখন থাকিছিল ভুটান চৰকাৰৰ অধীনত আৰু বাকী ৪ মাহ আছিল আহোমৰ অধীনত। প্ৰথম অৱস্থাত ব্ৰিটিছে এই পুৰণি ব্যৱস্থাকে মানি চলে, কিন্তু পাছত নানা অসুবিধাৰ সৃষ্টি হ'বলৈ ধৰাত, ইয়াক পৰিবৰ্তন কৰিবলৈ চেষ্টা কৰে। ভুটান চৰকাৰৰ লগত কিবা এটা বুজা-পৰাত উপনীত হোৱাৰ উদ্দেশ্যে কেপ্টেইন পেম্বাৰটনক ভুটানলৈ পঠোৱা হয় (১৮০৭), কিন্তু

ইয়াৰপৰা একো ফল নহ'ল। ইফালে অসমৰ নামনি অঞ্চলত ভুটীয়াসকলৰ অত্যাচাৰো আগতকৈ বহুগুণে বৃদ্ধি পায়। এনে অৱস্থাত গৱৰ্ণৰ জেনেৰেল লৰ্ড অ'কলেণ্ডে অসমৰ দুৱাৰ অঞ্চল অসমৰ লগত চামিল কৰে (১৮৪১) আৰু ক্ষতিপূৰণ স্বৰূপে বছৰি ১০,০০০ টকা ভুটান চৰকাৰক দিবলৈ গাত লয়।

অসমৰ দুৱাৰ অঞ্চলৰ বিষয়টো মীমাংসা কৰি ব্ৰিটিছ চৰকাৰে বংগদেশৰ দুৱাৰ অঞ্চলৰ ফালে চকু দিয়ে। এই অঞ্চলসমূহতো ভুটীয়াসকলে মাজে-সময়ে বৰকৈ উপদ্ৰৱ কৰিছিল। সেই কাৰণে ব্ৰিটিছ চৰকাৰে জলপাইগুৰিত এক সৈন্যবাহিনী ৰাখিব লগাত পৰে। তথাপি ভুটীয়াসকলৰ অত্যাচাৰৰ ওৰ নপৰিল। ভুটান চৰকাৰৰ লগত এটা বুজা-পৰালৈ আহিবৰ বাবে ব্ৰিটিছ চৰকাৰে চাৰ এছলে ইডেনক ভুটানলৈ পঠিয়াই দিয়ে (১৮৬৩)। ভুটানীসকলে ইডেনৰ লগত দুৰ্ব্যৱহাৰ কৰে আৰু তেওঁৰপৰা অসমৰ দুৱাৰ অঞ্চল ত্যাগ কৰা হ'ল বুলি লিখাই ল'লে। এনে অৱস্থাত, যুদ্ধ ঘোষণা কৰাৰ বাহিৰে ব্ৰিটিছৰ আন একো উপায় নাথাকিল। ১৮৬৫ চনত এটা ব্ৰিটিছ ফৌজ ভুটানলৈ পঠোৱা হ'ল। যুদ্ধত ভুটানে পৰাজয় বৰণ কৰি ব্ৰিটিছৰ সৈতে এখন সন্ধি কৰে। এই সন্ধিমতে ভুটান চৰকাৰে দুৱাৰ অঞ্চলৰ সম্পূৰ্ণ কৰ্তৃত্ব ত্যাগ কৰে আৰু তাৰ বিনিময়ত ব্ৰিটিছ চৰকাৰে প্ৰথম বছৰত ২৫,০০০ টকা দ্বিতীয় বছৰত ৩৫,০০০ টকা, তৃতীয় বছৰত ৪৫,০০০ টকা আৰু চতুৰ্থ বছৰৰপৰা ৫০,০০০ টকা দিবলৈ গাত লয়। দ্বিতীয়তে, ভুটানে আগতে আক্ৰমণ কৰি নিয়া সকলো ভাৰতীয়কে ঘূৰাই দিবলৈ মান্তি হয়। তৃতীয়তে, কোচবিহাৰ আৰু ছিক্কিমৰ লগত ভুটানৰ কিবা বিবাদ হ'লে, তাক মীমাংসা কৰিবলৈ ব্ৰিটিছ চৰকাৰে অধিকাৰ লাভ কৰে। বন্দী প্ৰত্যাৰ্পণ আৰু বেপাৰ-বাণিজ্যৰ বিষয়েও উভয় চৰকাৰে এটা সন্তোষজনক মীমাংসাত উপনীত হয়।

১৮৬৫ চনৰ পাছত ব্ৰিটিছ আৰু ভুটান চৰকাৰৰ মাজত এটা সহজ সম্পৰ্ক গঢ়ি উঠে। অৱশ্যে মাজে-সময়ে যে মনোমালিন্য ঘটা নাছিল এনে নহয়, ১৯১০ চনত দুয়োটা চৰকাৰৰ মাজত পুনৰ এখন চুক্তি স্বাক্ষৰিত হয়। এই চুক্তি অনুসৰি ভুটানৰ বৈদেশিক নীতি ব্ৰিটিছৰ নিয়ন্ত্ৰণাধীন হৈ পৰে আৰু ব্ৰিটিছ চৰকাৰে ভুটানৰ বছৰেকীয়া মঞ্জুৰী

এক লাখ টকালৈ বঢ়াই দিয়ে। ১৯৭১ চনৰপৰা মঞ্জুৰীৰ পৰিমাণ দুই লাখ টকা কৰা হয়। ভাৰত আৰু ভুটানৰ মাজত আজিও বন্ধুত্ব অটুট আছে।

## (ঙ) ছিক্কিম

ইংগ-নেপাল যুদ্ধৰ ( ১৮১৪—১৬ ) পাছৰপৰা ব্ৰিটিছ চৰকাৰ আৰু ছিক্কিমৰ মাজত এটা সম্প্ৰীতিৰ ভাব গঢ়ি উঠে। এই যুদ্ধতে নেপালে ছিক্কিমৰ ওপৰত থকা কৰ্তৃত্ব ত্যাগ কৰে, কিন্তু ১৮৩৪ চনত পুনৰ ছিক্কিম জয় কৰিবলৈ চেষ্টা কৰিলে। ব্ৰিটিছৰ হস্তক্ষেপৰ ফলতে নেপালৰ এই চেষ্টা বিফল হ'ল। ব্ৰিটিছৰ কাৰ্য্যত সন্তুষ্টি লভি ছিক্কিমৰ ৰজাই দাৰ্জিলিং আৰু ইয়াৰ আশে-পাশে থকা কিছু অঞ্চল ব্ৰিটিছৰ হাতত এৰি দিয়ে। ইয়াৰ কাৰণে ব্ৰিটিছে ছিক্কিমৰ ৰজাক বছৰি ৩,০০০ টকাৰ এটা মঞ্জুৰী দিবলৈ ঠিক কৰে (১৮৪১)। ১৮৪৬ চনত ইয়াক ৬০০০ টকালৈ বৃদ্ধি কৰা হয়।

দাৰ্জিলিং বিৃটিছৰ হাতলৈ যোৱাত ছিক্কিমৰ বহু লোক সন্তুষ্ট হোৱা নাছিল। এই কাৰণে উভয় পক্ষৰ মাজত কিছু মনোমালিন্যৰ সৃষ্টি হয়। ১৮৪৯ চনত দাৰ্জিলিঙৰ প্ৰথম ছুপাৰিণ্টেণ্ডেণ্ট ড আৰ্চিবল্ড কেম্পবেল আৰু প্ৰখ্যাত উদ্ভিদবিজ্ঞানী ড জোছেফ হুকাৰে কিছুমান উদ্ভিদৰ বিষয়ে তথ্য পাতি গোটাবলৈ ছিক্কিমলৈ যাওঁতে, তেওঁলোকক তাতে গ্ৰেপ্তাৰ কৰা হয়। পাছত অৱশ্যে ছিক্কিম চৰকাৰে তেওঁলোকক এৰি দিয়ে। ১৮৬০ চনত কেইজনমান ভাৰতীয়ক ছিক্কিমে অপহৰণ কৰি নিয়াত, পুনৰ এক বিবাদৰ সূত্ৰপাত হয়। এই লোকসকলক মুক্ত কৰিবৰ নিমিত্তে ড কেম্পবেলৰ অধীনত এটা ফৌজ ছিক্কিমলৈ পঠোৱা হ'ল, কিন্তু তেওঁলোকে কোনো কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলে। ১৮৬১ চনত লেফটেনেণ্ট কৰ্নেল গ'লাৰে এটা শকত ফৌজ লৈ ছিক্কিমলৈ গতি কৰে আৰু তেওঁ প্ৰায় কোনো বাধাৰ সম্মুখীন নোহোৱাকৈয়ে টুমলুঙত উপস্থিত হয়। ছিক্কিমৰ ৰজাই ভয় খাই তিব্বতত আশ্ৰয় ল'লে' যুৱৰাজ ছিডকিয়ঙে ২৮ মাৰ্চৰ দিনা (১৮৬১) এখন সন্ধি কৰি যুদ্ধৰ ওৰ পেলায়। ছিক্কিমৰ ৰজাক ৭,০০০ টকাৰ জৰিমনা কৰা হয় আৰু ছিক্কিমে বিৃটিছৰ সাৰ্বভৌমত্ব স্বীকাৰ কৰি লয়। ভাৰতীয়সকলক অপহৰণ কৰা কাৰ্য্যত ছিক্কিমৰ দেৱান নামগে আৰু তেওঁৰ সম্পৰ্কীয়

লোকসকল বিশেষভাৱে জড়িত আছিল ; সেয়ে তেওঁলোক সকলোকে বহিষ্কাৰ কৰিবলৈ ছিকিম চৰকাৰ মান্তি হয়। এই সন্ধিৰ পাছৰপৰা ভাৰত-ছিকিমৰ সম্পৰ্ক ক্ৰমাগত উন্নত হ'বলৈ ধৰে। ১৮৬৮ চনত ব্ৰিটিছ চৰকাৰে ছিকিমক দিবলগীয়া বাৰ্ষিক মজুৰী ৬,০০০ টকাৰপৰা ৯,০০০ টকালৈ বৃদ্ধি কৰে। ১৮৭৩ চনত ইয়াক ১২,০০০ টকালৈ বঢ়াই দিয়া হয়। ইয়াৰ পাছতে তিব্বতে এবাৰ ছিকিমৰ ওপৰত নিজৰ কৰ্তৃত্ব জাপি দিবলৈ লিংটু অধিকাৰ কৰে (১৮৮৬), কিন্তু ব্ৰিটিছৰ তৎপৰতাৰ বাবে সেই চেষ্টা বিফল হ'ল। ১৮৯০ চনত ব্ৰিটিছ আৰু চীনাসকলে এখন চুক্তি কৰি ছিকিম আৰু তিব্বতৰ সীমা নিৰূপণ কৰি দিয়ে। ইয়াৰ উপৰি, চীনা চৰকাৰে ছিকিমক ব্ৰিটিছৰ এখন আশ্ৰিত দেশ বুলি স্বীকাৰ কৰিলে। ১৯৪৭ চনত দেশ স্বাধীন হোৱাত, নতুন ভাৰত চৰকাৰে ছিকিমৰ কৰ্তৃত্ব লাভ কৰে। বৰ্তমান ছিকিম ভাৰতৰ এখন ৰাজ্য হিচাপে পৰিগণিত হৈছে (১৯৭৫)।

## (চ) ব্ৰহ্মদেশ

ব্ৰহ্মদেশৰ প্ৰতি ব্ৰিটিছে যি নীতি গ্ৰহণ কৰিছিল, সেইটো আছিল ফৰাচীৰ প্ৰতি ভয়প্ৰসূত। ব্ৰহ্মদেশত ফৰাচী প্ৰাধান্য স্থাপন হ'লে ব্ৰিটিছৰ স্বাৰ্থ ক্ষুণ্ণ হোৱাৰ অধিক সম্ভাৱনা আছে। গতিকে লৰ্ড ডাফৰিনৰ কালছোৱাত (১৮৮৪-৮৮) ইয়াক সম্পূৰ্ণৰূপে ব্ৰিটিছ ভাৰতৰ লগত চামিল কৰা হয়।

ইতিমধ্যে প্ৰথম আৰু দ্বিতীয় ইংগ-বৰ্মী যুদ্ধৰ ফলস্বৰূপে নামনি ব্ৰহ্মৰ আৰাকান, টেনাছেৰিম আৰু পেগু ব্ৰিটিছৰ হাতলৈ আহে। এই ঠাই কেইখনক লৈ ব্ৰিটিছ ব্ৰহ্ম নামে এখন নতুন প্ৰদেশ গঠন কৰা হয় আৰু ইয়াক শাসন কৰিবৰ কাৰণে পেগুত এজন চিফ কমিচনাৰো ৰখা হয়। ব্ৰিটিছৰ কাৰ্য্য-কলাপত ব্ৰহ্মৰ ৰজা বা জনসাধাৰণ কোনো সন্তুষ্ট হোৱা নাছিল, তথাপি ৰজা মিন্দনে (১৮৫৩-৭৮) ১৮৬২ আৰু ১৮৬৭ চনত দুখন বাণিজ্যিক সন্ধি কৰি ব্ৰিটিছক উত্তৰ ব্ৰহ্মৰ লগতো বেহা-বেপাৰ কৰিবলৈ সুবিধা দিয়ে। অৱশ্যে বিদ্বেষ ভাৱ অলপো আঁতৰ নহ'ল। মিন্দনৰ ৰাজত্বৰ শেষৰ ফালে ব্ৰিটিছ আৰু ব্ৰহ্মদেশৰ সম্বন্ধ অধিক বেয়া হৈ পৰে। প্ৰচলিত প্ৰথা অনুযায়ী

ব্ৰহ্ম ৰজাৰ আগত সকলোৰে জোতা খুলি আঠু লোৱাৰ নিয়ম, কিন্তু মান্দালয়ত থকা ব্ৰিটিছ ৰেছিডেণ্টে ইয়াক কৰিবলৈ অমান্তি হয়। ১৮৭৬ চনত ব্ৰিটিছ চৰকাৰে এই প্ৰথা তুলি দিবলৈ ৰজা মিন্দনক অনুৰোধ কৰে। কিন্তু তেওঁ মান্তি নহ'ল। গতিকে ব্ৰিটিছ ৰেছিডেণ্ট-জনে ৰজাক সাক্ষাৎ কৰিবলৈ এৰি দিলে আৰু তাৰ ফলত ৰাজ দৰবাৰত ব্ৰিটিছৰ প্ৰভাৱ ক্ৰমে নোকোৱা হৈ আহিল।

মিন্দনৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰ থিবৌৱে (১৮৭৮-৮৬) ব্ৰহ্মদেশৰ সিংহাসন আৰোহণ কৰে। তেওঁ আছিল এজন অত্যাচাৰী ৰজা; ৰাজপাটত বহিয়েই তেওঁ সিংহাসন নিষ্কণ্টক কৰিবলৈ ৮০ জন ৰাজ-কুমাৰ আৰু ৰাজকুমাৰীক হত্যা কৰায়। ব্ৰিটিছ ৰেছিডেণ্টজনে এই ঘৃণনীয় কাৰ্যাৰ প্ৰতিবাদ কৰিছিল, কিন্তু ৰজা থিবৌৱে তেওঁক সোঁৱৰাই দিয়ে যে ব্ৰহ্মদেশ এখন স্বাধীন ৰাষ্ট্ৰ। ইয়াৰ পাছতো থিবৌৱে আৰু এক হত্যাকাণ্ড চলায় (১৮৮৪)। এই সময়তে ব্ৰিটিছ আৰু চীনা বণিকসকলে ব্ৰিটিছ চৰকাৰক ব্ৰহ্মদেশ আক্ৰমণ কৰি দেশৰ অৰাজকতা বন্ধ কৰিবলৈ খাটনি ধৰে। ৰজা থিবৌৱে এই সকলোবোৰ কথা গম পাই ব্ৰিটিছৰ শত্ৰু ফ্ৰান্সৰ লগত মিত্ৰতা স্থাপন কৰিবলৈ চেষ্টা কৰিলে। ইতিমধ্যে ফ্ৰান্সে ক'চিন-চীন আৰু টংকিনত খোপনি পুতি (১৮৮৪) উত্তৰ ব্ৰহ্মতো প্ৰাধান্য বিস্তাৰৰ বাবে যত্নপৰ হয়। উভয় পক্ষ আগবাঢ়ি অহাত ১৮৮৫ চনত ব্ৰহ্ম আৰু ফ্ৰান্সৰ মাজত এখন চুক্তিপত্ৰ স্বাক্ষৰিত হয়। এই চুক্তিমতে ফ্ৰান্সে থিবৌক গুপ্তভাৱে অস্ত্ৰ-শস্ত্ৰৰ যোগান ধৰিবলৈ সন্মত হয়। তাৰ উপৰি উত্তৰ ব্ৰহ্মত এটা ৰেলপথ আৰু মান্দালয়ত এটা ফৰাচী বেংক স্থাপন কৰাৰো দিহা কৰা হয়। মান্দা-লয়ত এজন ফৰাচী কনচালে নিগাজিকৈ থাকিবলৈ ল'লে।

ইন্দোচীন আৰু উত্তৰ ব্ৰহ্মত ফৰাচী প্ৰতিপত্তি বৃদ্ধি পোৱাত ব্ৰিটিছ চৰকাৰ চিন্তান্বিত হৈ উঠিল। থিবৌক এটা ভাল শিক্ষা দিয়াৰ সময় উপস্থিত হ'ল কিন্তু তাৰ বাবে এটা অজুহাতৰ প্ৰয়োজন। এনে সময়তে থিবৌৱে ব্ৰিটিছ বণিক সংঘ এটাৰ ওপৰত শাস্তিমূলক ব্যৱস্থা গ্ৰহণ কৰাত, ব্ৰিটিছ চৰকাৰে এটা ভাল অজুহাত পালে। 'বম্বে বাৰ্মা ট্ৰেডিং কৰ্প'ৰেচন' নামৰ এটা ব্ৰিটিছ কোম্পানিয়ে ব্ৰহ্ম চৰকাৰৰ-পৰা কিছুমান বনাঞ্চল লিজত লৈ কাঠৰ ব্যৱসায় কৰিছিল। প্ৰতিভাল

কাঠৰ মূল্য নিৰ্দিষ্ট কৰি দিয়া আছিল, কিন্তু কোম্পানিয়ে মাজে-সময়ে ফাকি দি কোনো মূল্য নিদিয়াকৈয়ে কাঠ পাৰ কৰিছিল। এই কথাটো ধৰা পৰাত, কোম্পানিৰ বিৰুদ্ধে গোচৰ তৰা হয়। বিচাৰত কোম্পানিক ২৩ লাখ টকাৰ জৰিমনা কৰা হয়; কিন্তু কোম্পানিয়ে এই বিষয়ত হস্তক্ষেপ কৰিবলৈ ব্ৰিটিছ চৰকাৰক অনুৰোধ কৰিলে। ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড ডাফৰিনে নিজেই সেই বিষয়টো নিস্পত্তি কৰিবলৈ বিচাৰি ব্ৰহ্মদেশৰ ৰজা থিবোলৈ এখন চিঠি লিখে। এই প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ থিবো অমান্তি হ'ল।

ব্ৰহ্মদেশৰ লগত ব্ৰিটিছ চৰকাৰৰ বিবাদ আৰম্ভ হ'ল। থিবোৱে ব্ৰিটিছৰ বিৰুদ্ধে ফ্ৰান্সৰপৰা সহায় পাব বুলি আশা কৰিছিল, কিন্তু সেই আশা পূৰণ নহ'ল। ইতিমধ্যে টংকিনত ফৰাছীসকলৰ প্ৰতিপত্তিৰ অন্ত পৰাত ফৰাছী চৰকাৰে ব্ৰহ্মদেশৰ লগত হোৱা চুক্তিখন অগ্ৰাহ্য কৰিলে। সুবিধা বুজি লৰ্ড ডাফৰিনে থিবোৰ ওচৰলৈ এখন চৰমপত্ৰ প্ৰেৰণ কৰে। ইয়াত কোৱা হয় যে (১) ব্ৰহ্ম চৰকাৰে মান্দালয়ত এজন ৰেছিডেণ্ট ৰাখিব লাগিব আৰু তেওঁ আঠু নোলোৱাকৈ ৰজাক দেখা কৰিব পাৰিব ; (২) ব্ৰহ্মদেশৰ বৈদেশিক নীতি ব্ৰিটিছ চৰকাৰে পৰিচালিত কৰিব ; (৩) 'বম্বে বাৰ্মা ট্ৰেডিং কৰ্পৰেচন'ৰ ঘটনাটো ভাইচৰয়ে এজন বিশেষ প্ৰতিনিধিৰ সৈতে আলোচনা কৰি নিস্পত্তি কৰিব আৰু য়ুনানৰ লগত বেহা-বেপাৰ কৰা ক্ষেত্ৰত ব্ৰহ্ম চৰকাৰে ব্ৰিটিছ বণিকসকলক সহায় কৰিব লাগিব। এই চৰ্তকেইটা পূৰণ কৰিবলৈ ব্ৰহ্ম চৰকাৰ অমান্তি হ'ল আৰু ডাফৰিনে ব্ৰহ্মদেশ আক্ৰমণ কৰিবলৈ এটা ব্ৰিটিছ বাহিনী প্ৰেৰণ কৰিলে। এইখনেই কৈছে তৃতীয় ইংগ-ব্ৰহ্ম যুদ্ধ (১৮৮৫)। ব্ৰিটিছ বাহিনীৰ গতি ৰোধ কৰিবলৈ থিবো অসমৰ্থ হয়। সামৰিক অভিযান আৰম্ভ হোৱাৰ প্ৰায় বিছ দিনৰ ভিতৰতে মান্দালয়ৰ পতন ঘটিল। ৰজা থিবোক বন্দী কৰি কলিকতালৈ নিৰ্বাসন দিয়া হ'ল। ১৮৮৬ চনৰ ১ জানুৱাৰি তাৰিখে উত্তৰ আৰু দক্ষিণ ব্ৰহ্মদেশক একেলগ কৰি ভাৰতৰ এখন প্ৰদেশত পৰিণত কৰা হয়। অৱশ্যে উত্তৰ ব্ৰহ্মত তৎকালেই ব্ৰিটিছ আধিপত্য স্বীকৃত হোৱা নাছিল। বৰ্মী গাঁৱলীয়া আৰু আন সীমান্তবৰ্তী জাতিবিলাকে ব্ৰিটিছ চৰকাৰক যথেষ্ট আহকাল দিছিল। শেষত এই বিদ্ৰোহীসকলক দমন কৰা হয়। ১৯৪৮ চনৰ ৪ জানুৱাৰিৰ দিনা ব্ৰহ্মদেশ পুনৰ এখন স্বাধীন ৰাষ্ট্ৰত পৰিণত হ'ল।

## (ছ) অসমৰ পাহাৰী জাতি

অসমৰ সীমান্ত অঞ্চল হৈছে নানা পাহাৰী জাতি আৰু উপজাতিৰ বাসস্থান। অসমত ব্ৰিটিছ ৰাজত্বৰ সূচনা হোৱাৰ আগলৈকে এই লোকসকলে ভৈয়ামৰ মানুহৰপৰা দান বা উপহাৰ আদি সংগ্ৰহ কৰিছিল, কিন্তু ১৮২৬ চনৰ পাছৰপৰা এইবোৰ বন্ধ হোৱাৰ উপক্ৰম হয়। ইয়াতে পাহাৰীসকল অসন্তুষ্ট হৈ মাজে-সময়ে ভৈয়ামত উৎপাত কৰিবলৈ ধৰে। লাহে লাহে তেওঁলোকে বি্ৰটিছৰ চাহ বাগানবিলাকতো উপদ্ৰৱ আৰম্ভ কৰিলে। এনে অৱস্থাত বি্ৰটিছ চৰকাৰে তেওঁলোকৰ বিৰুদ্ধে সামৰিক অভিযান চলাই বশীভূত কৰিবলৈ চেষ্টা কৰে। এই চেষ্টাৰ ফলতে গাৰোপাহাৰ জিলা (১৮৭৪), নগাপাহাৰ জিলা (১৮৮১), লুচাই পাহাৰ জিলা (১৮৯৮) আদি বি্ৰটিছৰ শাসনাধীন হৈ পৰে। অসমৰ বিভিন্ন জনজাতীয় লোকসকলৰ ভিতৰত আবৰসকলক বশীভূত কৰোঁতেই ইংৰাজসকল আটাইতকৈ বেছি অসুবিধাৰ সম্মুখীন হ'ব লগা হৈছিল। আবৰসকলৰ লগত প্ৰথম সংঘৰ্ষৰ সূত্ৰপাত হয় ১৮৪৮ চনত। আবৰসকলৰ অত্যাচাৰ ক্ৰমাগত বেছি হৈ অহাত ১৮৫৮ চনত বি্ৰটিছ চৰকাৰে এটা সামৰিক অভিযান পঠাই দিয়ে। এই অভিযানটোও ব্যৰ্থ হয়; তৃতীয় অভিযানতহে বি্ৰটিছে সাফল্য লাভ কৰিলে। অৱশ্যে আবৰসকলে বশ্যতা স্বীকাৰ নকৰিলে। ইয়াৰ পাছতো বি্ৰটিছ আৰু আবৰসকলৰ মাজত কেইবাবাৰো সংঘৰ্ষ হয়। ১৯১১ চনত মিনিয়ং আবৰসকলে মি. উইলিয়ামছন আৰু ড গ্ৰেগৰছন নামে দুজন ইংৰাজক হত্যা কৰে। ইয়াৰ পোতক তুলিবলৈ বি্ৰটিছ চৰকাৰে জেনেৰেল বয়াৰ্ছৰ অধীনত দিহং উপত্যকালৈ এটা শক্তিশালী ফৌজ প্ৰেৰণ কৰে। আবৰসকলে এইবাৰ সম্পূৰ্ণভাৱে পৰাস্ত হৈ বি্ৰটিছৰ কৰ্তৃত্ব স্বীকাৰ কৰি লয়। এইখিনিতে মন কৰিব পাৰি যে অসমৰ জনজাতীয় লোকসকলক বশীভূত কৰা ক্ষেত্ৰত বি্ৰটিছে প্ৰকৃতাৰ্থত যুদ্ধ কৰিব লগা হোৱা নাছিল। যি হৈছিল সেইবোৰ আছিল মাথোন ক্ষুদ্ৰ সংঘৰ্ষ। নগা আৰু আবৰ-সকলৰ লগতহে প্ৰকৃত যুদ্ধ সংঘটিত হৈছিল।

## ৰাজন্য ভাৰত ব্ৰিটিছ অধীশ্বৰতাৰ যুগ

ৰাজন্যবৰ্গৰ ক্ষেত্ৰত ইষ্ট ইণ্ডিয়া কম্পেনিয়ে কোনো এক নিৰ্দিষ্ট নীতি গ্ৰহণ কৰা নাছিল। ভাৰতৰ সমসাময়িক পৰিস্থিতি অনুযায়ী

যেনেকুৱা ব্যৱহাৰ প্ৰয়োজন হৈছিল, কোম্পানিয়ে তাকেই কৰি লৈছিল। বৈদেশিক প্ৰভাৱ লোপ পেলাবলৈ আৰু ব্ৰিটিছৰ ভাৰতত অপ্ৰতিদ্বন্দ্বী কৰিবৰ অৰ্থে লৰ্ড ৱেলেছলিয়ে (১৭৯৮—১৮০৫) 'অধীনতামূলক মিত্ৰতা' নীতিৰ উদ্ভাৱন কৰে। হায়দৰাবাদৰ নিজাম নিজাম আলিয়ে প্ৰথমতেই এই মিত্ৰতা সূত্ৰত আবদ্ধ হয় আৰু তাৰ পাছত ৱেলেছলিয়ে কেতিয়াবা নিজামৰ সহায় লৈ আৰু কেতিয়াবা দেশীয় ৰাজ্যৰ ঘৰুৱা বিষয়ত হস্তক্ষেপ কৰি কেইবাখনো ৰাজ্য গ্ৰাস কৰিলে। লৰ্ড হেষ্টিংছেও (১৮১৩—২৩) 'প্ৰতিৰক্ষা আৰু বশ্যতামূলক মিত্ৰতা' নীতিৰ অজুহাত লৈ বিভিন্ন ৰাজপুত ৰজাসকলক কোম্পানিৰ কৰতলীয়া কৰে। পৰৰাজ্য গ্ৰাস কৰা নীতি লৰ্ড ডেলহাউছিৰ (১৮৪৮—৫৬) সময়তে চূড়ান্ত পৰ্য্যায়ত উপনীত হয়। সঞ্চালক সভাৰ পূৰ্ণ সমৰ্থনত ডেলহাউছিয়ে কোম্পানিৰ আশ্ৰিত বা কৰতলীয়া ৰাজ্যবোৰ ব্ৰিটিছ ভাৰতৰ লগত চামিল কৰে। এনেকৈয়ে ঝান্সী, ছাতাৰা, চম্বলপুৰ, নাগপুৰ, জৈতপুৰ, ভগৎ, উদয়পুৰ, কৰৌলি আদিৰ স্বাধীনতা লোপ পায়। পাছত অৱশ্যে ভগৎ, উদয়পুৰ আৰু কৰৌলি বোলা ৰাজ্য তিনিখন ঘূৰাই দিয়া হয়। স্বত্ববিলোপ নীতি কেৱল ৰাজ্য গ্ৰাস কৰাৰ ক্ষেত্ৰতহে যে ব্যৱহৃত হৈছিল এনে নহয়, ইয়াৰ জৰিয়তে কেইবাজনো ৰজা আৰু নবাবক ৰাজকীয় মৰ্য্যাদা আৰু পেঞ্চনৰপৰাও বঞ্চিত কৰা হয়। ব্ৰিটিছৰ সাম্ৰাজ্যবিস্তাৰ নীতিয়ে ৰাজন্যবৰ্গ আৰু সৰ্বসাধাৰণ প্ৰজাৰ মাজত এক সন্ত্ৰাস ভাবৰ সৃষ্টি কৰে আৰু ইয়েই শেষত ১৮৫৭ চনৰ বিদ্ৰোহৰ এটা প্ৰধান কাৰণ হৈ পৰে। এই বিদ্ৰোহে ব্ৰিটিছ চৰকাৰক সঁকিয়াই দিলে যে দেশীয় ৰজাসকলৰ মনৰপৰা ভয় ভাব আঁতৰ কৰিব নোৱাৰিলে ভৱিষ্যতে অধিক বিপদৰ সম্ভাৱনা আছে। সেই কাৰণে '৫৭ চনৰ বিদ্ৰোহ দমনৰ পাছত ব্ৰিটিছ চৰকাৰে পূৰ্বৰ নীতি পৰিহাৰ কৰিবলৈ বাধ্য হয়।

১৮৫৮ চনৰ ২ আগষ্ট তাৰিখে ব্ৰিটিছ পাৰ্লিয়ামেণ্টে গৃহীত কৰা 'ভাৰত চৰকাৰৰ আইন' নামে এখন আইনৰদ্বাৰা ভাৰতত কোম্পানিৰ শাসনৰ ওৰ পেলায়। এই সময়ৰপৰা ভাৰত শাসনৰ দায়িত্ব পোনপটীয়াকৈ ব্ৰিটিছ চৰকাৰৰ হাতত ন্যস্ত হয়। ১৮৫৮ চনৰ ১ নৱেম্বৰৰ

দিনা ভাৰতবাসীৰ মনত ব্ৰিটিছ শাসন সম্বন্ধে নতুন বিশ্বাস জন্মাবলৈ ইংলেণ্ডৰ ৰাণী ভিক্টোৰিয়াৰ নামত এক গুৰুত্বপূৰ্ণ ঘোষণা কৰা হয়। এই ঘোষণাৰদ্বাৰা ভাৰতৰ দেশীয় ৰজাসকলক এইবুলি আশ্বাস দিয়া হয় যে (১) ইষ্ট ইণ্ডিয়া কোম্পেনিয়ে তেওঁলোকৰ লগত যিবোৰ সন্ধি বা আন বন্দবস্ত কৰিছিল, সেইবোৰ যথোচিতভাৱে পালন কৰা হ'ব; (২) ভাৰতবৰ্ষত সাম্ৰাজ্য সম্প্ৰসাৰণৰ বাবে কোনো চেষ্টা কৰা নহ'ব, কিন্তু সেইবুলি নিজৰ বা আনৰ ৰাজ্যৰ ওপৰত কোনো ধৰণৰ আক্ৰমণ সহ্য কৰা নহ'ব আৰু (৩) দেশীয় ৰাজন্যবৰ্গৰ অধিকাৰ মৰ্য্যাদা আৰু সন্মান ৰক্ষা কৰি চলা হ'ব। এই প্ৰতিশ্ৰুতি কেইটা সম্পূৰ্ণভাৱে পালন কৰা হৈছিল বুলি ক'ব নোৱাৰি,* কিন্তু ১৮৫৭ চনৰ বিদ্ৰোহে যি এটা শিক্ষা দিলে তাৰপৰা বিটিছ চৰকাৰে দেশীয় ৰাজ্যৰ ক্ষেত্ৰত এক নতুন দৃষ্টিভংগী গ্ৰহণ কৰিবলগীয়াত পৰে। ভাৰতত ভৱিষ্যতে কেতিয়াবা সামৰিক উত্থানে দেখা দিলে, ৰাজন্যবৰ্গৰ সহায় আৰু সমৰ্থনৰ ওপৰতে ব্ৰিটিছে নিৰ্ভৰ কৰিব লাগিব; এতেকে তেওঁলোকক অসন্তুষ্ট কৰি ৰাখিলে সাম্ৰাজ্যৰ স্বাৰ্থ ক্ষুণ্ণ হোৱাৰ আশংকা আছে। ৰাজন্যবৰ্গক সন্তুষ্ট কৰিবলৈ বিটিছ চৰকাৰে ১৮৬০ চনৰপৰা দত্তক গ্ৰহণৰ চনদ দিয়াৰ নিয়ম কৰে। এই চনদে হিন্দু বা মুছলমান ৰজাসকলক পূৰ্বাপৰ নিয়ম অনুসাৰে দত্তক গ্ৰহণ কৰিবলৈ অধিকাৰ দিয়ে। প্ৰত্যক্ষ উত্তৰাধিকাৰীৰ অভাৱত দেশীয় ৰাজ্য গ্ৰাস কৰি লৰ্ড ডেলহাউছিয়ে ৰাজন্যবৰ্গৰ মাজত যি ত্ৰাসৰ সঞ্চাৰ কৰিছিল তাক দত্তক গ্ৰহণৰ চনদৰ জৰিয়তে দূৰীভূত কৰা হয়। এতিয়াৰপৰা অপুত্ৰক ৰজাসকলে সিংহাসনৰ উত্তৰাধিকাৰী সম্বন্ধে কিছু নিশ্চিন্ত হ'ব পাৰিলে।

ৰাজন্যবৰ্গৰ সৈতে সম্প্ৰীতিৰ ভাব গঢ়ি তুলিবলৈ গ'লেও ব্ৰিটিছ চৰকাৰে নিজৰ অধিকাৰ সম্বন্ধে সদায় সচেতন আছিল। 'সমগ্ৰ ভাৰতৰ একমাত্ৰ সৰ্বোচ্চ শক্তি আৰু অপ্ৰতিদ্বন্দ্বী শাসক হৈছে ব্ৰিটিছ ৰাজশক্তি', ইয়াক প্ৰতিপন্ন কৰিবলৈ ব্ৰিটিছ চৰকাৰে যত্নৰ ত্ৰুটি কৰা নাছিল।

---

*১৮৫৮ চনৰ পাছত বিটিছ চৰকাৰে উজনি ব্ৰহ্মদেশক জয় কৰি ভাৰতৰ লগত চামিল কৰে (১৮৮৬)। ১৯০২ চনত বেৰাৰ প্ৰদেশখনো নিজামৰ হাতৰপৰা লোৱা হয়।

সৰ্বোচ্চ শক্তি হিচাপে 'বি্ৰটিচ-ভাৰত' আৰু 'ৰাজন্য-ভাৰত'ৰ শাসনৰ ওপৰত বি্ৰটিছ চৰকাৰৰ সম্পূৰ্ণ কৰ্তৃত্ব আছে। বি্ৰটিছ ভাৰতত যেনেকৈ চৰকাৰে প্ৰত্যক্ষভাবে সুশাসনৰ প্ৰবৰ্তন কৰিব পাৰে, ৰাজন্য ভাৰতৰ ক্ষেত্ৰত সেইটো কৰিব নোৱাৰে; কিন্তু সেইবুলি ৰাজন্য ভাৰতৰ প্ৰতি এই চৰকাৰৰ দায়িত্ব নথকা নহয়। ৰাজন্য ভাৰত কুশাসনত পতিত হ'লে বা তাত অশান্তিয়ে দেখা দিলে বি্ৰটিছ চৰকাৰ নিৰ্বিকাৰ হৈ থাকিব নোৱাৰে; ভাৰতৰ সৰ্বোচ্চ শক্তি হিচাপে বি্ৰটিছ চৰকাৰে তেতিয়া হস্তক্ষেপ কৰি উপযুক্ত শাসনৰ ব্যৱস্থা কৰিব পাৰে। বৰোদা আৰু মণিপুৰৰ অভ্যন্তৰীণ বিষয়ত সফলভাবে হস্তক্ষেপ কৰি বি্ৰটিছ চৰকাৰে নিজৰ কৰ্তৃত্ব সম্বন্ধে সকলোকে সজাগ কৰি দিলে।

বৰোদাৰ গাইকৱাৰ আৰু বি্ৰটিচ চৰকাৰৰ মাজত আগৰেপৰা কিছু মনোমালিন্য চলি আছিল, কিন্তু ১৮৭০ চনৰপৰা পৰিস্থিতিয়ে ক্ৰমাৎ জটিল ৰূপ ধাৰণ কৰে। ১৮৭০ চনত খণ্ডেৰাওৰ মৃত্যু হোৱাত তেওঁৰ ভায়েক মলহাৰ ৰাওৱে বৰোদাৰ সিংহাসন আৰোহণ কৰে। তেওঁৰ ৰাজত্বত বৰোদাৰ অভ্যন্তৰীণ অৱস্থাৰ দ্ৰুত অৱনতি ঘটিবলৈ ধৰাত, বি্ৰটিছ চৰকাৰে কৰ্ণেল ফেৰিক ৰেছিডেণ্ট হিচাপে নিয়োগ কৰি বৰোদালৈ পঠাই দিয়ে (১৮৭৩)। বি্ৰটিছ ৰেছিডেণ্টজনে বৰোদাৰ প্ৰকৃত অৱস্থাৰ প্ৰতি গভৰ্ণৰ জেনেৰেল লৰ্ড নৰ্থব্ৰুকৰ দৃষ্টি আকৰ্ষণ কৰি উপযুক্ত ব্যৱস্থা গ্ৰহণ কৰিবলৈ পৰামৰ্শ আগবঢ়ায়। গভৰ্ণৰ জেনেৰেলে এটা তদন্ত আয়োগ গঠন কৰি দিলে। মলহাৰ ৰাওৱে ইয়াৰ প্ৰতিবাদ কৰিছিল, কিন্তু কোনো লাভ নহ'ল। ইতিমধ্যে তদন্ত আয়োগে এখন প্ৰতিবেদন দাখিল কৰে আৰু ইয়াৰ ওপৰত ভিত্তি কৰি লৰ্ড নৰ্থব্ৰুকে গাইকৱাৰক ১৮ মাহৰ ভিতৰত কিছু শাসন-সংস্কাৰ কৰিবলৈ নিৰ্দেশ দিয়ে; লগতে ইয়াকো কোৱা হয় যে নিৰ্দেশ অনুযায়ী কাৰ্য্য সম্পাদন নকৰিলে তেওঁক গাদীচ্যুত কৰা হ'ব। এনে সময়তে বি্ৰটিছ ৰেছিডেণ্ট কৰ্ণেল ফেৰিক আহাৰৰ লগত হীৰাৰ গুড়ি মিহলাই প্ৰাণনাশৰ চেষ্টা কৰা হৈছিল বুলি মলহাৰ ৰাওৰ বিৰুদ্ধে এক অভিযোগ তোলা হয়। এই অভিযোগ পাই বৰোদাৰ গাইকৱাৰক গ্ৰেপ্তাৰ কৰা হয় (জানুৱাৰি, ১৮৭৫) আৰু গভৰ্ণৰ জেনেৰেলে তেওঁক বিচাৰ কৰিবলৈ বঙ্গৰ মুখ্য ন্যায়াধীশৰ অধীনত এটা আয়োগ গঠন কৰি দিয়ে। আয়োগৰ তিনিজন

সদস্য হ'ল ইংৰাজ আৰু বাকী তিনিজন আছিল ভাৰতীয়। ইংৰাজ সদস্য কেইজনে গাইকৱাৰক দোষী বুলি বিবেচনা কৰিলে ; কিন্তু ভাৰতীয় কেইজনে তেওঁৰ দোষৰ কোনো প্ৰমাণ নাপালে। এনে অৱস্থাত, মলহাৰ ৰাওক হত্যা অপৰাধত দোষী সাব্যস্ত কৰিব পৰা নগ'ল, কিন্তু ব্ৰিটিছ চৰকাৰে তেওঁক শাসনৰ বাবে অনুপযুক্ত বুলি বিবেচনা কৰি সিংহাসনচ্যুত কৰিলে। মলহাৰ ৰাওৰ পাছত তেওঁ দূৰ সম্পৰ্কীয় ল'ৰা এজনক বৰোদাৰ সিংহাসনত বহুওৱা হয়। তেওঁৰ হৈছে বৰোদাৰ বিখ্যাত গাইকৱাৰ চয়াজী ৰাও।

মণিপুৰৰ পৰিস্থিতি বৰোদাতকৈ কিছু বেলেগ। কু-শাসনৰ অভিযোগত বৰোদাৰ মলহাৰ ৰাওক গাদীচ্যুত কৰা হয়, কিন্তু মণিপুৰৰ ক্ষেত্ৰত ভাৰত সম্ৰাজ্ঞীৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ অভিযোগ অনা হৈছিল। ১৮৯০ চনৰ ২১ নৱেম্বৰৰ দিনা ৰাজপ্ৰাসাদৰ এটা বিদ্ৰোহৰ ফলস্বৰূপে মণিপুৰৰ ৰজা সুৰচন্দ্ৰই সিংহাসন হেৰুৱায় আৰু তেওঁৰ ঠাইত যুৱৰাজ কুলচন্দ্ৰই সিংহাসন আৰোহণ কৰে। ব্ৰিটিছ চৰকাৰে কুলচন্দ্ৰক তিনিটা চৰ্তসাপেক্ষে ৰজা বুলি স্বীকাৰ কৰিবলৈ স্থিৰ কৰে। এই চৰ্তকেইটাৰ মতে কুলচন্দ্ৰই (১) ব্ৰিটিছ পলিটিকেল এজেণ্টৰ পৰামৰ্শ অনুসৰি ৰাজ্য শাসন কৰিব লাগিব ; (২) ব্ৰিটিছ ৰেছিডেন্সিত ৩০০ সৈন্য ৰাখিবলৈ অনুমতি দিব লাগিব আৰু (৩) সেনাপতি টিকেন্দ্ৰজিতক মণিপুৰৰপৰা বহিষ্কাৰ কৰিব লাগিব। টিকেন্দ্ৰজিতৰ ওপৰত ব্ৰিটিছ চৰকাৰ আগৰেপৰা অসন্তুষ্ট আছিল আৰু সেই কাৰণে ১৮৮৮ চনতে তেওঁক মণিপুৰৰপৰা বহিষ্কাৰ কৰিবলৈ চেষ্টা কৰিছিল। ৰজা সুৰচন্দ্ৰও ইয়াত মান্তি হৈছিল, কিন্তু পাছত যেনিবা সেই কথাটো তল পৰিল। ১৮৯০ চনৰ মণিপুৰৰ ৰাজসভাৰ বিদ্ৰোহত তেওঁ লিপ্ত আছে বুলি ব্ৰিটিছ চৰকাৰ এইবাৰ তেওঁক বহিষ্কাৰ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। সেই উদ্দেশ্যে অসমৰ চিফ কমিছনাৰ জে. ডব্লিউ. কুইণ্টন মণিপুৰত উপস্থিত হয় (মাৰ্চ, ১৮৯১)। তেওঁ টিকেন্দ্ৰজিতক গ্ৰেপ্তাৰ কৰিবলৈ চেষ্টা কৰিলে, কিন্তু ইয়াকে কৰিবলৈ যাওঁতে, তেওঁৰ নিজৰে প্ৰাণহানি হয়। তেওঁৰ লগত আন কেইবাজনো লোক মৃত্যুৰ মুখত পৰিল। এই ঘটনাৱলীৰ লগত টিকেন্দ্ৰজিৎ কেনেভাৱে জড়িত, তাক সঠিককৈ ক'ব নোৱাৰি, কিন্তু এইটো ঠিক যে টিকেন্দ্ৰজিতৰ নিচিনা এজন কাৰ্যক্ষম আৰু জনপ্ৰিয় ৰাজকোঁৱৰ

প্ৰস্তাৱ কৰিবলৈ যোৱা কাৰ্যত মণিপুৰী সৈন্যসকল সন্তুষ্ট হোৱা নাছিল। যি কি নহওক, ১৮৯১ চনৰ এপ্ৰিল মাহত এটা শক্তিশালী ব্ৰিটিছ ফৌজে মণিপুৰ দখল কৰি ৰজা কুলচন্দ্ৰ, টিকেন্দ্ৰজিৎ আৰু আন কেইবাজনো সহযোগীক কৰায়ত্ত কৰিলে। ব্ৰিটিছ চৰকাৰে টিকেন্দ্ৰজিৎ আৰু তেওঁৰ অনুগামী কেইজনমানক ফাঁচী দিয়ে আৰু কুলচন্দ্ৰ আৰু তেওঁৰ ভায়েক এজনক যাৱজ্জীৱনৰ বাবে নিৰ্বাসিত কৰে। চূড়াচন্দ্ৰ নামে এজন ৰাজকোঁৱৰক মণিপুৰৰ ৰজা পতা হয়। চূড়াচন্দ্ৰৰ বয়স আছিল মাত্ৰ পাঁচ বছৰ, গতিকে ব্ৰিটিছ পলিটিকেল এজেণ্টে তেওঁৰ হৈ ৰাজ্য শাসন কৰে।

বৰোদা আৰু মণিপুৰৰ ঘটনাই এই কথা প্ৰতিপন্ন কৰিলে যে ব্ৰিটিছ চৰকাৰে দেশীয় ৰাজ্যৰ অভ্যন্তৰীণ বিষয়ত প্ৰয়োজনবিশেষে হস্তক্ষেপ কৰিব পাৰে। ১৯২৬ চনত ভাইচৰয় লৰ্ড ৰিডিঙে হায়দৰাবাদৰ নিজামলৈ লিখা এখন চিঠিত এইবুলি উল্লেখ কৰিছিল যে সাধাৰণতে দেশীয় ৰাজ্যৰ অভ্যন্তৰীণ বিষয়ত ব্ৰিটিছ চৰকাৰে হস্তক্ষেপ নকৰে। কিন্তু সাম্ৰাজ্যিক স্বাৰ্থ ক্ষুণ্ণ হোৱাৰ উপক্ৰম হ'লে বা ৰাজ্যখন কুশাসনত পতিত হ'লে ব্ৰিটিছ চৰকাৰে অৱশ্যেই হস্তক্ষেপ কৰিব।

হস্তক্ষেপৰ অধিকাৰ মাজে-সময়ে সাব্যস্ত কৰিছিল যদিও, ব্ৰিটিছ চৰকাৰে কোনো দেশীয় ৰাজ্যকে ব্ৰিটিছ ভাৰতৰ লগত চামিল কৰিব খোজা নাছিল। এইটো হ'ল ১৮৬৮ চনৰপৰা অনুসৰণ কৰা এটা নতুন নীতিৰ পৰিচায়ক। কোম্পানিৰ দিনত ব্ৰিটিছ চৰকাৰ দেশীয় ৰাজ্যৰ আনুগত্য স্বীকৃতিতে সন্তুষ্ট আছিল, কিন্তু পৰিস্থিতি জটিল হৈ উঠাৰ উপক্ৰম হ'লে কোনোবা ৰাজ্যক চামিল কৰিবলৈকো কুণ্ঠাবোধ কৰা নাছিল। এতিয়া অৱশ্যে সেই নীতি পৰিহাৰ কৰা হ'ল। বৰোদা আৰু মণিপুৰৰ ৰজা দুজনক সিংহাসনচ্যুত কৰা হ'ল যদিও, সেই ৰাজ্য কেইখন ভাৰতৰ লগত যুক্ত কৰা নহ'ল। মহীশূৰৰ ক্ষেত্ৰতো ব্ৰিটিছ চৰকাৰে সেই একে নীতিকে অৱলম্বন কৰা দেখা যায়। ১৮৩১ চনতে ৰজা কৃষ্ণচন্দ্ৰক সিংহাসনচ্যুত কৰি ব্ৰিটিছ চৰকাৰে মহীশূৰ ৰাজ্যখন প্ৰত্যক্ষভাৱে শাসন কৰিবলৈ ধৰে। ১৮৮১ চনত কৃষ্ণচন্দ্ৰৰ তোলনীয়া পুতেকে উপযুক্ত বয়সত ভৰি দিয়াত মহীশূৰ ৰাজ্যখন তেওঁক ঘূৰাই দিয়া-নিদিয়াৰ প্ৰশ্ন উত্থাপিত হয়। সেই সময়ত ভাৰতৰ ভাইচৰয় আছিল

লৰ্ড ৰিপন ; তেওঁ ৰাজ্যখন ঘূৰাই দিবলৈ স্থিৰ কৰে। অৱশ্যে এই সম্পৰ্কত কেইটামান চৰ্ত আৰোপ কৰা হয়। ব্ৰিটিছ চৰকাৰে দেশীয় ৰাজ্যবোৰ কেনে ধৰণেৰে নিয়ন্ত্ৰণ কৰিছিল তাৰ এটা স্পষ্ট আভাস এই চৰ্তাৱলীতে পোৱা যায়। তলত দিয়া চৰ্তকেইটা বিশেষভাৱে উল্লেখযোগ্য।

(১) মহিশূৰৰ ৰজাই সদায় ব্ৰিটিছ ৰাজশক্তিৰ প্ৰতি আনুগত্য স্বীকাৰ কৰিব লাগিব।

(২) ব্ৰিটিছ চৰকাৰৰ অনুমোদনবিনে মহিশূৰৰ কোনো উত্তৰাধিকাৰীয়ে সিংহাসনত বহিব নোৱাৰিব।

(৩) ৰজাই প্ৰত্যক্ষভাৱে কোনো বৈদেশিক শক্তিৰ লগত সম্বন্ধ স্থাপন কৰিব নোৱাৰিব, বা কোনো বিদেশী নাগৰিকক চৰকাৰৰ কামকাজত নিয়োগ কৰিব নোৱাৰিব।

(৪) ব্ৰিটিছ চৰকাৰে টেলিগ্ৰাফ লাইন আৰু ৰেলপথ স্থাপন কৰিব পাৰিব আৰু মহিশূৰত আগৰ দৰেই ব্ৰিটিছ ভাৰতীয় মুদ্ৰা চলি থাকিব।

(৫) ৰজাই ইচ্ছামতে সৈন্যৰ সংখ্যা বৃদ্ধি বা চৰকাৰী অনুমোদন নোহোৱাকৈ কোনো অস্ত্ৰ-শস্ত্ৰ আমদানি কৰিব নোৱাৰিব।

(৬) ৰজাই ৰাজ্যত সুশাসন প্ৰৱৰ্তন কৰিব লাগিব।

উপৰোক্ত চৰ্তসমূহ যে একমাত্ৰ মহিশূৰৰ ক্ষেত্ৰতহে কাৰ্য্যকৰী কৰা হৈছিল এনে নহয়, সৰু-বৰ সকলো ৰাজ্যৰ বেলিকাও ব্ৰিটিছ চৰকাৰে অনুৰূপ নীতিয়েই গ্ৰহণ কৰিছিল। দেশীয় ৰজাসকলক দত্তক গ্ৰহণৰ অধিকাৰ দিয়া হৈছিল যদিও, সেই তোলনীয়া পুতেকজনেই যে ৰজা হ'ব পাৰিব তাৰ কোনো নিশ্চয়তা নাছিল। ব্ৰিটিছ চৰকাৰে তেওঁক ৰজা বুলি স্বীকাৰ কৰিলেহে তেওঁ ৰাজ্যশাসনৰ অধিকাৰ পাইছিল। কিছুমান দেশীয় ৰাজ্যৰ নিজস্ব মুদ্ৰা আছিল, কিন্তু সেই মুদ্ৰাৰ লগে লগে ব্ৰিটিছ ভাৰতীয় মুদ্ৰাৰো অবাধ প্ৰচলন ঘটিছিল। ডাক-তাঁৰ বিভাগ স্থাপন, ৰেলপথ নিৰ্মাণ আদি কাৰ্য্যবোৰ সৰ্বভাৰতীয় ভিত্তিত সম্পাদিত হৈছিল ; এইবোৰত দেশীয় ৰাজ্যৰ ওজৰ-আপত্তিৰ কোনো প্ৰশ্ন নাছিল। দেশীয় ৰাজ্যৰ সৈন্যবাহিনী আৰু বৈদেশিক নীতি সম্পূৰ্ণভাৱে ব্ৰিটিছ চৰকাৰৰ নিয়ন্ত্ৰণাধীন আছিল। দেৱান বা আন উচ্চপদস্থ কৰ্মচাৰীসকলক ব্ৰিটিছ চৰকাৰৰ অনুমোদনক্ৰমেহে নিয়োগ

কৰা হৈছিল। মুঠতে দেশীয় ৰজাসকলৰ কোনো বিষয়তে স্বাধীনতা নাছিল; যিখিনি আছিল সেইখিনি ১৮৭৭ চনতে লোপ পালে বুলি ক'ব পাৰি। সেই চনত লৰ্ড লিটনে মোগল সম্ৰাটসকলৰ ৰাজ অভি-ষেকৰ আৰ্হিত দিল্লী নগৰীত এখন ডাঙৰ দৰবাৰ পাতি ইংলেণ্ডৰ ৰাণী ভিক্টোৰিয়াক 'ভাৰতসম্ৰাজ্ঞী' বুলি ঘোষণা কৰে। সকলোবোৰ দেশীয় ৰজাক ইয়াতে নিমন্ত্ৰণ জনাই সম্ৰাজ্ঞীৰ প্ৰতি যথোচিত সন্মান প্ৰদৰ্শন কৰিবলৈ কোৱা হয়। কিছুমান দেশীয় ৰজা এই ব্যৱস্থাত সন্তুষ্ট হোৱা নাছিল, কিন্তু সেইবুলি বিৰোধিতা কৰাৰ সাহস কাৰো নহ'ল। এই সময়ৰপৰা তথাকথিত স্বাধীন দেশীয় ৰাজ্যবোৰ নামতহে মাথোন স্বাধীন হৈ থাকিল আৰু ৰজাসকল ভাৰতসম্ৰাজ্ঞীৰ কৰ্তৃত্বাধীন হৈ পৰিল।

## সহযোগিতাৰ যুগ

ইতিমধ্যে ভাৰতৰ জাতীয় আন্দোলনে সবল ৰূপ ধাৰণ কৰাত ব্ৰিটিছ চৰকাৰে দেশীয় ৰাজন্যবৰ্গৰ প্ৰতি এক নতুন নীতি গ্ৰহণ কৰিবলগীয়া হয়। ৰাজন্যবৰ্গৰ সহায় নহ'লে জাতীয় আন্দোলন প্ৰতিৰোধ কৰা কঠিন হৈ পৰিব আৰু সেই কাৰণে যোধপুৰ মহাৰাজৰ অভিষেকৰ সময়ত লৰ্ড হাৰ্ডিঞ্জে (দ্বিতীয়) ভাৰতৰ ৰাজন্যবৰ্গক প্ৰথমবাৰৰ কাৰণে সাম্ৰাজ্যিক স্বাৰ্থৰ প্ৰধান সহযোগী আৰু সহায়কাৰী বুলি বৰ্ণনা কৰে (২৬ ফেব্ৰুৱাৰি, ১৯১৬)। তেওঁলোকৰ সহায় লাভ কৰিবলৈ সদ্যহতে দুটা ব্যৱস্থা লোৱা হয়। প্ৰথমটো হৈছে এক সামৰিক বাহিনী গঠন, যিটোৱে ব্ৰিটিছ সাম্ৰাজ্যৰ স্বাৰ্থ বিশেষভাৱে ৰক্ষা কৰিব। লৰ্ড ডাফৰিনৰ সময়তে এই বিশেষ বাহিনী গঠন কৰাৰ চেষ্টা কৰা হৈছিল, কিন্তু তেওঁৰ পাছতহে এই বাহিনীৰ জন্ম হয়। এই বাহিনীক 'সাম্ৰাজ্যিক সেৱা বাহিনী' বুলি কোৱা হয়। প্ৰথম মহাযুদ্ধৰ সময়ত এই বাহিনীয়ে ব্ৰিটিছৰ পক্ষে যুঁজি যথেষ্ট কৃতিত্ব অৰ্জন কৰে।

আন এটা ব্যৱস্থামতে ব্ৰিটিছ চৰকাৰে ৰাজন্যবৰ্গক লৈ এটা বেলেগ অনুষ্ঠান গঢ়ি তোলে। এই ক্ষেত্ৰত ব্ৰিটিছ দৃষ্টিভংগীৰ পৰিবৰ্তন বিশেষ-ভাৱে মন কৰিবলগীয়া, কিয়নো আগতে দেশীয় ৰজাবোৰক পৃথক পৃথককৈ ৰখাটোৱে চৰকাৰী নীতি আছিল। নতুন ৰাজনৈতিক সমস্যাৱলী সৃষ্টি হোৱাৰ হেতুকে এই পৰিবৰ্তিত ব্যৱস্থাৰ অনুকূলে মত পোষণ

কৰা হয়। প্ৰথমে লৰ্ড লিটনেই এনে এটা অনুষ্ঠান গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল, কিন্তু তেওঁৰ দিনত সি হৈ নুঠিল। তেওঁৰ পাছৰ আন ভাইছৰয়সকলেও একে প্ৰচেষ্টাকে চলায় আৰু শেষত লৰ্ড চেমচফ'ৰ্ডৰ দিনত 'চেম্বাৰ অব প্ৰিন্সেছ' নামে ভাৰতীয় ৰাজন্যবৰ্গৰ এটা সুকীয়া অনুষ্ঠানৰ জন্ম হয় (৮ ফেব্ৰুৱাৰি, ১৯২১)। ইয়াৰ সভা বছৰেকত এবাৰকৈ বহুউৱাৰ দিহা কৰা হয়। ইয়াত সভাপতিত্ব কৰিব ভাৰতৰ ভাইছৰয়ে; তেওঁৰ অনুপস্থিতিত, ৰাজন্যবৰ্গৰদ্বাৰা নিৰ্বাচিত এজন চেন্সেলাৰে সভাপতিত্ব কৰিব পাৰিব। চেন্সেলাৰজনৰ উপৰিও এজন প্ৰ'-চেন্সেলাৰ নিৰ্বাচন কৰাৰো ব্যৱস্থা কৰা হয়। চেম্বাৰৰ কাম-কাজ সুচাৰুৰূপে চলাবৰ বাবে এটা স্থায়ী কমিটিও গঠন কৰা হয়। ইয়াৰ স্থায়ী সভাপতি হ'ল চেন্সেলাৰ। 'চেম্বাৰ অব প্ৰিন্সেছ'ক কোনো কাৰ্য্যকৰী ক্ষমতা দিয়া নহ'ল; ই হ'ল মাত্ৰ এটা উপদেষ্টা কমিটি। দেশীয় ৰাজ্যৰ অভ্যন্তৰীণ সমস্যা বা বিটিছ চৰকাৰৰ কাৰ্য্যকলাপৰ বিষয়ে আলোচনা কৰিবলৈ ইয়াৰ কোনো অধিকাৰ নাই। বিটিছ ভাৰত আৰু ৰাজন্য ভাৰতৰ উভৈহতীয়া স্বাৰ্থৰ কথাই ইয়াত বাইকৈ বিবেচিত হৈছিল।

চেম্বাৰ অব প্ৰিন্সেছ গঠিত হোৱাত বিটিছ শাসকসকল আৰু ৰাজন্যবৰ্গ উভয়ে উপকৃত হ'ল। বিটিছ চৰকাৰে বিভেদকামী নীতি অনুসৰণ কৰিবলৈ অধিক সুবিধা পালে আৰু দেশীয় ৰজাসকলেও প্ৰথম-বাৰৰ কাৰণে নিজৰ মাজত ভাব আদান-প্ৰদান কৰিবলৈ এখন মঞ্চ পালে। এই সমন্বয়ৰদ্বাৰা দেশীয় ৰজাসকল এক প্ৰতিক্ৰিয়াশীল শক্তিত পৰিণত হ'ল। স্বাধীনতা সংগ্ৰামৰ অগ্ৰগতিত তেওঁলোকে ভয় খালে আৰু নিজৰ ভবিষ্যৎ সম্বন্ধে সন্দিহান হৈ উঠিল। বিটিছ চৰকাৰ আৰু তেওঁলোকৰ মাজত প্ৰকৃত সম্বন্ধ কি, তাক নিৰ্ণয় কৰিবলৈ তেওঁলোকে চৰকাৰৰ ওচৰত দাবী জনালে। তেওঁলোকক সন্তুষ্ট কৰিবৰ কাৰণে ১৯২৭ চনৰ নৱেম্বৰ মাহত ইংলেণ্ডৰ কৰ্ত্তৃপক্ষই ছাৰ হাৰকৰ্ট বাটলাৰৰ পৌৰোহিত্যত এখন কমিটি গঠন কৰি দিয়ে। এই কমিটিখন 'বাটলাৰ কমিটি' নামে জনাজাত। বাটলাৰ কমিটিয়ে ১৯২৯ চনত এখন প্ৰতি-বেদন দাখিল কৰে। কমিটিয়ে এইবুলি মত প্ৰকাশ কৰে যে বিটিছ সম্ৰাট আৰু ৰাজন্যবৰ্গৰ মাজত এটা প্ৰত্যক্ষ সম্পৰ্ক আছে আৰু সেই

কাৰণে তেওঁলোকৰ সন্মতি নোহোৱাকৈ ভাৰতৰ নতুন চৰকাৰ এটাৰ হাতত তেওঁলোকক এৰি দিয়াটো উচিত নহ'ব। আন কথাত ক'বলৈ গ'লে, দেশীয় ৰাজ্যবোৰৰ এটা সুকীয়া অস্তিত্ব আছে আৰু ৰাজন্যবৰ্গই ইচ্ছা কৰিলে ভৱিষ্যতেও এই অস্তিত্ব ৰক্ষা কৰিব পাৰিব।

বাটলাৰ কমিটিৰ ব্যাখ্যা বহুতে গ্ৰহণ কৰিব নোৱাৰিলে। ভাৰতীয় জাতীয় কংগ্ৰেছেও ইয়াত গভীৰ অসন্তুষ্টি প্ৰকাশ কৰে। যি কি নহওক, ভাৰতৰ সাংবিধানিক সমস্যা সমাধান কৰিবৰ অৰ্থে ১৯৩০ চনৰ নৱেম্বৰ মাহত লণ্ডনত এখন ঘূৰণীয়া মেজমেলৰ আয়োজন কৰা হয়। ইয়াতে ভাৰতৰ বাবে এক যুক্তৰাজ্য স্থাপনৰ প্ৰস্তাৱ দাঙি ধৰা হয়। দেশীয় ৰাজ্যৰ প্ৰতিনিধিসকলে প্ৰস্তাৱিত যুক্তৰাজ্যত যোগ দিব বুলি আশ্বাস দিলে। বিৃটিছ-ভাৰত আৰু ৰাজন্য-ভাৰতক লৈ এখন যুক্তৰাজ্য গঠনৰ সিদ্ধান্ত কৰি ১৯৩৫ চনত বিৃটিছ সংসদে 'ভাৰত চৰকাৰ আইন' নামে এখন আইন গ্ৰহণ কৰে। এই আইন মতে কেন্দ্ৰত ৰাজ্যপৰিষদ আৰু বিধান সভা নামে দুখন সদনৰ ব্যৱস্থা কৰা হয়। ৰাজ্যপৰিষদৰ ২৬০ খন আসনৰ ১০৪ খন আৰু বিধান সভাৰ ৩৭৫ খন আসনৰ ১২৫ খন দেশীয় ৰাজ্যসমূহৰ প্ৰতিনিধিসকলৰ বাবে যেলেগকৈ ৰখা হয়। যুক্তৰাজ্যত যোগদান কৰাটো হ'ল দেশীয় ৰজাসকলৰ ইচ্ছাসাপেক্ষ কথা; তেওঁলোকে যোগদান কৰিব খুজিলে এখন 'অভিমিলন পত্ৰ'ত স্বাক্ষৰদান কৰিব লাগিব। অৱশ্যে কংগ্ৰেছ আৰু মুছলিম লিগৰ বিৰোধিতাৰ কাৰণে যুক্তৰাজ্যৰ আঁচনিখন কাৰ্য্যকৰী নহ'ল। দেশীয় ৰাজ্যসমূহেও নিজৰ স্বাৰ্থ ক্ষুণ্ণ হোৱাৰ আশংকা কৰি যুক্তৰাজ্যত যোগদান দিয়াৰপৰা বিৰত থাকিল। বিৃটিছ-ভাৰত আৰু ৰাজন্য-ভাৰতৰ মাজত এক নতুন সম্পৰ্ক স্থাপন হোৱাৰ সুবিধা এইদৰে লোপ পালে।

## ভাৰতৰ স্বাধীনতা আৰু দেশীয় ৰাজ্য

দ্বিতীয় মহাযুদ্ধৰ সময়চোৱাত (১৯৩৯—৪৫) ভাৰতৰ স্বাধীনতা আন্দোলন এক চূড়ান্ত পৰ্য্যায়ত উপনীত হয়। ১৯৪২ চনত কংগ্ৰেছ কমিটিয়ে বিখ্যাত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰে। দেশব্যাপী অশান্তিৰ সূত্ৰপাত হ'ল আৰু ভাৰতবাসীক দাসত্বৰ বান্ধোনত ৰখাটো বিৃটিছৰ পক্ষে কঠিন হৈ উঠিল। স্বাধীনতাৰ সম্ভাৱনা ক্ৰমে বৃদ্ধি

পাৰলৈ ধৰিলে। দেশীয় ৰজাসকলৰ মনত এক অনিশ্চয়তাৰ ভাবে দেখা দিলে। বি্ৰটিছ চৰকাৰে তেওঁলোকক মাজে-সময়ে আশ্বাস দি থাকিল যে তেওঁলোকৰ অমতে তেওঁলোকৰ ভৱিষ্যত সম্পৰ্কে কোনো মীমাংসা কৰা নহ'ব। ১৯৪৬ চনৰ ১৬ মে'ৰ দিনা কেবিনেট মিছনে ঘোষণা কৰে যে বি্ৰটিছ ভাৰতে স্বাধীনতা লাভ কৰাৰ লগে লগে দেশীয় ৰাজ্যবোৰৰ লগত বি্ৰটিছ সম্রাটৰ কোনো সম্বন্ধ নাথাকিব, কিন্তু সেইবুলি ভাৰতৰ নতুন চৰকাৰ এটাই স্বাভাৱিকতে কোনো কর্তৃত্বৰ দাবী কৰিব নোৱাৰিব। কেবিনেট মিছনে অৱশ্যে স্বাধীন ভাৰতৰ কাৰণে এটা বেলেগ অস্তিত্বৰ কথা চিন্তা কৰা নাছিল আৰু সেই কাৰণে নতুন ভাৰতৰ লগত সহযোগ কৰিব পৰাকৈ এখন আঁচনি প্ৰস্তুত কৰি উলিয়ায়। এই আঁচনি মতে 'ব্ৰিটিছ ভাৰত' আৰু 'ৰাজন্য ভাৰত' লৈ এখন সংযুক্ত-ৰাষ্ট্ৰ গঠিত হ'ব; সংযুক্ত ভাৰতে বৈদেশিক পৰিক্ৰমা, প্ৰতিৰক্ষা আৰু সংযোগ—এই তিনিটা বিষয় পৰিচালনা কৰিব পাৰিব। আন আন বিষয়বোৰৰ ওপৰত সকলো প্ৰদেশ বা ৰাজ্যৰে সমান কর্তৃত্ব থাকিব।

দেশীয় ৰজাসকলে কেবিনেট মিছনৰ আঁচনিখন গ্ৰহণ কৰে। অৱশ্যে 'চেম্বাৰ অব প্ৰিন্সেছ'ৰ স্থায়ী কমিটিয়ে তিনিটা বিষয়ৰ ওপৰত গুৰুত্ব আৰোপ কৰি এটা প্ৰস্তাৱ লয় (২৯ জানুৱাৰি, ১৯৪৭)। এই প্ৰস্তাৱটোৰ মতে (১) সংযুক্ত ভাৰতত যোগদান কৰা-নকৰাটো প্ৰত্যেক ৰাজ্যৰ ওপৰতে নিৰ্ভৰ কৰিব; (২) ব্ৰিটিছ শাসনৰ অৱসানৰ লগে লগে প্ৰত্যেক ৰাজ্যই পূৰ্বৰ সকলো ক্ষমতা ঘূৰাই পাব আৰু সংযুক্ত ভাৰতে কেৱল কেন্দ্ৰীয় বিষয়সূচীত অন্তৰ্ভুক্ত বিষয়সমূহহে পৰিচালনা কৰিব পাৰিব আৰু (৩) প্ৰত্যেক ৰাজ্যৰ সংবিধান, ভৌগোলিক অখণ্ডতা আৰু সিংহাসনৰ উত্তৰাধিকাৰীৰ প্ৰশ্নত সংযুক্ত ভাৰত চৰকাৰে হস্তক্ষেপ কৰিব নোৱাৰিব, কিন্তু ইতিমধ্যে ভাৰত দ্বিখণ্ডিত হোৱাৰ ব্যৱস্থা হোৱাত কিছুমান দেশীয় ৰজাই স্বাধীনভাৱে থকাৰ কথা চিন্তা কৰে। এই বিষয়ত মুছলিম লিগৰ কৰ্মকৰ্তাসকলেও যথেষ্ট উদগনি যোগায়। ভাৰতীয় জাতীয় কংগ্ৰেছে দেশীয় ৰাজ্যৰ স্বাধীনতা ঘোষণা কৰাৰ অধিকাৰ আছে বুলি স্বীকাৰ নকৰিলে। ১৯৪৭ চনৰ ১৫ জুন তাৰিখে গৃহীত এক প্ৰস্তাৱযোগে কংগ্ৰেছ কমিটিয়ে এইবুলি মত প্ৰকাশ কৰে যে দেশীয় ৰাজ্যৰ

স্বাধীনতা ঘোষণা কৰাৰ কোনো অধিকাৰ নাই আৰু কোনো ৰাজ্যেৰো ভাৰতবৰ্ষৰ বিচ্ছিন্ন হৈ থাকিব নোৱাৰে। পণ্ডিত জৱাহৰলাল নেহৰুৱে ঘোষণা কৰিলে যে কোনোবা বিদেশী ৰাষ্ট্ৰই ভাৰতৰ দেশীয় ৰাজ্যৰ স্বাধীনতাক গ্ৰাহ্য কৰিলে, সেইটো শত্ৰুতামূলক কাৰ্য্য বুলি গণ্য কৰা হ'ব।

দেশীয় ৰাজ্যৰ সমস্যা সমাধান কৰাৰ ক্ষেত্ৰত চৰ্দাৰ বল্লভভাই পেটেলৰ নাম বিশেষভাৱে উল্লেখযোগ্য। সমস্যা সমাধানৰ কাৰণে তেওঁ ১৯৪৭ চনৰ ৫ জুলাই তাৰিখে 'দেশীয় ৰাজ্য বিভাগ' নামে এটা নতুন বিভাগ স্থাপন কৰে। ইয়াৰ আগলৈকে ব্ৰিটিছ চৰকাৰৰ ৰাজনৈতিক বিভাগে দেশীয় ৰাজ্যসমূহক নিয়ন্ত্ৰণ কৰিছিল। চৰ্দাৰ পেটেলে দেশীয় ৰাজ্য বিভাগৰ দায়িত্ব লৈ ৰাজন্যবৰ্গক নতুন ভাৰত গঢ়ি তোলা কাৰ্য্যত সহায় কৰিবলৈ আমন্ত্ৰণ জনায়। ভাৰতৰ শেষ ভাইচৰয় লৰ্ড লুই মাউণ্টবেটেনেও তেওঁক পাৰ্যমানে সহায় কৰে। তেওঁ দেশীয় ৰজা-সকলক স্বাধীনতাৰ আগতে ভাৰত বা পাকিস্তানৰ লৈতে যোগদান দিবলৈ পৰামৰ্শ দিয়ে। যোগদান কৰা ক্ষেত্ৰত তেওঁ অৱশ্যে ৰাজন্য-বৰ্গক নিজ ৰাজ্যৰ ভৌগোলিক অৱস্থানৰ প্ৰতি লক্ষ্য ৰাখিবলৈ কয়। পেটেল আৰু মাউণ্টবেটেনৰ চেষ্টাৰ ফলস্বৰূপে বহুতো দেশীয় ৰাজ্যই ভাৰতৰ লগত যোগ দিয়ে। সুবিধা অনুসাৰে, এই ৰাজ্যবোৰৰ কিছুমানক ওচৰ-চুবুৰীয়া প্ৰদেশৰ লগত চামিল কৰা হয় আৰু আন কিছুমানক লৈ নতুন প্ৰদেশো গঠন কৰা হয়। তাৰৰ ৰাজ্যবোৰৰ স্বকীয়া অস্তিত্ব ৰখা হ'ল। পাছত অৱশ্যে পুৰণি ৰাজ্যব্যৱস্থা সম্পূৰ্ণভাৱে লোপ পালে (১৯৫৬)।

স্বাধীনতাৰ পাছত হায়দৰাবাদ আৰু কাশ্মীৰক লৈ এটা বেলেগ পৰিস্থিতিৰ উদ্ভৱ হয়। এই দুখন ডাঙৰ দেশীয় ৰাজ্যই ভাৰত বা পাকিস্তানৰ লগত যোগ নিদি স্বাধীনভাৱে থাকিবলৈ চেষ্টা কৰে। কি পৰিস্থিতিত এই ৰাজ্য দুখনে ভাৰতৰ লগত যোগদান দিবলগীয়া হয়, সেই বিষয়ে তলত এটা আলোচনা দাঙি ধৰা হ'ল।

**হায়দৰাবাদ ঃ** সেই সময়ত হায়দৰাবাদ ভাৰতৰ ভিতৰতে এখন বৃহৎ প্ৰদেশ আছিল। ইয়াৰ অধিকাংশ লোকেই হ'ল হিন্দু। কিন্তু

শাসকজন আছিল মুছলমান। মুছলমান শাসক অৰ্থাৎ নবাবজনে নিজ ৰাজ্যৰ স্বাধীনতা অটুট ৰাখিবলৈ বিশেষভাৱে চেষ্টা কৰে। ভাৰতে স্বাধীনতা লাভ কৰাৰ আগতেও তেওঁৰ এই মনোভাৱৰ কথা প্ৰকাশ পায়। ভাৰতৰ ভিতৰত অৱস্থিত এখন ৰাজ্যৰ স্বাধীনতাৰ দাবী ভাৰত চৰকাৰে মানি ল'ব নোৱাৰিলে। তথাপি প্ৰথম অৱস্থাত নবাবক কোনো জোৰ-জুলুম কৰা নহ'ল। নানা আলাপ-আলোচনাৰ পাছত ১৯৪৭ চনৰ ২৯ নৱেম্বৰৰ দিনা হায়দৰাবাদৰ নবাবে যথাস্থিতি ব্যৱস্থা ৰাখিবলৈ ভাৰত চৰকাৰৰ লগত এখন চুক্তি কৰে। এই চুক্তিমতে এবছৰৰ কাৰণে ভাৰত চৰকাৰে হায়দৰাবাদৰ প্ৰতিৰক্ষা, বৈদেশিক পৰিক্ৰমা আৰু সংযোগ—এই তিনিটা বিষয় নিয়ন্ত্ৰণ কৰিব পাৰিব।

এই চুক্তি স্বাক্ষৰিত হোৱাৰ পাছতো ভাৰত আৰু হায়দৰাবাদৰ মাজত কোনো সদ্ভাৱ স্থাপন নহ'ল; বৰঞ্চ পাকিস্তানৰ লগত বন্ধুত্ব গঢ়ি তুলিবলৈহে হায়দৰাবাদৰ নতুন প্ৰধান মন্ত্ৰী লায়ক আলি যত্নপৰ হৈ উঠে। ভাৰতৰ লগত কৰা চুক্তি ভংগ কৰিয়েই হায়দৰাবাদে পাকিস্তানক এটা ২০ কোটি টকাৰ ঋণ দিয়ে আৰু এই ৰাজ্যত মুদ্ৰাৰ প্ৰচলন বন্ধ কৰে। ইফালে 'মজলিছ-ইত্তেহাদ-উল-মুছলিমিন'ৰ সভাপতি চৈয়দ কাছিম ৰেযভিয়ে স্বাধীন হায়দৰাবাদৰ কল্পনাত নিমগ্ন হয়। ৰেযভিৰ ৰাজাকৰ নামে এটা দুৰ্ধৰ্ষ স্বেচ্ছাসেৱক বাহিনী আছিল। এই ৰাজাকৰ দলটোৱে হিন্দুসকলক বিশেষভাৱে উপদ্ৰৱ কৰিবলৈ ধৰে। ইয়াতে ক্ষান্ত নহৈ তেওঁলোকে হায়দৰাবাদৰ ওচৰ-চুবুৰীয়া প্ৰদেশৰ ওপৰতো অত্যাচাৰ আৰম্ভ কৰে। হায়দৰাবাদৰ লগত এটা বুজা-পৰাত উপনীত হ'বলৈ ভাৰতে আপ্ৰাণ চেষ্টা কৰে, কিন্তু ইয়াৰ একো ফল নহ'ল। ভাৰত চৰকাৰে আন উপায় নেদেখি হায়দৰাবাদৰ বিৰুদ্ধে অৰ্থনৈতিক অৱৰোধৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ বাধ্য হয়। ইতি-মধ্যে হায়দৰাবাদে ভাৰতৰ বিৰুদ্ধে সক্ষম হ'বলৈ যুদ্ধৰ সা-সৰঞ্জাম আৰু সৈন্য সংখ্যা বৃদ্ধি কৰিলে। ৰাজাকৰৰ অত্যাচাৰো আগতকৈ বহুত গুণে বৃদ্ধি পালে। ভাৰতত এক প্ৰবল চাঞ্চল্যৰ সৃষ্টি হ'ল। ৰাজাকৰক দমন কৰিবলৈ ভাৰত চৰকাৰে দাবী কৰিলে, কিন্তু নিজামে তাকে নকৰি ভাৰতৰ বিৰুদ্ধে সম্মিলিত ৰাষ্ট্ৰসংঘৰ ওচৰত এটা গোচৰ দাখিল কৰে। ভাৰতে হায়দৰাবাদৰ এই অধিকাৰৰ কথা স্বীকাৰ নকৰিলে। অৱশেষত নিজাম

আৰু তেওঁৰ সহযোগীসকলক বুজোৱাৰ একো থল নথকাত ভাৰত চৰকাৰে হায়দৰাবাদৰ বিৰুদ্ধে পুলিচী ব্যৱস্থা ল'বলৈ স্থিৰ কৰে। এই উদ্দেশ্যে মেজৰ জেনেৰেল জে. এন. চৌধুৰীৰ অধীনত এটা সশস্ত্ৰ বাহিনী হায়দৰাবাদলৈ প্ৰেৰণ কৰা হয়। ১৩ ছেপ্টেম্বৰৰ দিনা (১৯৪৮) ভাৰতীয় বাহিনী হায়দৰাবাদত উপস্থিত হয় আৰু ১৮ ছেপ্টেম্বৰৰ দিনা নিজামৰ বাহিনীয়ে আত্মসমৰ্পণ কৰিলে। কাছিম ৰেযবিক গ্ৰেপ্তাৰ কৰা হয় আৰু তেওঁৰ ৰাজাকৰ দলক ভংগ কৰি দিয়া হ'ল। ২২ ছেপ্টেম্বৰৰ দিনা নিজামে ৰাষ্ট্ৰসংঘৰ ওচৰত ভাৰতৰ বিৰুদ্ধে কৰা অভিযোগ প্ৰত্যাহাৰ কৰে। মেজৰ জেনেৰেল চৌধুৰীক হায়দৰাবাদৰ অস্থায়ী গৱৰ্ণৰ হিচাপে নিয়োগ কৰা হ'ল। হায়দৰাবাদৰ স্বকীয়া অস্তিত্ব লোপ পাই ভাৰতৰ এখন প্ৰদেশত পৰিণত হ'ল।

**জম্মু আৰু কাশ্মীৰ:** কাশ্মীৰৰ সমস্যা হায়দৰাবাদতকৈ কিছু বেলেগ। ইয়াৰ লোকসকলৰ বেছিভাগেই হ'ল মুছলমান, কিন্তু শাসকজন হ'ল হিন্দু। লৰ্ড মাউণ্টবেটেনে কাশ্মীৰৰ মহাৰাজ হৰি সিঙক স্বাধীনতাৰ আগতেই ভাৰত বা পাকিস্তানৰ লগতে যোগ দিবলৈ পৰামৰ্শ দিছিল; কিন্তু মহাৰাজে সেই পৰামৰ্শ গ্ৰহণ নকৰিলে। আগৰ অৱস্থাকে ৰক্ষা কৰিব খুজি মহাৰাজ হৰি সিঙে পাকিস্তানৰ লগত মাত্ৰ এখন 'যথাস্থিতি অনুবন্ধ'ত স্বাক্ষৰ দান কৰে। পাকিস্তান অৱশ্যে ইয়াত সন্তুষ্ট নহ'ল। কাশ্মীৰক গ্ৰাস কৰিবলৈ পাকিস্তানে নানা ধৰণেৰে চেষ্টা কৰিবলৈ ধৰিলে। পেট্ৰ'ল, চেনি, কাপোৰ ইত্যাদি অত্যাৱশ্যকীয় সামগ্ৰীবোৰ কাশ্মীৰে পাকিস্তানৰপৰা আনিব নোৱৰা হ'ল। এনে সময়তে কিছুমান পাকিস্তানৰ প্ৰৰোচনাত পাঠান জনজাতীয় লোকে জম্মু আৰু কাশ্মীৰ আক্ৰমণ কৰে। মহাৰাজ হৰি সিঙে ভাৰতৰ সহায় বিচাৰি ২৬ অক্টোবৰ তাৰিখে (১৯৪৭) ভাৰত ইউনিয়নত যোগ দিলে। ইতিমধ্যে কাৰাগাৰৰপৰা মুক্তি লাভ কৰি কাশ্মীৰৰ জনপ্ৰিয় নেতা শেখ আব্দুল্লাই এটা অন্তৰ্বৰ্তী চৰকাৰ গঠন কৰে। এই চৰকাৰে মহাৰাজৰ কাৰ্য্যৰ সমৰ্থন জনালে। ভাৰত চৰকাৰে কাশ্মীৰৰ অভিবিলয় সাময়িক বুলি ধৰি লয় আৰু ঘোষণা কৰে যে কাশ্মীৰৰ জনগণৰ ক্ষমতাৰ ওপৰত ভিত্তি কৰিহে ইয়াৰ ভৱিষ্যত নিৰ্ণয় কৰাটো উচিত হ'ব।

জনজাতীয় লোকৰ সশস্ত্ৰ আক্ৰমণ প্ৰতিৰোধ কৰিবৰ অৰ্থে ২৭ অক্টোবৰ তাৰিখে এক ভাৰতীয় বাহিনী কাশ্মীৰত উপস্থিত হয়। এই সৈন্যবাহিনীয়ে শত্ৰুপক্ষক খেদি পঠাবলৈ সক্ষম হয়; কিন্তু কাশ্মীৰৰ এক অংশ তেওঁলোকৰ হাততে থাকিল। এই অংশক লৈ পাকিস্তানে ‘আজাদ কাশ্মীৰ চৰকাৰ’ নাম দি এটা চৰকাৰ গঠন কৰে। পাকিস্তানে প্ৰথমতে কাশ্মীৰ আক্ৰমণ কৰাৰ কথা অস্বীকাৰ কৰিছিল, পাছত অৱশ্যে সেই কথা ওলাই পৰিল। পাকিস্তানৰ লগত যুদ্ধ কৰাৰ ইচ্ছা নকৰি ভাৰতে কাশ্মীৰ প্ৰশ্নটো মীমাংসা কৰি দিবলৈ নিৰাপত্তা পৰিষদক অনুৰোধ জনায় (৩১ ডিচেম্বৰ, ১৯৪৭)। নিৰাপত্তা পৰিষদৰ সদস্যসকলে আৰম্ভণিৰপৰাই পাকিস্তানৰ প্ৰতি পক্ষপাতিত্ব কৰিবলৈ ধৰে। সি যি কি নহওক, ৰাষ্ট্ৰসংঘৰ মধ্যস্থতাৰ কাৰণে ১৯৪৮ চনৰ ৩১ ডিচেম্বৰৰ দিনা ভাৰত আৰু পাকিস্তানৰ মাজত এখন যুদ্ধ বিৰতিৰ চুক্তি স্বাক্ষৰিত হয়।

আজিলৈকে কাশ্মীৰ সমস্যাৰ কোনো সমাধান নহ’ল। ৰাষ্ট্ৰসংঘয়ো এই বিষয়ত কোনো অৰিহণা যোগাব নোৱাৰিলে। ইতিমধ্যে জম্মু আৰু কাশ্মীৰৰ সংবিধান সভাই ভাৰতৰ লগত কাশ্মীৰৰ যোগদান চূড়ান্ত বুলি ঘোষণা কৰিছে (১৯৫৬)।

## ত্ৰয়োদশ অধ্যায়

# সাংবিধানিক সংস্কাৰ

### কোম্পানিৰ শাসন

বাণিজ্যিক প্ৰতিষ্ঠান এটাই ভাৰতবৰ্ষত এখন বিস্তৃত সাম্ৰাজ্য স্থাপন কৰি বিশ্ব ইতিহাসত এক নতুন অভিলেখৰ সৃষ্টি কৰে। ইংলেণ্ডৰ ৰাণী এলিজাবেথৰপৰা ১৬০০ চনত এখন চনদ লাভ কৰি ইষ্ট ইণ্ডিয়া কম্পেনিয়ে ভাৰতত বেহা-বেপাৰ কৰিবলৈ আহে আৰু লাহে লাহে খোপনি পুতি ৰাজনৈতিক আধিপত্য স্থাপন কৰিবলৈ সমৰ্থ হয়। ১৭৫৭ চনত ৰবাৰ্ট ক্লাইভে বংগদেশৰ নবাব ছিৰাজ-উদ-দৌল্লাক পলাশীৰ যুদ্ধত পৰাজিত কৰি ভাৰতত ব্ৰিটিছ সাম্ৰাজ্যৰ ভেটি স্থাপন কৰে। প্ৰকৃতপক্ষে কোম্পানিৰ শাসন আৰম্ভ হয় ১৭৬৫ চনৰপৰা। সেই বছৰতে ৰবাৰ্ট ক্লাইভে মোগল সম্ৰাট ছাহ আলমৰপৰা বংগ, বিহাৰ আৰু উৰিষ্যাৰ দেৱানী লাভ কৰি কোম্পানিৰ প্ৰত্যক্ষ শাসন আৰম্ভ কৰে। এই সময়ৰপৰা ১৮৫৮ চনলৈকে ভাৰতত কোম্পানিৰ শাসন চলে।

কোম্পানিৰ শাসনকালছোৱাত ব্ৰিটিছ পাৰ্লিয়ামেণ্টে কেইবাখনো আইন প্ৰণয়ন কৰি ইষ্ট ইণ্ডিয়া কম্পেনিৰ কাম-কাজবোৰ নিয়ন্ত্ৰণ কৰাৰ ব্যৱস্থা কৰিছিল। এই আইনসমূহৰ ভিতৰত লৰ্ড নৰ্থৰ 'ৰেগুলেটিং এক্ট'-খনৰ (১৭৭৩) নাম বিশেষভাৱে উল্লেখযোগ্য। এই আইনৰ জৰিয়তে ভাৰত শাসনৰ ওপৰত ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ অধিকাৰ পোন প্ৰথমবাৰৰ বাবে স্বীকৃত হয়। আইন অনুসৰি কোম্পানিৰ ইংলেণ্ডস্থ পৰিচালক সভাই ব্ৰিটিছ চৰকাৰক ভাৰত শাসন সম্বন্ধীয় সকলো কথা জনাই থাকিবলৈ বাধ্য হয়। ভাৰতত থকা ব্ৰিটিছ অঞ্চলসমূহৰ প্ৰশাসন তদাৰক কৰিবৰ অৰ্থে এজন গৱৰ্ণৰ জেনেৰেল নিযুক্ত কৰা হয় আৰু তেওঁক সহায় কৰিবলৈ

চাৰিজন সদস্যৰে এখন পৰিষদো গঠন কৰা হয়। বংগদেশৰ গৱৰ্ণৰজনেই গৱৰ্ণৰ জেনেৰেলৰ পদত নিযুক্তি লাভ কৰে। মাদ্ৰাজ আৰু বোম্বাইৰ গৱৰ্ণৰ দুজনক তেওঁৰ অধীনস্থ কৰা হয়। মুঠতে 'ৰেগুলেটিং এক্ট'খনে ইষ্ট ইণ্ডিয়া কম্পেনিৰ ওপৰত ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ নিয়ন্ত্ৰণ সাব্যস্ত কৰি কোম্পানিৰ ভাৰতশাসনব্যৱস্থা উন্নত কৰে। ১৭৭৩ চনৰ আইনখনৰ পাছত ব্ৰিটিছ চৰকাৰে প্ৰণয়ন কৰা আন এখন উল্লেখযোগ্য আইন হৈছে উইলিয়াম পিটৰ 'ভাৰত আইন' (India Act, 1784)। এই আইনে ভাৰত শাসনৰ ক্ষেত্ৰত এক নতুন দ্বৈত শাসনব্যৱস্থাৰ প্ৰৱৰ্তন কৰে। কোম্পানিৰ কাৰ্য্য-কলাপ সম্পূৰ্ণভাৱে তদাৰক কৰিবলৈ ইংলেণ্ডত চৰকাৰৰদ্বাৰা মনোনীত ছজন সদস্যক লৈ এখন 'নিয়ন্ত্ৰক মণ্ডলী' গঠন কৰা হয়। ভাৰতৰ সামৰিক আৰু বেসামৰিক শাসনৰ ক্ষেত্ৰত এই নিয়ন্ত্ৰক মণ্ডলীখনেই সৰ্বেসৰ্বা হৈ পৰে আৰু ফলত সঞ্চালক সভাৰ ক্ষমতা বহু পৰিমাণে সংকুচিত হ'ল। অৱশ্যে কোম্পানিৰ কৰ্মচাৰীসকলৰ নিযুক্তিৰ দায়িত্ব সঞ্চালক সভাৰ হাততে থাকিল। ভাৰত শাসনৰ ক্ষেত্ৰত পিটৰ আইনে গৱৰ্ণৰ জেনেৰেল আৰু প্ৰাদেশিক গৱৰ্ণৰৰ পৰিষদবোৰৰ সদস্যৰ সংখ্যা তিনিজনলৈ কমাই দিয়ে। গৱৰ্ণৰ জেনেৰেলৰ ক্ষমতা আৰু প্ৰভাৱ আগতকৈ কিছু পৰিমাণে বৃদ্ধি কৰা হয়। পিটৰ আইনে স্থাপন কৰা শাসন ব্যৱস্থা ১৮৫৮ চনলৈকে অব্যাহত থাকে। অৱশ্যে মাজে-সময়ে ইয়াক কিছু সংশোধন কৰা হৈছিল।

ওপৰত উল্লেখ কৰা আইন দুখনৰ বাহিৰেও, কোম্পানিৰ চনদৰ প্ৰত্যেক নবীকৰণৰ সময়ত ব্ৰিটিছ চৰকাৰে নিজৰ কৰ্তৃত্ব স্থাপন কৰিবলৈ চেষ্টা কৰি আহিছিল। এটা ব্যৱসায়ী প্ৰতিষ্ঠানৰ ওপৰত ব্ৰিটিছ সাম্ৰাজ্যৰ বিৰাট অংশ এটাৰ শাসনভাৰ ন্যস্ত কৰা যে অনুচিত, তাক বহুসংখ্যক ইংৰাজ লোকে উপলব্ধি কৰিবলৈ ধৰে আৰু লাহে লাহে কোম্পানিৰ একচেটিয়া ব্যৱসায়ৰ অধিকাৰ আৰু প্ৰশাসনীয় ব্যৱস্থাৰ বিৰুদ্ধে এক প্ৰবল জনমত গঢ়ি উঠে। ভাৰতবৰ্ষতো কোম্পানিৰ শাসনৰ বিৰুদ্ধে চৰকাৰৰ ক্ষমতা সেই অনুপাতে বৃদ্ধি পায়। ১৮১৩ চনৰ চনদ আইন নবীকৰণৰ সময়ত কোম্পানিক ভাৰতৰ লগত বেহা-বেপাৰ কৰাৰ একচেটিয়া অধিকাৰ নিয়া হয়। ১৮৩৩ চনৰ চনদ আইনে কোম্পানিৰ ব্যৱসায় সম্পূৰ্ণৰূপে বন্ধ কৰি কোম্পানিক এটা প্ৰশাসনীয় যন্ত্ৰলৈ ৰূপান্তৰিত

কৰে। ভাৰত শাসনৰ ক্ষেত্ৰত এই চনদে এক নতুন যুগৰ সূচনা কৰিলে। বংগৰ গৱৰ্ণৰ জেনেৰেলক ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল আখ্যা দিয়া হয় আৰু তেওঁ তেওঁৰ পৰিষদৰ সাহায্যত সমগ্ৰ ব্ৰিটিছ ভাৰতৰ বাবে বিধি প্ৰণয়ন কৰাৰ অধিকাৰ লাভ কৰে। গৱৰ্ণৰ জেনেৰেলৰ পৰিষদৰ সদস্যসংখ্যা চাৰিজনলৈ বৃদ্ধি কৰা হয় আৰু তাৰে এজনে আইন সদস্য হিচাপে নিযুক্তি পায়। বিখ্যাত আইনজ্ঞ লৰ্ড মেকলেই হ'ল পৰিষদৰ প্ৰথম আইন সদস্য। মুখ্য সেনাপতিনায়ক এই পৰিষদৰ অতিৰিক্ত সদস্য হিচাপে পৰিগণিত হয়। সাংবিধানিক দৃষ্টিকোণৰ পৰা ১৮৩৩ চনৰ আইনৰ গুৰুত্ব অতি বেছি, কিয়নো গৱৰ্ণৰ জেনেৰেলৰ পৰিষদত এজন আইন সদস্য নিযুক্তি দিয়াত ভাৰতত বিধায়ী কাৰ্যকলাপৰ আৰম্ভণ ঘটিল। তদুপৰি বাণিজ্যিক প্ৰতিষ্ঠান এটা প্ৰশাসনীয় প্ৰতিষ্ঠানলৈ ৰূপান্তৰিত হোৱাত ইষ্ট ইণ্ডিয়া কোম্পানিৰ প্ৰয়োজনীয়তা ক্ৰমাৎ লোপ পাই আহিবলৈ ধৰিলে। সেই কাৰণে ১৮৫৩ চনৰ চনদ আইনে কোম্পানিক কোনো এটা নিৰ্দিষ্ট সময় বান্ধি নিদিয়াকৈ ভাৰত শাসন কৰিবলৈ পুনৰ অনুমতি দিয়ে। ইয়াৰ আগতে কোম্পানিৰ চনদবোৰ কিছু বছৰৰ বাবেহে নবীকৰণ কৰা হৈছিল। সময় বান্ধি নিদিয়াৰ কাৰণে এইটো কথা স্পষ্ট হৈ পৰিল যে ব্ৰিটিছ চৰকাৰে ইচ্ছা কৰিলেই কোম্পানিৰ শাসনৰ অৱসান ঘটাব পাৰিব। গতিকে ১৮৫৭ চনৰ বিদ্ৰোহ নোহোৱা-হৈতেনো কোম্পানিৰ শাসন অবিলম্বে অন্ত পৰাৰ যথেষ্ট সম্ভাৱনা আছিল।

সি যি কি নহওক, ১৮৫৩ চনৰ চনদখনেই ইষ্ট ইণ্ডিয়া কোম্পানিৰ শেষ চনদ। এই চনদখনে ভাৰতৰ শাসনব্যৱস্থাৰ যথেষ্ট পৰিবৰ্তন সাধন কৰে। কোম্পানিৰ সঞ্চালক সভাৰ সদস্যৰ সংখ্যা চৌবিছজনৰ পৰা ওঠৰজনলৈ হ্ৰাস কৰা হয় আৰু ইয়াৰে ছয়জন সদস্যক ব্ৰিটিছ চৰকাৰে মনোনীত কৰাৰ অধিকাৰ পায়। ইয়াৰ ফলত কোম্পানিৰ ওপৰত ব্ৰিটিছ চৰকাৰৰ নিয়ন্ত্ৰণ আগতকৈ অধিক শক্তিশালী হৈ উঠে। গৱৰ্ণৰ জেনেৰেলৰ পৰিষদৰ কাম-কাজবোৰ দুটা ভাগত বিভক্ত কৰা হয়। গৱৰ্ণৰ জেনেৰেলৰ পৰিষদৰ আইন সদস্যজনক সাধাৰণ সদস্যলৈ ৰূপান্তৰিত কৰি কাৰ্যনিৰ্বাহক পৰিষদৰ সকলো সভাতে যোগদান দি ভোট দিবলৈ অধিকাৰ দিয়া হয়। বিধায়ী কাৰ্য সুচাৰুৰূপে সম্পন্ন কৰিবৰ নিমিত্তে গৱৰ্ণৰ

জেনেৰেলৰ পৰিষদত মুখ্য ন্যায়াধীশ, উচ্চ ন্যায়ালয়ৰ আন এজন ন্যায়াধীশ আৰু চাৰিখন প্ৰদেশৰ (মাদ্ৰাজ, বোম্বাই, বংগ আৰু উত্তৰ-পশ্চিম প্ৰদেশ) চাৰিজন প্ৰতিনিধিক অন্তৰ্ভুক্ত কৰা হয়। প্ৰাদেশিক প্ৰতিনিধিবৰ্গক সংশ্লিষ্ট প্ৰদেশৰ গভৰ্নৰজনেহে মনোনীত কৰাৰ নিয়ম কৰা হয়। নতুনকৈ ছয়জন বিধায়ী সদস্যক লৈ সম্প্ৰসাৰণ কৰা গভৰ্নৰ জেনেৰেলৰ পৰিষদখনক এতিয়াৰেপৰা ‘বিধান পৰিষদ’ বুলি আখ্যা দিয়া হ’ল। কেন্দ্ৰীয় বিধান পৰিষদখনেই হৈছে ১৮৫৩ চনৰ চনদ আইনৰ এক উল্লেখযোগ্য কীৰ্তি। অৱশ্যে কোনো ভাৰতীয়কে ইয়াৰ অন্তৰ্ভুক্ত কৰা নহ’ল। ভাৰত শাসনৰ ক্ষেত্ৰত যে ভাৰতীয় লোকৰ সহযোগৰ প্ৰয়োজন তাক ব্ৰিটিছ চৰকাৰে সেই সময়ত উপলব্ধি কৰিব পৰা নাছিল।

১৮৫৩ চনৰ চনদে বংগদেশৰ বাবে এজন নতুন গভৰ্নৰ নিয়োগ কৰাৰ ব্যৱস্থা কৰে। ইয়াৰ আগলৈকে ভাৰতৰ গভৰ্নৰ জেনেৰেলেই বংগ দেশৰো গভৰ্নৰ আছিল। গভৰ্নৰ জেনেৰেলৰ ক্ষমতা বৃদ্ধি পাই অহাৰ লগে লগে বংগদেশৰ কাৰণে এজন সুকীয়া গভৰ্নৰৰ প্ৰয়োজন হৈ পৰিল। এজন সুকীয়া গভৰ্নৰৰ নিযুক্তি নোহোৱা পৰ্যন্ত ১৮৫৩ চনৰ চনদে গভৰ্নৰ জেনেৰেলক এজন লেফটেনেণ্ট গভৰ্নৰ নিয়োগ কৰিবলৈ অধিকাৰ দিয়ে। এই কাৰণে ১৮৫৪ চনত বংগদেশৰ কাৰণে এজন লেফটেনেণ্ট গভৰ্নৰক নিয়োগ কৰা হয়।

উপৰোক্ত চনদ নবীকৰণ হোৱাৰ চাৰি বছৰৰ পাছতে ভাৰতত এটা ডাঙৰ আন্দোলনে দেখা দিয়ে। বিদেশী লেখকসকলে ইয়াক ‘চিপাহী বিদ্ৰোহ’ বুলি ক’ব খোজে, কিন্তু ভাৰতীয় বুৰঞ্জী লেখকসকলে ইয়াক ‘স্বাধীনতাৰ প্ৰথম যুদ্ধ’ বুলিহে অভিহিত কৰে। বিতৰ্কৰ মাজলৈ নগৈ এই কথা ক’ব পাৰি যে ভাৰতীয় চিপাহীসকলে এই বিদ্ৰোহৰদ্বাৰা ব্ৰিটিছ শাসনৰ অৱলুপ্তি ঘটাবলৈ চেষ্টা কৰিছিল। এই চেষ্টা সফল নহ’ল, কিন্তু এক শতিকাজোৰা ইষ্ট ইণ্ডিয়া কোম্পানিৰ শাসনৰ অন্ত পৰিল। ভাৰতৰ শাসনভাৰ পোনপটীয়াভাৱে ব্ৰিটিছ চৰকাৰৰ হাতলৈ আহিল।

## ব্ৰিটিছ চৰকাৰৰ প্ৰত্যক্ষ শাসনত ভাৰত

**ভাৰত চৰকাৰ আইন, ১৮৫৮ :** ১৮৫৮ চনৰপৰা ভাৰতৰ ইতিহাসত এক নতুন যুগৰ সূচনা হ’ল। সেই চনত ব্ৰিটিছ পাৰ্লিয়ামেণ্টে ‘ভাৰত চৰকাৰ আইন’ নামে এখন আইন গ্ৰহণ কৰি কোম্পানিৰ শাসনৰ

অন্ত পেলায় আৰু ভাৰতশাসনৰ দায়িত্ব মহাৰাণী ভিক্টোৰিয়াৰ হাতত ন্যস্ত কৰে। ভাৰতৰ গভৰ্ণৰ জেনেৰেলে 'ভাইচৰয়' পদবী লাভ কৰি মহাৰাণীৰ নামত শাসনকাৰ্য্য চলাবলৈ ধৰে। ১৮৫৮ চনৰ আইনে ভাৰতৰ শাসনব্যৱস্থা উন্নত কৰিবৰ কাৰণে পিটৰ আইনে স্থাপন কৰা দ্বৈত শাসন-ব্যৱস্থাৰ ওৰ পেলায়। 'নিয়ন্ত্ৰকমণ্ডলী' আৰু 'সঞ্চালকসভা'ৰ অস্তিত্ব নাইকিয়া হ'ল। ভাৰতৰ শাসন পৰিচালনা কৰিবৰ অৰ্থে ব্ৰিটিছ মন্ত্ৰীসভাৰ একজন সদস্যক ভাৰতসচিব পদত নিয়োগ কৰা হয়। এই সচিবক সহায় কৰিবলৈ পোন্ধৰজন সদস্যক লৈ এখন পৰিষদো গঠন কৰা হয়।* যি উদ্দেশ্য লৈ পৰিবৰ্তনৰ ব্যৱস্থা কৰা হৈছিল, সেই উদ্দেশ্য সাধিত নহ'ল, ভাৰত সচিবৰ ক্ষমতা ক্ৰমাৎ বৃদ্ধি পাবলৈ ধৰে। আৰু শেষত ভাৰত শাসনৰ ক্ষেত্ৰত তেৱেঁই সৰ্ব্বেসৰ্ব্বা হৈ পৰে। এখন বছৰেকীয়া প্ৰতিবেদনৰ জৰিয়তে ভাৰত সচিবে ব্ৰিটিছ পাৰ্লিয়ামেণ্টক ভাৰত শাসন সম্বন্ধীয় সকলো কথা জনাই থাকিবলগীয়া হয়। ইয়াৰ ফলত ব্ৰিটিছ পাৰ্লিয়ামেণ্টে ভাৰতৰ বিষয়ে আলোচনা কৰিবলৈ সুবিধা লাভ কৰে। অৱশ্যে এই সুবিধাৰ ব্যৱহাৰ কৰা হৈছিল বুলি ক'ব নোৱাৰি। অন্ততঃ প্ৰথম মহাযুদ্ধৰ সময়লৈকে ব্ৰিটিছ পাৰ্লিয়ামেণ্টে ভাৰত সচিবক সকলো দায়িত্ব অৰ্পণ কৰিয়ে সন্তুষ্ট আছিল।

১৮৫৮ চনৰ আইনে গভৰ্ণৰ জেনেৰেল আৰু প্ৰাদেশিক গভৰ্ণৰসকলৰ নিযুক্তিৰ ক্ষমতা ব্ৰিটিছ চৰকাৰৰ হাতত অৰ্পণ কৰে। গৃহ চৰকাৰৰ অনুমতি সাপেক্ষে গভৰ্ণৰ জেনেৰেলক লেফটেনেণ্ট গভৰ্ণৰসকলক নিযুক্তি দিবলৈ কৰ্ত্তৃত্ব দিয়া হয়। গভৰ্ণৰ জেনেৰেল আৰু প্ৰাদেশিক গভৰ্ণৰসকলৰ পৰিষদসমূহৰ সদস্যসকলক ভাৰতসচিবেহে নিয়োগ কৰাৰ ব্যৱস্থা কৰা হয়। অৱশ্যে এই ক্ষেত্ৰত তেওঁ ভাৰত পৰিষদৰ লগত আলোচনা কৰিব লাগিছিল। ১৮৫৮ চনৰ ১ নৱেম্বৰ তাৰিখে এলাহাবাদত এখন দৰবাৰ বহুৱাই ভাৰতৰ প্ৰথম ভাইচৰয় লৰ্ড কেনিঙে আনুষ্ঠানিকভাৱে

---

*ভাৰত পৰিষদৰ প্ৰথম পোন্ধৰজন সদস্যৰ সাতজনক ইষ্ট ইণ্ডিয়া কম্পেনিৰ সঞ্চালক সভাই নিযুক্তি দিছিল। সঞ্চালক সভাই প্ৰথম আৰু শেষবাৰৰ কাৰণেহে এই ক্ষমতা লাভ কৰিছিল। ১৮৫৮ চনৰ পাছৰপৰা সকলো সদস্যকে ব্ৰিটিছ চৰকাৰেহে মনোনীত কৰিছিল।

মহাৰাণী ভিক্টোৰিয়াৰ এখন ঘোষণাপত্ৰ পঢ়ি শুনায়। ভাৰতবাসীৰ মংগল বিধান কৰাই যে ব্ৰিটিছ শাসনৰ একমাত্ৰ উদ্দেশ্য; সেই কথা ইয়াত সদৰি কৰা হয়। ভাৰতীয় লোকক ৰাজনৈতিক অধিকাৰ দিয়াৰ সম্পৰ্কে অৱশ্যে কোনো প্ৰতিশ্ৰুতি দিয়া নহ'ল।

## ভাৰতীয় পৰিষদ আইন, ১৮৬১

১৮৫৮ চনৰ আইনখনে ভাৰত শাসনৰ ক্ষেত্ৰত কোনো উল্লেখযোগ্য পৰিবৰ্তন সাধন কৰা নাছিল। ইতিমধ্যে ১৮৫৩ চনৰ চনদ আইন মতে গঠিত বিধান পৰিষদখনে আইন প্ৰণয়নৰ ক্ষেত্ৰত যথেষ্ট স্বাতন্ত্ৰ্য অৱলম্বন কৰাত গৃহ চৰকাৰে এখন নতুন আইন ৰচনা কৰিবলৈ সিদ্ধান্ত কৰে। এই কাৰণে ১৮৬১ চনত 'ভাৰত পৰিষদ আইন' নামে এখন আইন গ্ৰহণ কৰা হয়। এই আইনে গৱৰ্ণৰ জেনেৰেলৰ ক্ষমতা অধিক পৰিমাণে বৃদ্ধি কৰে। তেওঁৰ কাৰ্য্যনিৰ্বাহক পৰিষদৰ সাধাৰণ সদস্যৰ সংখ্যা পাঁচজনলৈ বৃদ্ধি কৰা হয়। পৰিষদৰ কাম-কাজবোৰ সুচাৰুৰূপে চলাবৰ অৰ্থে গৱৰ্ণৰ জেনেৰেলক প্ৰয়োজনীয় ব্যৱস্থা ল'বলৈ অধিকাৰ দিয়া হয়। এই অধিকাৰৰ বলতে লৰ্ড কেনিঙে পৰিষদৰ সদস্যসকলৰ মাজত চৰকাৰী দপ্তৰবোৰ বিতৰণ কৰি দিয়ে। প্ৰত্যেক সদস্যকে নিজৰ বিভাগটোৰ ওপৰত সম্পূৰ্ণ কৰ্তৃত্ব আছিল, অৱশ্যে গুৰুত্বপূৰ্ণ বিষয়ৰ ক্ষেত্ৰত গৱৰ্ণৰ জেনেৰেলৰ লগত পৰামৰ্শ কৰা হৈছিল। দপ্তৰ বিতৰণৰ ব্যৱস্থা কৰি লৰ্ড কেনিঙে ভাৰতবৰ্ষত কেবিনেট শাসন প্ৰণালীৰ সূচনা কৰে বুলি ক'ব পাৰি।

বিধায়ী ক্ষেত্ৰত ১৮৬১ চনৰ আইনে গুৰুত্বপূৰ্ণ পৰিবৰ্তন আনে। আইন প্ৰণয়নৰ কাৰণে গৱৰ্ণৰ জেনেৰেলক বিধান পৰিষদৰ সংখ্যা ছয়জনৰপৰা বাৰজনলৈকে বৃদ্ধি কৰাৰ কৰ্তৃত্ব দিয়া হয়। পৰিষদৰ আধাভাগ সদস্যই হ'ল বেচৰকাৰী সদস্য। এই বেচৰকাৰী সদস্যসকলক মাত্ৰ দুবছৰৰ বাবেহে নিয়োগ কৰা হৈছিল। আইনত প্ৰত্যক্ষভাৱে কোনো উল্লেখ নাথাকিলেও, ভাইচৰয়ে কেইজনমান ভাৰতীয়ক বিধান পৰিষদৰ সদস্য হিচাপে মনোনীত কৰি লৈছিল। এই সদস্যসকল আছিল জমিদাৰ, দেশীয় ৰজা বা তেওঁলোকৰ প্ৰতিনিধি। গতিকে তেওঁলোকে সৰ্বসাধাৰণ মানুহক প্ৰতিনিধিত্ব কৰিছিল বুলি ক'ব নোৱাৰি। প্ৰতিনিধিত্বমূলক চৰকাৰ স্থাপন কৰাই ১৮৬১ চনৰ আইনৰ লক্ষ্য

আছিল; তথাপি বিধায়ী কাৰ্য্যত যে ভাৰতীয় লোকৰ সহযোগ বিচৰা হ'ল, এইটো দেশবাসীৰ কাৰণে এটা ডাঙৰ লাভ বুলি ক'ব পাৰি। ইয়াৰ আগতে ১৮৫৩ চনত স্থাপিত পৰিষদত ভাৰতীয় লোকৰ অন্তৰ্ভুক্তিৰ বাবে লৰ্ড ডেলহাউছিয়ে চেষ্টা কৰিছিল, কিন্তু ব্ৰিটিছ চৰকাৰৰ বিৰূপ মনোভাৱৰ বাবে তেওঁৰ চেষ্টা ফলপ্ৰসূ নহ'ল। ১৮৫৭ চনৰ বিদ্ৰোহৰপৰা ক্ৰমে ব্ৰিটিছ দৃষ্টিভংগীৰ পৰিৱৰ্তন ঘটিবলৈ ধৰে আৰু সেয়ে এতিয়া কেইজনমান ভাৰতীয়ক কেন্দ্ৰীয় বিধান পৰিষদত স্থান দিয়া হ'ল।

নতুনকৈ সম্প্ৰসাৰণ কৰা বিধান পৰিষদৰ ক্ষমতা একমাত্ৰ বিধি প্ৰণয়নৰ ক্ষেত্ৰতে সীমাবদ্ধ কৰা হয়। গৱৰ্ণৰ জেনেৰেলৰ অনুমোদন-সাপেক্ষে, বিধান পৰিষদে গৱৰ্ণৰ জেনেৰেলৰপৰা আগতীয়াকৈ অনুমতি ল'ব লাগিছিল। দেশত জৰুৰী অৱস্থাৰ উদ্ভৱ হ'লে গৱৰ্ণৰ জেনেৰেলে পৰিষদৰ অনুমতি নোলোৱাকৈয়ে অধ্যাদেশ জাৰি কৰিব পাৰিছিল। অধ্যাদেশ জাৰি কৰাৰ কাৰণে অৱশ্যে ভাৰতসচিবক জনাবলগীয়া হৈছিল। এখন অধ্যাদেশ সাধাৰণতে ছমাহলৈ বলবৎ আছিল।

ভাৰতীয় পৰিষদ আইনে বোম্বাই আৰু মাদ্ৰাজ চৰকাৰক পুনৰ আইন প্ৰণয়ন কৰিবলৈ ক্ষমতা প্ৰদান কৰে। ১৮৩৩ চনৰ চনদ আইনৰ দ্বাৰা সেই প্ৰদেশ দুখনক আইন প্ৰণয়ন কৰা ক্ষমতাৰপৰা বঞ্চিত কৰি ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰ হাতত সেই ক্ষমতা অৰ্পণ কৰা হৈছিল। কি কি বিষয়ত প্ৰাদেশিক বিধান পৰিষদে আইন প্ৰণয়ন কৰিব পাৰিব, সেই সম্পৰ্কে ১৮৬১ চনৰ আইনত কোনো উল্লেখ নাছিল; কিন্তু বিত্ত, মুদ, ডাক-তাঁৰ, ৰাষ্ট্ৰীয় ঋণ, ধৰ্ম আদি বিষয়ত আইন ৰচনা কৰাৰ আগেয়ে গৱৰ্ণৰ জেনেৰেলৰ অনুমোদনৰ প্ৰয়োজন হৈছিল। প্ৰাদেশিক আইনসমূহ সংশ্লিষ্ট প্ৰদেশৰ গৱৰ্ণৰ আৰু ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰ অনুমোদনসাপেক্ষেহে বলবৎ কৰিব পৰা গৈছিল।

আইন প্ৰণয়নৰ উদ্দেশ্যে প্ৰাদেশিক পৰিষদ দুখনো সম্প্ৰসাৰণ কৰা হয়। প্ৰাদেশিক মহাধিবক্তাজনৰ উপৰি চাৰিজনৰপৰা আঠজনলৈকে অতিৰিক্ত সদস্য নিয়োগ কৰিবলৈ গৱৰ্ণৰক কৰ্তৃত্ব দিয়া হয়। এই অতিৰিক্ত সদস্যৰ আধাভাগেই বেচৰকাৰী হ'ব লাগিছিল। এই সদস্য-সকলে দুবছৰৰ কাৰণে কাৰ্য্যনিৰ্বাহ কৰিছিল। কেন্দ্ৰীয় বিধান পৰিষদৰ

দৰে প্ৰাদেশিক বিধান পৰিষদতো কেইজনমান ভাৰতীয়ক অন্তৰ্ভুক্ত কৰা হয়। ১৮৬১ চনৰ আইনে গৱৰ্ণৰ জেনেৰেলক বোম্বাই আৰু মাদ্ৰাজৰ দৰে আন আন প্ৰদেশতো বিধান পৰিষদ গঠন কৰিবলৈ ক্ষমতা দিয়ে। পিছত বংগদেশ, উত্তৰ-পশ্চিম প্ৰদেশ আৰু পঞ্জাবত যথাক্ৰমে ১৮৬২, ১৮৮৬ আৰু ১৮৯৮ চনত একোখনকৈ পৰিষদ স্থাপন কৰা হয়।

১৮৬১ চনৰ আইনে কেন্দ্ৰীয় আৰু প্ৰাদেশিক বিধান পৰিষদসমূহৰ প্ৰসাৰ সাধন কৰিলেও, দায়িত্বশীল চৰকাৰ স্থাপনৰ কথা চিন্তা কৰা নাছিল। গৱৰ্ণৰ জেনেৰেলৰ হাতত থকা অপৰিসীম ক্ষমতাবাজিৰ বাবে পৰিষদবোৰৰ বিধি প্ৰণয়নৰ ক্ষমতাও বহু পৰিমাণে সংকুচিত হৈ পৰিছিল। ইয়াৰ উপৰি, কোনো কাৰ্যৰ বাবে গৱৰ্ণৰ জেনেৰেল বা কাৰ্যপালিকা বিধান পৰিষদৰ ওচৰত দায়ী নাছিল। তথাপি ১৮৬১ চনৰ আইনখন এই কাৰণেই স্মৰণীয় যে ইয়াৰ ফলতে কেইজনমান ভাৰতীয়ই প্ৰথমবাৰৰ কাৰণে কেন্দ্ৰীয় আৰু প্ৰাদেশিক বিধান পৰিষদসমূহৰ সদস্য হ'বলৈ সুবিধা লাভ কৰে। তদুপৰি পৰবৰ্তী কালৰ সকলো সাংবিধানিক সংস্কাৰৰ মূল ভেটি আছিল ১৮৬১ চনৰ আইনখনেই।

## ভাৰতীয় পৰিষদ আইন, ১৮৯২

১৮৬১ চনৰ আইন গৃহীত হোৱাৰ একত্ৰিছ বছৰৰ পাছলৈকে ব্ৰিটিছ চৰকাৰে ভাৰতৰ শাসন-ব্যৱস্থাৰ কোনো উল্লেখযোগ্য পৰিবৰ্তন কৰা নাছিল। তথাপি এই সময়ছোৱাৰ ভিতৰতে গৱৰ্ণৰ জেনেৰেলৰ ক্ষমতা কিছু পৰিমাণে বৃদ্ধি কৰা হয় আৰু তেওঁৰ কাৰ্যনিৰ্বাহক পৰিষদত পূৰ্ত কাৰ্যানি বিভাগৰ কাৰণে একজন সদস্য লোৱা হয়। ইতিমধ্যে ১৮৮৫ চনত ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছ প্ৰতিষ্ঠিত হয় আৰু কংগ্ৰেছে স্বদেশৰ শাসনকাৰ্যত ভাগ বিচাৰি পৰিষদসমূহৰ আমূল পৰিবৰ্তনৰ বাবে দাবী জনায়। সেই সময়ৰ গৱৰ্ণৰ জেনেৰেল আৰু ভাইচৰয় লৰ্ড ডাফৰিনেও (১৮৮৪-৮৮) কিছু সংস্কাৰ সাধনৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰি গৃহ চৰকাৰৰ ওচৰত এখন ৰাজকীয় পত্ৰ দাখিল কৰে (১৮৮৮)। এই পত্ৰৰ আধাৰত ব্ৰিটিছ পাৰ্লিয়ামেণ্টত এখন বিধি উত্থাপন কৰা হয়। ১৮৯২ চনত এই বিধিখন গৃহীত হৈ ১৮৯২ চনৰ ভাৰতীয় পৰিষদ আইন নামে খ্যাত হ'ল।

এই নতুন আইনখনে কেন্দ্ৰীয় বিধান পৰিষদৰ অতিৰিক্ত সদস্যৰ সংখ্যা ষোলজনলৈ বৃদ্ধি কৰে। প্ৰাদেশিক পৰিষদসমূহৰো প্ৰসাৰ সাধন কৰা হয়। উত্তৰ-পশ্চিম প্ৰদেশ আৰু অযোধ্যাৰ বাবে পোন্ধৰজন আৰু বোম্বাই, মাদ্ৰাজ আৰু বংগদেশৰ বাবে অতিৰিক্ত সদস্যৰ সংখ্যা বিছজন কৰা হয়। নিৰ্বাচন প্ৰথাৰ জৰিয়তে সদস্যসকলৰ পদ পূৰণ কৰিবলৈ কংগ্ৰেছে যি দাবী কৰিছিল সেই দাবী অগ্ৰাহ্য হ'ল, কিন্তু ১৮৯২ চনৰ আইনে অতিৰিক্ত সদস্য নিযুক্তিৰ ক্ষেত্ৰত সপৰিষদে গৱৰ্ণৰ জেনেৰেলক যি কোনো প্ৰয়োজনীয় নীতি গ্ৰহণ কৰিবলৈ কৰ্তৃত্ব দিয়ে। এই সুবিধা গ্ৰহণ কৰি লৰ্ড লেন্সডাউনে মিউনিচিপেলিটি, জিলা মণ্ডল, বণিকসংঘ আৰু বিশ্ববিদ্যালয়ৰ ছিনেটসমূহক স্থানীয় পৰিষদলৈ সদস্য নিৰ্বাচন কৰিবলৈ অধিকাৰ দিয়ে। নিৰ্বাচিত সদস্যসকলে অৱশ্যে সংশ্লিষ্ট প্ৰদেশৰ গৱৰ্ণৰৰ অনুমোদনক্ৰমেহে পৰিষদত আসন গ্ৰহণ কৰিব পাৰিছিল। কেন্দ্ৰীয় পৰিষদৰ বাবে চাৰিজন সদস্য প্ৰাদেশিক বিধান পৰিষদসমূহৰ বেচৰকাৰী সদস্যসকলে নিৰ্বাচিত কৰিছিল। তেওঁলোকৰ নিৰ্বাচনৰ ক্ষেত্ৰতো গৱৰ্ণৰ জেনেৰেলৰ অনুমোদনৰ প্ৰয়োজন হৈছিল।

১৮৯২ চনৰ ভাৰতীয় পৰিষদ আইনে বিধান পৰিষদৰ সদস্যসকলক কিছু ক্ষমতা অৰ্পণ কৰে। পোন প্ৰথমবাৰৰ বাবে তেওঁলোকে বছেৰেকীয়া বাজেটৰ ওপৰত আলোচনা কৰিবলৈ অধিকাৰ পায়। অৱশ্যে তেওঁলোকক কোনো ভোটদানৰ ক্ষমতা দিয়া নহ'ল। ৰাজহুৱা স্বাৰ্থৰ খাতিৰত তেওঁলোকে চৰকাৰক প্ৰশ্ন সুধিবলৈকো অধিকাৰ লাভ কৰে। এনেকুৱা প্ৰশ্নৰ কাৰণে ছদিনৰ আগতে জাননী দিব লাগিছিল। সদস্যসকলক পৰিপূৰক প্ৰশ্ন সোধাৰ কোনো অধিকাৰ দিয়া হোৱা নাছিল। যি কি নহওক, ১৮৯২ চনৰ আইনে কিছু পৰিমাণে হ'লেও কাৰ্যপালিকাক বিধান পৰিষদৰ ওচৰত দায়িত্বশীল কৰি তুলিলে।

## মৰ্লে-মিণ্টো সংস্কাৰ, ১৯০৯

১৮৯২ চনৰ আইনত জাতীয় কংগ্ৰেছ সন্তুষ্ট হ'ব নোৱাৰিলে। লাহে লাহে বিটিছৰ সুবিচাৰৰ ওপৰত ভাৰতবাসীৰ আস্থা কমি আহিল আৰু স্বাধীনতা আন্দোলনে এক প্ৰবলৰূপ ধাৰণ কৰিলে। লোকমান্য বাল গংগাধৰ তিলকৰ নেতৃত্বত কংগ্ৰেছৰ ভিতৰতে এটা

চৰমপন্থী দলে গা কৰি উঠিল। চৰমপন্থী দলৰ প্ৰভাৱত পৰিয়েই ১৯০৬ চনৰ কলিকতাৰ কংগ্ৰেছে স্বৰাজ অৰ্থাৎ স্বায়ত্ত শাসনৰ দাবী তুলিলে। ইতিমধ্যে লৰ্ড কাৰ্জনৰ কঠোৰ শাসন নীতি আৰু বিশেষকৈ তেওঁৰ বংগবিভাজন কাৰ্য্যই বংগদেশত এক প্ৰবল আন্দোলনৰ সূচনা কৰিলে। ক্ৰমাৎ এই আন্দোলন সমগ্ৰ ভাৰতমতে বিয়পি পৰিল। আন্দোলনক মষিমূৰ কৰিবলৈ চৰকাৰে কঠোৰ দমন নীতিৰ আশ্ৰয় ল'লে, কিন্তু ইয়াৰপৰা একো লাভ নহ'ল। ব্ৰিটিছবিৰোধী আন্দোলন ক্ৰমে তীব্ৰতৰ হৈ আহিল। এনেকুৱা অৱস্থাত আৰু বিশেষকৈ কংগ্ৰেছৰ নৰমপন্থী দল আৰু মুছলমান সম্প্ৰদায়ক সন্তুষ্ট কৰিবৰ কাৰণে ব্ৰিটিছ পাৰ্লিয়ামেণ্টে ১৯০৯ চনত পুনৰ এখন ভাৰতীয় পৰিষদ আইন প্ৰণয়ন কৰে। এই আইনখন মৰ্লে-মিণ্টো সংস্কাৰ নামেও জনাজাত। লৰ্ড মৰ্লে আছিল সেই সময়ৰ ভাৰত সচিব আৰু লৰ্ড মিণ্টো হ'ল ভাৰতৰ ভাইচৰয় আৰু গভৰ্নৰ জেনেৰেল। মিণ্টোৰ পৰামৰ্শমতে লৰ্ড মৰ্লেই এই আইনখন ব্ৰিটিছ পাৰ্লিয়ামেণ্টত উত্থাপন কৰিছিল।

মৰ্লে-মিণ্টো সংস্কাৰে পোন প্ৰথমবাৰৰ বাবে গভৰ্নৰ জেনেৰেলৰ কাৰ্য্যনিৰ্বাহক পৰিষদত এজন ভাৰতীয়ক অন্তৰ্ভুক্ত কৰাৰ সুবিধা দিয়ে। এনেকৈয়ে নিযুক্তি পোৱা প্ৰথম ভাৰতীয়জন হ'ল ছাৰ সত্যেন্দ্ৰ প্ৰসন্ন সিংহ (পাছৰ লৰ্ড সিংহ)। ইয়াৰ পাছৰপৰা গভৰ্নৰ জেনেৰেলৰ কাৰ্য্যনিৰ্বাহক পৰিষদৰ এখন আসন এজন ভাৰতীয়ৰ বাবে সংৰক্ষিত কৰা হয়। প্ৰাদেশিক গভৰ্নৰৰ কাৰ্য্যনিৰ্বাহক পৰিষদত কোনো ভাৰতীয় লোকক অন্তৰ্ভুক্ত কৰাৰ ব্যৱস্থা কৰা হোৱা নাছিল, তথাপি আইনত কোনো বাধা নথকাৰ বাবে বংগদেশত নতুন প্ৰতিষ্ঠিত কাৰ্য্যনিৰ্বাহক পৰিষদত ৰাজা কিশোৰীলাল গোস্বামীক নিযুক্তি দিয়া হয়। ইতিমধ্যে ইংলেণ্ডত অৱস্থিত ভাৰত পৰিষদতো ছাৰ চৈয়দ হুছেইন বিলগ্ৰামি আৰু ছাৰ কৃষ্ণগোপাল গুপ্ত নামৰ দুজন ভাৰতীয়ক সদস্য হিচাপে মনোনীত কৰি লোৱা হৈছিল (১৯০৭)।

১৯০৯ চনৰ আইনে কেন্দ্ৰীয় আৰু প্ৰাদেশিক বিধান পৰিষদৰ গঠন প্ৰণালীত কিছু সংশোধন কৰে। কেন্দ্ৰীয় বিধান পৰিষদত অতিৰিক্ত সদস্যৰ সংখ্যা ষোলজনৰপৰা ষাঠিজনলৈ বৃদ্ধি কৰা হয়। ষাঠিজনৰ আঠাইছজনেই হ'ল চৰকাৰী সদস্য। গভৰ্নৰ জেনেৰেলক আৰু

পাঁচজন বেচৰকাৰী সদস্য মনোনীত কৰিবলৈ কৰ্তৃত্ব দিয়া হয়। ইয়াৰ ফলত কেন্দ্ৰীয় পৰিষদত চৰকাৰী দলৰ সংখ্যাগৰিষ্ঠতা অব্যাহত থাকে। পৰিষদৰ আন সাতাইছজন সদস্যই আছিল নিৰ্বাচিত। সদস্যসকল আঞ্চলিক ভিত্তিত নিৰ্বাচিত হোৱা নাছিল। তেওঁলোকক কোনো বিশেষ শ্ৰেণী, সম্প্ৰদায় আদিয়েহে নিৰ্বাচিত কৰিছিল। উদাহৰণস্বৰূপে, সাতাইছজন নিৰ্বাচিত সদস্যৰ ছজনে জমিদাৰ, পাঁচজনে মুছলমান সম্প্ৰদায়, এজনে মুছলমান জমিদাৰ আৰু দুজনে বংগ আৰু বোম্বাইৰ বণিক সংঘৰ প্ৰতিনিধিত্ব কৰিছিল। বাকী তেৰজন সদস্য আছিল সকলো প্ৰাদেশিক পৰিষদৰ বেচৰকাৰী সদস্যসকলৰ দ্বাৰা নিৰ্বাচিত প্ৰতিনিধি।

১৯০৯ চনৰ আইনে প্ৰাদেশিক বিধান পৰিষদসমূহৰো প্ৰসাৰ সাধন কৰে। বোম্বাই, মাদ্ৰাজ, বংগ দেশ, উত্তৰ প্ৰদেশ বিহাৰ আৰু উৰিষ্যাৰ কাৰণে অতিৰিক্ত সদস্যৰ সংখ্যা পঞ্চাছজনলৈ বৃদ্ধি কৰা হয়। অসম, ব্ৰহ্মদেশ আৰু পঞ্জাবত এই সংখ্যা হ'ল মাত্ৰ ত্ৰিছজন। কেন্দ্ৰীয় বিধান পৰিষদৰ দৰে প্ৰাদেশিক পৰিষদবোৰত চৰকাৰী সদস্যৰ সংখ্যাগৰিষ্ঠতা নাছিল, তথাপি মনোনীত বেচৰকাৰী সদস্যৰ সংখ্যা বেছি হোৱাত চৰকাৰে প্ৰাদেশিক পৰিষদসমূহতো সংখ্যাগৰিষ্ঠতা লাভ কৰিবলৈ সক্ষম হৈছিল। অৱশ্যে বংগদেশেই আছিল ইয়াৰ একমাত্ৰ ব্যতিক্ৰম। ইয়াত নিৰ্বাচিত সদস্যই সংখ্যাগৰিষ্ঠতা লাভ কৰিছিল। প্ৰাদেশিক পৰিষদৰ সদস্যসকলক বিশ্ববিদ্যালয়ৰ ছিনেট, জমিদাৰ, জিলা মণ্ডল, বণিক সংঘ, মুছলমান সম্প্ৰদায় আদিয়ে নিৰ্বাচিত কৰিছিল। মুছলমান প্ৰতিনিধি-সকলক অকল মুছলমানসকলেহে নিৰ্বাচিত কৰিব পাৰিছিল। মুছলমানৰ কাৰণে পৃথক নিৰ্বাচনৰ ব্যৱস্থা ১৯০৯ চনৰ আইনৰ এটা প্ৰধানতম বৈশিষ্ট্য। এই সময়ৰপৰাই মুছলমান আৰু অন্যান্য সম্প্ৰদায়ৰ মাজত পাৰ্থক্য ক্ৰমে গভীৰতৰ হৈ যাবলৈ ধৰিলে।

বিধান পৰিষদসমূহৰ ক্ষমতাৰ ক্ষেত্ৰতো ১৯০৯ চনৰ আইনে উল্লেখযোগ্য পৰিবৰ্তনৰ সূচনা কৰিলে। সদস্যসকলে বছৰেকীয়া বাজেটৰ ওপৰত প্ৰস্তাৱাদি উত্থাপন কৰিবলৈ অধিকাৰ লাভ কৰে। ৰাজহুৱা বিষয়ৰ ওপৰতো প্ৰস্তাৱ আনিবলৈ এতিয়া অধিকাৰ দিয়া হ'ল। এই প্ৰস্তাৱ-সমূহ অনুমোদনৰ আকাৰতহে উত্থাপন কৰিব পৰা গৈছিল আৰু চৰকাৰে ইচ্ছা কৰিলে যেই সেই প্ৰস্তাৱ অগ্ৰাহ্য কৰিব পাৰিছিল। অৱশ্যে সাময়িক

বিভাগ, দেশীয় ৰাজ্য, বৈদেশিক সম্পৰ্ক আদিৰ ক্ষেত্ৰত বিধান সভাই কোনো প্ৰস্তাৱ আনিব নোৱাৰিছিল। ১৮৯২ চনৰ আইনে কোনো সদস্যকে পৰিপূৰক প্ৰশ্ন সোধাৰ অধিকাৰ দিয়া নাছিল; কিন্তু নতুন আইনখনে এই সুবিধা দান কৰে। এইখিনিতে মন কৰিব লাগিব যে পৰিপূৰক প্ৰশ্ন সোধাৰ অধিকাৰ একমাত্ৰ মূল প্ৰশ্নকৰ্তাজনেহে ভোগ কৰিছিল।

## মণ্ট-ফ’ৰ্ড সংস্কাৰ, ১৯১৯

মৰ্লে-মিণ্টো সংস্কাৰত ভাৰতবাসী সন্তুষ্ট নহ’ল। ১৯০৮ চনৰ কংগ্ৰেছ অধিৱেশনে মৰ্লেৰ শাসন সংস্কাৰৰ প্ৰস্তাৱক আদৰণী জনাইছিল, কিন্তু পিছৰ বছৰতে কংগ্ৰেছৰ মনোভাৱৰ যথেষ্ট সলনি ঘটিল। মুছলমানৰ কাৰণে পৃথক নিৰ্বাচনৰ ব্যৱস্থা কৰা, ভাৰতীয়ৰ হাতলৈ কোনো প্ৰকৃত ক্ষমতা হস্তান্তৰ নকৰা আদিয়েই কংগ্ৰেছৰ অসন্তুষ্টিৰ মাই কাৰণ। ইফালে ১৯০৬ চনতে প্ৰতিষ্ঠিত মুছলিম লিগেও টাৰ্কিৰ প্ৰতি ব্ৰিটিছ চৰকাৰৰ মনোভাৱত অতিষ্ঠ হৈ এক ব্ৰিটিছবিৰোধী দৃষ্টিভংগী গ্ৰহণ কৰিলে। ১৯১৬ চনত কংগ্ৰেছ আৰু লিগে লক্ষ্ণৌ নগৰত এক চুক্তি কৰি যুটীয়াভাৱে শাসন সংস্কাৰৰ বাবে দাবী জনায়। ইতিমধ্যে গোপালকৃষ্ণ গোখলেয়ো শাসনতান্ত্ৰিক পৰিবৰ্তন বিচাৰি এখন আঁচনি দাঙি ধৰিছিল। প্ৰথম মহাসমৰৰ (১৯১৪-১৮) সময়ত ভাৰতে আগবঢ়োৱা সহায় আৰু শাসন সংস্কাৰৰ বাবে জনোৱা দাবীৰ পৰিপ্ৰেক্ষিতত ভাৰত সচিব এডুইন মণ্টেগুৱে ১৯১৭ চনৰ বিছ আগষ্টৰ দিনা ব্ৰিটিছ পাৰ্লিয়ামেণ্টত এক ঐতিহাসিক ঘোষণা কৰে। এই ঘোষণাত কোৱা হয় যে ভাৰতত দায়িত্বশীল চৰকাৰ স্থাপন কৰা উদ্দেশ্যে শাসন-ব্যৱস্থাৰ প্ৰত্যেক স্তৰতে ভাৰতীয়সকলক ক্ৰমাগত অংশ গ্ৰহণ কৰিবলৈ সুবিধা দিয়াটোৱেই হৈছে ব্ৰিটিছ চৰকাৰৰ নীতি। ভাৰতবাসীৰ মনোভাৱৰ প্ৰকৃত বুজ লবলৈ নৱেম্বৰ মাহত মণ্টেগু নিজেই ভাৰতত উপস্থিত হয়হি। ভাৰতত তেওঁ বিভিন্ন নেতাসকলৰ লগত আলোচনা কৰি ১৯১৮ চনৰ জুলাই মাহত এখন প্ৰতিবেদন প্ৰকাশ কৰে। প্ৰতিবেদনখনত ভাৰতৰ গৰ্ভৰ্ণৰ জেনেৰেল লৰ্ড চেমছফৰ্ডেও স্বাক্ষৰ দান কৰিছিল। অৱশ্যে চেমছফৰ্ড শাসন সংস্কাৰৰ বৰ উৎসাহী সমৰ্থক নাছিল। সি যিয়েই নহওক, মণ্টেগু-চেমছফৰ্ড প্ৰতিবেদনৰ

আধাৰত ব্ৰিটিছ পাৰ্লিয়ামেণ্টে ১৯১৯ চনত 'ভাৰত চৰকাৰ আইন'খন গ্ৰহণ কৰে। এই আইনখন মণ্ট-ফ'ৰ্ড (মণ্টেগু-চেমচফ'ৰ্ড) সংস্কাৰ নামেৰে পৰিচিত। ১৯২১ চনৰপৰা এই আইনখন বলবৎ কৰা হয়।

১৯১৯ চনৰ আইনে পোন প্ৰথমবাৰৰ বাবে কেন্দ্ৰীয় আৰু প্ৰাদেশিক চৰকাৰে পৰিচালনা কৰিব লগা বিষয়সমূহ দুটা ভাগত ভগাই দিয়ে। কেন্দ্ৰীয় সূচীত অন্তৰ্ভুক্ত কৰা বিষয়সমূহ হ'ল প্ৰতিৰক্ষা, ৰাজনৈতিক আৰু বৈদেশিক পৰিক্ৰমা, মুদ্ৰানীতি, পৰিবহন, ডাক-তাঁৰ, ৰাষ্ট্ৰীয় ঋণ, দেৱানী আৰু ফৌজদাৰী বিধি, বাণিজ্য ইত্যাদি। স্থানীয় শান্তি-শৃংখলা, ন্যায়, প্ৰশাসন, জেল, স্বাস্থ্য, স্বায়ত্ত-শাসন, শিক্ষা, কৃষি, জলসিঞ্চন, দুৰ্ভিক্ষ, বনবিভাগ আদি প্ৰাদেশিক চৰকাৰৰ দায়িত্বত দিয়া হয়। বিষয়-সমূহ ভাগ কৰাৰ লগতে কেন্দ্ৰীয় আৰু প্ৰাদেশিক চৰকাৰৰ মাজত আয়ৰ শিতানবোৰ ঠিক কৰি দিয়া হ'ল।

কেন্দ্ৰীয় কাৰ্য্যনিৰ্বাহক পৰিষদৰ ক্ষেত্ৰত ১৯১৯ চনৰ আইনে কোনো বিশেষ পৰিবৰ্তন সাধন নকৰিলে। ১৯০৯ চনত মাত্ৰ এজন ভাৰতীয়কহে এই পৰিষদৰ সদস্য কৰি লোৱা হৈছিল, কিন্তু ১৯২১ চনৰপৰা তিনিজন ভাৰতীয়ক অন্তৰ্ভুক্ত কৰা হয়। ভাৰতীয় সদস্যসকলৰ হাতত সাধাৰণ দপ্তৰসমূহৰ দায়িত্বহে দিয়া হ'ল, গুৰুত্বপূৰ্ণ দপ্তৰসমূহ যেনে প্ৰতিৰক্ষা, বিত্ত আদি ব্ৰিটিছ সদস্যসকলৰ হাততে থাকিল। ১৯১৯ চনৰ আইনে বিধায়ী ব্যৱস্থাৰ আমূল পৰিবৰ্তনৰ সূচনা কৰে। আগৰ বিধান পৰিষদৰ ঠাইত কেন্দ্ৰত দুই কক্ষযুক্ত এখন বিধান মণ্ডল স্থাপন কৰা হয়। উচ্চ সদনক ৰাজ্য পৰিষদ আৰু নিম্ন সদনক বিধান পৰিষদ আখ্যা দিয়া হয়। গৱৰ্ণৰ জেনেৰেলৰ কাৰ্য্য নিৰ্বাহক পৰিষদৰ সদস্যসকলে গৱৰ্ণৰ জেনেৰেলৰ মনোনয়ন অনুসাৰে কোনো এক সদনৰ সদস্য হ'ব পাৰিছিল। ৰাজ্য পৰিষদৰ মুঠ আসনৰ সংখ্যা হ'ল ষাঠিখন। ইয়াৰ ছাব্বিশজন আসনৰ সদস্য হ'ল মনোনীত আৰু বাকী চৌত্ৰিশজন আছিল নিৰ্বাচিত প্ৰতিনিধি। আন কথাত ক'বলৈ গ'লে ৰাজ্যসভাত নিৰ্বাচিত সদস্যৰ সংখ্যাধিক্য থাকিল। বিধান সভাত প্ৰথমতে মুঠ এশ চল্লিশজন সদস্য আছিল, কিন্তু পাছত আৰু পাঁচখন আসন বৃদ্ধি কৰা হয়। এশ [illegible] চৰকাৰী আৰু চৈধ্যজন বেচৰকাৰী মনোনীত সদস্য আছিল। ৰাজ্য পৰিষদৰ দৰে ইয়াতো নিৰ্বাচিত সদস্যই সংখ্যাগৰিষ্ঠতা লাভ কৰিছিল।

প্ৰথমবাৰৰ বাবে ১৯১৯ চনৰ আইনে প্ৰত্যক্ষ নিৰ্বাচনৰ পদ্ধতি গ্ৰহণ কৰে। অৱশ্যে ভোটাধিকাৰ ক্ষমতা আছিল সীমাবদ্ধ। সাধাৰণতে সম্পত্তিশালী ব্যক্তিয়েহে ভোট দানৰ অধিকাৰ পাইছিল আৰু ৰাজ্য পৰিষদ আৰু বিধান সভাৰ নিৰ্বাচনৰ বেলিকা বেলেগ বেলেগ অৰ্হতাৰ প্ৰয়োজন হৈছিল।

বিত্ত সংক্ৰান্ত বিষয়ৰ বাহিৰে উচ্চ আৰু নিম্ন সদন দুটাৰ ক্ষমতা আছিল একে পৰ্য্যায়ৰ। দুয়োটা সদনৰ অনুমোদনৰ ভিত্তিতহে কোনো এখন বিধি গ্ৰহণযোগ্য হৈছিল। সদন দুটাৰ মাজত কেতিয়াবা মত-বিৰোধ দেখা দিলে, গভৰ্নৰ জেনেৰেলে এখন যুটীয়া বৈঠক আহ্বান কৰি সংখ্যাগৰিষ্ঠ সদস্যৰ মতানুযায়ী বিবদমান বিষয়টো নিষ্পত্তি কৰিব পাৰিছিল। ৰাজ্য পৰিষদ আৰু বিধান সভাৰ কাৰ্য্যকাল যথাক্ৰমে পাঁচ আৰু তিনিবছৰ আছিল, কিন্তু গভৰ্নৰ জেনেৰেলেই ইয়াৰ আগতে কোনো সংসদ ভংগ কৰি বা সদনৰ কাৰ্য্যকাল বঢ়াই দিব পাৰিছিল। সভাৰ কাম-কাজ চলাবৰ কাৰণে প্ৰত্যেক সদনৰ একোজনকৈ অধ্যক্ষ আছিল। ৰাজ্য পৰিষদৰ অধ্যক্ষজনক সদস্যসকলৰ মাজৰপৰা গভৰ্নৰ জেনেৰেলে মনোনীত কৰিছিল, কিন্তু বিধান সভাৰ অধ্যক্ষ সদস্যসকলে নিজেই নিৰ্ব্বাচন কৰি লৈছিল। অৱশ্যে বিধান সভা গঠিত হোৱাৰ প্ৰথম চাৰি বছৰৰ কাৰণে অধ্যক্ষজনক গভৰ্নৰ জেনেৰেলেহে নিয়োগ কৰিছিল।

১৯১৯ চনৰ আইনে কেন্দ্ৰীয় বিধান মণ্ডলৰ ক্ষমতাও বৃদ্ধি কৰে। বিধান মণ্ডলে কেন্দ্ৰীয় বিষয়সূচীত অন্তৰ্ভুক্ত বিষয়সমূহৰ উপৰিও গভৰ্নৰ জেনেৰেলৰপৰা আগতীয়া অনুমোদন লৈ প্ৰাদেশিক বিষয়সূচীৰ অন্তৰ্ভুক্ত কোনো বিষয়ৰ ওপৰতো আইন প্ৰণয়ন কৰিব পাৰিছিল। বছেৰেকীয়া বাজেটৰ ওপৰত বিতৰ্ক আলোচনা কৰিবলৈ সদস্যসকলক অধিকাৰ দিয়া হয়, কিন্তু প্ৰতিৰক্ষা, ৰাজনৈতিক, বৈদেশিক—আদি বিভাগৰ ব্যয় তেওঁলোকৰ অনুমোদন সাপেক্ষ নাছিল। অন্যান্য আয়-ব্যয়ৰ সিদ্ধান্তৰ ক্ষেত্ৰত বিধান মণ্ডলৰ অনুমোদনৰ প্ৰয়োজন হৈছিল, কিন্তু বিধান মণ্ডলে অগ্ৰাহ্য কৰিলেও গভৰ্নৰ জেনেৰেলে নিজেই আৱশ্যক অনুসাৰে সেইবোৰত অনুমোদন জনাব পাৰিছিল। আন বিধি গ্ৰহণৰ ক্ষেত্ৰতো গভৰ্নৰ জেনে-ৰেলৰ মতামতেই আছিল যথেষ্ট। উভয় সদনে গ্ৰহণ কৰা বা কোনোবা এটা সদনে গ্ৰহণ কৰা, কিন্তু আন এটা সদনে অগ্ৰাহ্য কৰা কোনো

বিধিকো গভৰ্ণৰ জেনেৰেলে শান্তি-শৃংখলা আৰু ব্ৰিটিছ ভাৰতৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে বিশেষ ক্ষমতা প্ৰয়োগৰদ্বাৰা বিধিবদ্ধ কৰিব পাৰিছিল। ইয়াৰ উপৰি, জৰুৰীকালীন অৱস্থাত তেওঁৰ আগৰ দৰেই অধ্যাদেশ জাৰি কৰাৰ অধিকাৰো আছিল। সকলো সদস্যকে পৰিপূৰক প্ৰশ্ন সোধাৰ আৰু ৰাজহৰা স্বাৰ্থৰ খাতিৰত সভাস্থগিত প্ৰস্তাৱ অনাৰ অধিকাৰ দিয়া হ'ল। কিন্তু কোনো প্ৰশ্ন বা সভাস্থগিত প্ৰস্তাৱ অধ্যক্ষই মঞ্জুৰ কৰিলেও গভৰ্ণৰ জেনেৰেলে নামঞ্জুৰ কৰিব পাৰিছিল। মুঠতে ভাৰতৰ শাসনৰ ক্ষেত্ৰত গভৰ্ণৰ জেনেৰেলেই হ'ল একমাত্ৰ সৰ্বশ্ৰেষ্ঠ ব্যক্তি। তেওঁৰ আছিল অপৰিসীম ক্ষমতা আৰু এই ক্ষমতা প্ৰয়োগৰ বাবে তেওঁ বিধান মণ্ডলৰ ওচৰত লেশমাত্ৰও জগৰীয়া নাছিল। তেওঁ আৰু তেওঁৰ কাৰ্য্যনিৰ্বাহক পৰিষদৰ সদস্যসকল সকলো কাৰ্য্যৰ বাবে প্ৰত্যক্ষভাৱে ভাৰত সচিব আৰু পৰোক্ষভাৱে ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ ওচৰতহে দায়বদ্ধ আছিল। ১৯১৯ চনৰ আইনে কেন্দ্ৰত দায়িত্বশীল চৰকাৰ স্থাপন কৰাৰ পৰিকল্পনা কৰা নাছিল।

নতুন আইনখনে প্ৰদেশসমূহত আংশিকভাৱে হ'লেও দায়িত্বশীল চৰকাৰ স্থাপন কৰে। ব্ৰিটিছ ভাৰতৰ প্ৰত্যেক প্ৰদেশত একোখনকৈ বিধান পৰিষদ গঠন কৰা হয়। পৰিষদৰ সদস্যৰ সংখ্যাও আগতকৈ বঢ়াই দিয়া হ'ল। কেন্দ্ৰীয় বিধান মণ্ডলৰ দৰে প্ৰাদেশিক বিধান পৰিষদ বিলাকৰো নিৰ্বাচিত সদস্যই সংখ্যা গৰিষ্ঠতা লাভ কৰে। সদস্যসকলৰ শতকৰা সত্তৰ জনেই নিৰ্বাচিত আৰু বাকী কেইজন আছিল মনোনীত। মনোনীত সদস্যৰ শতকৰা বিছজন হ'ল চৰকাৰী আৰু আন কেইজন আছিল বেচৰকাৰী। প্ৰাদেশিক বিষয়-সূচীত অন্তৰ্ভুক্ত বিষয়সমূহ সংৰক্ষিত আৰু হস্তান্তৰিত, এই দুটা ভাগত ভাগ কৰা হয়। ন্যায় প্ৰশাসন, জেল-বিভাগ, আৰক্ষী বিভাগ, জলসিঞ্চন, ভূমি-ৰাজহ আদি হ'ল সংৰক্ষিত বিষয়। এই বিষয়সমূহ গভৰ্ণৰে তেওঁৰ কাৰ্য্যনিৰ্বাহক পৰিষদৰ সদস্যসকলৰ সাহায্যত পৰিচালনা কৰিছিল। বাকী বিষয়সমূহ যেনে স্বায়ত্ত শাসন, জনস্বাস্থ্য, কৃষি, সমবায়, শিক্ষা (ইউৰোপীয় শিক্ষাৰ বাহিৰে) আদি বিষয়বোৰ গভৰ্ণৰে বিধান পৰিষদৰ মন্ত্ৰীসকলৰ সহযোগত শাসন কৰিছিল। হস্তান্তৰিত বিষয় পৰিচালনাৰ বাবে গভৰ্ণৰে বিধান পৰিষদৰ নিৰ্বাচিত

সদস্যসকলৰ মাজৰপৰা কেইজনমান লোকক মন্ত্ৰী হিচাপে নিযুক্ত কৰি লৈছিল। প্ৰাদেশিক বিষয়সমূহৰ শাসনৰ ক্ষেত্ৰত দুটা ব্যৱস্থা অৱলম্বন কৰা বাবে ইয়াক দ্বৈত শাসন আখ্যা দিয়া হয়।

নতুন আইনখনে কাৰ্য্যনিৰ্বাহক পৰিষদৰ সদস্যৰ সংখ্যা নিৰূপণ কৰি দিয়ে, কিন্তু মন্ত্ৰীসকলৰ ক্ষেত্ৰত কোনো সীমা বান্ধি দিয়া নহ'ল। সাধাৰণতে এখন সক প্ৰদেশত মন্ত্ৰীৰ সংখ্যা আছিল নিচেই কম। তেওঁলোকক গভৰ্নৰে নিযুক্তি দিলেও তেওঁলোক বিধান পৰিষদৰ আস্থাভাজন লোক হ'ব লাগিছিল। কোনো মন্ত্ৰীৰ কাৰ্য্যত অসন্তুষ্ট হৈ পৰিষদে অনাস্থা প্ৰস্তাৱ গ্ৰহণ কৰিলে, সেইজন মন্ত্ৰীয়ে তৎকালেই পদত্যাগ কৰিবলগীয়া হৈছিল। গভৰ্নৰেও মন্ত্ৰীসকলক নিজ ইচ্ছামতে পদচ্যুত কৰিব পাৰিছিল। মন্ত্ৰীসকলৰ বেতন আদি পৰিষদে ঠিক কৰি দিছিল। কাৰ্য্যনিৰ্বাহক পৰিষদৰ সদস্যসকলৰ ক্ষেত্ৰত এনেবোৰ নিয়ম নাছিল। তেওঁলোক ভাৰত সচিবৰ অনুমোদনক্ৰমে পাঁচ বছৰলৈ নিয়োজিত হৈছিল আৰু ১৯১৯ চনৰ আইনে তেওঁলোকে পাবলগীয়া বেতন আৰু বানচ আদি স্থিৰ কৰি দিছিল। কোনো ক্ষেত্ৰতে তেওঁলোকে বিধান পৰিষদৰ ওপৰত নিৰ্ভৰশীল নাছিল।

প্ৰাদেশিক গভৰ্নৰসকলে কেন্দ্ৰৰ গভৰ্নৰ জেনেৰেলৰ অনুৰূপ ক্ষমতা উপভোগ কৰিছিল। প্ৰাদেশিক বিধান পৰিষদৰ কাৰ্য্যকাল হ'ল তিনিবছৰ, কিন্তু গভৰ্নৰে ইচ্ছা কৰিলে তাৰ আগতে পৰিষদ ভংগ কৰিব বা পৰিষদৰ কাৰ্য্যকাল এবছৰ পৰ্য্যন্ত বঢ়াই দিব পাৰিছিল। প্ৰথম চাৰিবছৰৰ কাৰণে পৰিষদৰ অধ্যক্ষজনক গভৰ্নৰে নিযুক্তি দিছিল। কিন্তু তাৰ পাছত সদস্যসকলে নিজেই কোনোবা এজনক নিৰ্বাচিত কৰি লৈছিল। সংৰক্ষিত বিষয়ৰ ওপৰত বিধান পৰিষদৰ কোনো ক্ষমতা নাছিল আৰু আনকি হস্তান্তৰিত বিষয়ৰ ওপৰতো পৰিষদৰ ক্ষমতা আছিল নিচেই সীমাবদ্ধ। পৰিষদে নাকচ কৰা কোনো বিধিকো গভৰ্নৰে বিশেষ ক্ষমতা প্ৰয়োগৰদ্বাৰা আইনত পৰিণত কৰিব পাৰিছিল। জৰুৰী পৰিস্থিতিৰ সময়ত গভৰ্নৰে হস্তান্তৰিত বিষয়সূচীৰ অন্তৰ্ভুক্ত যি কোনো বিষয় নিজৰ হাতলৈ আনিব পাৰিছিল। কেন্দ্ৰতেই হওক বা প্ৰদেশতেই হওক, ১৯১৯ চনৰ আইনে কাৰ্য্যপালিকাক বিধান পৰিষদৰ ওপৰত দায়িত্বশীল নকৰিলে।

অৱশ্যে প্ৰাদেশিক মন্ত্ৰীসকলৰ ওপৰত সংসদী অধিকাৰ সাব্যস্ত কৰাটো ১৯১৯ চনৰ আইনৰ এটা প্ৰধান বৈশিষ্ট্য বুলি ক'ব পাৰি।

উপৰোক্ত আইনখন ১৯২১ চনৰ এপ্ৰিল মাহৰপৰা বলবৎ কৰা হয়। ভাৰতৰ আঠখন প্ৰদেশত* দ্বৈত শাসন ব্যৱস্থা চলিল আৰু এই ব্যৱস্থা ১৯৩৭ চনৰ এপ্ৰিল মাহলৈকে বলবৎ থাকে; ভাৰতীয়সকল অৱশ্যে ১৯১৯ চনৰ আইনত সন্তুষ্ট নহ'ল। ১৯১৯ চনত বহা অমৃতসৰ কংগ্ৰেছে এই আইনখনক হতাশজনক বুলি অভিহিত কৰে। প্ৰাদেশিক পৰিষদৰ মন্ত্ৰীসকলক হস্তান্তৰিত বিষয়ৰ ওপৰত কিছু অধিকাৰ দিয়া হৈছিল যদিও তেওঁলোকে প্ৰকৃতপক্ষে কোনো ক্ষমতা প্ৰয়োগ কৰিব পৰা নাছিল। বিত্ত এটা সংৰক্ষিত বিষয় হোৱা হেতুকে, মন্ত্ৰীসকলে নিজৰ দায়িত্ব পালন কৰা ক্ষেত্ৰত বহুতো অসুবিধাৰ সন্মুখীন হৈছিল। কাৰ্যনিৰ্বাহক পৰিষদৰ সদস্যসকলে সংৰক্ষিত বিষয়সমূহৰ ওপৰতেই সম্পূৰ্ণ দৃষ্টি নিক্ষেপ কৰিছিল, ফলত হস্তান্তৰিত বিষয়সমূহ পৰিচালনাৰ বাবে প্ৰয়োজনীয় অৰ্থৰ সদায়ে নাটনি পৰিছিল। সংৰক্ষিত আৰু হস্তান্তৰিত বিষয়সমূহৰ মাজৰ বিভাজনো আছিল ত্ৰুটিপূৰ্ণ। শিক্ষা এটা হস্তান্তৰিত বিষয় হ'লেও, ইউৰোপীয় শিক্ষা আছিল এটা সংৰক্ষিত বিষয়; গতিকে শিক্ষা বিভাগৰ মন্ত্ৰীৰ ইউৰোপীয় শিক্ষাৰ ওপৰত কোনো কৰ্তৃত্ব নাছিল। সেইদৰে কৃষিৰ লগত জলসিঞ্চন ব্যৱস্থাৰ এটা ওতঃপ্ৰোত সম্বন্ধ আছে যদিও এই বিষয় দুটাক বেলেগ বেলেগ তালিকাত ভুক্ত কৰা হৈছিল। এনেবোৰ কাৰণত, বিভিন্ন বিষয়ৰ পৰিচালনাৰ ক্ষেত্ৰত নানা বেমেজালিয়ে দেখা দিলে আৰু ফলত দ্বৈত শাসন ব্যৱস্থা বিফল হ'ল।

## জাতীয় আন্দোলনৰ অগ্ৰগতি আৰু ভাৰত চৰকাৰ আইন, ১৯৩৫

ইতিমধ্যে ভাৰতৰ ৰাজনৈতিক অৱস্থাই ক্ৰমে জটিলতৰ ৰূপ ল'লে। ৰাওলাট আইন, জালিয়ানৱালাবাগৰ হত্যাকাণ্ড, চৰকাৰী দমন-নীতি

*বংগ, মাদ্ৰাজ, বিহাৰ আৰু উৰিষ্যা, বম্বে, উত্তৰ প্ৰদেশ, পঞ্জাব, মধ্য প্ৰদেশ আৰু অসমত। ১৯৩২ চনৰপৰা উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশতো এই শাসন ব্যৱস্থা প্ৰৱৰ্তন কৰা হয়।

মিত্ৰপক্ষ বিশেষকৈ ইংলেণ্ডে-টাৰ্কিৰ প্ৰতি কৰা অবিচাৰ আদিৰ বাবে মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতবাসীয়ে অসহযোগ আন্দোলন আৰম্ভ কৰিলে (১৯২০)। ১৯২২ চনৰ ৪ ফেব্ৰুৱাৰিত উত্তৰ প্ৰদেশৰ চৌৰি-চুৰাত হিংসাত্মক কাৰ্য্য সংঘটিত হোৱাত গান্ধীজীয়ে আন্দোলন বন্ধ কৰি দিলে, কিন্তু ভাৰতৰ সামগ্ৰিক পৰিস্থিতিৰ অকণো সলনি নহ'ল। প্ৰচণ্ড ৰাজনৈতিক অশান্তি আৰু কাৰ্য্যক্ষেত্ৰত দেখা দিয়া দ্বৈত শাসনৰ বিফলতাই ব্ৰিটিছ শাসকসকলক শাসন সংস্কাৰৰ বিষয়টো পুনৰ বিবেচনা কৰিবলৈ বাধ্য কৰে। ১৯২৭ চনৰ শেষৰফালে ব্ৰিটিছ প্ৰধানমন্ত্ৰী বল্ডউইনে সাতজন সদস্যক লৈ এটা আয়োগ গঠন কৰাৰ কথা ঘোষণা কৰিলে। এই আয়োগৰ সভাপতি হ'ল চাৰজন চাইমন। চাইমন আয়োগৰ কাম হ'ল ১৯১৯ চনৰ আইনৰ কাৰ্য্যকাৰিতা সম্পৰ্কে অধ্যয়ন কৰি ভবিষ্যতে কেনেধৰণৰ সংস্কাৰৰ প্ৰয়োজন সেই বিষয়ে চুপাৰিছ দাঙি ধৰা। এনে ধৰণৰ আয়োগ এটা গঠন কৰাৰ কথা ১৯১৯ চনৰ আই-নতে উল্লেখ কৰা আছিল যদিও চাইমন আয়োগ নিৰ্দিষ্ট সময়তকৈ দুবছৰৰ আগতে পতা হয়। ইয়েই ১৯১৯ চনৰ শাসন সংস্কাৰৰ বিফলতাৰ কথা প্ৰতিপন্ন কৰে।

চাইমন আয়োগৰ গঠনত ভাৰতৰ কোনো ৰাজনৈতিক দল সন্তুষ্ট নহ'ল। আয়োগৰ সাতজন সদস্যৰ এজনো ভাৰতীয় নোহোৱাটোৱেই হ'ল ভাৰতবাসীৰ অসন্তুষ্টিৰ প্ৰধান কাৰণ। সেই কাৰণে যেতিয়া ১৯২৮ চনৰ ৩ ফেব্ৰুৱাৰিত চাইমন আয়োগ ভাৰতবৰ্ষত উপস্থিত হয়, তেতিয়া সকলো ৰাজনৈতিক দল-উপদলে ইয়াক বৰ্জন কৰিলে। তথাপি আয়োগে নিজ কৰ্তব্য কৰি গৈ ১৯৩০ চনৰ মে'মাহত এখন প্ৰতিবেদন প্ৰকাশ কৰে। ইফালে ১৯২৯ চনৰ লাহোৰৰ কংগ্ৰেছ অধিবেশনে আগতে কৰা 'ডমিনিয়ন ষ্টেটাছ'ৰ দাবী প্ৰত্যাহাৰ কৰি পূৰ্ণ স্বাধীনতাৰ বাবে নতুন দাবী উত্থাপন কৰিলে। চাইমন আয়োগে এই বিষয়ে সম্পূৰ্ণ নিমাত থাকি প্ৰাদেশিক শাসনৰ ক্ষেত্ৰত মাত্ৰ দায়িত্বশীল চৰকাৰ স্থাপনৰ হকেহে যুক্তি দাঙি ধৰে। ফলত কংগ্ৰেছে চাইমন আয়োগৰ প্ৰতিবেদন প্ৰত্যাখ্যান কৰিলে। ১৯৩০ চনৰ এপ্ৰিল মাহৰপৰা ভাৰতত আইন অমান্য আন্দোলন আৰম্ভ হ'ল।

ছাইমন আয়োগৰ প্ৰতিবেদন দাখিল কৰাৰ পাছত ভাৰতৰ ভৱিষ্যৎ সংবিধান সম্পৰ্কে আলোচনা কৰিবলৈ ব্ৰিটিছ চৰকাৰে লণ্ডনত এখন ঘূৰণীয়া মেজমেলৰ আহ্বান কৰে। ১৯৩০ চনৰ নৱেম্বৰ মাহৰপৰা ১৯৩১ চনৰ জানুৱাৰি মাহলৈ প্ৰথম বৈঠকখন অনুষ্ঠিত হয়। সেই সময়ত কংগ্ৰেছৰ নেতৃবৃন্দ কাৰাৰুদ্ধ হৈ আছিল, গতিকে কংগ্ৰেছৰ ফালৰপৰা কোনো প্ৰতিনিধি তাত উপস্থিত নাথাকিল। কংগ্ৰেছৰ অনুপস্থিতিৰ কাৰণে প্ৰথম মেজমেলখন কোনো সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। পুনৰ এখন মেজমেল আহ্বান কৰা হ'ল আৰু মহাত্মা গান্ধীয়ে কাৰাগাৰৰপৰা মুক্তি লাভ কৰি কংগ্ৰেছৰ একমাত্ৰ প্ৰতিনিধি হিচাপে এই মেলত (ছেপ্টেম্বৰ-ডিচেম্বৰ, ১৯৩১) যোগদান কৰে। বৈঠকৰ আলোচনা অৱশ্যে ফলপ্ৰসূ নহ'ল। ১৯৩২ চনত আকৌ এখন মেজমেল বহিল, কিন্তু কংগ্ৰেছৰ কোনো প্ৰতিনিধি ইয়াত উপস্থিত নাছিল। গতিকে ভাৰতৰ শাসন সংস্কাৰৰ প্ৰশ্নটো একপ্ৰকাৰ অমীমাংসিতভাৱেই ৰ'ল।

তথাপি ব্ৰিটিছ চৰকাৰ নিৰুৎসাহ নহৈ ছাইমন আয়োগৰ প্ৰতিবেদন আৰু মেজমেলবোৰত হোৱা আলোচনাৰ ওপৰত ভিত্তি কৰি ১৯৩৩ চনৰ মাৰ্চ মাহত এখন শ্বেত পত্ৰ ( white paper ) প্ৰকাশ কৰে। লৰ্ড লিনলিথগ'ৰ ( পাছত ভাৰতৰ ভাইচৰয় ) সভাপতিত্বত ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ এটা যুটীয়া প্ৰৱৰ কমিটিয়ে এই শ্বেতপত্ৰখন পৰীক্ষা কৰি ১৯৩৪ চনৰ অক্টোবৰ মাহত এখন প্ৰতিবেদন দাখিল কৰে। এই প্ৰতিবেদনৰ আধাৰত ব্ৰিটিছ পাৰ্লিয়ামেণ্টত এখন বিধি উত্থাপন কৰা হয়। এইখনেই ১৯৩৫ চনৰ ২ অক্টোবৰৰ দিনা আইনত পৰিণত হৈ ভাৰত চৰকাৰ আইন নামে জনাজাত হয়। স্বাধীন ভাৰতৰ সংবিধানখনৰ ওপৰত এই আইনৰ কিছু প্ৰভাৱ লক্ষ্য কৰা যায়।

১৯৩৫ চনৰ ভাৰত চৰকাৰ আইনমতে ভাৰতবৰ্ষত ব্ৰিটিছশাসিত প্ৰদেশ আৰু দেশীয় ৰাজ্যক লৈ এখন যুক্তৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰাৰ ব্যৱস্থা কৰা হয়। ব্ৰিটিছশাসিত প্ৰদেশবোৰৰ বাবে যুক্তৰাষ্ট্ৰত যোগদান আছিল বাধ্যতামূলক, কিন্তু দেশীয় ৰাজ্যবোৰৰ বাবে ই আছিল ইচ্ছাধীন। যুক্তৰাষ্ট্ৰত যোগদান কৰিব খোজা প্ৰত্যেক দেশীয় ৰজাই এখন অভিমিলন পত্ৰত স্বাক্ষৰ কৰিবলগীয়া হৈছিল। কেন্দ্ৰত স্থাপন কৰিব খোজা উচ্চ সদনৰ ১০৪ জন

আসনৰ অন্ততঃ ৫২ খন আসন দেশীয় ৰজাই পূৰণ কৰিলেহে যুক্তৰাজ্য স্থাপন সম্পূৰ্ণ হ'ব। কেন্দ্ৰীয় বিধান মণ্ডলৰ ৰাজ্য পৰিষদখনেই হ'ল উচ্চ সদন, ইয়াৰ নিম্ন সদনটো, হ'ল বিধান সভা। ৰাজ্য পৰিষদখন হ'ল এখন স্থায়ী সদন, ইযাৰ সদস্যসকলৰ এক-তৃতীয়াংশই প্ৰত্যেক তিনিবছৰৰ অন্তৰে অন্তৰে অৱসৰ গ্ৰহণ কৰিব লাগিব। এই পৰিষদৰ ২৬০ খন আসনৰ ১৪০ খন আসন দেশীয় ৰাজ্যৰ বাবে ৰখা হয়। সংখ্যা লঘু সম্প্ৰদায়, অনুনত শ্ৰেণী আৰু মহিলাৰপৰা ৬ জন প্ৰতিনিধি মনোনীত কৰিবলৈ গভৰ্ণৰ জেনেৰেলক অধিকাৰ দিয়া হয়। ৰাজ্য পৰিষদৰ বাকী থকা ১৫০ খন আসন ব্ৰিটিছ ভাৰতৰ নিৰ্বাচিত প্ৰতিনিধিবৰ্গৰ বাবে ৰখা হয়। নিম্ন সদন বা বিধান সভাৰ কাৰ্যকাল হ'ল পাঁচ বছৰ। ইয়াৰ মুঠ ৩৭৫ খন আসনৰ ১২৫ খন দেশীয় ৰাজ্যৰ বাবে আৰু বাকীখিনি হ'ল আন প্ৰদেশবোৰৰ বাবে। উচ্চ আৰু নিম্ন সদনত দেশীয় ৰাজ্যৰ বাবে আছুতীয়াকৈ ৰখা আসনসমূহ সংশ্লিষ্ট ৰাজ্যৰ শাসকজনৰ মনোনীত প্ৰতিনিধিৰদ্বাৰাহে পূৰ কৰা হ'ব। বিত্তীয় বিষয়ৰ বাহিৰে বিধানমণ্ডলৰ দুয়োটা সদনৰ ক্ষমতা একে সমান কৰা হয়। ১৯৩৫ চনৰ আইনে এখন যুক্তৰাজ্যীয় ন্যায়ালয় প্ৰতিষ্ঠাৰো প্ৰস্তাৱ কৰে।

ভাৰত চৰকাৰ আইনে কেন্দ্ৰত একপ্ৰকাৰ দ্বৈত শাসন প্ৰবৰ্তনৰ দিহা কৰে। কেন্দ্ৰীয় চৰকাৰে শাসন কৰিবলগীয়া বিষয়সমূহ দুটা ভাগত বিভক্ত কৰাৰ ব্যৱস্থা কৰা হয়। প্ৰতিৰক্ষা, বৈদেশিক পৰিক্ৰমা, ধৰ্ম আৰু জনজাতীয় অঞ্চলসমূহৰ শাসন, এই চাৰিটা বিষয় হ'ল সংৰক্ষিত বিষয়। নিজেই মনোনীত কৰা তিনিজন উপদেষ্টাৰ সহায়ত গভৰ্ণৰ জেনেৰেলে এই বিষয়সমূহ পৰিচালনা কৰিব। আন বিষয়সমূহ যেনে— বিত্ত, পৰিবহন, ডাক-তাঁৰ বিভাগ আদি হ'ল হস্তান্তৰিত বিষয়; এই বিষয়সমূহ দহজন মন্ত্ৰীৰ সহায়ত শাসন কৰা হ'ব। হস্তান্তৰিত বিষয়-সমূহৰ শাসনৰ ক্ষেত্ৰতো গভৰ্ণৰ জেনেৰেলক কিছুমান বিশেষ ক্ষমতা অৰ্পণ কৰা হয়। এইবোৰৰ বিশদ বিৱৰণ নিষ্প্ৰয়োজন, যিহেতু ১.৩৫ চনৰ কেন্দ্ৰীয় শাসন সংস্কাৰৰ আঁচনিখন ৰাজনৈতিক দলসমূহৰ তীব্ৰ বিৰোধিতাৰ বাবে কাৰ্যকৰী কৰিব পৰা নগ'ল। তদুপৰি দেশীয় ৰাজ্যবোৰো প্ৰস্তাৱিত যুক্তৰাজ্যত যোগদান কৰাৰপৰা বিৰত থাকিল।

প্ৰাদেশিক শাসনৰ ক্ষেত্ৰত ১৯৩৫ চনৰ আইনে গুৰুত্বপূৰ্ণ পৰিবৰ্ত্তনৰ সূচনা কৰে। পূৰ্বৰ দ্বৈত শাসন ব্যৱস্থাৰ অৱলুপ্তি ঘটোৱা হয় আৰু কাৰ্য্যপালিকাক কিছু পৰিমাণে বিধান মণ্ডলৰ ওচৰত দায়িত্বশীল কৰা হয়। প্ৰাদেশিক বিষয়সূচীৰ অন্তৰ্ভুক্ত বিষয়বোৰ গৱৰ্ণৰে এখন মন্ত্ৰী-সভাৰ জৰিয়তে শাসন কৰিব। প্ৰাদেশিক ৰবমুৰীয়া হিচাপে তেৱেঁই মন্ত্ৰীসকলক নিযুক্ত আৰু পদচ্যুত কৰিব পাৰিব। অৱশ্যে মন্ত্ৰী নিযুক্তিৰ ক্ষেত্ৰত তেওঁ সংখ্যাগৰিষ্ঠ দলৰ নেতাজনৰ লগত আলোচনা কৰিব লাগিব। কিন্তু মন্ত্ৰী পৰিষদত সংখ্যালঘু সম্প্ৰদায়ক যথোচিত প্ৰতিনিধিত্ব দিয়াৰ বিষয়টো গৱৰ্ণৰে নিজেই বিবেচনা কৰিব লাগিছিল।

১৯৩৫ চনৰ আইন অনুসৰি সিন্ধু আৰু উৰিষ্যাক দুখন প্ৰদেশত পৰিণত কৰা হয়। এই ঠাই দুখন আগতে ওচৰতে থকা প্ৰদেশৰ লগত চামিল হৈ আছিল। সিন্ধু আৰু উৰিষ্যাক লৈ বৰ্তমান গৱৰ্ণৰ শাসিত প্ৰদেশৰ সংখ্যা হ'ল এঘাৰখন। বোম্বাই, বংগ, বিহাৰ, উত্তৰ-প্ৰদেশ, মাদ্ৰাজ আৰু অসম—এই ছখন প্ৰদেশত দুটা কক্ষযুক্ত বিধান মণ্ডল আৰু বাকী পাঁচখন প্ৰদেশ, যেনে—পঞ্জাৱ, মধ্যপ্ৰদেশ, সিন্ধু, উৰিষ্যা আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশত এক কক্ষযুক্ত 'বিধান সভা' স্থাপন কৰা হয়। দুটা কক্ষযুক্ত বিধান মণ্ডলৰ উচ্চ সদনক 'বিধান পৰিষদ' আৰু নিম্ন সদনক 'বিধান সভা' বোলা হ'ল। বিভিন্ন প্ৰদেশৰ বিধান পৰিষদ আৰু বিধান সভাৰ সদস্যৰ সংখ্যা একে নাছিল। মোটামুটিভাৱে বিধান পৰিষদৰ সদস্যৰ সংখ্যা আছিল ২১ জনৰপৰা ৬৩ জনৰ ভিতৰত আৰু বিধান সভাসমূহত আছিল ৫০ জনৰপৰা ২৫০ জনৰ ভিতৰত। সদস্যসকল সাধাৰণতে সাম্প্ৰদায়িক ভিত্তিত নিৰ্বাচিত হৈছিল। ব্ৰিটিছ প্ৰধানমন্ত্ৰী ৰামজে মেক্‌ডনাল্ডৰ কুখ্যাত 'সাম্প্ৰদায়িক বিনিৰ্ণয়'ৰ (Communal Award, 1932) কাৰণে মুছলমান সম্প্ৰদায়ৰ দৰে হিন্দু সমাজৰ আন আন পিছপৰা সম্প্ৰদায়ৰ লোকসকলৰ বাবেও পৃথক নিৰ্বাচনৰ ব্যৱস্থা কৰা হয়। অৱশ্যে পুণা চুক্তি (ছেপ্তেম্বৰ, ১৯৩২) অনুসৰি এই বিনিৰ্ণয়ৰ কিছু সাল-সলনি ঘটোৱা হ'ল।

প্ৰাদেশিক বিধান পৰিষদখন হ'ল এখন স্থায়ী সদন। গৱৰ্ণৰে ইয়াক ভংগ কৰিব নোৱাৰিছিল আৰু সদস্যসকলৰ এক-তৃতীয়াংশই প্ৰত্যেক তিনি বছৰৰ মূৰে মূৰে অৱসৰ গ্ৰহণ কৰিব লাগিছিল। নিম্ন সদনৰ

কাৰ্যাকাল হ'ল পাঁচ বছৰ, কিন্তু গভৰ্নৰে ইচ্ছা কৰিলে নিৰ্দিষ্ট সময়ৰ আগতে ইয়াক ভংগ কৰিব পাৰিছিল। প্ৰাদেশিক সদন দুটাৰ ক্ষমতা আছিল একে সমান, কিন্তু বিত্তবিষয়ক বিধি একমাত্ৰ নিম্ন সদনতহে উত্থাপিত কৰিবলৈ দিয়া হৈছিল। প্ৰত্যেক সদনৰে একোজনকৈ অধ্যক্ষ আছিল আৰু এই অধ্যক্ষজনক সংশ্লিষ্ট সদনৰ সদস্যসকলে তেওঁলোকৰ নিজৰ মাজৰপৰা নিৰ্বাচিত কৰি লৈছিল।

১৯৩৫ চনৰ আইনে প্ৰাদেশিক গভৰ্নৰৰ হাতত যথেষ্ট ক্ষমতা অৰ্পণ কৰে। তেওঁলোকৰ বেতন আদিৰ কথাও আইনত উল্লেখ কৰা হয়। গভৰ্নৰসকলৰ কাৰ্যাকাল হ'ল পাঁচ বছৰ। ব্ৰিটিছ চৰকাৰৰপৰা প্ৰত্যক্ষভাবে পোৱা এখন নিৰ্দেশাত্মক পত্ৰ অনুসৰি তেওঁলোকে কাৰ্যনিৰ্বাহ কৰিব লাগিছিল। গভৰ্নৰসকলৰ ক্ষমতা তিনি ভাগত ভগাব পাৰি। শান্তি-শৃংখলা ৰক্ষা আদিৰ ক্ষেত্ৰত তেওঁলোকে নিজৰ বিচাৰ-বিবেচনাৰ মতে কাম কৰিব পাৰিছিল। সেইবোৰ ক্ষেত্ৰত তেওঁলোকে নিজৰ মন্ত্ৰীসকলৰ লগত কিবা আলোচনা কৰিলেও, তেওঁলোকৰ মতামত গ্ৰহণ কৰিবলৈ তেওঁলোক (প্ৰাদেশিক গভৰ্নৰসকল) বাধ্য নাছিল। মন্ত্ৰীসকলৰ নিযুক্তি বা মন্ত্ৰীসভাৰ বৈঠকত সভাপতিত্ব কৰা, অধ্যাদেশ জাৰি কৰা, প্ৰাদেশিক শাসনভাৰ নিজৰ হাতলৈ অনা আদি বিষয় গভৰ্নৰসকলৰ ইচ্ছাধীন ক্ষমতাৰ ভিতৰত পৰিছিল। এইবিধ ক্ষমতা প্ৰয়োগৰ বাবে তেওঁলোক গভৰ্নৰ জেনেৰেল আৰু ইংলেণ্ডৰ কৰ্তৃপক্ষৰ ওচৰতহে দায়ী আছিল। বাকী সকলো বিষয়ত তেওঁলোকে দায়িত্বশীল কাৰ্যপালিকাৰ দৰে মন্ত্ৰীসকলৰ পৰামৰ্শ অনুসৰি কাম কৰিব লাগিছিল। অৱশ্যে কাৰ্য্য ক্ষেত্ৰত প্ৰাদেশিক গভৰ্নৰেই সকলো ক্ষেত্ৰতে সৰ্বেসৰ্বা হৈ পৰিল।

১৯৩৫ চনৰ আইন অনুসাৰে ১৯৩৭ চনৰ জানুৱাৰি-ফেব্ৰুৱাৰি মাহত সাধাৰণ নিৰ্বাচন পতা হয়। কংগ্ৰেছে পাঁচখন প্ৰদেশত সম্পূৰ্ণ সংখ্যাগৰিষ্ঠতা লাভ কৰে আৰু চাৰিখন প্ৰদেশত একক সংখ্যাগৰিষ্ঠ দল হিচাপে পৰিগণিত হয়। মুছলিম লিগে অৱশ্যে কোনো এখন প্ৰদেশতে সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে। নিৰ্বাচনত জয়লাভ কৰিলেও গভৰ্নৰৰ হাতত বিশেষ ক্ষমতা থকা বাবে মন্ত্ৰীসভা গঠন কৰিবলৈ কংগ্ৰেছ অমান্তি হয়। ১৯৩৭ চনৰ জুন মাহত ভাইচৰয় লৰ্ড লিনলিথগ'ৱে গভৰ্নৰসকলৰ ক্ষমতা অযথা প্ৰয়োগ কৰা নহ'ব বুলি আশ্বাস

দিয়াত, কংগ্ৰেছে সাতখন প্ৰদেশত (মাদ্ৰাজ, বোম্বাই, উত্তৰ প্ৰদেশ, বিহাৰ, মধ্যপ্ৰদেশ, উৰিষ্যা আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ) মন্ত্ৰীসভা গঠন কৰে। ১৯৩৮ চনত কংগ্ৰেছে অসম আৰু ছিন্ধু প্ৰদেশতো সংযুক্ত মন্ত্ৰীসভা গঠন কৰিবলৈ সক্ষম হয়। মুঠতে পঞ্জাব আৰু বংগৰ বাহিৰে আন সকলো প্ৰদেশতে কংগ্ৰেছৰ শাসন আৰম্ভ হ'ল। কংগ্ৰেছৰ শাসন মাত্ৰ দুবছৰ কালহে স্থায়ী হয়।

**দ্বিতীয় মহাসমৰ আৰু ভাৰত স্বাধীনতা আইন:** ১৯৩৯ চনত দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল। ছেপ্টেম্বৰ মাহত ইংলেণ্ডে জাৰ্মেনিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। ভাৰতৰ হৈ লৰ্ড লিনলিথগ'য়ে এই যুদ্ধত যোগদানৰ কথা ঘোষণা কৰিলে। ভাৰতবাসীৰ মতামত নোলোৱাকৈ এইদৰে ভাৰতক যুদ্ধত লিপ্ত কৰোৱাত, কংগ্ৰেছ গভীৰভাৱে অসন্তুষ্ট হ'ল। কংগ্ৰেছ কাৰ্যকৰী কমিটিয়ে লৰ্ড লিনলিথগ'ৰ কাৰ্যৰ তীব্ৰ প্ৰতিবাদ কৰিলে আৰু যুদ্ধৰ প্ৰকৃত লক্ষ্য সম্বন্ধে ব্ৰিটিছ চৰকাৰৰপৰা এটা স্পষ্ট মতামত বিচাৰিলে। চৰকাৰে ইয়াৰ প্ৰতি কোনো সঁহাৰি নিদিলে আৰু ইয়াৰ প্ৰতিবাদস্বৰূপে কংগ্ৰেছে প্ৰাদেশিক মন্ত্ৰীসভাসমূহৰপৰা পদ ত্যাগ কৰিলে।

ভাৰতৰ ৰাজনৈতিক আকাশ ক্ৰমে মেঘাচ্ছন্ন হৈ উঠিল। ইফালে জাৰ্মেনিৰ প্ৰচণ্ড আক্ৰমণত ইংলেণ্ড ব্যতিব্যস্ত হ'ল। কেন্দ্ৰত এটা অস্থায়ী জাতীয় চৰকাৰ প্ৰতিষ্ঠা কৰিলে ভাৰতবাসীয়ে ব্ৰিটিছৰ যুদ্ধপ্ৰচেষ্টাত সৰ্বতোপ্ৰকাৰে সহায় কৰিব বুলি কংগ্ৰেছে ঘোষণা কৰিলে। ইয়াৰ প্ৰত্যুত্তৰত লৰ্ড লিনলিথগ'ই জনায় যে তেওঁ সদ্যহতে অধিকসংখ্যক ভাৰতীয়ক লৈ কেন্দ্ৰীয় কাৰ্যনিৰ্বাহক পৰিষদৰ পুনৰ্গঠন কৰিবলৈ প্ৰস্তুত আছে। লগতে ইয়াকো কোৱা হয় যে যুদ্ধৰ শেষত ভাৰতৰ সংবিধান ৰচনা কৰাৰ নিমিত্তে এখন সংবিধান সভা বহুওৱা হ'ব। আগষ্ট মাহত (৮ আগষ্ট, ১৯৪০) এই প্ৰস্তাৱ কৰা হোৱা বাবে এইটো 'আগষ্ট ঘোষণা' নামে জনাজাত। 'আগষ্ট ঘোষণা'ত কংগ্ৰেছ সন্তুষ্ট নহ'ল। ইতিমধ্যে জাপানে ইংলেণ্ড আৰু মিত্ৰপক্ষৰ বিৰুদ্ধে যুদ্ধত অৱতীৰ্ণ হৈ ভাৰতৰ কালে অগ্ৰসৰ হোৱাত ব্ৰিটিছ চৰকাৰৰ উদ্বেগৰ সীমা নোহোৱা হ'ল। ভাৰতৰ ৰাজনৈতিক সমস্যা সমাধান কৰি ভাৰতবাসীৰপৰা সহায় লাভৰ

উদ্দেশ্যেৰে ব্ৰিটিছ মন্ত্ৰীসভাৰ এগৰাকী মন্ত্ৰী ছাৰ ষ্টাফৰ্ড ক্ৰিপছক ভাৰতলৈ পঠোৱা হয় (মাৰ্চ, ১৯৪২)। পৰিস্থিতি অধ্যয়ন কৰি ক্ৰিপছে ভাৰতৰ কাৰণে 'ডমিনিয়ন ষ্টেটাছ' আৰু যুদ্ধৰ শেষত এখন সংবিধান সভা গঠন কৰাৰ প্ৰতিশ্ৰুতি দিয়ে। কংগ্ৰেছ আৰু মুছলিম লিগে ক্ৰিপছৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিলে। কংগ্ৰেছে সংগ্ৰামৰ পথ ল'লে। ১৯৪২ চনৰ ৮ আগষ্টৰ দিনা বিখ্যাত 'ভাৰতত্যাগ' প্ৰস্তাৱটো কংগ্ৰেছ কমিটিয়ে গ্ৰহণ কৰিলে। দেশব্যাপী প্ৰবল অশান্তিৰ সূত্ৰপাত হ'ল। কঠোৰ দমন নীতিৰ আশ্ৰয় লৈ ব্ৰিটিছ চৰকাৰে ভাৰতবাসীৰ আন্দোলন বন্ধ কৰিবলৈ চেষ্টা কৰিলে। কংগ্ৰেছৰ নেতাসকলক কাৰাৰুদ্ধ কৰা হ'ল আৰু কিছুসংখ্যক ভাৰতীয়ই হিংসাৰ পথ গ্ৰহণ কৰিলে।

জাতীয় আন্দোলনে ব্যাপক ৰূপ ধাৰণ কৰাৰ সময়তে মহম্মদ আলি জিন্নাৰ নেতৃত্বত মুছলমানসকলে এখন পৃথক ৰাজ্য অৰ্থাৎ পাকিস্তানৰ দাবী তোলে। ১৯৪০ চনৰ আগভাগতে জিন্নাই দাবী কৰে যে হিন্দু আৰু মুছলমান হ'ল দুটা পৃথক জাতি আৰু হিন্দু কংগ্ৰেছৰ হাতত ভাৰতৰ শাসনভাৰ ন্যস্ত হ'লে মুছলমানৰ স্বাৰ্থ সম্পূৰ্ণৰূপে ধ্বংস হোৱাৰ আশংকা আছে। পাকিস্তানৰ দাবী ১৯৪০ চনৰ আগতেই উঠিছিল, কিন্তু লাহোৰৰ মুছলিম লিগৰ অধিবেশনতহে ইয়াক প্ৰথমবাৰৰ কাৰণে প্ৰস্তাৱ আকাৰে গ্ৰহণ কৰা হয় (১৯৪০)। ব্ৰিটিছ সাম্ৰাজ্যবাদী শাসকসকলেও পৰোক্ষভাৱে জিন্না তথা মুছলিম লিগৰ প্ৰচেষ্টাক সমৰ্থন জনালে।

দ্বিতীয় মহাযুদ্ধৰ অৱসানৰ লগে লগে ইংলেণ্ডত ৰক্ষণশীল দলৰ পতন ঘটিল। উইনষ্টন চাৰ্চ্চিলৰ ঠাইত লেবাৰ দলৰ নেতা ক্লিমেণ্ট এটলিয়ে নতুন মন্ত্ৰীসভা গঠন কৰিলে। ভাৰতৰ ৰাজনৈতিক প্ৰশ্ন সমাধানৰ বাবে লেবাৰ দলে পুনৰ চেষ্টা চলায়। প্ৰথম পদক্ষেপ হিচাপে ১৯৪৬ চনৰ জানুৱাৰি মাহত ভাৰতৰ নতুন নিৰ্বাচন পতা হয়। সাধাৰণ সমষ্টিবোৰত কংগ্ৰেছে জয়লাভ কৰিলে, কিন্তু মুছলমান সমষ্টিবোৰত মুছলিম লিগে আশাতীত সাফল্য লাভ কৰিবলৈ সক্ষম হয়। ইয়াৰ ফলতে মুছলিম লিগ মুছলমান সম্প্ৰদায়ৰ একমাত্ৰ সংগঠন হিচাপে পৰিগণিত হ'ল। অৱশ্যে লিগে বংগ আৰু সিন্ধু প্ৰদেশতহে চৰকাৰ গঠন কৰাত কৃতকাৰ্য্য হয়। আন প্ৰদেশবোৰ কংগ্ৰেছৰ হাতত থাকিল।

একমাত্ৰ পঞ্জাবতহে কংগ্ৰেছে আকালি দলৰ লগত লগলাগি এখন যুটীয়া মন্ত্ৰীসভা গঠন কৰে।

১৯৪৬ চনৰ মাৰ্চ মাহত ব্ৰিটিছ প্ৰধান মন্ত্ৰী এটলিয়ে ভাৰতক সম্পূৰ্ণ স্বাধীনতা অৰ্পণ কৰাৰ কথা ঘোষণা কৰিলে। এই ঐতিহাসিক ঘোষণাৰ পাছতে কেন্দ্ৰীয় কাৰ্যনিৰ্বাহক পৰিষদৰ পুনৰ্গঠন, সংবিধান প্ৰস্তুতকৰণ আদিৰ বিষয়ে মীমাংসা কৰিবলৈ ভাৰত সচিব লৰ্ড পেথিক লৰেন্স, বাণিজ্য মন্ত্ৰী ছাৰ ষ্টাফৰ্ড ক্ৰিপছ আৰু নৌ বিভাগৰ মন্ত্ৰী মি এ. ভি আলেকজেণ্ডাৰক ভাৰতলৈ পঠিওৱা হয়। এওঁলোকৰ যুটীয়া আয়োগকে 'কেবিনেট মিছন' বুলি কোৱা হয়। মাৰ্চ মাহৰ ২৩ তাৰিখে কেবিনেট মিছন ভাৰতত উপস্থিত হৈ কংগ্ৰেছ লিগ আৰু অন্যান্য নেতৃবৃন্দৰ লগত আলোচনা আৰম্ভ কৰিলে কংগ্ৰেছ আৰু লিগৰ মতামত কোনো ক্ষেত্ৰতে নিমিলিল। এনে অৱস্থাত কেবিনেট মিছনে নিজেই এক আঁচনি প্ৰকাশ কৰে। এই আঁচনি অনুযায়ী দেশীয় ৰাজ্য আৰু ব্ৰিটিছ ভাৰতক লৈ কেন্দ্ৰত এখন যুক্তৰাজ্য প্ৰতিষ্ঠা কৰা হ'ব। যুক্তৰাজ্যীয় চৰকাৰৰ বৈদেশিক পৰিক্ৰমা, প্ৰতিৰক্ষা আৰু যোগাযোগ এই তিনিটা বিষয়ৰ ওপৰত কৰ্তৃত্ব থাকিব আৰু আন বিষয়বোৰ দেশীয় ৰাজ্য আৰু আন প্ৰদেশবোৰক দিয়া হ'ব। ব্ৰিটিছ ভাৰতৰ প্ৰদেশবোৰ তিনিটা সমষ্টিত ভাগ কৰা হ'ব। 'ক' সমষ্টিত মাদ্ৰাজ, বোম্বাই, উত্তৰ প্ৰদেশ, বিহাৰ, মধ্য প্ৰদেশ আৰু উৰিষ্যা, 'খ' সমষ্টিত পঞ্জাব, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু সিন্ধু আৰু 'গ' সমষ্টিত বংগ আৰু অসমক অন্তৰ্ভুক্ত কৰা হ'ব। প্ৰত্যেক সমষ্টিয়ে নিজৰ শাসনব্যৱস্থা নিজে স্থিৰ কৰিব। সংযুক্ত ভাৰতৰ নতুন সংবিধান এখন ৰচনা কৰিবৰ নিমিত্তে বিভিন্ন প্ৰদেশ আৰু দেশীয় ৰাজ্যসমূহৰ প্ৰতিনিধিবৰ্গক লৈ এখন সংবিধান সভা গঠন কৰা হ'ব। কেবিনেট মিছনে অন্তঃকালীন চৰকাৰ এটা গঠনৰ বাবেও প্ৰস্তাৱ আগবঢ়ায়।

কংগ্ৰেছে অন্তঃকালীন চৰকাৰ গঠনৰ প্ৰস্তাৱটো অগ্ৰাহ্য কৰে, কিন্তু সংবিধান ৰচনা কৰাৰ উদ্দেশ্যে সংবিধান সভাত যোগ দিবলৈ সিদ্ধান্ত কৰিলে। কেবিনেট মিছনৰ আঁচনিত পৰোক্ষভাৱে পাকিস্তানৰ দাবী স্বীকৃত হোৱাত ('খ' সমষ্টিত অন্তৰ্ভুক্ত কৰিব খোজা প্ৰদেশ কেইখন হ'ল মুছলমান প্ৰধান) মুছলিম লিগে মিছনৰ আঁচনিখন গ্ৰহণ কৰে আৰু গৱৰ্ণৰ জেনেৰেল লৰ্ড

ৱাভেলক অন্তঃকালীন চৰকাৰ গঠন কৰিবলৈ আহ্বান জনায়। কংগ্ৰেছক বাদ দি চৰকাৰ গঠন কৰিবলৈ ৱাভেল অমান্তি হয়। এনে অৱস্থাত মুছলিম লিগে কেবিনেট মিছনৰ আঁচনিখন অগ্ৰাহ্য কৰিলে। ইফালে সংবিধান সভাৰ বাবে হোৱা নিৰ্বাচনত কংগ্ৰেছে বিৰাট সাফল্য লাভ কৰে। পাকিস্তান স্থাপন কৰাৰ আন কোনো উপায় নেদেখি মুছলিম লিগে প্ৰত্যক্ষ সংগ্ৰামৰ পথ ল'লে। ১৬ আগষ্টৰ (১৯৪৬) দিনা বংগত এক প্ৰচণ্ড সাম্প্ৰদায়িক সংঘৰ্ষৰ সূত্ৰপাত হ'ল। ভাৰতৰ আন আন প্ৰদেশলৈকো এই সাম্প্ৰদায়িক অশান্তি বিয়পি পৰিল।

২ ছেপ্টেম্বৰ (১৯৪৬) দিনা জৱাহৰলাল নেহৰুক লৈ লৰ্ড ৱাভেলে এটা অন্তঃকালীন চৰকাৰ গঠন কৰে। মুছলিম লিগে প্ৰথমতে ইয়াত যোগদান কৰা নাছিল, কিন্তু পাছত ৱাভেলৰ বুজনিত লিগৰ পাঁচজন সদস্যই ইয়াত যোগ দিলে। লিগ সদস্যৰ অন্তৰ্ভুক্তৰ পাছৰেপৰা কেন্দ্ৰীয় চৰকাৰৰ কাৰ্য্য পৰিচালনাত নানা বিশৃংখলাই দেখা দিয়ে। ইফালে সাম্প্ৰদায়িক সংঘৰ্ষ-বোৰে ভাৰতৰ সামগ্ৰিক পৰিস্থিতি উত্তপ্ত কৰি ৰাখিলে। এনেকুৱা অৱস্থাত প্ৰধান মন্ত্ৰী ক্লিমেণ্ট এটলিয়ে ব্ৰিটিছ সংসদত ঘোষণা কৰে যে ১৯৪৮ চনৰ জুন মাহৰ ভিতৰতে দায়িত্বশীল ভাৰতীয় লোকৰ হাতত ভাৰতৰ শাসনভাৰ অৰ্পণ কৰা হ'ব (২০ ফেব্ৰুৱাৰি, ১৯৪৭)। এই ঘোষণাৰ পাছতে ক্ষমতা হস্তান্তৰৰ কাৰ্য্য সোনকালে সমাধা কৰিবলৈ লৰ্ড লুই মাউণ্টবেটেনক গৱৰ্নৰ জেনেৰেল হিচাপে নিযুক্ত কৰি ভাৰতলৈ পঠোৱা হয় (মাৰ্চ, ১৯৪৭)। ভাৰতত উপস্থিত হৈয়েই মাউণ্টবেটেনে কংগ্ৰেছ আৰু লিগৰ লগত আলোচনা আৰম্ভ কৰিলে। তেওঁ দেখিলে যে ভাৰতৰ ভৱিষ্যত সম্বন্ধে কংগ্ৰেছ আৰু লিগ কেতিয়াও একমতত উপনীত হ'ব নোৱাৰে আৰু সেই কাৰণে ভাৰতক দুটা খণ্ডত বিভক্ত কৰাৰ বাহিৰে আন একো উপায় নাই। এই সিদ্ধান্ত সাৰোগত কৰি মাউণ্টবেটেনে ৩ জুনৰ দিনা এখন আঁচনি প্ৰকাশ কৰে। এই আঁচনিমতে ভাৰতক দ্বি-খণ্ডিত কৰা হ'ব আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু ছিলেটে গণ-ভোটৰদ্বাৰা কোনখন দেশত যোগ দিব তাক স্থিৰ কৰিব। পঞ্জাব আৰু বংগৰ বিধান সভাৰ সদস্যসকলে তেওঁলোকৰ নিজৰ প্ৰদেশ বিভাজন কৰিব লাগে নে নালাগে সেইটো ঠিক কৰিব আৰু যদি বিভাজনৰ সিদ্ধান্ত কৰা হয়, তেন্তে এটা কমিটিয়ে প্ৰদেশ দুখনৰ সীমা

পুনৰ নিৰ্ধাৰণ কৰি দিব। মাউণ্টবেটেনৰ আঁচনি কংগ্ৰেছ আৰু লিগ দুয়োটা দলেই মানি ল'লে, কিয়নো ইয়াৰ বাহিৰে ভাৰতৰ ৰাজনৈতিক সমস্যা সমাধানৰ আন কোনো বিকল্প পথ নাছিল। মুছলমানসকলৰ মতামত গ্ৰহণ কৰাৰ পাছত পূৰ্ব-বংগ, পশ্চিম পঞ্জাব, সিন্ধু, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু বেলুচিস্তানক লৈ পাকিস্তান গঠিত হ'ল।* আন প্ৰদেশবোৰ ভাৰতৰ ভিতৰতে থাকিল।

মাউণ্টবেটেন আঁচনিৰ আধাৰত ব্ৰিটিছ সংসদে জুলাই মাহত (১৯৪৭) ভাৰত স্বাধীনতা আইনখন গ্ৰহণ কৰে। ১৪ আগষ্টৰ দিনা পাকিস্তানৰ জন্ম হয় আৰু মহম্মদ আলি জিন্নাই এই নতুন ৰাষ্ট্ৰৰ গৱৰ্ণৰ জেনেৰেল হিচাপে শপত গ্ৰহণ কৰিলে। ১৪-১৫ আগষ্টৰ নিশা দিল্লীত অনুষ্ঠিত হোৱা সংবিধান সভাৰ এখন বিশেষ অধিবেশনত ভাৰতৰ স্বাধীনতাৰ কথা ঘোষণা কৰা হয়। দুশবছৰীয়া ব্ৰিটিছ শাসনৰ ওৰ পৰিল। নতুন ভাৰতৰ গৱৰ্ণৰ জেনেৰেল পদত লৰ্ড মাউণ্টবেটেনক অধিষ্ঠিত কৰা হয়। ভাৰতৰ ভৌগোলিক সীমাৰ মাজত অৱস্থিত দেশীয় ৰাজ্যবোৰে ভাৰতৰ ফালে যোগ দিলে। জম্মু-কাশ্মীৰ আৰু হায়দৰাবাদ নামৰ দুখন ডাঙৰ ৰাজ্যই তৎকালেই যোগদান সম্পৰ্কে কোনো বিবেচনা নকৰিলে। ১৯৪৭ চনৰ অক্টোবৰ মাহত পাকিস্তানে কাশ্মীৰ আক্ৰমণ কৰাত, কাশ্মীৰৰ মহাৰাজ হৰি সিঙে ভাৰতৰ লগত যোগ দিলে। কাশ্মীৰক ৰক্ষা কৰা ভাৰতৰ দায়িত্ব হৈ পৰিল আৰু ভাৰতীয় সৈন্যই অতি সোনকালে আক্ৰমণকাৰীক কাশ্মীৰৰ পৰা খেদি পঠাবলৈ সক্ষম হ'ল। অৱশ্যে কাশ্মীৰৰ এক অংশ পাকিস্তানৰ হাতত থাকিল। ইয়ে কাশ্মীৰ সমস্যাৰ সৃষ্টি

*১৯৪৭ চনত পূৰ্ব আৰু পশ্চিম অংশত পাকিস্তান বিভক্ত আছিল। পশ্চিম পাকিস্তানে পূৰ্ব পাকিস্তানক এটা উপনিবেশ হিচাপেহে শাসন কৰিছিল। ঔপনিবেশিক শাসনত অতিষ্ঠ হৈ পূৰ্ব পাকিস্তানে শেখ মুজিবুৰ ৰহমানৰ নেতৃত্বত ১৯৭১ চনৰ মাৰ্চ মাহত স্বাধীন বাংলাদেশৰ ধ্বনি তোলে। পশ্চিম পাকিস্তানে বাংলা দেশৰ মুক্তি সংগ্ৰাম মষিমূৰ কৰিবলৈ যৎ-পৰোনাস্তি চেষ্টা কৰিলে, কিন্তু সফলকাম হ'ব নোৱাৰিলে। ১৯৭১ চনৰ পাক-ভাৰত যুদ্ধৰ (৩—১৬ ডিচেম্বৰ) ফলত বাংলা দেশ স্বাধীন হ'ল।

কৰিলে আৰু আজিলৈকে এই সমস্যাৰ সমাধান নহ'ল। হায়দৰাবাদৰ ক্ষেত্ৰত ভাৰতে পুলিচী ব্যৱস্থা গ্ৰহণ কৰিব লগা হয় আৰু শেষত নিজামে ভাৰতৰ ফালে যোগ দিলে (১৯৪৮)।

নতুন সংবিধান এখন ৰচনা কৰাৰ বাবে ১৯৪৬ চনৰ ডিচেম্বৰ মাহতে এখন সংবিধান সভা গঠিত হৈছিল, কিন্তু মুছলিম লিগৰ সদস্যসকলে ইয়াত যোগদান কৰাৰপৰা বিৰত থাকিল। পাকিস্তানৰ জন্মৰ পাছত সেই দেশৰ বাবে এখন বেলেগ সংবিধান সভা গঠিত হ'ল। ভাৰতৰ সংবিধান সভাই তিনিবছৰ অক্লান্ত পৰিশ্ৰম কৰি ১৯৪৯ চনৰ ২৬ জানুৱাৰি তাৰিখে নতুন সংবিধানখনৰ কাম সম্পূৰ্ণ কৰে। ১৯৫০ চনৰ ২৬ জানুৱাৰি তাৰিখৰপৰা নতুন সংবিধানখন বলবৎ কৰা হয়। ভাৰত এখন 'সাৰ্বভৌম গণতান্ত্ৰিক গণৰাজ্য'ত পৰিণত হ'ল। ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদক নতুন ৰাষ্ট্ৰখনৰ ৰাষ্ট্ৰপতি পদত অধিষ্ঠিত কৰা হয়। প্ৰধান মন্ত্ৰী হিচাপে পণ্ডিত জৱাহৰলাল নেহৰুৱে ১৯৪৭ চনৰপৰা ১৯৬৪ চনলৈকে ভাৰতৰ শাসন কাৰ্য্য পৰিচালনা কৰে।

## চতুৰ্দশ অধ্যায়

# ভাৰতৰ নৱ-জাগৰণ আৰু স্বাধীনতা

### ইংৰাজী শিক্ষা আৰু পাশ্চাত্য সভ্যতাৰ প্ৰভাৱ

**ভাৰতত ইংৰাজী শিক্ষাঃ** ভাৰতত ৰাজনৈতিক প্ৰাধান্য বিস্তাৰ হোৱাৰ পাছৰেপৰা ইষ্ট ইণ্ডিয়া কোম্পেনিৰ কাম-কাজবোৰ যথেষ্ট পৰিমাণে বাঢ়ি যায়। এই কাম কাজবোৰ নিয়াৰিকৈ সম্পন্ন কৰিবৰ বাবে অধিকসংখ্যক কৰ্মচাৰীৰ প্ৰয়োজন হৈ পৰিল। প্ৰথম অৱস্থাত ইংলেণ্ডৰপৰাই বেছিভাগ কৰ্মচাৰীক অনা হৈছিল, কিন্তু লাহে লাহে ব্ৰিটিছ শাসকসকলে উপলব্ধি কৰিলে যে সেই ব্যৱস্থা অৰ্থনৈতিক ফালৰপৰা অধিক ক্ষতিকৰ আৰু সেই কাৰণে ভাৰতৰে কিছু লোকক ইংৰাজী ভাষাৰ জ্ঞান দি অন্ততঃ নিম্নখাপৰ চাকৰিৰ কাৰণে উপযুক্ত কৰি লোৱাটো প্ৰয়োজন। এনে এটা মনোভাবকে পোষণ কৰিছিল টমাছ বেবিংটন মেকলেই (১৮০০-১৮৫৯)। তেওঁৰ মতে ভাৰতত ইংৰাজী শিক্ষাৰ প্ৰচলন হ'লে চৰকাৰৰ বিভিন্ন কাৰ্য্যালয়ৰ বাবে সহজতে আৰু স্তাকৰীয়া খৰচতে কিছুসংখ্যক কৰ্মচাৰী পোৱা যাব। আন কথাত ক'বলৈ গ'লে, ভাৰতত এটা কেৰাণী জাতি সৃষ্টি কৰাই আছিল লৰ্ড মেকলেৰ এক প্ৰধান উদ্দেশ্য। তেওঁ অৱশ্যে আৰু আশা প্ৰকাশ কৰিছিল যে পশ্চিমীয়া শিক্ষাৰে শিক্ষিত হৈ ভাৰতবাসীয়ে হয়তো এদিন পশ্চিমীয়া জগতৰ জীৱন-যাত্ৰাৰ পদ্ধতিকে আদৰণি জনাব আৰু যদি সেয়ে হয়, তেনেহ'লে সেইটো হ'ব ইংলেণ্ডৰ ইতিহাসৰ এক গৌৰবোজ্জ্বল দিন। খ্ৰীষ্টান মিছনেৰিসকলৰ দৃষ্টিভংগীত ইংৰাজী শিক্ষা হৈছে ধৰ্মান্তৰকৰণৰ এটা প্ৰধান উপায়ঃ ইয়াৰ যোগেদি ভাৰতীয় লোকক খ্ৰীষ্টান ধৰ্মত দীক্ষিত কৰা সহজ হ'ব। সেই কাৰণে খ্ৰীষ্টান মিছনেৰিসকলে ভাৰতত ইংৰাজী

শিক্ষা প্ৰচলনৰ ক্ষেত্ৰত আগভাগ গ্ৰহণ কৰে। মনষ্টুৱাৰ্ট এলফিনষ্ট'নে ক'বৰ দৰে, আন বহু ইংৰাজলোকে বিশ্বাস কৰিছিল যে ইংৰাজী শিক্ষাৰ প্ৰভাৱত পৰি ভাৰতবাসীয়ে আনন্দেৰে ব্ৰিটিছ শাসন গ্ৰহণ কৰিব। গতিকে দেখা যায় যে বিভিন্নজনে বিভিন্ন দৃষ্টিভংগীৰপৰা ভাৰতত ইংৰাজী শিক্ষা প্ৰবৰ্ত্তন কৰাৰ পোষকতা কৰিছিল, কিন্তু সকলোবোৰৰে মূল উদ্দেশ্য আছিল ব্ৰিটিছ সাম্ৰাজ্যৰ বৃহত্তৰ স্বাৰ্থ ৰক্ষা কৰা। ভাৰতবাসীৰ মংগল বিধান কৰা কোনো জনৰে উদ্দেশ্য নাছিল। তথাপি এইটো স্বীকাৰ কৰিব লাগিব যে ইংৰাজী শিক্ষাৰপৰা ভাৰতবাসীয়েই উপকৃত হ'ল বেছি। ইংৰাজী ভাষাৰ জৰিয়তে ভাৰতীয়লোকৰ পাশ্চাত্য সভ্যতা আৰু সংস্কৃতিৰ লগত পৰিচয় ঘটিল আৰু তাৰ ফলস্বৰূপে আধুনিক ভাৰতৰ জন্ম হ'ল।

ব্ৰিটিছ শাসনৰ আদি ভাগত টোল, পাঠশালা, মাদ্ৰাছা আৰু মোক্তাবেই আছিল ভাৰতীয় লোকসকলৰ শিক্ষাৰ কেন্দ্ৰস্থল। হিন্দুসকলে টোল আৰু পাঠশালা আৰু মুছলমানসকলে মাদ্ৰাছা আৰু মোক্তাবত শিক্ষা লাভ কৰিছিল। এই অনুষ্ঠানবোৰত সংস্কৃত, পাৰ্চী আৰু আৰবী ভাষাৰ জৰিয়তে শিক্ষা দিয়া হৈছিল। শিক্ষাৰ বিষয় আছিল দৰ্শন, ব্যাকৰণ, তৰ্কশাস্ত্ৰ, ধৰ্মশাস্ত্ৰ আদি। আধুনিক শিক্ষাৰ কোনো বিষয়ৰ লগতে ভাৰতীয় লোকৰ পৰিচয় নাছিল। প্ৰথম অৱস্থাত ব্ৰিটিছ শাসকসকলে ভাৰতৰ পুৰণিকলীয়া শিক্ষা পদ্ধতিৰ ওপৰত কোনো প্ৰকাৰ হস্তক্ষেপ কৰা নাছিল, বৰঞ্চ তাক উৎসাহ দিবলৈহে যত্ন কৰিছিল। সেইকাৰণে ১৭৮১ চনত ৱাৰেন হেষ্টিংছে কলিকতাত এখন মাদ্ৰাছা স্থাপন কৰে আৰু তাৰ কিছু বছৰৰ পাছতে বাৰাণসীৰ ব্ৰিটিছ ৰেছিডেণ্ট জ'নাথন ডানকানেও বাৰাণসীত এখন সংস্কৃত কলেজ প্ৰতিষ্ঠা কৰে (১৭৯২)। অৱশ্যে চৰকাৰীভাৱে কোনো শিক্ষানীতি গ্ৰহণ কৰা নহ'ল, কিয়নো সেইসময়ত ৰাষ্ট্ৰীয় শিক্ষানীতি বুলি কোনো নীতি পৃথিৱীৰ কোনো দেশতে গৃহীত হোৱা নাছিল। তদুপৰি প্ৰচলিত ভাৰতীয় শিক্ষা আছিল প্ৰধানতঃ ধৰ্মমূলক; ভাৰতীয় সকলৰ ধৰ্মবিশ্বাসত আঘাত কৰা হ'ব বুলি ভাবি ইংৰাজ শাসকসকলে শিক্ষা সংস্কাৰ বিষয়টো বিবেচনা কৰা নাছিল। ১৭৯৩ চনৰ চনদ আইন নবীকৰণ কৰা সময়ত চাৰ্লছ গ্ৰাণ্ট (১৭৪৬-১৮১৩) নামৰ ইষ্ট ইণ্ডিয়া কোম্পানিৰ এজন বিষয়াই ভাৰতত ইংৰাজী

শিক্ষা প্ৰচলনৰ ব্যৱস্থা কৰিবলৈ ইংলেণ্ডৰ কৰ্তৃপক্ষক খাটনি ধৰিছিল, কিন্তু ইয়াৰ একো সুফল নহ'ল। সি যি কি নহওক, ঊনবিংশ শতিকাৰ আৰম্ভণিৰ লগে লগে ব্ৰিটিছ মনোভাবৰ যথেষ্ট পৰিবৰ্তন ঘটিল। তাৰ ফলস্বৰূপে ১৮১৩ চনত ইষ্ট ইণ্ডিয়া কম্পেনিক ভাৰতীয় ৰাজহৰপৰা বছৰি একলাখ টকাকৈ শিক্ষাৰ ক্ষেত্ৰত ব্যয় কৰিবলৈ কৰ্তৃত্ব দিয়া হয়।

ইতিমধ্যে খ্ৰিষ্টান মিচনেৰিসকলৰ ব্যক্তিগত উদ্যমৰ ফলতে ইংৰাজী শিক্ষা ভাৰতত জনপ্ৰিয় হৈ উঠে। এই ক্ষেত্ৰত বংগদেশত উল্লেখযোগ্য বৰঙণি যোগোৱা লোককেইজন হ'ল উইলিয়াম কেৰি (১৭৬১-১৮৩৪), জছুৱা মাৰ্ছমেন (১৭৬৮-১৮৩৭) আৰু ডেভিড হেয়াৰ (১৭৭৫-১৮৪২)। ১৮১৬ চনত কলিকতাৰ কেইজনমান বিখ্যাত নাগৰিকে পাশ্চাত্য শিক্ষাৰ কাৰণে এখন কলেজ স্থাপন কৰিব খুজি উচ্চতম ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ ছাৰ হাইড ইষ্টক লগ ধৰে। সেই বিষয়ে আলোচনা কৰিবলৈ ছাৰ ইষ্টৰ বাসভৱনতে এখন সভা বহিল আৰু তাৰ ফলস্বৰূপে ১৮১৭ চনৰ জানুৱাৰি মাহত 'হিন্দুকলেজ' নামে এখন কলেজ প্ৰতিষ্ঠা কৰা হয়। ভাৰতবৰ্ষৰ এইখনেই হৈছে প্ৰথম কলেজ। ১৮৫৪ চনৰপৰা এই কলেজখনে 'প্ৰেছিডেন্সি কলেজ' নামে খ্যাতি লাভ কৰে। ইংৰাজী শিক্ষা প্ৰচলনৰ ক্ষেত্ৰত হিন্দু কলেজৰ (প্ৰেছিডেন্সি কলেজৰ) ছাত্ৰসকলেও উল্লেখযোগ্য বৰঙণি আগবঢ়ায়। হিন্দু কলেজ প্ৰতিষ্ঠিত হোৱাৰ বছৰেই কলিকতাত 'স্কুল বুক ছ'ছাইটি' (School Book Society) নামে এটা প্ৰতিষ্ঠান গঢ়ি উঠে। এই প্ৰতিষ্ঠানখনে স্কুলৰ উপযোগী কিতাপ-পত্ৰ ৰচনা, প্ৰকাশন আৰু বিক্ৰীৰ দায়িত্ব গ্ৰহণ কৰি ইংৰাজী শিক্ষা অধিক জনপ্ৰিয় কৰি তুলিলে। বংগদেশৰ দৰে খ্ৰিষ্টান মিছনেৰিসকলৰ চেষ্টাতে ভাৰতৰ আন আন প্ৰদেশতো ইংৰাজী শিক্ষাৰ কাৰণে বিভিন্ন শিক্ষাপ্ৰতিষ্ঠানবোৰ গঢ়ি উঠিল। অসমতো ইংৰাজী শিক্ষাৰ কাৰণে ১৮৩৬ চনত দুখন স্কুল স্থাপন কৰা হয়। এই স্কুল দুখন প্ৰতিষ্ঠা কৰাৰ গুৰিতে হ'ল আমেৰিকাৰ বেপ্টিষ্ট মিছনৰ দুগৰাকী সদস্য—মিছেছ ব্ৰাউন আৰু মিছেছ কাটাৰ। অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ ক্ষেত্ৰতো বেপ্টিষ্ট মিছনেৰিসকলৰ অৱদান মন কৰিবলগীয়া। উইলিয়াম ৰবিনচনৰ 'অসমীয়া ভাষাৰ ব্যাকৰণ' (১৮৩৯), মিছেছ এছ আৰ বাৰ্ডৰ ইংৰাজী-অসমীয়া শব্দকোষ (১৮৬৭), মিছেছ এইচ. বি. এল কাটাৰৰ ইংৰাজী-অসমীয়া বস্তু বাক্যকোষ (১৮৭৭)

আদিৰ নিচিনা অমূল্য গ্ৰন্থই অসমীয়া ভাষাৰ ভেটি সুদৃঢ় কৰি তুলিলে।

১৮১৩ চনতে ইষ্ট ইণ্ডিয়া কম্পেনিক শিক্ষাৰ কাৰণে বছৰি একলাখ টকাকৈ খৰচ কৰিবলৈ কর্তৃত্ব দিয়া হৈছিল যদিও কোম্পানিৰ কর্মকর্তা-সকলে সেই বিষয়ে কোনো ব্যৱস্থা গ্ৰহণ নকৰিলে। ফলত কেইবাবছৰ-লৈকে সেই ধন ব্যয় নোহোৱাকৈ থাকিল। ১৮২৩ চনত কোম্পানিৰ চৰকাৰে শিক্ষাসংক্ৰান্ত বিষয়টো অধ্যয়ন কৰি যথোপযুক্ত ব্যৱস্থা ল'বলৈ দহজন ইউৰোপীয় লোকক লৈ এখন সাধাৰণ সমিতি গঠন কৰি দিয়ে। সমিতিৰ হাতত কিছু ধনো দিয়া হয়। এই সমিতিয়ে সংস্কৃত, আৰবী আৰু পাৰ্চী ভাষা প্ৰসাৰৰ হকে চৰকাৰী ধন খৰচ কৰিবলৈ মনস্থ কৰে আৰু কলিকতাত এখন সংস্কৃত কলেজ খুলিবলৈ সিদ্ধান্ত কৰে। সাধা-ৰণ শিক্ষা সমিতিৰ এনে পশ্চাদমুখী মনোভাবৰ বিৰুদ্ধে প্ৰতিবাদ কৰি বংগদেশৰ বিখ্যাত মনীষী ৰাজা ৰামমোহন ৰায়ে গভনৰ জেনেৰেল লৰ্ড আমহাৰ্ষ্টৰ ওচৰত এখন স্মাৰক পত্ৰ দাখিল কৰে। এই স্মাৰক পত্ৰখনতে সেই সময়ৰ শিক্ষিত সমাজৰ ইংৰাজী শিক্ষা আৰু পাশ্চাত্য সভ্যতাৰ প্ৰতি থকা আগ্ৰহৰ কথা সুন্দৰভাৱে প্ৰকাশ পায়। সংস্কৃত কলেজ স্থাপন কৰাৰ বিৰোধিতা কৰি ৰামমোহন ৰায়ে কয় যে এনে প্ৰতিষ্ঠানৰদ্বাৰা ভাৰতবাসীৰ কোনো লাভ নহয়, কিয়নো তাত ছাত্ৰসকলে দুহাজাৰ বছৰৰ আগৰ জ্ঞানৰ সন্ধেদ পোৱাৰ বাহিৰে নতুন একো পাব নোৱাৰে। এতেকে, তেওঁ পাশ্চাত্য ধৰণৰ এখন কলেজ খুলি তাত গণিত, ৰসায়ন বিদ্যা, শৰীৰ বিদ্যা আদি বিষয়সমূহৰ অধ্যয়নৰ কাৰণে ব্যৱস্থা কৰিবলৈ আবেদন জনায়।

ৰামমোহন ৰায়ৰ স্মাৰক পত্ৰখনে চৰকাৰী দৃষ্টিভংগীৰ কোনো পৰি-বৰ্তন ঘটাব নোৱাৰিলে। সাধাৰণ শিক্ষা সমিতিয়ে প্ৰাচ্য শিক্ষাপদ্ধতিৰ পোষকতা কৰি সংস্কৃত কলেজ, মাদ্ৰাছা আদিলৈ চৰকাৰী অনুদান আগবঢ়ালে আৰু সংস্কৃত, আৰবী আৰু পাৰ্চী ভাষাৰ কিতাপবোৰ মুদ্ৰণ কৰিবলৈ ধৰিলে। শিক্ষাৰ নামত চৰকাৰী ধন খৰচ হ'ল হয়, কিন্তু ভাৰতবাসী বিশেষভাৱে উপকৃত নহ'ল। কিনো তাৰ অভাৱত চৰকাৰী ধনেৰে প্ৰকাশিত কিতাপসমূহৰ ওপৰত ধূলিয়ে ডাঠ ছাবনি বান্ধিলে, কিন্তু আনহাতে কলিকতাৰ 'স্কুল বুক ছ'ছাইটি'য়ে ইংৰাজী

কিতাপৰ বৰ্ধিত চাহিদা পূৰাবলৈ অসমৰ্থ হ'ল। ইংৰাজী শিক্ষাৰ সপক্ষে এটা বলিষ্ঠ জনমত গঠিত হোৱাত, ইষ্ট ইণ্ডিয়া কোম্পেনিৰ সঞ্চালক সভায়ো ১৮২৪ চনৰপৰা ভাৰত চৰকাৰক সেই বিষয়ে এক নীতি গ্ৰহণ কৰিবলৈ নিৰ্দেশ দিয়ে। শিক্ষা সমিতিৰ সদস্যসকলেও লাহে লাহে পাশ্চাত্য শিক্ষাৰ গুৰুত্ব উপলব্ধি কৰিবলৈ ধৰে, কিন্তু কি মাধ্যমত সেই শিক্ষা দিয়া হ'ব তাক কেন্দ্ৰ কৰি সমিতিৰ সদস্যসকল দুটা ভাগত বিভক্ত হৈ পৰিল। এটা দলে সংস্কৃত আৰু আৰবীক শিক্ষাৰ মাধ্যম হিচাপে লৈ পশ্চিমীয়া সভ্যতাৰ জ্ঞান বিতৰণ কৰাৰ সপক্ষে মত দাঙি ধৰে। এওঁলোকক প্ৰাচ্যবাদী বুলি কোৱা হয়। কিন্তু আনটো দলে ইংৰাজী ভাষা মাধ্যমৰূপে গ্ৰহণ কৰি অন্ততঃ কিছুসংখ্যক ছাত্ৰ-ছাত্ৰীক আধুনিক জ্ঞান-বিজ্ঞানৰ শিক্ষা দিয়াৰ পোষকতা কৰে। এই দলটো হ'ল ইংৰাজীবাদী বা এংলিচিষ্ট (Anglicists)। এংলিচিষ্ট-সকলৰ মতে ওপৰৰ এচাম লোকক ইংৰাজী শিক্ষা দিব পাৰিলেই তেওঁ-লোকৰপৰা সাধাৰণ মানুহেও সেই শিক্ষাৰ আভাস পাব। ইয়াকে পৰিস্ৰাৱন মতবাদ বা ফিলট্ৰেচন থিয়ৰি (Filtration theory) বুলি কোৱা হয়। এটা ফিলটাৰৰ যেনেকৈ উপৰিভাগৰ পানী নিগৰি নিগৰি তলৰ ভাগত পৰেহি, ঠিক তেনেকৈ ওপৰৰপৰা শিক্ষা আহি তলৰ লোক-সকলকো প্ৰভাবান্বিত কৰিব পাৰিব। ব্ৰিটিছ শাসকসকলে এনে এটা মনোভাব পোষণ কৰা কাৰণেই ভাৰতবৰ্ষত বহুবছৰলৈকে প্ৰাথমিক শিক্ষা অৱহেলিত হৈ থাকিল।

প্ৰাচ্যবাদী আৰু ইংৰাজীবাদীসকলৰ বাক-বিতণ্ডাত কিছুকাল অতি-বাহিত হ'ল। এনেতে আলেকজেণ্ডাৰ ডাফ নামৰ এজন বিখ্যাত মিচনেৰি শিক্ষা সমিতিৰ সদস্য হোৱাত ইংৰাজীবাদীসকলৰ বল বাঢ়িল। ১৮৩৪ চনত পাশ্চাত্য শিক্ষা আৰু সভ্যতাৰ প্ৰধান সমৰ্থক, গভৰ্ণৰ জেনেৰেল পৰিষদৰ প্ৰথম আইন সদস্য লৰ্ড মেকলেক শিক্ষা সমিতিৰ সভাপতিৰ পদত নিয়োজিত কৰা হয়। প্ৰাচ্য সাহিত্য আৰু সভ্যতাক সম্পূৰ্ণভাৱে তুচ্ছজ্ঞান কৰি মেকলেই ইংৰাজী ভাষাৰ জৰিয়তে শিক্ষাদান কৰাৰ

পোষকতা কৰিলে।* গভৰ্ণৰ জেনেৰেল লৰ্ড উইলিয়াম বেণ্টিংকে মেকলেৰ মতবাদ গ্ৰহণ কৰে আৰু ১৯৩৫ চনৰপৰা শিক্ষা শিতানত থকা সমুদায় ধন ইংৰাজী শিক্ষাৰ হকে খৰচ কৰিবলৈ সিদ্ধান্ত কৰা হ'ল। পুৰণি-কলীয়া শিক্ষা প্ৰতিষ্ঠানবোৰ বা চৰকাৰৰদ্বাৰা প্ৰতিষ্ঠিত সংস্কৃত কলেজ, মাদ্ৰাছা আদি চলি থাকিল, কিন্তু সেই শিক্ষাপ্ৰতিষ্ঠানসমূহৰ ছাত্ৰসকলক নতুনকৈ আৰু কোনো বৃত্তি দিয়া নহ'ল। ইংৰাজী শিক্ষাক অধিক প্ৰাধান্য দিয়াৰ লগে লগে সংস্কৃত, আৰবী আৰু পাৰ্চী ভাষা অৱহেলিত হৈ পৰিল; ভাৰতৰ আঞ্চলিক ভাষাবোৰৰ অগ্ৰগতিৰ পথো ৰুদ্ধ হ'ল। নতুন শিক্ষা-নীতিক লৈ এক তুমুল বাক-বিতণ্ডা আৰম্ভ হয়। শিক্ষা সমিতিৰ দুজন সদস্যই সমিতিৰপৰা পদত্যাগ কৰিলে আৰু কলিকতাৰ বহুসংখ্যক মানুহে শিক্ষানীতি বিষয়ত হস্তক্ষেপ বিচাৰি ইষ্ট ইণ্ডিয়া কম্পেনিৰ সঞ্চালকসভাক আবেদন জনালে। ১৮৪১ চনত গভৰ্ণৰ জেনেৰেল লৰ্ড অ'কলেণ্ডে ইংৰাজী শিক্ষাৰ লগতে প্ৰাচ্য শিক্ষা গ্ৰহণৰো ব্যৱস্থা কৰি বিবদমান প্ৰশ্নটোৰ নিষ্পত্তি কৰি দিয়ে।

১৮৪৪ চনৰ এক চৰকাৰী ব্যৱস্থাই ভাৰতত ইংৰাজী শিক্ষা অধিক

---

*মেকলেৰ সংস্কৃত, আৰবী বা পাৰ্চী কোনো এটা ভাষাৰ লগতে পৰিচয় নাছিল। তথাপি তেওঁ সেই ভাষাৰপৰা অনূদিত কিছুমান গ্ৰন্থ পঢ়ি এই সিদ্ধান্তত উপনীত হৈছিল যে প্ৰাচ্যজগতৰ সমুদায় সাহিত্য লগ কৰিলেও ইউৰোপীয় সাহিত্যৰ কেইখনমান কিতাপৰো সমকক্ষ হ'ব নোৱাৰে।

তেওঁৰ মতে '... A single shelf of a good European library was worth the whole native literature of India and Arabia আৰু 'It is, I believe, no exaggeration to say that all the historical information which has been collected from all the books written in the Sanskrit language is less valuable than what may be found in the most paltry abridgements used at the preparatory schools in England.' নিঃসন্দেহে এনে উক্তিবোৰে মেকলেৰ অজ্ঞতাৰহে পৰিচয় দাঙি ধৰে।

জনপ্ৰিয় কৰি তুলিলে। সেই চনতে গভৰ্ণৰ জেনেৰেল লৰ্ড হাৰ্ডিঞ্জে ঘোষণা কৰিলে যে প্ৰতিযোগিতামূলক পৰীক্ষাৰ যোগেদি চৰকাৰী চাকৰিৰ বাবে প্ৰাৰ্থী নিৰ্বাচন কৰা হ'ব আৰু ইংৰাজী জনা লোকক হে চাকৰিত নিয়োগ কৰা হ'ব। চাকৰিৰ কাৰণে ইংৰাজীৰ জ্ঞান বাধ্যতামূলক হৈ পৰাত, সেই ভাষা শিকাৰ বাহিৰে মানুহৰ আন কোনো উপায় নাথাকিল। ১৮৫৪ চনত ইংলেণ্ডৰ কৰ্তৃপক্ষই শিক্ষা বিষয়ক এক গুৰুত্বপূৰ্ণ নিৰ্দেশ ভাৰতলৈ প্ৰেৰণ কৰে। নিয়ন্ত্ৰণ পৰিষদৰ সভাপতি ছাৰ চাৰ্লছ উডৰ নামানুসাৰে এই নিৰ্দেশপত্ৰক সাধাৰণতে উডৰ প্ৰেৰণপত্ৰ বুলি কোৱা হয়। ভাৰতত ইংৰাজী শিক্ষাৰ 'মেগ্না কাৰ্টা' হিচাপে প্ৰসিদ্ধি লাভ কৰা এই প্ৰেৰণপত্ৰত প্ৰাথমিক পৰ্য্যায়ৰপৰা আৰম্ভ কৰি বিশ্ববিদ্যালয় পৰ্য্যন্ত শিক্ষা বিষয়ৰ সামঞ্জস্য ৰাখি এক শিক্ষা নীতি গ্ৰহণ কৰিবলৈ ভাৰত চৰকাৰক পৰামৰ্শ দিয়া হয়। প্ৰেৰণপত্ৰখনে নিম্নস্তৰত দেশীয় ভাষা আৰু উচ্চ শিক্ষাৰ ক্ষেত্ৰত ইংৰাজী ভাষাৰ যোগেদি শিক্ষাদান কৰিবলৈ নিৰ্দেশ দিয়ে। মেধাবী ছাত্ৰক বৃত্তি দিয়া আৰু বেচৰকাৰী শিক্ষাপ্ৰতিষ্ঠানসমূহক চৰকাৰী অনুদান দিয়াৰ নীতি এই সময়ৰপৰা গৃহীত হয়। তদুপৰি প্ৰতিখন প্ৰদেশতে এটাকৈ শিক্ষা বিভাগ খুলিবলৈ পৰামৰ্শ দিয়া হয়। প্ৰেৰণপত্ৰৰ নিৰ্দেশানুযায়ী সেই সময়ৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড ডেলহাউচিয়ে তিনিখন প্ৰেচিডেন্সি টাউন কলিকতা, বোম্বাই আৰু মাদ্ৰাজত একোখনকৈ বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰে (১৮৫৭)।

ছাৰ চাৰ্লছ উডৰ প্ৰেৰণপত্ৰই ভাৰতৰ শিক্ষাব্যৱস্থা অধিক সংহত কৰি তুলিলে। ইয়াৰ লগে লগে ইংৰাজী ভাষাৰ ব্যাপক প্ৰচলন ঘটিল। ক্ৰমান্বয়ে ই এটা সৰ্বভাৰতীয় ভাষা হিচাপে পৰিগণিত হ'ল। অৱশ্যে প্ৰথম অৱস্থাত ভাৰতৰ সকলো শ্ৰেণীৰ মানুহে যে ইংৰাজী ভাষা গ্ৰহণ কৰিছিল এনে নহয়। [illegible] উচ্চ শ্ৰেণীৰ হিন্দু আৰু মুছলমানসকলে ইংৰাজী ভাষা শিকাৰপৰা নিজকে বিৰত ৰাখিছিল, কিন্তু ব্যাৱহাৰিক সুবিধাৰ কাৰণে এই ভাষা ক্ৰমান্বয়ে দেশৰ মাজত অধিক জনপ্ৰিয় হৈ উঠিল। ইংৰাজী ভাষাৰ মাধ্যমেৰে শিক্ষিত লোকসকল পাশ্চাত্য সভ্যতাৰ সংস্পৰ্শলৈ আহিল। ইয়াৰ প্ৰভাৱত পৰি শিক্ষিত লোকৰ দৃষ্টি-ভংগীৰ বৈপ্লৱিক পৰিৱৰ্তন ঘটিবলৈ ধৰিলে। ৰক্ষণশীল মনোভাৱ ত্যাগ

কৰি তেওঁলোকে যুক্তিতৰ্কৰ মাপকাঠিৰে সকলো কথা বিবেচনা কৰিবলৈ শিকিলে। তেওঁলোকৰ মনত এক নতুন চেতনাই জন্ম পালে। এই চেতনাকে 'নৱজাগৰণ' নামেৰে অভিহিত কৰা হয়। ষোড়শ শতিকাৰ ইউৰোপীয় নৱজাগৰণে যেনেকৈ এখন নতুন ইউৰোপৰ সৃষ্টি কৰিছিল, উনবিংশ শতিকাৰ ভাৰতীয় নৱজাগৰণেও এখন নতুন ভাৰত বা আধুনিক ভাৰতৰ সৃষ্টি কৰিলে। ভাৰতীয় নৱজাগৰণৰ বিকাশ ঘটে ধৰ্ম আৰু সমাজ সংস্কাৰৰ মাধ্যমেৰে। ধৰ্মৰ লগত ভাৰতীয় সমাজব্যৱস্থাৰ এটা নিবিড় সম্বন্ধ আছে আৰু সেই কাৰণে ধৰ্ম আৰু সমাজ সংস্কাৰৰ আন্দোলনে ভাৰতত একেলগে গতি কৰিছিল। নৱজাগৰণৰ প্ৰভাৱ অৱশ্যে ধৰ্মসংস্কাৰ আন্দোলনতে সীমাবদ্ধ নাথাকিল। ৰাজনৈতিক ক্ষেত্ৰতো ইয়াৰ প্ৰভাৱ পৰিলক্ষিত হয় আৰু তাৰ ফলস্বৰূপে উনবিংশ শতিকাৰ শেষৰ ফালে ভাৰতবাসীৰ ৰাজনৈতিক চেতনা সম্পূৰ্ণভাৱে জাগ্ৰত হৈ 'ভাৰতীয় জাতীয় কংগ্ৰেছ' নামে এক সৰ্বভাৰতীয় অনুষ্ঠানত আত্মপ্ৰকাশ কৰিলে।

**ৰাজা ৰামমোহন ৰায়ঃ** ভাৰতীয় নৱজাগৰণৰ প্ৰথম বাৰ্তাবাহী পুৰুষজন হ'ল বংগদেশৰ বিখ্যাত মনীষী ৰাজা ৰামমোহন ৰায় (১৭৭২, ১৭৭৪—১৮৩৩)। তেওঁ পশ্চিমবংগৰ বৰ্ধমান জিলাৰ ৰাধানগৰ নামে এখন গাঁওত জন্ম গ্ৰহণ কৰে। ৰক্ষণশীল ব্ৰাহ্মণ পৰিয়াল এটাত জন্ম গ্ৰহণ কৰিও, তেওঁ সৰু কালৰেপৰা আছিল বিপ্লৱী। তেওঁ প্ৰথমে পাটনাত আৰবী আৰু পাৰ্চী ভাষাত শিক্ষা লাভ কৰি পাছত ভাৰতীয় সভ্যতাৰ এক প্ৰধান কেন্দ্ৰস্থল বাৰাণসীত সংস্কৃত ভাষা আৰু হিন্দুৰ প্ৰাচীন ধৰ্মগ্ৰন্থবোৰ গভীৰভাৱে অধ্যয়ন কৰে। ইয়াৰ উপৰি তেওঁ ইংৰাজী ভাষা আয়ত্ত কৰি ইউৰোপীয় সভ্যতা আৰু সংস্কৃতিৰ লগতো পৰিচিত হয়। হিন্দু, ইছলামীয় আৰু ইউৰোপীয়—এই তিনিওটা সভ্যতাৰ প্ৰভাৱ তেওঁৰ ওপৰত দেখিবলৈ পোৱা যায়; কিন্তু, তেওঁৰ মহত্ত্বৰ পৰিচয় পোৱা যায় এইখিনিতেই যে তেওঁ সেই তিনিওটা বিভিন্ন সভ্যতাৰ মহাসমন্বয় সাধন কৰি ভাৰতবৰ্ষত এক নৱযুগৰ প্ৰবৰ্তক হিচাপে খিয় দিয়ে। ধৰ্ম, সমাজ-সংস্কাৰ, শিক্ষা, ৰাজনীতি আদি সকলো ক্ষেত্ৰতে এক নতুনত্ব আনি দি ৰামমোহনে ভাৰতৰ অগ্ৰগতিৰ পথ মুকলি কৰে। তেওঁ আধুনিক ভাৰতৰ পিতৃস্বৰূপ।

ৰামমোহন ৰায়ে প্ৰথমে ধৰ্ম সংস্কাৰক হিচাপে প্ৰসিদ্ধি লাভ কৰে। বিভিন্ন ধৰ্মশাস্ত্ৰাদি অধ্যয়ন কৰি তেওঁ উপলব্ধি কৰিলে যে ঈশ্বৰ মূলতঃ এজন; তেওঁৰ কোনো ৰূপ বা আকাৰ নাই। সেই কাৰণে মূৰ্তিপূজা বা বিভিন্ন দেব-দেবীৰ পূজা অৰ্থহীন। পূজাৰ বাহ্যিক আড়ম্বৰসমূহৰো কোনো মূল্য নাই। প্ৰাচীন হিন্দুসকলে যে একেশ্বৰবাদত বিশ্বাস কৰিছিল, তাক তেওঁ বেদ আৰু উপনিষদৰপৰা প্ৰমাণ কৰিবলৈ যত্ন কৰে। সেই উদ্দেশ্যে তেওঁ প্ৰাচীন গ্ৰন্থবোৰ নিজ মাতৃভাষালৈ অনুবাদ কৰিবলৈ ধৰিলে। তেওঁৰ অনুবাদ কাৰ্য্যই এফালে বাংলা সাহিত্যৰ উন্নতিৰ পথ মুকলি কৰিলে আৰু আনফালে তেওঁ প্ৰচলিত ধৰ্মবিশ্বাসৰ বিৰুদ্ধে গৈ বংগদেশত এক প্ৰবল আন্দোলনৰ সৃষ্টি কৰিলে। ৰক্ষণশীল হিন্দুসমাজ তেওঁৰ ওপৰত খৰ্গহস্ত হ'ল, কিন্তু ৰামমোহনে নিজৰ মতবাদ ত্যাগ নকৰিলে। নিজৰ ধৰ্মমত প্ৰচাৰ কৰিবৰ কাৰণে তেওঁ ১৮১৫ চনত 'আত্মীয় সভা' নামৰ এটা অনুষ্ঠান প্ৰতিষ্ঠা কৰে। ইয়াৰ কিছুবছৰৰ পাছত তেওঁ 'ব্ৰাহ্ম সভা' নামে আৰু এক শক্তিশালী অনুষ্ঠান গঢ়ি তোলে (১৮২৮)। ব্ৰাহ্ম সভাখনেই শেষত ব্ৰাহ্ম সমাজ নামে বিখ্যাত হৈ পৰে। এই বিষয়ে পাছত আলোচনা কৰা হ'ব।

ধৰ্মৰ ক্ষেত্ৰত একেশ্বৰবাদ প্ৰচাৰৰ লগে লগে ৰামমোহনে সমাজ সংস্কাৰ বিষয়তো মনোনিবেশ কৰে। জাতি-ভেদ প্ৰথাৰ কঠোৰতা হ্ৰাস কৰিবলৈ আৰু সমাজত নাৰীৰ স্থান উন্নত কৰিবলৈ তেওঁ যেনেকৈয়ে চেষ্টা কৰে। বহুবিবাহৰ বিৰোধিতা, বিধবা বিবাহৰ প্ৰচলন, হিন্দু নাৰীৰ শিক্ষা আৰু সম্পত্তিৰ উত্তৰাধিকাৰ আদি বিভিন্ন প্ৰশ্নত নিজৰ মতবাদ প্ৰকাশ কৰি তেওঁ হিন্দু সমাজৰ উন্নতিৰ বিধান কৰি যায়। ভাৰতৰ অতীত কালৰেপৰা প্ৰচলিত সতীদাহ প্ৰথা নিবাৰণৰ ক্ষেত্ৰত ৰাজা ৰামমোহনৰ অৱদান বিশেষভাৱে উল্লেখযোগ্য। তেওঁৰ বলিষ্ঠ সমৰ্থনৰ বাবেই লৰ্ড বেণ্টিংকে ১৮২৯ চনত এই প্ৰথা ৰহিত কৰিবলৈ সক্ষম হয়।

ভাৰতত ইংৰাজী শিক্ষা প্ৰচলনৰ ক্ষেত্ৰতো ৰাজা ৰামমোহন ৰায়ে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। নতুন ভাৰত গঢ়ি তোলাৰ কাৰণে যে পাশ্চাত্য শিক্ষাৰ অতীৱ প্ৰয়োজন, সেই কথা তেওঁ ভালদৰে

উপলব্ধি কৰিছিল। সেই কাৰণে তেওঁ ডেভিড হেয়াৰৰ লগত লগ লাগি কলিকতাত এখন 'হিন্দু কলেজ' (প্ৰেচিডেন্সি কলেজ) প্ৰতিষ্ঠা কৰাত আগভাগ লয়। পাশ্চাত্য শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত তেওঁ আলেকজেণ্ডাৰ ডাফৰো প্ৰধান সহায় হয়। তেওঁ নিজে 'এংলো-হিন্দু স্কুল' (Anglo-Hindu School, 1822) আৰু 'বেদান্ত কলেজ' (Vedant College, 1825) নামে দুখন শিক্ষাপ্ৰতিষ্ঠান প্ৰতিষ্ঠা কৰে।

বাতৰি কাকতৰ স্বাধীনতা ৰক্ষাৰ কাৰণেও ৰামমোহনে যৎপৰোনাস্তি চেষ্টা কৰে। ১৭৯৯ চনৰ প্ৰেছ ৰেগুলেচনৰ (Press Regulations) যোগেদি লৰ্ড ৱেলেছলিয়ে ভাৰতীয় বাতৰি কাকতৰ স্বাধীনতা হৰণ কৰে, কিন্তু ১৮১৭ চনত লৰ্ড হেষ্টিংছে সেই ব্যৱস্থাবোৰ তুলি দিয়ে। অৱশ্যে কিছুমান বিষয়ত মত প্ৰকাশ কৰিবলৈ বাতৰি কাকতবোৰক বাৰণ কৰা হয়। ১৮২৩ চনত ভাৰতৰ অস্থায়ী গভৰ্নৰ জেনেৰেল জন আডামে পুনৰ চেন্সৰশ্বিপ ব্যৱস্থাৰ প্ৰৱৰ্তন কৰে। এই নতুন ব্যৱস্থাত ৰামমোহন ৰায় সন্তুষ্ট নহ'ল, কিয়নো তেওঁ উপলব্ধি কৰিছিল যে বাতৰি কাকতৰ স্বাধীনতা বিনে এখন উন্নয়নমুখী সমাজ গঢ়ি তুলিব নোৱাৰি। ইয়াৰ প্ৰতিবাদস্বৰূপে তেওঁ নিজৰ সাপ্তাহিক বাৰ্তালোচনী 'মিৰাট-উল-আখবাৰ'ৰ প্ৰকাশ বন্ধ কৰে আৰু নতুন প্ৰেছ অধ্যাদেশৰ বিৰুদ্ধে কলিকতাৰ উচ্চতম ন্যায়ালয় আৰু ব্ৰিটিছ চৰকাৰৰ ওচৰত আবেদন জনায়। তৎকালেই ইয়াৰ কোনো ফল পোৱা নগ'ল, কিন্তু ১৮৩৫ চনত ছাৰ চাৰ্লছ মেটকাফে প্ৰেছ চেন্সৰশ্বিপ প্ৰত্যাহাৰ কৰি বাতৰি কাকত-বোৰক পুনৰ স্বাধীনতা অৰ্পণ কৰিলে। ইয়াৰ দুবছৰৰ আগতেই অৱশ্যে ৰামমোহনৰ মৃত্যু ঘটিছিল।

নৱযুগৰ অগ্ৰদূত ৰাজা ৰামমোহন ৰায়ে সমকালীন সকলো সমস্যাৰ ওপৰতে মত প্ৰকাশ কৰি ভাৰতৰ ভৱিষ্যত উন্নতিৰ দিহা কৰি যায়। ১৮২৭ চনত তেওঁ বিচাৰৰ ক্ষেত্ৰত থকা ধৰ্মমূলক বৈষম্য দূৰীকৰণৰ বাবেও ব্ৰিটিছ চৰকাৰক আহ্বান জনায়। ১৮৩১ চনত তেওঁ ৰাজহ ব্যৱস্থাৰ পৰিবৰ্তন সাধন কৰি ভাৰতীয় খেতিয়কসকলৰ অৱস্থা উন্নত কৰিবলৈ ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ ওচৰত এখন আবেদন পত্ৰ দাখিল কৰে। কোম্পানিৰ সৈনিকক ভাৰতীয়কৰণ কৰা, ভাৰতীয় নেতৃবৰ্গৰ লগত আলোচনাক্ৰমে নতুন বিধি প্ৰণয়ন কৰা দেৱানী আৰু ফৌজদাৰী বিধিৰ সংহিতাবন্ধন,

কাৰ্যপালিকা আৰু ন্যায়পালিকা ইত্যাদি পদৰ পৃথকীকৰণ আদিৰ বিষয়েও তেওঁ পৰামৰ্শ আগ বঢ়ায়। এনেধৰণেই ক'বলৈ গ'লে আধুনিক ভাৰতৰ সকলোবোৰ বিষয়ৰে প্ৰকৃত পথিকৃৎ আছিল ৰাজা ৰামমোহন ৰায়।

**ব্ৰাহ্ম সমাজ ঃ** আগতে বৰ্ণনা কৰি অহা হৈছে যে এক ঈশ্বৰক পূজা কৰিবৰ উদ্দেশ্যে ৰাজা ৰামমোহন ৰায়ে ১৮২৮ চনত ব্ৰাহ্ম সভা নামে এটা অনুষ্ঠান প্ৰতিষ্ঠা কৰিছিল। ব্ৰাহ্মসভাখনেই পাছত ব্ৰাহ্ম সমাজ নামে পৰিগণিত হয়। ব্ৰাহ্ম সমাজৰ কাৰণে ১৮২৯ চনত এটা ঘৰ ক্ৰয় কৰা হয়। ১৮৩০ চনত (২৩ জানুৱাৰি) ৰাজা ৰামমোহনে আনুষ্ঠানিকভাৱে এই ঘৰ উদ্বোধন কৰি, জাতি বৰ্ণ নিৰ্বিশেষে এক ঈশ্বৰক বিশ্বাস কৰা সকলোলোকাক সেই উপাসনা গৃহত উপাসনা কৰিবলৈ অধিকাৰ দান কৰে। এইখিনিতে মন কৰিব লাগিব যে ৰামমোহন ৰায়ে এটা নতুন ধৰ্ম প্ৰৱৰ্তন কৰিবলৈ বিচৰা নাছিল। হিন্দু ধৰ্মৰ কু-সংস্কাৰবোৰ গুচাই বেদ আৰু উপনিষদৰ ভিত্তিত তেওঁ কেৱল একেশ্বৰবাদ প্ৰচাৰ কৰিবলৈহে বিচাৰিছিল। নতুন এটা ধৰ্ম সম্প্ৰদায় গঠন কৰিব খোজা কথাটো তেওঁ নিজেই অস্বীকাৰ কৰি গৈছে। ব্ৰাহ্ম সমাজৰ সাপ্তাহিক ধৰ্ম কৰ্মত ব্ৰাহ্মণসকলে এক গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল আৰু ৰামমোহন ৰায়ে নিজে জীৱনৰ অন্তিম সময়লৈকে উপবীত ত্যাগ কৰা নাছিল। গতিকে পাছৰ যুগত ব্ৰাহ্মধৰ্ম হিচাপে প্ৰচলিত হোৱা ধৰ্মবিশ্বাসটো যে ৰামমোহন ৰায়ৰ ধৰ্মমত নহয় তাক নিঃসন্দেহে ক'ব পাৰি।

যি কি নহওক, ৰামমোহন ৰায়ৰ মৃত্যুৰ পাছত ব্ৰাহ্ম সমাজ এটা মৃতপ্ৰায় অনুষ্ঠানত পৰিণত হয়। এই অনুষ্ঠানক পুনৰ্জীৱিত কৰি তোলে কবিগুৰু ৰবীন্দ্ৰনাথৰ পিতৃ মহৰ্ষি দেৱেন্দ্ৰ নাথ ঠাকুৰে (১৮১৭-১৯০৫)। ১৮৪৩ চনত তেওঁ ব্ৰাহ্ম সমাজত যোগ দিয়ে আৰু প্ৰথমবাৰৰ কাৰণে ব্ৰাহ্ম ধৰ্মত শৰণ লোৱাৰ নিয়ম প্ৰৱৰ্তন কৰে। ইয়াৰ ফলতে ব্ৰাহ্ম সমাজ এক ভিন্ন ধৰ্ম সম্প্ৰদায়ত পৰিণত হয়। নতুন ধৰ্মমত প্ৰচাৰৰ কাৰণে দেৱেন্দ্ৰনাথে ধৰ্ম প্ৰচাৰক নিযুক্ত কৰে। তেওঁৰ 'তত্ত্ববোধিনী পত্ৰিকা'ই ব্ৰাহ্ম সমাজ আন্দোলনক এক ব্যাপক ৰূপ দিয়ে। ব্ৰাহ্ম

সমাজৰ ধৰ্মৰ মূল ভেটি হ'ল বেদ আৰু 'তত্ত্ববোধিনী পত্ৰিকা'ৰ যোগেদি বেদৰ অভ্ৰান্ততাৰ কথা সজোৰে প্ৰকাশ কৰা হ'ল। লাহে লাহে বেদৰ অভ্ৰান্ততাক কেন্দ্ৰ কৰি ব্ৰাহ্ম সমাজৰ অনুগামীসকলৰ মাজত এক মত-ভেদৰ সৃষ্টি হয়। অক্ষয় কুমাৰ দত্তৰ নেতৃত্বত এদল যুৱকে সেই মতবাদ গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰে। তেওঁলোকে যুক্তিৰে সকলো কথা চাবলৈ বিচাৰে। গাতকে দেবেন্দ্ৰনাথ ঠাকুৰে ব্ৰাহ্ম সমাজৰ ধৰ্মমতৰ কিছু পৰিবৰ্তন ঘটাবলৈ বাধ্য হয়। বেদৰ ঠাইত এতিয়া উপনিষদৰ এক ঈশ্বৰত বিশ্বাস প্ৰকাশ কৰা শ্লোকবোৰ ব্ৰাহ্ম সমাজৰ কাৰণে গৃহীত হ'ল।

ব্ৰাহ্ম সমাজক এক প্ৰকৃত আন্দোলনলৈ ৰূপান্তৰিত কৰে কেশৱ চন্দ্ৰ সেনে (১৮৩৮-৮৪)। ১৮৫৭ চনত তেওঁ ব্ৰাহ্ম সমাজত যোগদান কৰে। তেওঁৰ বাগ্মিতা আৰু সংগঠনী ক্ষমতাৰ বাবে ব্ৰাহ্ম আন্দোলন আগতকৈ অধিক বলিষ্ঠ হৈ উঠিল। কেশৱ চন্দ্ৰ সেনে খ্ৰিষ্টান আৰু ইচলাম ধৰ্মৰ নিচিনাকৈ ব্ৰাহ্ম ধৰ্মতো অনুশোচনা আৰু প্ৰাৰ্থনা কৰাৰ নীতি প্ৰৱৰ্তন কৰে। তেওঁৰ অনুগামীসকলে যুক্তভাৱে অসবৰ্ণ বিবাহ আৰু বিধবা বিবাহৰ সমৰ্থন কৰে আৰু ব্ৰাহ্ম সমাজৰ ব্ৰাহ্মণসকলে উপ-বীত ধাৰণ কৰি মন্ত্ৰপাঠ কৰাৰো বিৰোধিতা কৰে। এনে প্ৰগতিশীল মনোভাবক দেবেন্দ্ৰনাথ ঠাকুৰে সমৰ্থন জনাব নোৱাৰিলে। ব্ৰাহ্ম সমাজৰ একমাত্ৰ ন্যাসৰক্ষী হিচাপে দেবেন্দ্ৰনাথে কেশৱ চন্দ্ৰ সেন আৰু তেওঁৰ সহযোগীসকলক ব্ৰাহ্ম সমাজৰপৰা বহিষ্কাৰ কৰিলে। ইয়াৰ ফলতে ব্ৰাহ্মসমাজ দুটা ভাগত বিভক্ত হৈ পৰিল। ১৮৬৬ চনৰ শেষৰফালে কেশৱ চন্দ্ৰৰ দলে 'ভাৰতৰ ব্ৰাহ্ম সমাজ' নামে এটা নতুন অনুষ্ঠান প্ৰতিষ্ঠা কৰে। দেবেন্দ্ৰ নাথৰ পুৰণি ব্ৰাহ্ম সমাজখন 'আদি ব্ৰাহ্ম সমাজ' নামে পৰিগণিত হ'ল। অৱশ্যে এই সমাজৰ বল ক্ৰমাগত টুটি আহিল।

কেশৱ চন্দ্ৰৰ নেতৃত্বত ব্ৰাহ্ম সমাজে আকৌ এক নতুন জীৱন লাভ কৰিলে। বংগদেশৰ বাহিৰতো ব্ৰাহ্ম ধৰ্ম প্ৰচাৰৰ ব্যৱস্থা কৰা হয়। সমাজ সংস্কাৰৰ কাৰণে ব্ৰাহ্ম সমাজে এখন দীঘলীয়া কাৰ্যসূচী গ্ৰহণ কৰে। প্ৰথমবাৰৰ বাবে মহিলাসকলকো ব্ৰাহ্ম সমাজত যোগদান দিবলৈ অধিকাৰ দিয়া হয়। কেশৱ চন্দ্ৰ সেনে ব্ৰাহ্ম ধৰ্ম প্ৰচাৰৰ কাৰণে বৈষ্ণৱসকলৰ ধৰণত সংকীৰ্তন কৰাৰো দিহা কৰে। ব্ৰাহ্ম সমাজৰ ওপৰত বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ পৰাত ইজনে

সিহঁতক প্ৰতিবাদ কৰাৰ ৰীতিও ব্যাপকভাৱে প্ৰচলিত হ'বলৈ ধৰে। ব্ৰাহ্ম সমাজৰ যুৱকবোৰে কেশৱ চন্দ্ৰক বিশেষ'কৈ প্ৰশিপাত কৰা ব্ৰাহ্ম ধৰ্মৰ এটা প্ৰধান নীতি হৈ পৰিল। ইয়াকে কেন্দ্ৰ কৰি প্ৰথমে বিতৰ্কৰ সূত্ৰপাত হয়। প্ৰগতিবাদী যুৱকসকলে এনে নীতি গ্ৰহণ কৰিবলৈ টান পালে। ইফালে কেশৱ চন্দ্ৰ সেনেও যুৱকসকলৰ বিভিন্ন কাম-কাজত অসন্তুষ্টি প্ৰকাশ কৰিবলৈ ধৰে। ১৮৭৮ চনত ব্ৰাহ্ম সমাজৰ বিবাদ এক চূড়ান্ত পৰ্য্যায়ত উপনীত হয়। সেই বছৰৰ মাৰ্চ মাহত কেশৱ চন্দ্ৰই নিজৰ নাবালিকা কন্যাক হিন্দু ধৰ্মৰ বিধি অনুসৰি কোচবিহাৰৰ মহাৰজাৰ লগত বিবাহ দিয়াত পৰিস্থিতিয়ে গুৰুতৰ ৰূপ ধাৰণ কৰিলে। ব্ৰাহ্ম ধৰ্মত শৰণ লোৱা জনে নিজ কন্যাৰ বিবাহৰ ক্ষেত্ৰত সেই ধৰ্মৰ নীতি নিয়মবোৰ জলাঞ্জলি দিয়াত প্ৰগতিবাদী যুৱকসকলে তেওঁৰ নেতৃত্ব অস্বীকাৰ কৰিলে। তেওঁবিলাকে 'সাধাৰণ ব্ৰাহ্ম সমাজ' নাম দি এখন নতুন সমাজ স্থাপন কৰে (১৫ মে', ১৮৭৮)। কেশৱ চন্দ্ৰ সেনৰ ব্ৰাহ্ম সমাজখন 'নৱ বিধান ব্ৰাহ্ম সমাজ' নামে পৰিগণিত হ'ল। অৱশ্যে ইয়াৰ পাছৰেপৰা ব্ৰাহ্ম সমাজৰ প্ৰাধান্য ক্ৰমাগত হ্ৰাস পাই আহিল।

একেশ্বৰবাদক কেন্দ্ৰ কৰিয়েই ব্ৰাহ্ম আন্দোলন গঢ়ি উঠিছিল, কিন্তু এই বিষয়ত ব্ৰাহ্ম সমাজে কোনো সুফল অৰ্জন কৰিব নোৱাৰিলে। মূৰ্তি পূজা আৰু বহু দেৱ-দেৱীৰ পূজা হিন্দু সমাজত আজিও অব্যাহত আছে। অৱশ্যে সমাজ সংস্কাৰৰ ক্ষেত্ৰত ব্ৰাহ্ম সমাজৰ অৱদান কোনেও অস্বীকাৰ কৰিব নোৱাৰে। পৰ্দা প্ৰথা, জাতিভেদ প্ৰথা, বাল্যবিবাহ, বহুবিবাহ আদিৰ বিৰোধিতা কৰি ব্ৰাহ্ম সমাজে ভাৰতীয় সমাজব্যৱস্থাৰ উল্লেখযোগ্য পৰিবৰ্তনৰ সূচনা কৰে। হিন্দু সমাজক কু-সংস্কাৰমুক্ত কৰি প্ৰগতিৰ পথত আগবঢ়াই নিব পৰাটোৱেই হৈছে ব্ৰাহ্ম সমাজৰ এটা প্ৰধান কৃতিত্ব।

**প্ৰাৰ্থনা সমাজ :** ব্ৰাহ্ম আন্দোলনৰ প্ৰভাৱত ১৮৬৭ চনত মহাৰাষ্ট্ৰত প্ৰাৰ্থনা সমাজ নামে এটা বেলেগ অনুষ্ঠানৰ সৃষ্টি হয়। কেশৱ চন্দ্ৰ সেনে প্ৰতিষ্ঠা কৰা এটা সংগঠনৰপৰাই এই অনুষ্ঠানৰ জন্ম হয়। কিন্তু ব্ৰাহ্ম সমাজৰ দৰে প্ৰাৰ্থনা সমাজ হিন্দু ধৰ্মৰপৰা আঁতৰি নাছিল। প্ৰাৰ্থনা সমাজৰ অনুপ্ৰেৰণাৰ উৎস হ'ল নামদেৱ, তুকাৰাম,

ৰামদাস আদি মহাৰাষ্ট্ৰীয় ধৰ্মবীৰসকল ; তেওঁলোকৰ মতবাদ গ্ৰহণ কৰা হেতুকে প্ৰাৰ্থনা সমাজে হিন্দু ধৰ্মৰ এক অবিচ্ছেদ্য অংগ হিচাপে গঢ় লয়। অৱশ্যে প্ৰাৰ্থনা সমাজে ধৰ্ম বিষয়তকৈ সমাজ সংস্কাৰৰ ওপৰতহে অধিক গুৰুত্ব আৰোপ কৰে। অসবৰ্ণ বিবাহ, বিধবা বিবাহ, বিভিন্ন সম্প্ৰদায়ৰ মাজত খোৱা-বোৱা আদিৰ প্ৰচলন কৰি প্ৰাৰ্থনা সমাজে দাক্ষিণাত্যত এক প্ৰবল আলোড়নৰ সৃষ্টি কৰিলে। স্ত্ৰী জাতিৰ মৰ্য্যাদা বৃদ্ধি আৰু অনুন্নত সম্প্ৰদায়ৰ উন্নতি বিধান কৰাই আছিল প্ৰাৰ্থনা সমাজৰ কাৰ্য্যসূচীৰ অন্যতম বিষয়বস্তু। প্ৰাৰ্থনা সমাজৰ অনুগামীসকলে পিতৃ-মাতৃহীন শিশুৰ কাৰণে অনাথ আশ্ৰম, বিধবাসকলৰ বাবে বিধবা-নিবাস, শিক্ষা বিস্তাৰৰ বাবে নৈশ বিদ্যালয়, অনুন্নত শ্ৰেণীৰ লোক-সকলৰ বাবে অনুন্নত শ্ৰেণী মিছন' (Depressed Classes Mission) আদি প্ৰতিষ্ঠা কৰি সমাজৰ মহৎ কল্যাণ সাধন কৰে। প্ৰাৰ্থনা সমাজৰ সবাতোকৈ উল্লেখযোগ্য নেতাজন হ'ল জাষ্টিচ মহাদেৱ গোবিন্দ ৰাণাডে (১৮৪২-১৯০১)। তেওঁৰ চেষ্টাৰ ফলতে 'বিধবা বিবাহ সংস্থা' (Widow Marriage Association) আৰু 'দাক্ষিণাত্য শিক্ষা সমাজ' (Deccan Education Society) নামৰ দুটা প্ৰখ্যাত অনুষ্ঠানৰ জন্ম হয়। সমাজ সংস্কাৰৰ ক্ষেত্ৰত ৰাণাডে ব্ৰাহ্ম সমাজৰ কেশৱ চন্দ্ৰ সেনতকৈয়ো অধিক উৎসাহী আছিল। সংস্কাৰ সম্বন্ধে তেওঁ এক বহল দৃষ্টিভংগী গ্ৰহণ কৰিছিল। তেওঁৰ মতে সংস্কাৰকে মানৱ জীৱনৰ সকলো দিশৰ উন্নতিৰ বিষয়ে চেষ্টা কৰিব লাগিব, কোনো এক দিশৰ উন্নতি বিধানে মানুহৰ প্ৰকৃত হিত সাধিব নোৱাৰে। ধৰ্ম, সমাজ, ৰাজনীতি, অৰ্থনীতি এই আটাইবোৰৰ মাজত এটা নিবিড় সম্বন্ধ আছে, গতিকে সেই সকলোবোৰ বিষয়ৰ উন্নতি সাধন কৰিব পাৰিলেহে মানুহক প্ৰগতিৰ পথত আগবঢ়াই নিব পৰা যাব।

ব্ৰাহ্ম সমাজৰ দৰে প্ৰাৰ্থনা সমাজে সমগ্ৰ ভাৰতত প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল। ইয়াৰ প্ৰভাৱ যাইকৈ দাক্ষিণাত্যতহে সীমাবদ্ধ আছিল। তথাপি ভাৰতীয় নৱজাগৰণত ইয়াৰ অৱদান ব্ৰাহ্ম সমাজতকৈ কোনো গুণে হীন বুলি ক'ব নোৱাৰি। এইখিনিতে মন কৰিব পাৰি যে ব্ৰাহ্ম সমাজ আৰু প্ৰাৰ্থনা সমাজ আছিল পশ্চিমীয়া শিক্ষা আৰু সংস্কৃতিৰ দানস্বৰূপ উক্ত সমাজ দুখনৰ উদ্যোক্তাসকলে পাশ্চাত্য জগতৰ

যুক্তিবাদেৰে সকলো কথা বিবেচনা কৰি ভাৰতবাসীৰ উন্নতিৰ হকে যত্ন কৰিছিল। কিন্তু সম্পূৰ্ণ ভাৰতীয় আদৰ্শৰ ওপৰত ভিত্তি কৰি উনৈছ শতিকাৰ শেষৰফালে ভাৰতত আৰু দুখন অনুষ্ঠান গঢ়ি উঠিছিল। তাৰে এখন হৈছে আৰ্য্য সমাজ আৰু আনখন ৰামকৃষ্ণ মিছন। এই অনুষ্ঠান দুখনে ভাৰতবাসীৰ মংগলৰ হকে আজিও কাম কৰি আছে।

**আৰ্য্য সমাজ :** আৰ্য্য সমাজৰ প্ৰতিষ্ঠাতা হৈছে স্বামী দয়ানন্দ সৰস্বতী (১৮২৪-১৮৮৩)। তেওঁ গুজৰাটৰ টংকাৰা নামৰ এখন সৰু গাঁৱৰ ৰক্ষণশীল ব্ৰাহ্মণ পৰিয়াল এটাত জন্ম গ্ৰহণ কৰে। তেওঁ চৈধ্য বছৰ বয়সতে ধৰ্মৰ কু-সংস্কাৰবোৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰে আৰু পোন্ধৰ বছৰ বয়সৰপৰাই ধৰ্মৰ প্ৰকৃত সত্যৰ বিষয়ে অনুসন্ধান কৰিবলৈ ভাৰতৰ বিভিন্ন স্থান পৰিভ্ৰমণ কৰে। তেওঁ বিন্ধ্যা আৰু হিমালয় পৰ্বতলৈকো যায়, কিন্তু ক'তো সত্যৰ সন্ধান নাপালে। শেষত তেওঁ মথুৰাৰ অন্ধপণ্ডিত স্বামী বিৰজানন্দৰ শিষ্যত্ব গ্ৰহণ কৰিলে। দয়ানন্দ সৰস্বতীৰ জ্ঞান চক্ষু মেল খালে আৰু গুৰুৰ ওচৰত প্ৰতিজ্ঞা কৰি অহা মতে তেওঁ আজীৱন ধৰ্ম সংস্কাৰ আৰু সমাজ সংস্কাৰৰ কামত আত্ম নিয়োগ কৰিলে।

স্বামী দয়ানন্দ সৰস্বতী আছিল সংস্কৃত সাহিত্যৰ এজন বিদগ্ধ পণ্ডিত। আৰবী আৰু পাৰ্চী ভাষাতো তেওঁৰ যথেষ্ট বুৎপত্তি আছিল কিন্তু পাশ্চাত্য শিক্ষা সম্বন্ধে তেওঁৰ কোনো জ্ঞান নাছিল। পাশ্চাত্য শিক্ষা আৰু সংস্কৃতিৰ কোনো আভাস নোপোৱাকৈয়ে ভাৰতীয় ধৰ্ম আৰু সমাজত থকা অযৌক্তিকতা গুচাবলৈ তেওঁ যি চেষ্টা কৰিছিল সেইটো সচাঁকৈয়ে প্ৰশংসনীয়। ৰাজা ৰামমোহন ৰায়ৰ দৰে তেওঁ একেশ্বৰবাদত বিশ্বাসী আৰু মূৰ্তিপূজাৰ বিৰোধী। তেওঁ সমুদ্ৰযাত্ৰা, স্ত্ৰীশিক্ষা আৰু বিধবা বিবাহ আদি সমৰ্থন কৰে কিন্তু জাতিভেদ প্ৰথা আৰু বাল্য বিবাহৰ ঘোৰ বিৰোধিতা কৰে। স্বামী দয়ানন্দৰ মতে বেদৰ ধৰ্মই হৈছে প্ৰকৃত ধৰ্ম গতিকে পাছৰ যুগৰ ধৰ্ম গ্ৰন্থবোৰৰ কোনো মূল্য নাই। তেওঁ নিজৰ অনুগামীসকলক লৈ প্ৰথমে বোম্বাইত 'আৰ্য্য সমাজ' নাম দি এটি অনুষ্ঠান খোলে (১০ এপ্ৰিল, ১৮৭৫)। পাছত আন আন ঠাইতো এই সমাজৰ প্ৰতিষ্ঠা কৰা হয়।

অৱশ্যে আৰ্য্য সমাজে পঞ্জাৱতহে সৰ্বাধিক জনপ্ৰিয়তা অৰ্জন কৰে। স্বামী দয়ানন্দই বৈদিক ধৰ্মৰ নতুন ব্যাখ্যা সমন্বিতে হিন্দী ভাষাত 'সত্যাৰ্থ প্ৰকাশ' নামে এখন পুথি ৰচনা কৰে। তেওঁৰ ৰচিত আন দুখন বিখ্যাত পুথি হৈছে 'বেদ ভাষ্য ভূমিকা' আৰু 'বেদ-ভাষ্য'।

আৰ্য্য সমাজ আন্দোলনৰ আটাইতকৈ উল্লেখযোগ্য দিশটো হৈছে ধৰ্মান্তৰকৰণৰ ব্যৱস্থা। ইয়াকে 'শুদ্ধি' বুলি কোৱা হয়। হিন্দু ধৰ্মত পূৰ্বতে অহিন্দুলোকক হিন্দু ধৰ্মত দীক্ষা দিয়াৰ কোনো নিয়ম বা প্ৰথা নাছিল, কিন্তু স্বামী দয়ানন্দই দেখিলে যে ইয়াৰ কিবা এটা ব্যৱস্থা কৰিব নোৱাৰিলে কালৰ গতিত হয়তো হিন্দু ধৰ্মৰ অস্তিত্বই লোপ পাই যাব পাৰে। গতিকে তেওঁ ভাৰতবৰ্ষত খ্ৰিষ্টান ধৰ্ম বিশেষকৈ ইছলামৰ অগ্ৰগতি ৰোধ কৰিবলৈ 'শুদ্ধি' ব্যৱস্থাৰ প্ৰবৰ্তন কৰে। শুদ্ধি অনুষ্ঠান হিন্দু সংস্কাৰবাদৰ এটা খাই বিষয়-বস্তু হৈ আজিলৈকে চলি আছে।

স্বামী দয়ানন্দ সৰস্বতীৰ মৃত্যুৰ পাছত লালা হংসৰাজ, পণ্ডিত গুৰুদত্ত, লালা লাজপত ৰায়, স্বামী শ্ৰদ্ধানন্দ আদিয়ে আৰ্য্য সমাজ আন্দোলনৰ গুৰি ধৰে। বৈদিক ধৰ্ম আৰু শিক্ষাই আৰ্য্য সমাজৰ মূল ভেটি যদিও আৰ্য্য সমাজৰ অনুগামীসকলে ক্ৰমান্বয়ে পাশ্চাত্য শিক্ষা আৰু উদাৰ সংস্কাৰ নীতি গ্ৰহণ কৰি অধিক শক্তি সঞ্চয় কৰিবলৈ সক্ষম হয়। ভাৰতৰ জাতীয় আন্দোলনৰ অগ্ৰগতিতো আৰ্য্য সমাজৰ যথেষ্ট অৱদান আছে। এই ক্ষেত্ৰত পঞ্জাবৰ লালা লাজপত ৰায়ৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

**ৰামকৃষ্ণ মিছন:** ঊনবিংশ শতিকাৰ দ্বিতীয় ভাগত ভাৰতৰ ধৰ্ম আৰু সমাজ সংস্কাৰ আন্দোলনৰ ক্ষেত্ৰত ৰামকৃষ্ণ মিছনে এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। ৰামকৃষ্ণ মিছন ৰামকৃষ্ণ পৰমহংসৰ (১৮৩৪-৮৬) নামেৰে নামকৰণ কৰা এটা অনুষ্ঠান। তেওঁ আছিল কলিকতাৰ দক্ষিণেশ্বৰ কালী মন্দিৰৰ এজন অতি সাধাৰণ পুৰোহিত। তেওঁ প্ৰাচ্য বা প্ৰতীচ্য কোনো ধৰণৰ শিক্ষাই লাভ কৰা নাছিল, কিন্তু তথাপি তেওঁৰ ভাৱ-ধাৰাত সেই দুই সভ্যতাৰ এক অপূৰ্ব সংমিশ্ৰণ দেখিবলৈ পোৱা যায়। তেওঁ মানৱ জীৱনৰ চৰম সত্যবোৰ নিজে উপলব্ধি কৰি এনে সহজ সৰল ভাষাত ব্যক্ত কৰি গৈছে যে সেইবোৰৰ তুলনা আজিৰ তথাকথিত সভ্য জগতত

অতি বিৰল। সেই কাৰণে পণ্ডিত মেক্সমুলাৰে মন্তব্য কৰিছে যে 'অশিক্ষিত' ৰামকৃষ্ণৰ লগত তুলনা কৰিলে দেখা যাব যে ইউৰোপৰ শিক্ষিত মনীষীসকলে আজিও অন্ধকাৰত খেপিয়াই ফুৰিছে। এইখিনিতে মন কৰিব লাগিব যে ৰামকৃষ্ণই নিজৰ মতবাদ প্ৰচাৰৰ বাবে কোনো বেলেগ ধৰ্ম সম্প্ৰদায় বা সংঘ প্ৰতিষ্ঠা কৰা নাছিল। তেওঁ আছিল মাত্ৰ এজন সাধক, তেওঁৰ ওচৰলৈ যোৱা লোকসকলৰ আগত্ৰহে বকৰা জীৱনৰ এটা সাধাৰণ পটভূমি দি বা এটা কথাৰ যোগেদি নিজৰ মতবাদ প্ৰকাশ কৰিছিল। নিজ গুণেৰে তেওঁ মানুহক আকৰ্ষণ কৰিছিল, মানুহৰ সান্নিধ্য বিচাৰি তেওঁ যোৱা নাছিল। তেওঁৰ গুণত মুগ্ধ হৈ ব্ৰাহ্ম সমাজৰ যশস্বী নেতা কেশৱ চন্দ্ৰ সেনে তেওঁৰ এখন জীৱনী প্ৰকাশ কৰে।

ৰামকৃষ্ণ পৰমহংসই বেদান্ত দৰ্শন অধ্যয়ন কৰা নাছিল, তথাপি তেওঁৰ জীৱন আৰু কৰ্মত তাৰ প্ৰভাৱ সম্পূৰ্ণভাৱে পৰিলক্ষিত হৈছে। অকল সেয়েই নহয়, বেদান্ত দৰ্শনৰ তত্ত্বগধুৰ কথাবোৰ তেওঁ সকলোৱে বুজিব পৰাকৈ সহজ-সৰল ভাষাত প্ৰকাশ ক'ৰি গৈছে। তেওঁ অৱশ্যে হিন্দু ধৰ্মৰ পৰৱৰ্তী কালৰ বিবৰ্তনবোৰৰ বিৰুদ্ধে মত পোষণ কৰা নাই, নাইবা উনৈছ শতিকাৰ আন ধৰ্ম সংস্কাৰকৰ দৰে মূৰ্তি পূজাৰ বিৰোধিতাও কৰা নাই। তেওঁ নিজেই আছিল কালী মন্দিৰৰ এজন পূজাৰী; মূৰ্তি পূজাৰ মাধ্যমেৰেও যে ঈশ্বৰক লাভ কৰিব পৰা যায়, তাক তেওঁ নিজৰ জীৱনতে প্ৰমাণ কৰি দেখুৱাইছে। কিন্তু ধৰ্ম যে বাহ্যিক আড়ম্বৰ আদিত নিৰ্ভৰশীল তেওঁ তাক স্বীকাৰ নকৰে। তেওঁ বিশেষকৈ গুৰুত্ব আৰোপ কৰে আন্তৰিক ভক্তিৰ ওপৰত। ঈশ্বৰক লাভ কৰিবলৈ শুদ্ধ অন্তৰৰ সেৱাই যথেষ্ট। যি সময়ত মানুহে ধৰ্মৰ কেন্দ্ৰত সহিষ্ণুতা হেৰুৱাই পেলাইছিল আৰু আন কিছুমানে হিন্দু ধৰ্মক পুনৰ্বিন্যাসৰ জৰিয়তে যুগোপযোগী কৰি তুলিবলৈ চেষ্টা কৰিছিল, সেই সময়ত ঠাকুৰ ৰামকৃষ্ণই দৃঢ়স্বৰে ঘোষণা কৰিছিল যে সকলো ধৰ্মই সত্য আৰু ঈশ্বৰ মূলতঃ এজন। 'একং সদ্ বিপ্ৰা বহুধা বদন্তি'—এয়েই হৈছে তেওঁৰ মত। বিভিন্ন ভাষা-ভাষীলোকে যেনেকৈ 'পানী' বুজাবলৈ বেলেগ বেলেগ শব্দ ব্যৱহাৰ কৰে, ঠিক তেনেকৈ বিভিন্ন ধৰ্মৰ মানুহে ঈশ্বৰ বুজাবলৈ 'আল্লা', 'হৰি', 'খ্ৰিষ্ট', 'কৃষ্ণ' আদি নাম প্ৰয়োগ কৰে। বিভিন্ন ধৰ্মৰ

নীতি-নিয়মবোৰ নিজে পালন কৰিয়েই ৰামকৃষ্ণ এই স্থিৰ সিদ্ধান্তত উপনীত হৈছিল। ঈশ্বৰ সম্বন্ধে নিজস্ব মতামত দাঙি ধৰি তেওঁ এইটোকে প্ৰমাণ কৰি যায় যে ধৰ্মৰ কোনো সৰু-ডাঙৰ নাই, সকলো ধৰ্মই সমান আৰু সত্য। সকলো ধৰ্মৰ প্ৰতি সহনশীলতাই হৈছে ৰামকৃষ্ণ পৰমহংসৰ ধৰ্মমতৰ এটা প্ৰধান বৈশিষ্ট্য।

স্বামী বিবেকানন্দৰ (১৮৬৩-১৯০২) অবিহনে ৰামকৃষ্ণ পৰমহংস বা ৰামকৃষ্ণ মিছনৰ কথা ভাবিব নোৱাৰি। ৰামকৃষ্ণৰ মতবাদৰ প্ৰচাৰৰ গুৰিতে আছে বিবেকানন্দৰ অৱদান। বিবেকানন্দৰ প্ৰকৃত নাম হৈছে নৰেন্দ্ৰনাথ দত্ত। কলিকতা বিশ্ববিদ্যালয়ৰ কৃতী ছাত্ৰ নৰেন্দ্ৰনাথ পাশ্চাত্য দৰ্শনৰ সৈতে সম্পূৰ্ণ পৰিচিত আছিল, কিন্তু ঠাকুৰ ৰামকৃষ্ণৰ প্ৰতি আকৃষ্ট হৈ হিন্দু সভ্যতা আৰু সংস্কৃতিৰ গুৰুত্ব ক্ৰমান্বয়ে উপলব্ধি কৰিবলৈ ধৰে। তেওঁ ৰামকৃষ্ণৰ শিষ্যত্ব গ্ৰহণ কৰে আৰু গুৰুৰ মৃত্যুৰ পাছত তেওঁৰ ধৰ্মমত প্ৰচাৰৰ অৰ্থে এটা মঠ প্ৰতিষ্ঠা কৰিলে (১৮৮৭)। ১৮৯৩ চনত ছিকাগোত অনুষ্ঠিত বিশ্বধৰ্ম সংসদত ৰামকৃষ্ণৰ মতানুযায়ী হিন্দু ধৰ্মৰ নতুন ব্যাখ্যা দি বিবেকানন্দ সৰ্বজনবিদিত হৈ পৰে। তেওঁৰ বক্তৃতাৰাজিয়ে আমেৰিকাবাসীক গভীৰভাৱে প্ৰভাৱান্বিত কৰে আৰু তাৰ ফলস্বৰূপে তেওঁলোক ভাৰতীয় দৰ্শনৰ প্ৰতি আকৃষ্ট হৈ পৰিল। ইউৰোপ আৰু ইংলেণ্ডতো বিবেকানন্দই যথেষ্ট সমাদৰ লাভ কৰে। ১৮৯৭ চনৰ জানুৱাৰি মাহত তেওঁ স্বদেশলৈ উভতি আহে। ইয়াৰ পাছতে তেওঁ বিস্তৃতভাৱে ভাৰত ভ্ৰমণ কৰি ভাৰতবাসীৰ প্ৰকৃত অৱস্থাৰ বিষয়ে অৱগত হয়। ১৮৯৭ চনৰ ৫ মে' তাৰিখে তেওঁ 'ৰামকৃষ্ণ মিছন' প্ৰতিষ্ঠা কৰি সমাজ সেৱাৰ কামত আত্মনিয়োগ কৰিলে। ৰামকৃষ্ণৰ মতে মানৱ প্ৰেমেই হৈছে ধৰ্মৰ এটা প্ৰধান বস্তু আৰু বিবেকানন্দই এই কথাটো সৰ্বান্তঃকৰণে বিশ্বাস কৰিছিল। বিভিন্ন শিক্ষাপ্ৰতিষ্ঠান আৰু চিকিৎসালয় প্ৰতিষ্ঠা কৰি, দুৰ্ভিক্ষ বা আন প্ৰাকৃতিক দুৰ্যোগত ক্ষতিগ্ৰস্ত লোকক সাহায্য আগবঢ়াই ৰামকৃষ্ণ মিছনে আজিও ভাৰতবাসীৰ সেৱা কৰি আহিছে।

বিবেকানন্দই বিশ্বৰ দৰবাৰত হিন্দুধৰ্মৰ গুণ গৰিমাবোৰ প্ৰকাশ কৰি ভাৰতবাসীৰ মনত আত্মবিশ্বাসৰ ভাব জগাই তোলে। তেওঁৰ বক্তব্যবোৰৰ এটা মূল কথা হৈছে দেশপ্ৰেম। দেশমাতৃক সেৱা কৰিবলৈ আহ্বান জনাই তেওঁ ভাৰতৰ জাতীয়তাবাদী আন্দোলন সবল কৰি তুলিলে।

**থিয়’ছফিকেল ছ’ছাইটি ঃ** হিন্দু ধৰ্ম আৰু সংস্কৃতিৰ পুনৰুজ্জীৱনৰ ক্ষেত্ৰত এখন বিদেশী সমাজেই এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে। এই সমাজখন হৈছে ‘থিয়’ছফিকেল ছ’ছাইটি’। হেলেনা পেট্ৰভনা ব্লেভেট্স্কি (১৮৩১-৯১) নামৰ এগৰাকী ৰুচ মহিলাই কৰ্ণেল এইচ এচ অলকটৰ সহযোগত নিউয়ৰ্ক চহৰত প্ৰথমে এই সমাজখন প্ৰতিষ্ঠা কৰে (১৮৭৫)। ১৮৭৯ চনত তেওঁলোক ভাৰতলৈ আহে আৰু ১৮৮৬ চনত মাদ্ৰাজৰ আদিয়াৰত থিয়’ছফিকেল ছ’ছাইটিৰ এটা শাখা মুকলি কৰে। থিয়’ছফিকেল ছ’ছাইটি কোনো এক বিশেষ ধৰ্ম সম্প্ৰদায় নহয়, বিভিন্ন ধৰ্মাৱলম্বী লোকেৰে গঠিত এই সমাজে সকলো ধৰ্মৰ শান্তিপূৰ্ণ সহঅৱস্থানত বিশ্বাস কৰে। অৱশ্যে পাছত এই সমাজখন হিন্দুধৰ্মৰ প্ৰতি বেছিকৈ আকৃষ্ট হৈ পৰা দেখা যায়।

ভাৰতত থিয়’ছফিকেল ছ’ছাইটিৰ জনপ্ৰিয়তাৰ মূলতে হৈছে মিছেছ এনি বেছান্ট (১৮৪৭-১৯৩৩) নামৰ এগৰাকী আইৰিছ মহিলা। ১৮৮৯ চনত তেওঁ সেই সমাজখনত যোগদান কৰে আৰু ইয়াৰ সদস্য হিচাপে ১৮৯৩ চনত ভাৰতবৰ্ষত উপস্থিত হয়। তেতিয়াৰপৰা ভাৰতবৰ্ষই হ’ল তেওঁৰ মাতৃভূমি। মিছেছ বেছান্টে প্ৰাচীন ভাৰতীয় শাস্ত্ৰ আৰু সংস্কৃতি পুনৰুদ্ধাৰ কৰাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰে। হিন্দু আদৰ্শ জীয়াই ৰাখিবলৈকে তেওঁ কেইবাখনো শিক্ষাপ্ৰতিষ্ঠান প্ৰতিষ্ঠা কৰে। থিয়’ছফিকেল ছ’ছাইটিৰ বহুতো সদস্যই সেই শিক্ষাপ্ৰতিষ্ঠানবোৰত শিক্ষকতা কৰিবলৈ আগবাঢ়ি আহে। এনি বেছান্টে প্ৰতিষ্ঠা কৰা বাৰাণসীৰ ‘চেণ্ট্ৰেল হিন্দু স্কুল’খন (Central Hindu School) পাছত কাশী হিন্দু বিশ্ববিদ্যালয়লৈ ৰূপান্তৰিত কৰা হয় (১৯১৫)। বেছান্টে ভাৰতৰ স্বাধীনতা আন্দোলনতো সক্ৰিয় অংশ গ্ৰহণ কৰে। ইয়াৰ ফলস্বৰূপে তেওঁ ১৯১৭ চনত কংগ্ৰেছৰ সভানেত্ৰী হিচাপে নিৰ্বাচিত হয়। তেৱেঁই হৈছে কংগ্ৰেছৰ প্ৰথম মহিলা সভানেত্ৰী।

**মুছলমানসকলৰ মাজত জাগৰণ ঃ** ব্ৰাহ্ম সমাজ, প্ৰাৰ্থনা সমাজ, আৰ্য্য সমাজ, ৰামকৃষ্ণ মিছন আৰু থিয়’ছফিকেল ছ’ছাইটিয়ে ধৰ্ম আৰু সমাজ সংস্কাৰৰ গুৰি ধৰি হিন্দু সমাজৰ পুৰণিকলীয়া ভাব-ভংগীৰ অভূতপূৰ্ব পৰিৱৰ্তন সাধন কৰে। হিন্দুসকলে পাশ্চাত্য শিক্ষা আৰু সংস্কৃতি গ্ৰহণ

কৰি সময়ৰ লগত খোজ দি আগবাঢ়ি গ'ল। কিন্তু মুছলমানসকলে হিন্দুসকলৰ দৰে ইমান সহজে সময়ৰ বিবৰ্তন স্বীকাৰ কৰি নল'লে। ইংৰাজসকলৰ পূৰ্বে তেওঁলোকেই আছিল ভাৰতৰ শাসক ; গতিকে তেওঁলোক ইংৰাজৰ শাসন বা পাশ্চাত্য জগতৰ সভ্যতাৰ প্ৰতি বিৰূপ হৈ ৰ'ল। এই বিৰূপ মনোভাবৰ বাবেই তেওঁলোক ইংৰাজী শিক্ষা গ্ৰহণ কৰাৰপৰা বিৰত থাকিল আৰু তাৰ ফলস্বৰূপে শিক্ষা-দীক্ষা আৰু চৰকাৰী চাকৰিৰ ক্ষেত্ৰত তেওঁলোক হিন্দুসকলতকৈ বহু পিছপৰি ৰ'ল। ১৮৬৫ চনত নজন হিন্দুৱে স্নাতকোত্তৰ উপাধি (এম এ) লাভ কৰে, কিন্তু মুছলমান সমাজৰ কোনেও সেই উপাধি লাভ কৰিবলৈ সক্ষম নহ'ল। ১৮৫৮ ৰপৰা ১৮৭৮ চনৰ ভিতৰত ৩,১৫৫ জন হিন্দুৱে স্নাতক বা স্নাতকোত্তৰ উপাধি লাভ কৰে, কিন্তু এই সময়চোৱাৰ ভিতৰত উক্ত উপাধি লাভ কৰা মুছলমানৰ সংখ্যা হ'ল মাত্ৰ ৫৭ জন। চৰকাৰী চাকৰিৰ ক্ষেত্ৰতো মুছলমানসকলৰ অৱস্থা কোনোগুণে উন্নত নহয়। ১৮৭১ চনত বংগদেশৰ ২১৪১ জন ৰাজপত্ৰিত বিষয়াৰ ভিতৰত ১২৩৮ জন হৈছে ইউৰোপীয়, ৭১১ জন হৈছে হিন্দু, কিন্তু মুছলমান বিষয়াৰ সংখ্যা হৈছে মাত্ৰ ৯২ জন। মুঠতে ভাৰতত ৰাজনৈতিক প্ৰাধান্য হেৰুৱাই মুছলমানসকল দিগভ্ৰান্ত হৈ পৰিল আৰু ক্ষোভ আৰু হতাশাত ব্ৰিটিছ শাসনৰ বিৰোধিতা কৰিবলৈ ধৰিলে। এই বিৰোধিতা যে অমূলক তাক প্ৰথমে গভীৰভাৱে উপলব্ধি কৰে উনবিংশ শতিকাৰ মুছলিম সম্প্ৰদায়ৰ প্ৰখ্যাত নেতা ছাৰ ছৈয়দ আহমদ খানে (১৮১৭-৯৮)। তেওঁ ইংৰাজ আৰু মুছলমানসকলৰ মাজত সম্ভাৱ স্থাপন কৰে আৰু ধৰ্ম, সমাজ আৰু শিক্ষা সংস্কাৰৰ জৰিয়তে মুছলমানসকলৰ মাজত এক নতুন জাগৰণ আনি দিয়ে। মুছলমান সমাজক ধুই নিকা কৰি নতুন পথৰ সন্ধান দিয়াৰ ক্ষেত্ৰত উনবিংশ শতিকাৰ আন দুজন নেতাৰ নামো বিশেষভাৱে উল্লেখযোগ্য। তেওঁলোক হৈছে বাইৰেবেলিৰ (উত্তৰপ্ৰদেশ) ছৈয়দ আহমদ আৰু পঞ্জাবৰ মিৰ্জা গুলাম আহমদ।

উনবিংশ শতিকাৰ আগ ভাগত ইছলাম ধৰ্ম আৰু সমাজ সংস্কাৰ আন্দোলনৰ প্ৰথমে শুৰি ধৰে ছৈয়দ আহমদে। তেওঁ অৱশ্যে সংস্কাৰৰ কামতে আবদ্ধ নাথাকি পঞ্জাবত মুছলমানৰ আধিপত্য স্থাপন কৰিবলৈ শিখসকলৰ সৈতে এক সংগ্ৰামত লিপ্ত হয়। তেওঁৰ বাসনা পূৰ্ণ নহ'ল

আৰু শেষত তেওঁ যুদ্ধক্ষেত্ৰতে প্ৰাণত্যাগ কৰিলে (১৮৩০)। শিখসকলৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰি চৈয়দ আহমদে ভাৰতত ৱাহাবী* আন্দোলনৰ জন্ম দিয়ে। ৱাহাবী আন্দোলন সফল নহ'ল যদিও এই আন্দোলনে মুছলমানসকলক নিজৰ অৱস্থাৰ প্ৰতি অধিক সচেতন কৰি দিলে। মির্জা গুলাম আহমদৰ (১৮৩৮-১৯০৮) নেতৃত্বত পঞ্জাবত আৰু এক সংস্কাৰ আন্দোলন গঢ়ি উঠে। আহমদে খ্ৰিষ্টান আৰু আন ধৰ্মৰ লগত সমানে ফেৰ মাৰিব পৰাকৈ ইছলাম ধৰ্ম সংশোধন কৰিবলৈ বিচাৰে আৰু নিজৰ সমৰ্থকসকলক লৈ এটা বেলেগ ধৰ্ম সম্প্ৰদায় প্ৰতিষ্ঠা কৰে। এই সম্প্ৰদায়ৰ লোকসকল 'আহমদীয়া' নামে জনাজাত। মির্জা গুলাম আহমদৰ সকলো কাৰ্য্যতে অৱশ্যে মুছলমান লোকসকল সন্তুষ্ট হোৱা নাছিল, বিশেষকৈ তেওঁ নিজকে 'পয়গম্বৰ' বুলি দাবী কৰাত বহুসংখ্যক মুছলমানে তেওঁৰ বিৰুদ্ধাচৰণ কৰিবলৈ ধৰে। তথাপি মুছলমানসকলক সংস্কাৰমুখী কৰি তোলাত তেওঁৰ অৱদান অস্বীকাৰ কৰিব নোৱাৰি।

মুছলমান সমাজক পুনৰুজ্জীৱিত কৰি তোলাৰ ক্ষেত্ৰত চাৰ চৈয়দ আহমদ খানৰ অৱদান সবাতোকৈ বেছি। ১৮১৭ চনত তেওঁ এটা সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। ১৮৩৭ চনত ইষ্ট ইণ্ডিয়া কোম্পানিৰ তলত চাকৰি জীৱন আৰম্ভ কৰি ১৮৭৬ চনত অৱসৰ লয়। চাকৰি জীৱনৰ কালছোৱাতে তেওঁ বুজি উঠে যে ব্ৰিটিছ চৰকাৰক বিৰোধিতা কৰাৰ পৰা মুছলমানসকল ক্ষতিগ্ৰস্ত হোৱাৰহে অধিক সম্ভাৱনা আৰু সেই কাৰণে অৱসৰ গ্ৰহণৰ পাছত তেওঁ বিশেষকৈ উভয় পক্ষৰ মাজত সম্প্ৰীতি স্থাপন কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে। ধৰ্ম সংস্কাৰ অবিহনে সম্প্ৰীতি স্থাপন কৰা সহজ নহয়, কিয়নো কোৰাণত খ্ৰিষ্টানসকলৰ সম্বন্ধে সতৰ্ক হ'বলৈ সঁকিয়াই দিয়া আছে। চাৰ চৈয়দ আহমদে কোৰাণৰ নতুন ব্যাখ্যা দাঙি ধৰি এই কথা প্ৰতিপন্ন কৰাৰ যত্ন কৰে যে খ্ৰিষ্টান ধৰ্ম আৰু ইছলাম হৈছে একে আদৰ্শৰে মাত্ৰ দুটা ৰূপ। তেওঁৰ মতে ইংৰাজী শিক্ষা গ্ৰহণ কৰাত কোনো ধৰ্মীয় বাধা নাই। নিজৰ মতবাদ প্ৰচাৰ কৰিবলৈ তেওঁ ১৮৭০ চনত 'তহজিব-উল-আখলাক' নামৰ এখন আলোচনী প্ৰকাশ কৰে। চাৰ চৈয়দ আহমদৰ আটাইতকৈ উল্লেখযোগ্য কীৰ্তি হৈছে

---

*ৱাহাবী আন্দোলন প্ৰথমে আৰম্ভ হয় আৰব দেশত। ইয়াৰ প্ৰতিষ্ঠাতা হৈছে মহম্মদ ইবন আব্দুল ৱাহেব।

আলিগড়ৰ 'মহম্মদান এংল'অৰিয়েন্টেল কলেজ'*(Muhammadan Anglo Oriental College, 1875)।

ভাৰতৰ মুছলমানসকলৰ মানসিক উৎকৰ্ষ সাধনত এই কলেজখনৰ যিমানখিনি অৰিহণা আছে, তেনে অৰিহণা কোনো অনুষ্ঠানেই যোগাব পৰা নাই। এইটো কথা এইখিনিতে মন কৰিব পাৰি যে ছাৰ ছৈয়দ আহমদৰ সংস্কাৰমূলক কাৰ্যবোৰ সকলোৱে সহজভাৱে গ্ৰহণ কৰিব পৰা নাছিল। গোড়া মুছলমানসকল তেওঁৰ ওপৰত অতিশয় ক্ৰুদ্ধ হয় আৰু তেওঁক কাফেৰ বুলি গণ্য কৰে, আনকি তেওঁক প্ৰাণ নাশৰ ভাবুকিও দিয়া হয়। তথাপি তেওঁ নিজ কৰ্তব্য পথৰপৰা বিচলিত নহ'ল।

পাশ্চাত্য সভ্যতাৰ সংস্পৰ্শলৈ অহাৰ ফলত মুছলিম সমাজ আগতকৈ বহু পৰিমাণে কুসংস্কাৰমুক্ত হৈ পৰিল। শিক্ষিত মুছলমানসকলে পশ্চিমীয়া পোছাক-পৰিচ্ছদ পৰিধান কৰিবলৈ ধৰিলে। খ্ৰিষ্টানসকলৰ লগত একেলগে খোৱা-বোৱা কৰা এটা সাধাৰণ নিয়মত পৰিণত হ'ল। পুৰুষসকলৰ প্ৰগতিৰ লগে লগে মুছলিম মহিলাসকলো ক্ৰমান্বয়ে নিজৰ মৰ্য্যাদা সম্বন্ধে সচেতন হৈ উঠিল। অৱশ্যে এইটো কথা মন কৰিব লাগিব যে হিন্দু সংস্কাৰকসকলে যেনেকৈ প্ৰথমৰেপৰাই স্ত্ৰীজাতিৰ সৰ্বাংগীন উন্নতিৰ হকে যত্ন কৰিছিল, মুছলিম সংস্কাৰকসকলে তেনেকৈ যত্ন কৰা নাছিল। ছাৰ ছৈয়দ আহমদে মুছলিম পুৰুষসকলৰ উন্নতিৰ ওপৰতহে অধিক গুৰুত্ব আৰোপ কৰিছিল। তেওঁ পৰ্দা প্ৰথাৰ বিৰোধিতা কৰা নাছিল; বৰঞ্চ ইয়াক প্ৰয়োজনীয় বুলিহে বিবেচনা কৰিছিল। মিৰ্জা গুলাম আহমদেও বহু-বিবাহ আৰু পৰ্দা প্ৰথা সমৰ্থন কৰিছিল। তথাপি মুছলিম পুৰুষসকল শিক্ষিত হৈ অহাৰ লগে লগে স্ত্ৰী জাতি সম্বন্ধে তেওঁলোকৰ মনোভাবৰ বহুত পৰিবৰ্তন ঘটিল। বহু-বিবাহ ক্ৰমাগত হ্ৰাস পাবলৈ ধৰে আৰু বিধবা বিবাহৰ প্ৰচলন বৃদ্ধি পায়। পৈতৃক সম্পত্তি উত্তৰাধিকাৰৰ ক্ষেত্ৰত মুছলিম ছোৱালীৰ অধিকাৰ মানি লোৱা হয়। স্ত্ৰী-শিক্ষাৰ ক্ষেত্ৰত উল্লেখযোগ্য অৰিহণা আগবঢ়ায় ইছলাম প্ৰতিৰক্ষা সমাজ (Anjuman-e-Himayet-ul Islam, 1885) এখনে। মুঠতে

*১৯২০ চনত ইয়াক আলিগড় মুছলিম বিশ্ববিদ্যালয়লৈ ৰূপান্তৰিত কৰা হয়।

উনৈছ শতিকাৰ শেষৰফালে মুছলিম মহিলাসকলৰ সামাজিক মৰ্য্যাদা আগতকৈ বহু গুণে উন্নত হৈ পৰে।

## (২) ভাৰতৰ জাতীয়তাবাদী আন্দোলন

**জাতীয় চেতনাৰ বিকাশ:** দেশভেদে জাতীয়তাবাদৰ অৰ্থ বেলেগ বেলেগ, কিন্তু পৰাধীন দেশৰ কাৰণে ইয়াৰ একমাত্ৰ অৰ্থ হৈছে ৰাজনৈতিক মুক্তি। ভাৰতবৰ্ষৰ ক্ষেত্ৰতো সেই একে অৰ্থই প্ৰযোজ্য। বিদেশী শাসনৰপৰা মুক্তি লাভ কৰাই আছিল ভাৰতীয় জাতীয়তাবাদৰ এটা প্ৰধান লক্ষ্য। ১৮৫৭ চনৰ ভাৰতৰ অভ্যুত্থান আছিল একপ্ৰকাৰ ৰাজনৈতিক মুক্তিৰ আন্দোলন, কিয়নো ১৮৫৭ চনৰ বিদ্ৰোহীসকলে ইংৰাজ শাসকসকলক খেদি দেশখন স্বাধীন কৰিবলৈহে যত্ন কৰিছিল। কিন্তু এই আন্দোলনক জাতীয় আন্দোলনৰ পৰ্য্যায়ভুক্ত কৰিব নোৱাৰি। সেই সময়ত জাতীয় চেতনা সম্পূৰ্ণকৈ জাগ্ৰত হোৱা নাছিল আৰু এই কাৰণে সমগ্ৰ ভাৰতে ব্ৰিটিছ শাসনৰ বিৰুদ্ধাচৰণ কৰা নাছিল। তথাপি ১৮৫৭ চনৰ অভ্যুত্থানে যে ভাৰতবাসীৰ মাজত এক নতুন জাগৰণ আনি দিয়ে, সেই বিষয়ে কোনো সন্দেহ থাকিব নোৱাৰে। বিদ্ৰোহ দমন কাৰ্য্যত চৰকাৰে দেখুওৱা নিষ্ঠুৰতা আৰু লৰ্ড কেনিঙৰ উদাৰ নীতি সম্পৰ্কে ইংৰাজ লোকে কৰা তীব্ৰ সমালোচনাই প্ৰত্যেক চিন্তাশীল ব্যক্তিকে বিৰোধী কৰি তুলিলে।

ভাৰতৰ জাতীয় জাগৰণৰ গুৰিতে আছে পাশ্চাত্য শিক্ষা আৰু সভ্যতাৰ অৱদান। ইংৰাজী শিক্ষাৰ জৰিয়তে পাশ্চাত্য জগতৰ প্ৰগতিশীল লেখকসকলৰ লগত ভাৰতবাসীৰ পৰিচয় ঘটিল। এডমাণ্ড বাৰ্ক, হাৰ্বাৰ্ট স্পেন্সাৰ, মেকলে, মিল, ৰুছো, ভলটেয়াৰ আদি মনীষীসকলৰ লিখনিয়ে ভাৰতৰ শিক্ষিত সমাজৰ মাজত এক নতুন চাঞ্চল্যৰ সৃষ্টি কৰে। আমেৰিকাৰ স্বাধীনতা সংগ্ৰাম, ফৰাছী বিপ্লৱ আৰু উনবিংশ শতিকাৰ বিভিন্ন গণতান্ত্ৰিক আৰু জাতীয়তাবাদী আন্দোলনে ভাৰতবাসীক স্বাধীনতা, সাম্য আৰু মৈত্ৰীৰ বাণীৰে উদ্বুদ্ধ কৰি তোলে। ইতিমধ্যে ইংৰাজী শিক্ষাৰ ব্যাপক প্ৰচলনৰ ফলত ভাৰতৰ এখন প্ৰদেশৰ মানুহে আন এখন প্ৰদেশৰ মানুহৰ লগত ভাব বিনিময় কৰিব পৰা হ'ল। কিবা

সমস্যাৰ উত্তৰ হ'লে এতিয়া সকলো মানুহে একেলগে বহি যথোচিত ব্যৱস্থা গ্ৰহণ কৰিবলৈ সুবিধা পালে। ভাৰতবাসীৰ মনত একতাৰ ভাব জাগি উঠিল আৰু সংঘবদ্ধভাৱে থিয় দিব পৰা হ'ল।

উনৈছ শতিকাৰ ধৰ্মীয় নৱজাগৰণে ভাৰতৰ ৰাজনৈতিক নৱজাগৰণৰো সূচনা কৰে। ৰাজা ৰামমোহন ৰায়, দয়ানন্দ সৰস্বতী, কেশৱ চন্দ্ৰ সেন, স্বামী বিবেকানন্দ, মিচেছ এনি বেছান্ট প্ৰভৃতিয়ে ধৰ্ম আৰু সমাজ সংস্কাৰৰ মাজতে নিজক আবদ্ধ নাৰাখি ৰাজনৈতিক ক্ষেত্ৰতো এক নতুন চিন্তাধাৰাৰ সোঁত বিয়পায়। ব্ৰাহ্ম সমাজ আৰু প্ৰাৰ্থনা সমাজে গণতান্ত্ৰিক ভিত্তিত ধৰ্ম সমাজ সংস্কাৰৰ পোষকতা কৰিছিল; আৰ্য্য সমাজ আৰু ৰামকৃষ্ণ মিছনে সম্পূৰ্ণ ভাৰতীয় আদৰ্শৰ আঁহিত এখন নতুন ভাৰত সৃষ্টি কৰিবলৈ প্ৰয়াস কৰিছিল। এই প্ৰয়াসৰ লগতে হিন্দু জাতীয়তাবাদৰ জন্মকাহিনীও জড়িত হৈ আছে; কিন্তু যি সময়ত ভাৰতবাসীয়ে আত্মবিশ্বাস হেৰুৱাই দিগভ্ৰান্ত হৈছিল, সেই সময়ত হিন্দু সমাজে অতীত ভাৰতৰ ফালে দৃষ্টিপাত কৰিয়েই ভৱিষ্যতৰ সন্মুখীন হ'বলৈ শক্তি সঞ্চয় কৰিছিল। গতিকে ভাৰতীয় জাতীয়তাবাদত হিন্দু ধৰ্মৰ কিছু গোন্ধ পোৱাটো কোনো অস্বাভাৱিক কথা নহয়।

প্ৰাচীন ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ পুনৰুদ্ধাৰে ভাৰতবাসীৰ মনত এক নতুন আত্মপ্ৰত্যয়ৰ ভাব আনি দি জাতীয় জাগৰণৰ পথ প্ৰশস্ত কৰি তোলে। প্ৰাচীন সভ্যতাক নকৈ মূল্যাংকন কৰাৰ ক্ষেত্ৰত ইউৰোপীয় প্ৰাচ্যবিদসকলৰ অৱদান আটাইতকৈ বেছি। ছাৰ উইলিয়াম জ'ন্স, মেক্স-মুলাৰ, হৰেছ উইলছন, ফাৰ্গুছন আদিৰ লিখনিয়ে ভাৰতবাসীক নিজৰ গৌৰৱময় অতীতৰ বিষয়ে সজাগ কৰি দিয়ে। বেদ আৰু উপনিষদৰ অনুবাদ আৰু আলেকজেণ্ডাৰ কানিংহামৰ তত্বাৱধানত আৰম্ভ হোৱা বিখ্যাত প্ৰত্নতাত্বিক খননকাৰ্য্যবোৰে বিশ্ববাসীৰ আগত ভাৰতৰ সন্মান বহুগুণে বৃদ্ধি কৰিলে। পাশ্চাত্য শিক্ষাৰ প্ৰভাৱত পৰি এচাম শিক্ষিত ভাৰতীয়ই ভাৰতৰ সকলো বস্তুৱেই ঘৃণাৰ যোগ্য বুলি বিবেচনা কৰিছিল, কিন্তু এতিয়া তেওঁলোকে সেই ধাৰণা সলনি কৰিবলৈ বাধ্য হ'ল। ভাৰতীয় সভ্যতা যে ৰোম বা গ্ৰীচৰ সভ্যতাতকৈ কোনো গুণে নিকৃষ্ট নহয় তাক তেওঁলোকে বুজি পালে আৰু নিজকে ভাৰতীয় বুলি পৰিচয় দি গৌৰৱবোধ কৰিলে। এই গৌৰৱবোধে ভাৰতৰ জাতীয়তাবাদী আন্দোলন সবল কৰি তোলাত বিশেষভাৱে সহায় কৰে।

ভাৰতবাসীৰ জাতীয় চেতনা জাগ্ৰত কৰা ক্ষেত্ৰত ভাৰতীয় ভাষাত প্ৰকাশিত সংবাদ পত্ৰবোৰৰ যথেষ্ট অৱদান আছে। সংবাদ-পত্ৰৰ গুৰুত্বৰ কথা প্ৰথমে ৰাজা ৰামমোহন ৰায়েই উপলব্ধি কৰিছিল আৰু সেই কাৰণে ১৮২৩ চনত ব্ৰিটিছ চৰকাৰে প্ৰৱৰ্তন কৰা প্ৰেছ ছেন্সৰচিপ ব্যৱস্থা তুলি দিবলৈ তেওঁ কলিকতাৰ উচ্চতম ন্যায়ালয়ৰ ওচৰত আবেদন জনাইছিল। ১৮৩৫ চনত ছেন্সৰচিপ ব্যৱস্থা ৰহিত কৰা হয় আৰু তাৰ পাছৰপৰাই ইংৰাজী আৰু দেশী ভাষাত প্ৰকাশিত সংবাদ-পত্ৰৰ সংখ্যা বৃদ্ধি পাবলৈ ধৰে। ইংৰাজী ভাষাত প্ৰকাশিত কাকতবোৰে সাধাৰণতে চৰকাৰৰ পক্ষ সমৰ্থন কৰিছিল, কিন্তু দেশী ভাষাৰ কাকতসমূহে ব্ৰিটিছ চৰকাৰৰ নীতি কটু ভাষাৰে সমালোচনা কৰি ভাৰতবাসীৰ মাজত এক নতুন জাগৰণ আনি দিলে। এই বিষয়ত বংগদেশৰপৰা প্ৰচাৰিত কাকতসমূহৰ অৱদান আটাইতকৈ বেছি। '[illegible]', 'বংগদৰ্শন', 'আৰ্যদৰ্শন', 'সঞ্জীৱনী', 'অমৃত বাজাৰ পত্ৰিকা' আদিয়ে দেশপ্ৰেম আৰু জাতীয়তাবাদ বীজমন্ত্ৰৰে ভাৰতৰ লোক উদ্বুদ্ধ কৰি তোলে। ভাৰতবাসীৰ আত্মসচেতনত ব্ৰিটিছ শাসকসকল চিন্তান্বিত হ'ল আৰু সেই কাৰণে দেশী ভাষাত প্ৰকাশিত সংবাদ-পত্ৰবোৰৰ স্বাধীনতা হৰণ কৰিবলৈকে ১৮৭৮ চনত লৰ্ড লিটনে এখন কুখ্যাত প্ৰেছ আইন জাৰি কৰে। এই আইনৰপৰা ৰক্ষা পৰিবলৈকে কলিকতাৰ 'অমৃত বাজাৰ পত্ৰিকাই' সেই সময়ৰপৰা ইংৰাজীত বাতৰি পৰিবেশন কৰিবলৈ লয়।

জাতীয় জাগৰণ সৃষ্টি কৰা ক্ষেত্ৰত ভাৰতৰ আন আন প্ৰদেশৰপৰা প্ৰকাশিত সংবাদ-পত্ৰসমূহৰে অৱদান অস্বীকাৰ কৰিব নোৱাৰি। সেই কাকতবোৰৰ ভিতৰত মাদ্ৰাজৰ 'হিন্দু', এলাহাবাদৰ 'লিডাৰ' আৰু বোম্বাইৰ 'কেশৰী'ৰ নাম বিশেষভাৱে উল্লেখ কৰিব পাৰি।

লৰ্ড লিটনৰ আন কেইবাও প্ৰতিক্ৰিয়াশীল কাৰ্যই ভাৰতবাসীক ব্ৰিটিছৰ বিৰুদ্ধে ঐক্যবদ্ধভাৱে থিয় দিবলৈ ইন্ধন যোগালে। তেওঁৰ কুখ্যাত প্ৰেছ আইনৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। প্ৰেছ আইন বলবৎ কৰাৰ আগতে তেওঁ এখন 'অস্ত্ৰ আইন' (Arms Act) জাৰি কৰি ভাৰতীয়লোকে অস্ত্ৰ ধাৰণ কৰাৰ ক্ষেত্ৰত কিছু বাধা নিষেধ আৰোপ কৰে। ইংৰাজ বা আন ইউৰোপীয় লোকসকলৰ ক্ষেত্ৰত প্ৰযোজ্য নহৈছিল আৰু এই বৈষম্যমূলক নীতিয়ে লৰ্ড লিটনক ভাৰতবাসীৰ ওচৰত অধিক অপ্ৰিয় কৰি তোলে। প্ৰত্যেক সচেতন ভাৰতীয়ৰে

বুজিবলৈ বাকী নাথাকিল যে ব্ৰিটিছ চৰকাৰে কোনো ভাৰতীয়কে ইউৰোপীয়লোকৰ সমান মৰ্য্যাদাৰ অধিকাৰী বুলি বিবেচনা নকৰে। ভাৰতীয় লোকসকল হ'ল কোনো এক হীন শ্ৰেণীৰ জীৱ আৰু সেই কাৰণে অস্ত্ৰ আইন আৰু প্ৰেছ আইনৰদ্বাৰা তেওঁলোকক নিয়ন্ত্ৰিত কৰাৰ প্ৰয়োজন হৈ পৰিছে। লিটনৰ আইন দুখনে ভাৰতীয় লোকসকলৰ আত্ম সম্মান ক্ষুণ্ণ কৰিলে আৰু তেওঁলোক আত্মপ্ৰতিষ্ঠাৰ বাবে সাজু হ'ল।

১৮৭৬-৭৮ চনত ভাৰতৰ বিভিন্ন ঠাইত বিশেষকৈ দক্ষিণ ভাৰতত এক ভয়ানক দুৰ্ভিক্ষই দেখা দিয়ে। এই দুৰ্ভিক্ষত হাজাৰ-বিজাৰ মানুহৰ প্ৰাণ নাশ হয়, কিন্তু লিটন চৰকাৰে দুৰ্ভিক্ষ উপশমৰ বাবে কোনো খৰতকীয়া ব্যৱস্থা গ্ৰহণ নকৰিলে। আনহাতে দিল্লী নগৰীত এখন দৰবাৰ পাতি লৰ্ড লিটনে অজস্ৰ টকা ব্যয় কৰে। আকালৰ সময়ত ৰাজহুৱা ধন এনেকৈ অপব্যয় কৰাত ভাৰতবাসী ক্ৰুদ্ধ হয় আৰু লিটনৰ দৰবাৰ পতা কাৰ্য্যক কলিকতাৰ এজন সাংবাদিকে ৰোম নগৰী প্ৰজ্বলিত হোৱাৰ সময়ত সম্ৰাট নিৰোৰ বেহেলা বাদনৰ সৈতে একে পৰ্য্যায়ৰ বুলি মন্তব্য প্ৰকাশ কৰে।

লৰ্ড লিটনৰ কাৰ্য্যকালতে আৰু এক উল্লেখযোগ্য ঘটনা ঘটে। ১৮৭৭ চনত ব্ৰিটিছ চৰকাৰে আই. ছি. এছ পৰীক্ষাৰ্থীৰ বয়স ২১ বছৰৰ-পৰা ১৯ বছৰলৈ কমাই দিয়ে। এই ব্যৱস্থাত ভাৰতবাসী গভীৰভাৱে অসন্তুষ্ট হয়। ব্ৰিটিছ চৰকাৰে পূৰ্বতে অধিকসংখ্যক ভাৰতীয়ক ছিভিল ছাৰ্ভিছত নিযুক্তি দিয়া হ'ব বুলি প্ৰতিশ্ৰুতি দি আছিছিল, কিন্তু বয়সৰ সীমা হ্ৰাস কৰাত ভাৰতীয় লোকসকলে সেই প্ৰতিশ্ৰুতি ভংগ কৰাৰ সম্ভাৱনাহে দেখা পালে। সেই সময়ত কোনো ভাৰতীয় প্ৰাৰ্থীৰ পক্ষে ইংলেণ্ডলৈ গৈ ইংৰাজ প্ৰাৰ্থীৰ সৈতে আই. ছি এছ পদৰ বাবে প্ৰতি-দ্বন্দ্বিতা কৰাটো প্ৰায় অসম্ভৱ বুলি সকলোৱে বিবেচনা কৰিছিল। আই. ছি. এছৰ বয়সক কেন্দ্ৰ কৰি বংগদেশৰ প্ৰখ্যাত নেতা সুৰেন্দ্ৰ নাথ বেনাৰ্জীয়ে ভাৰতত এক প্ৰবল আন্দোলনৰ সৃষ্টি কৰিলে। ব্ৰিটিছ চৰকাৰৰ কাৰ্য্যক প্ৰতিবাদ জনোৱাত সমগ্ৰ ভাৰত ঐক্যবদ্ধ হ'ল। ভাৰতৰ জাতীয়তাবাদী আন্দোলনৰ এয়েই সূত্ৰপাত বুলি ক'ব পাৰি।

**ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰতিষ্ঠা :** ভাৰতত ৰাজনৈতিক অনুষ্ঠানৰ জন্ম হয় ইষ্ট ইণ্ডিয়া কোম্পেনিৰ শাসন কালতে। ১৮৩৭ চনৰ ১২ নৱেম্বৰ তাৰিখে কলিকতা আৰু ইয়াৰ ওচৰে-পাজৰে থকা জমিদাৰসকলে তেওঁলোকৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ এটা অনুষ্ঠান প্ৰতিষ্ঠা কৰাৰ সম্পৰ্কে সিদ্ধান্ত গ্ৰহণ কৰে। ইয়াৰ ফলতে 'জেমিণ্ডাৰি এছ'ছিয়েচন' (Zamindary Association) নামৰ এটা সংস্থাৰ জন্ম হয়। পাছত ইয়াক 'লেণ্ডহ'ল্ডাৰছ ছ'চাইটি' (Landholders' Society) নামেৰে নামকৰণ কৰা হয়। ইয়াৰ উদ্দেশ্য আছিল তেনেই সীমিত; গতিকে ৰাজনৈতিক অনুষ্ঠান হিচাপে ই বিশেষ গা কৰিব নোৱাৰিলে। সকলো শ্ৰেণীৰ মানুহ সামৰি লবাকৈ ১৮৪৩ চনত 'বেংগল ব্ৰিটিছ ইণ্ডিয়া ছ'চাইটি' (Bengal British India Society) নামৰ আন এটা সংস্থা গঠন কৰা হয়। ইয়াৰ কিছু বছৰৰ পাছতে ৰাজেন্দ্ৰ পাল মিত্ৰ, ৰামগোপাল ঘোষ আদিয়ে 'ব্ৰিটিছ ইণ্ডিয়ান এছ'ছিয়েচন' (British Indian Association) নাম দি এটা সংস্থা গঠন কৰে (অক্টোবৰ, ১৮৫১)। সমগ্ৰ দেশবাসীৰ স্বাৰ্থৰ হকে কাম কৰাই আছিল এই সংস্থাৰ মাই উদ্দেশ্য। ১৮৫৩ চনৰ চনদ আইন নবীকৰণ কৰাৰ আগে আগে এই সংস্থাটোৱে ভাৰতীয় অভাৱ-অভিযোগবোৰ বৰ্ণাই সেইবোৰৰ প্ৰতিবিধানৰ ব্যৱস্থা কৰিবলৈ ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ ওচৰত আবেদন জনায়। তদুপৰি কেন্দ্ৰীয় বিধান মণ্ডলৰ পৰিসৰ বৃদ্ধি, আইনৰ আগত সকলো মানুহৰে সমতা স্থাপন, ভাৰতবৰ্ষত চিভিল চাৰ্ভিছ পৰীক্ষা গ্ৰহণ আদিৰ বিষয়ে ইণ্ডিয়ান এছ'ছিয়েচনেই প্ৰথমে দাবী তোলে। ভাৰতৰ আন আন প্ৰদেশত ইতিমধ্যে স্থাপিত হোৱা সংস্থাসমূহৰ সৈতে ইণ্ডিয়ান এছ'ছিয়েচনে সদ্ভাৱ ৰাখি চলিছিল।

১৮৫৭ চনৰ ভাৰতৰ অভ্যুত্থানৰ পৰৱৰ্তী কালত ভাৰতত কেইবাটাও ৰাজনৈতিক অনুষ্ঠান গঢ়ি উঠে। এইবোৰৰ ভিতৰত পুণাৰ 'সাৰ্বজনিক সভা' (১৮৬৭), কলিকতাৰ 'ইষ্ট ইণ্ডিয়া এছ'ছিয়েচন' (১৮৭৫) আৰু 'ইণ্ডিয়ান এছ'ছিয়েচন' (১৮৭৬), মাদ্ৰাজৰ 'মহাজন সভা' (১৮৮৪) আৰু বোম্বাইৰ 'প্ৰেছিডেঞ্চি এছ'ছিয়েচন'ৰ (১৮৮৫) নাম উল্লেখ কৰিব পাৰি। অৱশ্যে 'ইণ্ডিয়ান এছ'ছিয়েচন'ৰ বাহিৰে কোনো এটা অনুষ্ঠানেই সমগ্ৰ

দেশ জুৰি খ্যাতি অৰ্জন কৰিব পৰা নাছিল। জাতীয় কংগ্ৰেছ প্ৰতিষ্ঠা হোৱাৰ সময়লৈকে 'ইণ্ডিয়ান এছ'ছিয়েচনে'ই ভাৰতীয় ৰাজনীতিত এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰে।

'ইণ্ডিয়ান এছ'ছিয়েচন'ৰ প্ৰতিষ্ঠাতা হৈছে বংগদেশৰ যশস্বী নেতা সুৰেন্দ্ৰনাথ বেনাৰ্জী। তেওঁ আছিল এজন আই ছি· এছ বিষয়া, কিন্তু সামান্য এটা অভিযোগত ব্ৰিটিছ চৰকাৰে তেওঁক চাকৰিৰপৰা বৰখাস্ত কৰে। নানা চেষ্টা কৰিও সুৰেন্দ্ৰনাথে তেওঁৰ প্ৰতি কৰা অন্যায়ৰ কোনো প্ৰতিকাৰ কৰিব নোৱাৰিলে। ইয়াৰ পাছতে তেওঁ দেশমাতৃক সেৱা কৰিবলৈ 'ইণ্ডিয়ান এছ'ছিয়েচন' গঠন কৰে। প্ৰথমৰেপৰাই এই অনুষ্ঠানটো· আছিল সৰ্বভাৰতীয় আন্দোলনৰ এটা প্ৰধান কেন্দ্ৰ। ১৮৭৭ চনত ব্ৰিটিছ চৰকাৰে আই ছি· এছ পৰীক্ষাৰ্থীৰ বয়স ২১ বছৰৰ-পৰা ১৯ বছৰলৈ হ্ৰাস কৰাত সুৰেন্দ্ৰনাথে ইয়াৰ বিৰুদ্ধে দেশবাসীক একত্ৰিত কৰিবলৈ যত্ন কৰিলে। কলিকতাত অনুষ্ঠিত হোৱা এখন ৰাজহুৱা সভাই ব্ৰিটিছ চৰকাৰৰ নতুন ব্যৱস্থাৰ তীব্ৰ বিৰোধিতা কৰে আৰু সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে এলাহাবাদ, আগ্ৰা, আলিগড়, লক্ষ্ণৌ, কানপুৰ, দিল্লী, অমৃতসৰ, লাহোৰ আদি ঠাই পৰিভ্ৰমণ কৰি ব্ৰিটিছ চৰকাৰৰ কাৰ্য্যৰ বিৰুদ্ধে এটা প্ৰবল জনমত গঢ়ি তুলিলে। ছিভিল চাৰ্ভিছ আন্দোলনৰ প্ৰকাশ্য উদ্দেশ্য আছিল আই· ছি এছ পৰীক্ষাৰ প্ৰতিযোগীৰ বয়সৰ সীমা বৃদ্ধি কৰা আৰু একে সময়তে ইংলেণ্ড আৰু ভাৰতত পৰীক্ষা গ্ৰহণৰ ব্যৱস্থা কৰা, কিন্তু ইয়াৰ অন্তৰ্নিহিত উদ্দেশ্য হ'ল ভাৰতবাসীৰ মাজত এটা জাতীয় জাগৰণ আনি দি ঐক্যবোধৰ ভাব প্ৰকট কৰি তোলা। সুৰেন্দ্ৰনাথৰ ভ্ৰমণে সেই উদ্দেশ্য সাধন কৰি জাতীয় কংগ্ৰেছ প্ৰতিষ্ঠাৰ পথ সুগম কৰি তুলিলে।

ছিভিল চাৰ্ভিছৰ বয়স সম্পৰ্কে ভাৰতবাসীৰ মনোভাবৰ কথা ব্ৰিটিছ পাৰ্লিয়ামেণ্টক অবগত কৰিবলৈ ইণ্ডিয়ান এছ'ছিয়েচনে কলিকতাৰ লালমোহন ঘোষ নামৰ এজন প্ৰখ্যাত বেৰিষ্টাৰক ইংলেণ্ডলৈ পঠাই দিয়ে। জন ব্ৰাইটৰ সভাপতিত্বত বহা লণ্ডনৰ এখন সভাত লালমোহন ঘোষে এটা ওজস্বী বক্তৃতা দি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হ'ল। তেওঁৰ বক্তৃতাদানৰ চব্বিছ ঘণ্টাৰ ভিতৰতে ছিভিল চাৰ্ভিছ সম্পৰ্কীয় বিধি এখন ব্ৰিটিছ সংসদত উত্থাপন কৰা হয়। আন্দোলনৰ সফলতাত

ভাৰতবাসীয়ে মনত নতুন বল পালে। লৰ্ড লিটনৰ অস্ত্ৰ আইন আৰু প্ৰেছ আইনৰ বিৰুদ্ধেও ভাৰতবাসীয়ে অনুৰূপ প্ৰতিবাদ কৰায়। জাতীয় চেতনাৰ ভাব ক্ৰমে প্ৰকট হৈ উঠাৰ সময়তে লৰ্ড ৰিপন চৰকাৰৰ আইন সদস্য ইলবাৰ্টে ভাৰতীয় বিচাৰকসকলক ইউৰোপীয় আচামীক বিচাৰ কৰিবৰ ক্ষমতা দি এখন বিল উত্থাপন কৰে (১৮৮৩)। এই বিলে ভাৰতত এক প্ৰবল চাঞ্চল্যৰ সৃষ্টি কৰিলে। ইউৰোপীয়সকলে বিলখনৰ তীব্ৰ বিৰোধিতা কৰিলে আৰু ভাৰতীয়সকলে তাক পূৰ্ণ সমৰ্থন জনালে। ইউৰোপীয়সকল ইমানেই অসন্তুষ্ট হৈ পৰিল যে তেওঁলোকে নিজৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ এটা সংস্থা গঠন কৰি সমগ্ৰ দেশ ঘূৰি এটা প্ৰচণ্ড আন্দোলনৰ সৃষ্টি কৰিলে। শেষত চৰকাৰে ইলবাৰ্ট বিলৰ মূল নীতি পৰিবৰ্তন কৰিবলৈ বাধ্য হয় আৰু সংশোধিত ব্যৱস্থামতে ভাৰতীয় বিচাৰকসকলে ইউৰোপীয় জুৰিৰ সাহায্যত ইউৰোপীয় আচামীক বিচাৰ কৰাৰ অধিকাৰ পায়। ইলবাৰ্ট বিল প্ৰসংগত সৃষ্টি হোৱা আন্দোলনে ভাৰতবাসীৰ মনত এক নতুন চেতনা আনি দিলে। শিক্ষিত সম্প্ৰদায়ে সংঘবদ্ধ আন্দোলনৰ প্ৰয়োজনীয়তাৰ কথা উপলব্ধি কৰিবলৈ ধৰিলে। ইয়াক বাস্তৱ ৰূপ দিয়াৰ বাবে সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে কলিকতাত ভাৰতীয় জাতীয় সন্মিলন (Indian National Conference) নামৰ এখন মহাসভাৰ আহ্বান কৰে। ভাৰতৰ বিভিন্ন ঠাইৰ প্ৰতিনিধিবৰ্গই এই সন্মিলনত যোগ দিয়ে (১৮৮৩)।

ইতিমধ্যে এলেন অক্টেভিয়ান হিউম (১৮২৯-১৯১২) নামৰ এজন ব্ৰিটিছ আই. চি এছ বিষয়াই চাকৰিৰপৰা অৱসৰ লৈ ভাৰতৰ মানসিক, সামাজিক, নৈতিক আৰু ৰাজনৈতিক অৱস্থাৰ উন্নতিকল্পে এটা জাতীয় অনুষ্ঠান গঠন কৰিবলৈ যত্নপৰ হয়। কলিকতা বিশ্ববিদ্যালয়ৰ গ্ৰেজুৱেট-সকলক উদ্দেশ্য কৰি লিখা এখন মুকলি চিঠিত তেওঁ নিজৰ ভাব ব্যক্ত কৰিলে (১ মাৰ্চ, ১৮৮৩)। ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড ডাফৰিনেও তেওঁৰ প্ৰচেষ্টাক সমৰ্থন জনায়। হিউমৰ চেষ্টাৰ ফলত ১৮৮৫ চনৰ ২৮ ডিচেম্বৰ তাৰিখে দিনৰ ১২ বজাত বোম্বাইৰ গকুলদাস তেজপাল কলেজত 'ইণ্ডিয়ান নেচনেল কংগ্ৰেছ' বা ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয়। এই অধিবেশনত সভাপতিত্ব কৰে কলিকতাৰ এজন বেৰিষ্টাৰ উমেশচন্দ্ৰ বেনাৰ্জীয়ে। ভাৰতীয় ৰাজনীতিৰ ইতিহাসত

এখন বিশিষ্ট আসন লাভ কৰা বংগনেতা সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে বোম্বাই কংগ্ৰেছত যোগদান কৰিব নোৱাৰিলে ; কিয়নো সেই সময়তে কলিকতাত ভাৰতীয় জাতীয় সম্মিলনৰ দ্বিতীয় অধিবেশন আৰম্ভ হৈছিল । জাতীয় কংগ্ৰেছ আৰু জাতীয় সম্মিলনৰ উদ্দেশ্য আৰু কৰ্মপদ্ধতিৰ মাজত কোনো পাৰ্থক্য নাছিল। এনে অৱস্থাত জাতীয় সম্মিলনৰ সদস্যসকলে পৃথক-ভাৱে থকাৰ কোনো প্ৰয়োজনীয়তা দেখা নাপালে আৰু সেই কাৰণে সকলো জাতীয় কংগ্ৰেছৰ লগত মিলিত হ'ল। জাতীয় কংগ্ৰেছ ক্ৰমে এক শক্তিশালী অনুষ্ঠান হৈ পৰিল ।

প্ৰতিষ্ঠিত হোৱাৰেপৰা জাতীয় কংগ্ৰেছে সদায়ে সকলো শ্ৰেণীৰ মানুহৰ স্বাৰ্থ ৰক্ষাৰ্থে কাম কৰি আহিছে, তথাপি বহুতে ইয়াক 'জাতীয়' নামেৰে বিভূষিত কৰাটো সমৰ্থন নকৰে। পাছলৈ মুছলমান সম্প্ৰদায়ৰ বাবে এটা বেলেগ অনুষ্ঠান গঠিত হোৱাত কংগ্ৰেছে সকলো সম্প্ৰদায়ক প্ৰতিনিধিত্ব কৰা বুলি তোলা দাবী বহু পৰিমাণে দুৰ্বল হৈ পৰে। বহুতে ইয়াক 'হিন্দু কংগ্ৰেছ' বুলিও অভিহিত কৰিব খোজে। গতিকে কংগ্ৰেছক 'জাতীয় কংগ্ৰেছ' বুলি প্ৰকৃতপক্ষে ক'ব পাৰিনে নোৱাৰি, সেইটো বিচাৰ কৰি চোৱাটো প্ৰয়োজন।

জন্মৰেপৰা কংগ্ৰেছে কোনো বিশেষ সম্প্ৰদায়ৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ চেষ্টা কৰা নাছিল ; সকলো ক্ষেত্ৰতে ই সৰ্বভাৰতীয় দৃষ্টিভংগীয়েই গ্ৰহণ কৰিছিল। ভাৰতৰ প্ৰগতিত বিশ্বাস কৰা সকলো ব্যক্তিৰ বাবেই ইয়াৰ দুৱাৰ মুকলি আছিল। মুছলিম লিগে ভাৰতীয় মুছলমানসকলৰ একমাত্ৰ অনুষ্ঠান বুলি দাবী কৰিলেও এইটো অনস্বীকাৰ্য্য যে মুছলিম সমাজৰ কেইবাজনো প্ৰখ্যাত নেতাই কংগ্ৰেছত যোগদান কৰি ভাৰতৰ স্বাধীনতা আন্দোলনক অধিক শক্তিশালী কৰি তুলিছিল। মুছলমানৰ দৰেই আন আন ধৰ্ম সম্প্ৰদায়ৰ মানুহেও কংগ্ৰেছৰ কৰ্মী হৈ ব্ৰিটিছ শাসনৰ বিৰুদ্ধে থিয় দিছিল। ভাৰতৰ সকলো সম্প্ৰদায়ৰ লোকক কমবেছি পৰিমাণে কংগ্ৰেছে প্ৰতিনিধিত্ব কৰিছিল, গতিকে ইয়াক নিঃসন্দেহে এটা জাতীয় অনুষ্ঠান বুলিব পাৰি। সভাপতি নিৰ্বাচনৰ ক্ষেত্ৰতো কংগ্ৰেছে কোনো সম্প্ৰদায়কে পক্ষপাতিতা কৰা দেখা নাযায়। কংগ্ৰেছৰ প্ৰথম সভাপতি হ'ল উমেশচন্দ্ৰ বেনাৰ্জী, তেওঁ আছিল এজন ভাৰতীয় খ্ৰিষ্টান ; দ্বিতীয়জন সভাপতি দাদাভাই নৌৰজী আছিল পাৰ্চী আৰু তৃতীয় সভাপতি বদৰুদ্দিন

তৈয়বজী হ'ল এজন মুছলমান। কংগ্ৰেছৰ প্ৰথম অধিবেশনত মুঠ ৭২ জন প্ৰতিনিধিৰ ভিতৰত মাত্ৰ দুজন আছিল মুছলমান সম্প্ৰদায়ৰ লোক, কিন্তু তাৰ পাছৰপৰা মুছলমান প্ৰতিনিধিৰ সংখ্যা বৃদ্ধি পাবলৈ ধৰে। তৃতীয় অধিবেশনত সভাপতিত্ব কৰি বদৰুদ্দিন তৈয়বজীয়ে ভাৰতৰ মুছলমান সকলক কংগ্ৰেছত যোগদান দিবলৈ আহ্বান জনায়। চাৰ্লছ ব্ৰেডলাফৰ সভাপতিত্বত পঞ্চম কংগ্ৰেছত (১৮৮৯) বহু সংখ্যক মুছলমান প্ৰতিনিধি উপস্থিত আছিল। অৱশ্যে ছাৰ চৈয়দ আহমদ খান আৰু থিয়ড'ৰ বেকৰ প্ৰভাৱত পৰি কিছুসংখ্যক মুছলমানে প্ৰথমৰেপৰা কংগ্ৰেছৰ বিৰোধিতা কৰিবলৈ ধৰে আৰু পাছত তেওঁলোকেই মুছলিম লিগ গঠন কৰি ইয়াক কংগ্ৰেছৰ প্ৰতিসম শক্তি হিচাপে থিয় কৰায়। কিন্তু ইয়াৰ ফলত কংগ্ৰেছৰ জাতীয় বৈশিষ্ট্য লোপ পালে বুলি ক'ব নোৱাৰি। লণ্ডনৰ দ্বিতীয় ঘূৰণীয়া মেজমেলৰ সময়ত (১৯৩১) মহাত্মা গান্ধীয়ে কৰা উক্তি এই ক্ষেত্ৰত মন কৰিবলগীয়া। তেওঁ কৈছিল যে কংগ্ৰেছ এটা জাতীয় অনুষ্ঠান এই কাৰণেই যে ই কোনো বিশেষ সম্প্ৰদায়, শ্ৰেণী বা স্বাৰ্থৰ প্ৰতিনিধিত্ব নকৰি সমগ্ৰ ভাৰতবাসীৰ স্বাৰ্থ ৰক্ষাৰ হকে কাম কৰি আছিছে; তদুপৰি কম-বেছি পৰিমাণে বিভিন্ন ধৰ্ম গোষ্ঠীৰ লোক কংগ্ৰেছ অনুষ্ঠানৰ লগত প্ৰথমৰেপৰাই জড়িত হৈ আছে।

**কংগ্ৰেছ আন্দোলনৰ আদি স্তৰঃ** প্ৰথম অৱস্থাত কংগ্ৰেছ আছিল সংস্কাৰবাদী আৰু এই অনুষ্ঠানৰ নেতৃত্ব বহন কৰিছিল উমেশ চন্দ্ৰ বেনাৰ্জী, ফিৰোজ শ্বাহ মেহতা, সুৰেন্দ্ৰনাথ বেনাৰ্জী, দাদাভাই নৌৰজী আদি উদাৰপন্থী লোকে। তেওঁলোকে ব্ৰিটিছৰ ন্যায়পৰায়ণতা আৰু উদাৰতাক বিশ্বাস কৰিছিল। তেওঁলোকে ভাবিছিল যে ভাৰতবাসীৰ আশা-আকাংক্ষা আৰু অভাৱ-অভিযোগবোৰৰ কথা ব্ৰিটিছ চৰকাৰক সন্মানজনকভাৱে নিবেদন কৰিব পাৰিলেই, চৰকাৰে সেইবোৰ পূৰণ কৰিব। গতিকে কংগ্ৰেছৰ নেতৃবৃন্দই ১৮৮৫ চনৰপৰা ১৯০৫ চনলৈকে প্ৰস্তাৱ গ্ৰহণ আৰু ব্ৰিটিছ চৰকাৰৰ ওচৰত স্মাৰক পত্ৰ দাখিল কৰিয়েই সন্তুষ্ট আছিল। এই সময়ছোৱাকে আবেদন-নিবেদনৰ যুগ বুলি ক'ব পাৰি। প্ৰথম অধিবেশনৰপৰাই কংগ্ৰেছৰ এই মনোভাবৰ কথা পৰিলক্ষিত হয়। বোম্বাই কংগ্ৰেছত (১৮৮৫) সৰ্বমুঠ নটা প্ৰস্তাৱ গ্ৰহণ কৰা হয়।

ইযাৰ ভিতৰত 'ভাৰত পৰিষদ' খন উঠাই দিয়া, কেন্দ্ৰ আৰু প্ৰদেশত প্ৰতিনিধিমূলক চৰকাৰ স্থাপনৰ ব্যৱস্থা কৰা, সামৰিক বিভাগৰ ব্যয় হ্ৰাস কৰা, ভাৰতীয়লোকক সামৰিক শিক্ষা দিয়া, একে সময়তে ভাৰতবৰ্ষ আৰু ইংলেণ্ডত ছিভিল ছাৰ্ভিছৰ পৰীক্ষা পতা, ভাৰতীয় শাসন ব্যৱস্থা সম্পৰ্কে এটা ৰাজকীয় কমিছন স্থাপন কৰা আদিয়েই প্ৰধান। দাবী আকাৰে উত্থাপিত হ'লেও প্ৰস্তাৱকেইটা আছিল বিনীত নিবেদন। পাছৰ অধিবেশনবোৰত কংগ্ৰেছে জুৰি বিচাৰৰ প্ৰৱৰ্তন, কাৰ্য্যপালিকা আৰু ন্যায়পালিকাৰ ক্ষমতাৰ পৃথকীকৰণ, আয়কৰ আৰু লোণকৰ হ্ৰাস, কৃষি বেংক প্ৰতিষ্ঠা, সাধাৰণ আৰু কাৰিকৰী শিক্ষাৰ প্ৰবৰ্তন, উচ্চপদত অধিকসংখ্যক ভাৰতীয় নিয়োগ, পুলিছ বিভাগৰ সংস্কাৰ সাধন, বিশ্ববিদ্যালয় আৰু স্বায়ত্ত শাসনৰ অনুষ্ঠানবোৰক অধিক ক্ষমতাদান আদিৰ বিষয়ে ব্যৱস্থা ল'বলৈ ব্ৰিটিছ চৰকাৰক আহ্বান জনায়। চৰকাৰী নীতি মাজে সময়ে সমালোচনা কৰিলেও, কংগ্ৰেছে সংযত আৰু মৰ্য্যাদাপূৰ্ণ ভাষাহে ব্যৱহাৰ কৰিছিল। মুঠতে কংগ্ৰেছৰ উদ্দেশ্য আছিল সংস্কাৰ দাবী কৰা, ইংৰাজ শাসনৰ অৱসান ঘটোৱা নহয়। ব্ৰিটিছ সুবিচাৰৰপৰা ব্যক্তিগতভাৱে বঞ্চিত হোৱা বংগনেতা সুৰেন্দ্ৰনাথ বেনাৰ্জীয়েও ইংৰাজ লোকৰ ওপৰত আস্থা প্ৰকাশ কৰি এইদৰে কৈছিল 'ইংলেণ্ড হৈছে আমাৰ পথ পদৰ্শক'।

এজন ইংৰাজলোকে প্ৰতিষ্ঠা কৰাৰ বাবে হওক বা লৰ্ড ডাফৰিনৰ আশীৰ্বাদ লাভ কৰি জন্মলাভ কৰাৰ বাবে হওক, কংগ্ৰেছ অনুষ্ঠানৰ প্ৰতি প্ৰথম অৱস্থাত ব্ৰিটিছ চৰকাৰ আছিল সহানুভূতিশীল। প্ৰথম অধিবেশনত কিছুসংখ্যক চৰকাৰী কৰ্মচাৰীয়েও ইয়াত যোগদান কৰে। ইয়াৰ পাছৰ বছৰত কলিকতাত কংগ্ৰেছৰ দ্বিতীয় অধিবেশন অনুষ্ঠিত হয় আৰু অধিবেশন সমাপ্ত হোৱাৰ পাছত গৱৰ্ণৰ জেনেৰেল লৰ্ড ডাফৰিনে কংগ্ৰেছৰ সদস্যসকলক এখন ভোজমেলৰদ্বাৰা আপ্যায়িত কৰে। তৃতীয় অধিবেশনৰ সময়ত (১৮৮৭) মাদ্ৰাজৰ গৱৰ্ণৰেও অনুৰূপ ব্যৱহাৰ কৰে। কিন্তু ক্ৰমাগত কংগ্ৰেছ জনপ্ৰিয় আৰু শক্তিশালী হৈ উঠাত, চৰকাৰী মনোভাৱৰ পৰিবৰ্ত্তন ঘটিবলৈ ধৰিলে। ভাৰতৰপৰা বিদায় গ্ৰহণ কৰাৰ সময়ত লৰ্ড ডাফৰিনে কংগ্ৰেছক মুষ্টিমেয় শিক্ষিত-লোকৰ এটা অনুষ্ঠান বুলি অভিহিত কৰে আৰু কয় যে এই অনুষ্ঠান-

সমূহে ভাৰতীয়ক প্ৰতিনিধিত্ব কৰা বুলি কেতিয়াও দাবী কৰিব নোৱাৰে। লাহে লাহে চৰকাৰী কৰ্মচাৰীসকলক কংগ্ৰেছ অধিৱেশনত যোগ দিয়াৰ পৰা বিৰত থাকিবলৈ আদেশ দিয়া হয়। ইফালে কংগ্ৰেছে ৰাজনৈতিক সংস্কাৰ সাধনৰ চেষ্টাতে আবদ্ধ নাথাকি ভাৰতবাসীৰ আৰ্থিক আৰু সামাজিক উন্নয়নৰ বিষয়তো মনোনিৱেশ কৰে। ১৮৯৬ চনৰ অধিৱেশনৰ সময়ত স্বদেশী বস্তুবোৰৰ প্ৰতি আদৰ বঢ়াবলৈ এখন প্ৰদৰ্শনীৰ আয়োজন কৰা হয়। তদুপৰি সামাজিক দোষ-ত্ৰুটিবোৰ গুচাই এখন নতুন সমাজ গঢ়িবৰ বাবে এখন সামাজিক সভাৰো আহ্বান কৰা হয়।

কংগ্ৰেছ আন্দোলনে ক্ৰমাগত শক্তি সঞ্চয় কৰিবলৈ ধৰিলে যদিও ব্ৰিটিছ চৰকাৰ ইয়াৰ প্ৰতি উদাসীন হৈ থাকিল। কংগ্ৰেছৰ দাবীসমূহ পূৰণ কৰিবলৈ চৰকাৰে কোনো ব্যৱস্থা গ্ৰহণ নকৰিলে। এনে অৱস্থাত কংগ্ৰেছৰ নেতৃবৃন্দই ইংলেণ্ডতো ভাৰতীয়ৰ দাবীৰ সমৰ্থনত জনমত গঠন কৰিবলৈ চেষ্টা কৰে। সভা-সমিতিৰ আয়োজন কৰি পুস্তক আদি বিতৰণ কৰি ইংৰাজলোকক ভাৰতৰ প্ৰকৃত অৱস্থাৰ বিষয়ে জনোৱা হয়। তদুপৰি ভাৰতীয় জাতীয় কংগ্ৰেছৰ ব্ৰিটিছ কমিটিৰ তৰফৰ পৰা 'ইণ্ডিয়া' নামৰ এখন সাপ্তাহিক কাকত প্ৰকাশৰো ব্যৱস্থা কৰা হয়। ইয়াৰ ফলত ইংলেণ্ডৰ কিছু লোক ভাৰতৰ সমস্যাৰ সম্পৰ্কে সজাগ হৈ পৰে আৰু পাৰ্লিয়ামেণ্টৰ সদস্য চাৰ্লছ ব্ৰেডলাফ ১৮৮৯ চনৰ কংগ্ৰেছ অধিৱেশনত নিজে উপস্থিত থাকে। কংগ্ৰেছ নেতৃবৃন্দৰ লগত আলোচনা কৰি তেওঁ শাসন সংস্কাৰ সম্পৰ্কীয় এখন বিল ৰচনা কৰিলে: ১৮৯০ চনত তেওঁ এই বিলখন ব্ৰিটিছ সংসদত উত্থাপন কৰে। এই বিলখন নাকচ হয়, তথাপি তেওঁৰ চেষ্টা বিফলে নগ'ল। কংগ্ৰেছৰ দাবীৰ পৰিপ্ৰেক্ষিতত ব্ৰিটিছ চৰকাৰে ১৮৯২ চনত 'ভাৰতীয় পৰিষদ আইন' এখন গ্ৰহণ কৰে। কেন্দ্ৰীয় আৰু প্ৰাদেশিক বিধান পৰিষদৰ পৰিসৰ কিছু বৃদ্ধি কৰা হয়, কিন্তু কংগ্ৰেছে দাবী কৰা মতে নিৰ্বাচন নীতি স্বীকাৰ কৰা নহ'ল। ভাৰতীয় লোকসকল ইয়াত গভীৰভাৱে অসন্তুষ্ট হয়। তথাপি 'ভাৰতীয় পৰিষদ আইন' কংগ্ৰেছৰ এক উল্লেখযোগ্য সাফল্য বুলি ক'ব লাগিব।

ইমান দিনে কংগ্ৰেছৰ নেতৃত্ব বহন কৰিছিল উদাৰপন্থী বা নৰমপন্থী লোকে। তেওঁলোকৰ নীতি আছিল আবেদন-নিবেদন, কিন্তু এই নীতিয়ে ভাৰতবাসীৰ ৰাজনৈতিক আশা-আকাংক্ষাবোৰ পূৰণ কৰিবলৈ

ব্যৰ্থ হোৱাত কংগ্ৰেছৰ ভিতৰতে এটা নতুন দলে গা কৰি উঠে। এওঁলোকক চৰমপন্থী বুলি কোৱা হয়। অনুনয়-বিনয় নীতি পৰিহাৰ কৰি তেওঁলোকে ভাৰতবাসীক ব্ৰিটিছৰ বিৰুদ্ধে প্ৰত্যক্ষ সংগ্ৰাম কৰিবলৈ আহ্বান জনায়। চৰমপন্থী দলৰ নেতৃত্ব বহন কৰে মহাৰাষ্ট্ৰৰ বাল-গংগাধৰ তিলক (১৮৫৬-১৯২০), পঞ্জাবৰ লালা লাজপত ৰায় (১৮৬৫-১৯২৮), বংগদেশৰ বিপিন চন্দ্ৰ পাল (১৮৫৮ ১৯৩২) আৰু অৰবিন্দ ঘোষে (১৮৭২-১৯৫০)।

**চৰম পন্থীৰ অভ্যুত্থান আৰু স্বদেশী আন্দোলনঃ** লাল-বাল পাল আৰু ঋষি অৰবিন্দ আছিল নব্য-জাতীয়তাবাদৰ প্ৰধান উদ্যোক্তা। তেওঁলোকৰ অনুপ্ৰেৰণাৰ মূল উৎস হ'ল প্ৰাচীন হিন্দু ধৰ্ম। হিন্দু দেৱ-দেৱী আৰু বীৰপুৰুষসকলৰ গুণ-গৰিমা প্ৰকাশ কৰি তেওঁলোকে ভাৰতবাসীৰ মাজত এক নতুন জাগৰণ আনি দিয়ে। 'বন্দেমাতৰম'ৰ যোগেদি ঋষি অৰবিন্দই বঙালী লোকসকলক নতুন জাতীয়তাবাদী মন্ত্ৰেৰে দীক্ষিত কৰিলে আৰু তিলকে শিৱাজী উৎসৱ উদযাপন কৰি মৰাথা লোকসকলক শিৱাজীৰ আদৰ্শ অনুকৰণ কৰিবলৈ আহ্বান জনালে। নতুন জাতীয়তাবাদে দেশবাসীক উদ্বুদ্ধ কৰি তোলাৰ সময়তে ভাৰতবৰ্ষ পুনৰ এটা ডাঙৰ দুৰ্ভিক্ষৰ (১৮৯৬-৯৭) গৰাহত পৰে। ইতিমধ্যে দুৰ্ভিক্ষ প্ৰতিকাৰ বিধি ৰচিত হৈছিল যদিও চৰকাৰে দুৰ্দশাগ্ৰস্ত লোকসকলক উপযুক্ত পৰিমাণৰ সাহায্য দিব নোৱাৰিলে। ফলত বহুত মানুহৰ প্ৰাণহানি হয়। এনে সময়ত বোম্বাইত প্লেগ মহামাৰীয়ে দেখা দিয়ে (১৮৯৭)। ইয়াতো বহুসংখ্যক লোক মৃত্যু মুখত পৰে। বাল গংগাধৰ তিলকে তেওঁৰ 'কেশৰী'ত চৰকাৰী কাৰ্য্যব্যৱস্থাৰ কটু সমালোচনা কৰিলে। ইফালে প্লেগ দমন সম্পৰ্কে চৰকাৰে লোৱা ব্যৱস্থাত অসন্তুষ্ট হৈ এজন লোকে প্লেগ কমিছনাৰ ডব্লিউ ছি. ৰাণ্ড (W. C. Rand) আৰু তেওঁৰ সহযোগী লেফটেনেন্ট এয়াৰষ্টক (Lieutenant Ayearst) গুলীয়াই হত্যা কৰে। এই ঘটনাৰ লগত তিলক জড়িত নাছিল যদিও ব্ৰিটিছ চৰকাৰে তেওঁক পৰোক্ষভাৱে জগৰীয়া বুলি ১৮ মাহৰ সশ্ৰম কাৰাদণ্ডৰ আদেশ দিয়ে। দেশজুৰি প্ৰতিবাদৰ ঢৌ উঠিল। বিভিন্ন

ঠাইত হৰতাল পালন কৰা হয় আৰু ছাত্ৰ-ছাত্ৰীসকলে ক'লা বেজ পৰিধান কৰি তেওঁলোকৰ বিক্ষোভ প্ৰদৰ্শন কৰিলে। তিলক ভাৰতৰ এজন প্ৰধান নেতা হৈ পৰিল।

ভাৰতবাসীৰ অসন্তুষ্টিৰ মাত্ৰা ক্ৰমান্বয়ে বৃদ্ধি পাবলৈ ধৰিলে। দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় লোকসকলক সেই দেশৰ ব্ৰিটিছ চৰকাৰে কৰা দুৰ্ব্যৱহাৰত ভাৰতবাসী মৰ্মাহত হ'ল। কংগ্ৰেছে নানা চেষ্টা কৰিও সেই দেশৰ ভাৰতীয়সকলৰ অৱস্থাৰ কোনো পৰিবৰ্তন ঘটাব নোৱাৰিলে। পৰাধীন দেশৰ লোকসকলে যে সদায় লঘু লাঞ্ছনা ভোগ কৰিব লাগিব সেই কথা সকলোৰে বুজি পালে। মুক্তি লাভৰ আকাংক্ষা ভাৰতবাসীৰ অন্তৰত জাগ্ৰত হ'ল। এই সময়চোৱাৰ ভিতৰতে সমগ্ৰ এছিয়াত এক নতুন জাগৰণৰ সৃষ্টি হয়। এছিয়াৰ এক ক্ষুদ্ৰ দেশ জাপানে ইউৰোপৰ এখন শ্ৰেষ্ঠ দেশ ৰাছিয়াক যুদ্ধত পৰাজয় কৰি (১৯০৫) এই কথা প্ৰতিপন্ন কৰিলে—ইউৰোপীয় দেশ মাত্ৰেই অপৰাজেয় নহয়। ই এছিয়াবাসীৰ মনত এক আত্মবিশ্বাসৰ ভাব জগাই তোলে আৰু চীন, পাৰস্য আদি দেশত জাতীয় আন্দোলনে তীব্ৰ ৰূপ ধাৰণ কৰে। ভাৰতীয় জাতীয়তাবাদীসকলে প্ৰত্যক্ষ সংগ্ৰামৰ বাবে সাজু হ'ল।

ইতিমধ্যে লৰ্ড কাৰ্জনৰ প্ৰতিক্ৰিয়াশীল শাসনে ভাৰতবাসীৰ মনত অধিক বিৰক্তিৰ সৃষ্টি কৰিলে। 'কলিকতা পৌৰ নিগম আইন' (১৮৯৯) আৰু 'ভাৰতীয় বিশ্ববিদ্যালয় আইন' (১৯০৪) প্ৰণয়ন কৰি চৰকাৰী নিয়ন্ত্ৰণ বৃদ্ধি কৰাত শিক্ষিত ভাৰতীয়সকল তেওঁৰ ওপৰত গভীৰভাৱে অসন্তুষ্ট হৈ উঠে। ১৯০৪ চনত তেওঁ আগৰ আইন সংশোধন কৰি পুনৰ এখন 'চৰকাৰী গোপনীয়তা আইন' (Official Secrets Act) ৰচনা কৰিলে। এই আইনৰ জৰিয়তে বাতৰি কাকতৰ স্বাধীনতাও খৰ্ব কৰাৰ চেষ্টা কৰা হৈছিল। গতিকে ইয়াৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদৰ ঢৌ উঠিল; আনকি ইংগ-ভাৰতীয় গোষ্ঠীয়েও ইয়াৰ বিৰোধিতা কৰিলে। তথাপি কাৰ্জনে ইয়াক আইনত পৰিণত কৰিলে। তদুপৰি তেওঁৰ কৰ্ম-নিয়োগ নীতি আৰু প্ৰকাশ্যভাৱে ভাৰত আৰু ভাৰতীয় লোকসকলৰ সম্পৰ্কে কৰা কটূক্তিয়ে দেশত প্ৰচণ্ড বিক্ষোভৰ সৃষ্টি কৰে। কাৰ্জনৰ আটাইতকৈ উল্লেখযোগ্য কুকাৰ্য্য হ'ল বংগ বিভাজন (১৯০৫)। হিন্দু-মুছলমানৰ মাজত

বিভেদৰ সৃষ্টি কৰি ভাৰতীয় জাতীয়তাবাদ ধ্বংস কৰিবলৈ গৈ তেওঁ ব্ৰিটিছ সাম্ৰাজ্যৰ পতনৰ পথ মুকলি কৰিলে। এই সময়ৰপৰা জাতীয়তাবাদী আন্দোলনৰ গতি সলনি হয়।

বংগ বিভাজনে দেশত এটা তীব্ৰ আন্দোলনৰ সৃষ্টি কৰিলে। বংগদেশত সুৰেন্দ্ৰনাথ বেনাৰ্জী, বিপিন চন্দ্ৰ পাল, অৰবিন্দ ঘোষ আদিৰ নেতৃত্বত এক প্ৰচণ্ড আন্দোলন আৰম্ভ হ'ল। এই আন্দোলন স্বদেশী আন্দোলন নামে জনাজাত। স্বদেশী আন্দোলনৰ ঘাই দিশকেইটা হ'ল বিদেশী বস্ত্ৰ বিসৰ্জন, স্বদেশী বস্তুৰ ব্যৱহাৰ আৰু জাতীয় শিক্ষাৰ প্ৰচলন। স্বদেশী আন্দোলন বংগদেশতে আবদ্ধ নাথাকি ভাৰতৰ আন আন ঠাইলৈকো বিস্তৃত হৈ পৰে। কংগ্ৰেছৰ ভিতৰত চৰমপন্থী লোকৰ প্ৰাধান্য ক্ৰমান্বয়ে বৃদ্ধি পায় আৰু বাল গংগাধৰ তিলক, লাজপত ৰায় প্ৰমুখ্যে চৰমপন্থী নেতৃবৃন্দই কংগ্ৰেছক আবেদন-নিবেদন নীতি পৰিহাৰ কৰি প্ৰত্যক্ষভাৱে সংগ্ৰামত অৱতীৰ্ণ হ'বলৈ আহ্বান জনালে। ইয়াকে কেন্দ্ৰ কৰি চৰমপন্থী আৰু নৰমপন্থীৰ মাজত মতানৈক্যৰ সৃষ্টি হয়। ১৯০৫ চনত গোপালকৃষ্ণ গোখলেৰ সভাপতিত্বত বহা বাৰাণসী অধিবেশনত ইয়াৰ এটা আভাস পোৱা যায়। ১৯০৬ চনৰ কলিকতা অধিবেশনত সভাপতি নিৰ্বাচনৰ বিষয় লৈ পুনৰ এক কাজিয়া হোৱাৰ সম্ভাৱনাই দেখা দিয়ে। বিপিনচন্দ্ৰ পালে সভাপতি পদৰ বাবে তিলকৰ নাম প্ৰস্তাৱ কৰিলে, কিন্তু নৰমপন্থী লোকসকলে ইয়াৰ বিৰোধিতা কৰে। পাছত যেনিবা ফিৰোজশ্বাহ মেহতাই উভয় পক্ষৰ গ্ৰহণযোগ্য, কংগ্ৰেছৰ বয়োবৃদ্ধ নেতা দাদাভাই নৌৰজীৰ নাম প্ৰস্তাৱ কৰি পৰিস্থিতিৰ কিছু উপশম ঘটালে। এই অধিবেশনতে 'স্বৰাজ' অৰ্থাৎ স্বায়ত্তশাসনেই কংগ্ৰেছৰ আদৰ্শ হিচাপে স্বীকৃত হয়। তদুপৰি কলিকতা কংগ্ৰেছে স্বদেশী কাৰ্য্যসূচীক সমৰ্থন কৰি প্ৰস্তাৱ গ্ৰহণ কৰিলে। চৰমপন্থী লোকসকল ইয়াত কিছু পৰিমাণে সন্তুষ্ট হ'ল, কিন্তু স্বৰাজ লাভৰ পন্থা লৈ পুনৰ উভয় পক্ষৰ মাজত মতানৈক্যই দেখা দিলে। এনে সময়তে চৰকাৰে বিপিনচন্দ্ৰ পাল, লাজপত ৰায় আদি ব্যক্তিক কাৰাদণ্ডৰে দণ্ডিত কৰাত চৰমপন্থী নেতৃবৃন্দৰ ব্ৰিটিছবিৰোধী মনোভাৱ ক্ৰমে তীব্ৰতৰ হৈ উঠিল। গতিকে তেওঁলোকে এইবাৰ জাতীয় অনুষ্ঠানটোৰ নেতৃত্বভাৰ গ্ৰহণ কৰি আন্দোলন পৰিচালনা কৰিবলৈ স্থিৰ কৰিলে।

১৯০৭ চনত সুৰাট অধিবেশন আৰম্ভ হোৱাৰপৰাই চৰমপন্থী আৰু নৰমপন্থীৰ মাজত কাজিয়াৰ পুনৰ সূত্ৰপাত হয়। সুৰাটত অধিবেশন পতাটো চৰমপন্থী লোকসকলে আগৰেপৰা বৰ ভাল পোৱা নাছিল আৰু এই অধিবেশনৰ বাবে ৰাসবিহাৰী ঘোষ সভাপতি নিৰ্বাচিত হোৱাত তেওঁলোকৰ খঙৰ মাত্ৰা দুগুণে বৃদ্ধি পালে। ৰাসবিহাৰী ঘোষ আছিল নৰমপন্থীৰ লোক। অধিবেশনৰ প্ৰথম দিনাখনেই (৭ ডিচেম্বৰ) চৰমপন্থী-সকলে মহা হুলস্থুল লগালে আৰু সভাপতি ঘোষে সভা স্থগিত ৰাখিবলৈ বাধ্য হ'ল। কংগ্ৰেছ দুটা ভাগত বিভক্ত হৈ পৰিল। চৰমপন্থী লোক-সকলে অৰবিন্দ ঘোষৰ সভাপতিত্বত বেলেগে এখন সভা পাতি স্বৰাজ, স্বদেশী, বয়কট আৰু জাতীয় শিক্ষা ব্যৱস্থাত আস্থা প্ৰকাশ কৰি প্ৰস্তাৱ গ্ৰহণ কৰিলে। ১৯১৬ চনলৈকে চৰমপন্থীসকল কংগ্ৰেছৰপৰা আঁতৰত থাকে।

ইতিমধ্যে স্বদেশী আন্দোলনে এক প্ৰবল আকাৰ ধাৰণ কৰিলে। ছাত্ৰ-ছাত্ৰী আৰু যুৱক-যুৱতীসকলেও ইয়াত যোগদান কৰে। দেশত বিদেশী বস্তুৰ ব্যৱহাৰ কমি আহে আৰু ঠায়ে ঠায়ে বিদেশী বস্তু স্তূপী-কৃত কৰি দাহ কৰা হয়। জাতীয় শিল্প দ্ৰব্যৰ প্ৰতি ভাৰতবাসীৰ শ্ৰদ্ধা বাঢ়িল আৰু তাৰ ফলস্বৰূপে কেইবাটাও শিল্পপ্ৰতিষ্ঠান গঢ়ি উঠিল। জাতীয় শিক্ষা প্ৰচলনৰ কাৰণে ভাৰতৰ বিভিন্ন ঠাইত নানা শিক্ষা-প্ৰতিষ্ঠান প্ৰতিষ্ঠিত হ'ল। স্বদেশী আন্দোলনে ভাৰতবাসীক একত্ৰিত কৰি ব্ৰিটিছৰ বিৰুদ্ধে থিয় কৰালে। এই আন্দোলন বন্ধ কৰিবলৈ ব্ৰিটিছ চৰকাৰে যৎপৰোনাস্তি চেষ্টা কৰিলে। সভা-সমিতিৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰা হ'ল আৰু সামান্য অজুহাততে চৰকাৰে ভাৰতীয়ক কঠোৰ দণ্ড বিহিবলৈ ধৰিলে। 'সন্ধ্যা', 'যুগান্তৰ' আৰু 'বন্দে মাতৰম্' নামৰ বংগদেশৰ তিনিখন বিখ্যাত পত্ৰিকাৰ প্ৰচলন বন্ধ কৰা হয়। ঠায়ে ঠায়ে চৰকাৰে পাইকাৰী জৰিমনাও ধাৰ্য কৰিলে, কিন্তু আন্দো-লনৰ তীব্ৰতা হ্ৰাস কৰিব নোৱাৰিলে। ব্ৰিটিছৰ দমননীতি যিমানেই কঠোৰ হৈ উঠিল ভাৰতবাসীৰ সংগ্ৰামী মনোভাব সিমানেই গাঢ়তৰ হৈ পৰিল।

চৰকাৰৰ দমননীতিত ভাৰত-সচিব লৰ্ড মৰ্লিয়েও গভীৰ অসন্তুষ্টি প্ৰকাশ কৰে। গৱৰ্ণৰ জেনেৰেল লৰ্ড মিণ্টোলৈ লিখা এখন চিঠিত তেওঁ লিখক

উদ্বিগ্নতাৰ কথা প্ৰকাশ কৰি কয় যে ইয়াৰ ফলত সন্ত্ৰাসবাদৰহে জন্ম হ'ব পাৰে।* কাৰ্য্যতঃ সেয়ে ঘটিল। কঠোৰ দমননীতিত অতিষ্ঠ হৈ কিছুসংখ্যক ভাৰতীয়ই সন্ত্ৰাসবাদৰ আশ্ৰয় ল'লে। ১৯০৬ চনৰপৰা ১৯১১ চনলৈকে এই সন্ত্ৰাসবাদীসকলৰ কাৰ্য্যকলাপ বেছি পৰিমাণে বৃদ্ধি পাইছিল।

সন্ত্ৰাস কালছোৱাৰ প্ৰথম উল্লেখযোগ্য ঘটনা হ'ল ছাৰ কাৰ্জন উইলিৰ হত্যা। ছাৰ উইলি আছিল ভাৰত-সচিব লৰ্ড মৰ্লিৰ উপদেষ্টা ; তেওঁক লণ্ডনৰ এখন সভাত মদনলাল ধিংৰা নামৰ এজন ভাৰতীয়ই গুলীয়াই হত্যা কৰে (১৯০৭)। ৬ ডিচেম্বৰ (১৯০৭) তাৰিখে বংগৰ লেফটেনেণ্ট গভৰ্নৰ ছাৰ এণ্ড্ৰ ফ্ৰেজাৰ যাত্ৰা কৰা ট্ৰেইনখন মিদনাপুৰৰ ওচৰত লাইনচ্যুত কৰা হয়, অৱশ্যে তেওঁৰ একো নহ'ল। ইয়াৰ পাছতে (২৩ ডিচেম্বৰ, ১৯০৭) সন্ত্ৰাসবাদীসকলে ঢাকাৰ প্ৰাক্তন মেজিষ্ট্ৰেট এলেনক হত্যা কাৰবলৈ চেষ্টা কৰে, কিন্তু এই চেষ্টাও বিফল হয়। ১৯০৮ চনৰ ৩০ এপ্ৰিলৰ দিনা বংগৰ প্ৰখ্যাত শ্বহীদ ক্ষুদিৰাম বসুৱে মজঃফৰ-পুৰৰ বিচাৰক কিংছফ'ৰ্ডক হত্যা কৰিবলৈ গৈ ভুলক্ৰমে মিছেছ কেনেডি আৰু মিছ কেনেডি নামৰ দুগৰাকী ইংৰাজ মহিলাক হত্যা কৰে। বিচাৰত ক্ষুদিৰামক ফাঁচী দিয়া হয়। ১৯০৮ চনৰ ২ জুন তাৰিখে পুলিচে কলিকতাৰ মাণিকতলাত বোমা-বাৰুদ তৈয়াৰ কৰা এটা কাৰখানা উদ্‌ঘাটন কৰে। এই সন্দৰ্ভত অৰবিন্দ ঘোষ, বাৰীন্দ্ৰ ঘোষকে আদি কৰি কেইবাজনো নেতৃস্থানীয় ব্যক্তিক গ্ৰেপ্তাৰ কৰা হয়। আলিপুৰ আদালতত তেওঁলোকৰ বিৰুদ্ধে বিচাৰ কৰা হয়। অৱশেষত অৰবিন্দ ঘোষে মুক্তি লাভ কৰে, কিন্তু আন কেইবাজনো লোকক যাৱজ্জীৱন কাৰাদণ্ডেৰে দণ্ডিত কৰা হয়। এই সময়তে (১৩ জুলাই, ১৯০৮) বিটিছ চৰকাৰে চৰমপন্থী নেতা তিলকক ছয় বছৰৰ কাৰণে নিৰ্বাসন দিয়ে। সন্ত্ৰাস কালছোৱাৰ আন দুটি উল্লেখযোগ্য

---

*'I must confess that I am watching with the deepest concern and dismay the thundering sentences that are now being passed for sedition etc. We must keep order but excess of severity is not the path to order, on the contrary, it is the path to the bomb.' July 14, 1908.

ঘটনা হ'ল—লৰ্ড আৰু লেডি মিণ্টো (১৯০৯) আৰু লৰ্ড হাৰ্ডিঞ্জৰ (১৯১১) প্ৰাণনাশৰ চেষ্টা। এই দুয়োটা চেষ্টাই বিফল হয়। ১৯১১ চনৰ পাছৰপৰা সন্ত্ৰাসবাদীসকলৰ কাৰ্যকলাপ লাহে লাহে কমি আহিবলৈ ধৰিলে।

বংগ বিভাজনৰ বিৰুদ্ধে তুমুল সংগ্ৰাম আৰম্ভ হোৱাৰ সময়তে ব্ৰিটিছ চৰকাৰে ভাৰতৰ ৰাজনীতিত সাম্প্ৰদায়িকতাৰ বীজ সিঁচি দিয়ে। ১৯০৬ চনত আগা খানৰ নেতৃত্বত কেইজনমান মুছলমানে লৰ্ড মিণ্টোক লগ ধৰি মুছলমান সম্প্ৰদায়ৰ কাৰণে পৃথক নিৰ্বাচনৰ দাবী কৰিলে। ভাইচৰয়ে তেওঁলোকৰ দাবী সহানুভূতিৰে বিবেচনা কৰিম বুলি আশ্বাস দিয়ে। ইয়াৰ পাছত ঢাকাৰ নবাব ছেলিম উল্লাই 'মুছলিম লিগ' নাম দি এটা অনুষ্ঠান প্ৰতিষ্ঠা কৰে (৩০ ডিছেম্বৰ, ১৯০৬)। জন্ম লাভ কৰিয়েই মুছলিম লিগে কাৰ্জনৰ বংগ বিভাজন সমৰ্থন কৰিলে আৰু মুছলমানসকলক স্বদেশী আন্দোলনৰপৰা আঁতৰত থাকিবলৈ আহ্বান জনালে। মুছলিম লিগৰ কাৰ্যত লৰ্ড মিণ্টোৱে সন্তোষ প্ৰকাশ কৰে। ইফালে চুৰাট অধিৱেশনৰপৰা (১৯০৭) কংগ্ৰেছ দুটা দলত বিভক্ত হৈ পৰাত লৰ্ড মিণ্টোৱে নৰমপন্থীসকলক ব্ৰিটিছৰফলীয়া কৰিবলৈ যত্ন কৰে। মুছলিমলিগ আৰু নৰমপন্থীসকলক সন্তুষ্ট কৰিবৰ উদ্দেশ্যে ব্ৰিটিছ পাৰ্লিয়ামেণ্টে 'ভাৰতীয় পৰিষদ আইন' (১৯০৯) এখন গ্ৰহণ কৰিলে। ভাৰত সচিব মৰ্লি আৰু ভাইচৰয় মিণ্টোৰ প্ৰস্তাৱক্ৰমে এই আইন ৰচিত হোৱাত ইয়াক মৰ্লি-মিণ্টো' সংস্কাৰ বুলিও কোৱা হয়। এই আইনে প্ৰদেশসমূহত দায়িত্বশীল চৰকাৰ স্থাপনৰ পথ মুকলি কৰে, কিন্তু মুছলমানৰ কাৰণে পৃথক নিৰ্বাচনৰ ব্যৱস্থা হোৱাত নৰমপন্থীসকল ক্ষুব্ধ হ'ল। তথাপি তেওঁলোকে এই আইনখন কাৰ্যকৰী কৰাত চৰকাৰক সহায় কৰিবলৈ স্থিৰ কৰিলে। ইতিমধ্যে চৰকাৰে ভাৰতীয় জনমতক উপেক্ষা কৰিব নোৱাৰি ১৯১১ চনত বংগদেশক পুনৰ একত্ৰিত কৰে।

১৯১১ চনৰপৰা জাতীয় আন্দোলনৰ গতি কিছু পৰিমাণে মন্থৰ হৈ পৰে, কিন্তু প্ৰথম মহাযুদ্ধৰ সময়ৰপৰা (১৯১৪) ইয়াৰ গতি পুনৰ ক্ষিপ্ৰ হৈ উঠিল। এই সময়ছোৱাত কংগ্ৰেছৰ নেতৃত্বভাৰ গ্ৰহণ কৰে মিছেছ এনি বেছাণ্টে, কিয়নো ইতিমধ্যে অৰবিন্দ ঘোষে ৰাজনীতি বিসৰ্জন দিয়াত

আৰু গোপালকৃষ্ণ গোখলে আৰু ফিৰোজ শ্বাহ মেহতাৰ মৃত্যু ঘটাত কংগ্ৰেছ একপ্ৰকাৰ নেতাহীন হৈ পৰিছিল। ১৯১৸ চনত লোকমান্য তিলকে মুক্তি লাভ কৰে যদিও তেওঁ আছিল কংগ্ৰেছৰ বাহিৰত। সি যি কি নহওক, স্বৰাজ আন্দোলন পুনৰ সবল কৰি তুলিবৰ মানসেৰে তিলকে এটা 'হোমৰুল লিগ' প্ৰতিষ্ঠা কৰে (২৮ এপ্ৰিল, ১৯১৬)। এই লিগৰ উদ্দেশ্য হ'ল সাংবিধানিক উপায়েৰে ভাৰতৰ বাবে স্বায়ত্ত শাসন অধিকাৰ লাভ কৰা। ১৯১৬ চনত (১ ছেপ্টেম্বৰ) মিছেছ বেছান্টেও মাদ্ৰাজত আৰু এটা 'হোমৰুল লিগ' প্ৰতিষ্ঠা কৰে। দুয়োটা লিগে একেলগে কাম কৰাত স্বৰাজ আন্দোলন প্ৰবলতৰ হৈ উঠিল।

ইতিমধ্যে মুছলিম লিগৰো মোহভংগ হয়। ট্ৰিপলি (১৯১১) আৰু বালকান যুদ্ধত (১৯১২-১৩) ব্ৰিটিছ চৰকাৰে টাৰ্কিক সহায় নকৰাত ভাৰতীয় মুছলমানসকল অসন্তুষ্ট হৈ পৰে। ১৯১৩ চনত মুছলিম লিগে প্ৰথমবাৰৰ কাৰণে স্বায়ত্তশাসনৰ দাবী তোলে। প্ৰথম মহাযুদ্ধত টাৰ্কিয়ে জাৰ্মেনিৰ হৈ ব্ৰিটিছৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰাত মুছলমানসকলৰ দৃষ্টিভংগীৰ আৰু পৰিবৰ্তন ঘটে। তেওঁলোকে এইবাৰ কংগ্ৰেছৰ লগতে একেলগে ব্ৰিটিছ চৰকাৰৰ বিপক্ষে থিয় দিবলৈ স্থিৰ কৰিলে। মৌলানা আবুল কালাম আজাদ, মৌলানা মহম্মদ আলি আদি লোকসকলে আগৰেপৰা হিন্দু আৰু মুছলমানৰ মাজত মিলা প্ৰীতিৰ ভাব জগাই তুলিবলৈ চেষ্টা কৰিছিল; এতিয়া সেই চেষ্টা সফল হোৱাৰ সম্ভাৱনাই দেখা দিয়ে। ১৯১৫ চনৰ ডিচেম্বৰ মাহত কংগ্ৰেছ আৰু মুছলিম লিগে একে সময়তে আৰু একে ঠাইতে (বোম্বাই) সভা বহুৱায়। কংগ্ৰেছৰ ফালৰ পৰা মদনমোহন মালব্য, সৰোজিনী নাইডু আৰু মহাত্মা গান্ধী লিগৰ অধিবেশনত উপস্থিত থাকে আৰু তেওঁলোকক বিপুল সম্বৰ্ধনা জনোৱা হয়। ১৯১৬ চনত কংগ্ৰেছ আৰু লিগে এখন চুক্তি স্বাক্ষৰিত কৰি যুটীয়াভাৱে শাসন সংস্কাৰৰ দাবী কৰে। লক্ষ্ণৌ নগৰীত এই চুক্তি স্বাক্ষৰিত হৈছিল বাবে ইয়াক 'লক্ষ্ণৌ চুক্তি' বোলা হয়। কংগ্ৰেছে মুছলমানৰ বাবে পৃথক নিৰ্বাচনৰ নীতি স্বীকাৰ কৰি লয় আৰু দুয়োটা অনুষ্ঠানে ডমিনিয়ন ষ্টেটাচৰ ভিত্তিত ভাৰতীয় শাসনব্যৱস্থাৰ পৰিবৰ্তন দাবী কৰিলে। লক্ষ্ণৌ অধিবেশনতে নৰমপন্থী আৰু চৰমপন্থীসকলৰ মাজত পুনৰ মিলন ঘটিল। এই মিলনৰ প্ৰধান উদ্যোক্তা আছিল মিছেছ এনি বেছান্ট।

লক্ষ্ণৌ চুক্তিয়ে কিছু বছৰৰ কাৰণে হ'লেও হিন্দু-মুছলমানৰ মাজত সম্প্ৰীতিৰ ভাব স্থাপন কৰে। অৱশ্যে ই ভাৰতীয় ৰাজনীতিৰপৰা সাম্প্ৰদায়িকতাৰ বীজ আঁতৰ কৰিবলৈ সক্ষম নহ'ল। মুছলিম লিগৰ সৈতে সম্বন্ধ স্থাপন কৰিবলৈ গৈ কংগ্ৰেছে সাম্প্ৰদায়িক প্ৰতিনিধিত্বৰ নীতি স্বীকাৰ কৰি লৈ এটা ডাঙৰ ভুল কৰিলে। ব্ৰিটিছ চৰকাৰে এই সূত্ৰ লৈয়েই পাছত হিন্দু আৰু মুছলমানৰ মাজত তীব্ৰ বিদ্বেষ ভাবৰ সৃষ্টি কৰিবলৈ সক্ষম হয়। কংগ্ৰেছ নেতৃবৃন্দই আশা কৰিছিল যে হিন্দু মুছলমানৰ মাজত মিলন হ'লে সাম্প্ৰদায়িক প্ৰশ্ন তল পৰিব, কিন্তু সি হৈ নুঠিল। খিলাফত আন্দোলনৰ পাছত হিন্দু মুছলমান মিলনৰ এনাজৰীডাল ছিগি যোৱাত সাম্প্ৰদায়িক সংঘৰ্ষই এটা তীব্ৰ ৰূপ ধাৰণ কৰে। ড. ৰমেশচন্দ্ৰ মজুমদাৰৰ মতে ১৯১৬ চনৰ কংগ্ৰেছৰ কাৰ্যাই দৰাচলতে পাকিস্তানৰ ভেটি ৰচনা কৰিলে।

সি যি কি নহওক, কংগ্ৰেছ-লিগৰ যুটীয়া দাবীৰ পৰিপ্ৰেক্ষিতত ব্ৰিটিছ চৰকাৰে কিছু পৰিমাণে হ'লেও সেও মানিবলৈ বাধ্য হয়। ১৯১৭ চনৰ ২০ আগষ্টৰ দিনা ভাৰত-সচিব এড্‌উইন মণ্টেগুৱে ব্ৰিটিছ পাৰ্লিয়ামেণ্টত ভাৰতীয় শাসন ব্যৱস্থাৰ উন্নয়ন সম্পৰ্কে এক উল্লেখযোগ্য বিবৃতি দিয়ে।* আৰু সেই বছৰৰ শেষৰফালে তেওঁ ভাৰতবাসীৰ মনোভাৱৰ বুজ ল'বলৈ ভাৰতত উপস্থিত হয়। তেওঁ বিস্তৃতভাৱে ভাৰত ভ্ৰমণ কৰি শাসন সংস্কাৰৰ বাবে ব্ৰিটিছ চৰকাৰৰ ওচৰত এখন প্ৰতিবেদন দাখিল কৰে। এই প্ৰতিবেদনক মণ্টেগু-চেমছফৰ্ড প্ৰতিবেদন বুলি কোৱা হয়, কিয়নো ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড চেমছফৰ্ডেও সেই প্ৰতিবেদনখনত স্বাক্ষৰ কৰিছিল। বোম্বাই কংগ্ৰেছ

---

*'The policy of His Majesty's Government . . is that of the increasing association of Indians in every branch of administration and the gradual development of self governing institutions with a view to the progressive realization of responsible government in India as an integral part of the British Empire. They have decided that substantial steps in this direction should be taken as soon as possible.'

অধিৱেশনে (আগষ্ট, ১৯১৮) প্ৰতিবেদনত উল্লিখিত শাসন সংস্কাৰৰ প্ৰস্তাৱ অসন্তোষজনক বুলি অভিহিত কৰে। ইয়াকে কেন্দ্ৰ কৰি পুনৰ নৰমপন্থী আৰু চৰমপন্থীসকলৰ মাজত কাজিয়াৰ সূত্ৰপাত হয়। এইবাৰ নৰমপন্থীসকল কংগ্ৰেছৰ পৰা ওলাই আহি 'লিবাৰেল ফেডাৰেচন' (Liberal Federation) নাম দি এটা নতুন দল প্ৰতিষ্ঠা কৰে (নৱেম্বৰ, ১৯১৮)। মণ্টেগু-চেমছফৰ্ড প্ৰতিবেদনৰ ভিত্তিত ব্ৰিটিছ পাৰ্লিয়ামেণ্টে ১৯১৯ চনৰ ২৩ ডিচেম্বৰ তাৰিখে 'ভাৰত চৰকাৰ আইন'খন প্ৰণয়ন কৰিলে। সেই বছৰতে অনুষ্ঠিত হোৱা অমৃতসৰৰ কংগ্ৰেছ অধিৱেশনত ইয়াক কেন্দ্ৰ কৰি যথেষ্ট বাক্‌বিতণ্ডাৰ সৃষ্টি হয়, পাছত অৱশ্যে কংগ্ৰেছে শাসন সংস্কাৰৰ বাবে ব্ৰিটিছক ধন্যবাদ জনাই এটা প্ৰস্তাৱ গ্ৰহণ কৰে।

**মহাত্মা গান্ধী আৰু ৰাওলাট আইন:** ১৯১৯ চনটো ভাৰতৰ ইতিহাসৰ এটা ঘটনাবহুল বছৰ। এই বছৰতে মহাত্মা গান্ধীয়ে (১৮৬৯-১৯৪৮) ভাৰতীয় ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰি স্বাধীনতা আন্দোলন অধিক শক্তিশালী কৰি তুলিলে। ১৯১৯-১৯৪৭ এই কালছোৱাক সাধাৰণতে গান্ধীৰ যুগ বুলি কোৱা হয়। সেই সময়ত তেওঁ আছিল ভাৰতৰ অপ্ৰতিদ্বন্দ্বী নেতা আৰু তেওঁৰ শক্তিৰ প্ৰকৃত উৎস হ'ল ভাৰতীয় জনতা। তেৱেঁই কংগ্ৰেছক এটা গণ অনুষ্ঠানত পৰিণত কৰে। সশস্ত্ৰ ব্ৰিটিছৰ বিৰুদ্ধে যুঁজিবলৈ তেওঁ ভাৰতবাসীক দিয়ে এক অমোঘ অস্ত্ৰ—সত্যাগ্ৰহ। দক্ষিণ আফ্ৰিকাত থকা কালত (১৮৯৩-১৯১৪) তেওঁ শ্বেতাংগ চৰকাৰৰ বিৰুদ্ধে সত্যাগ্ৰহ আন্দোলন কৰি ভাৰতীয়সকলৰ অৱস্থাৰ কিছু উন্নতি সাধিবলৈ সমৰ্থ হয়। ১৯১৫ চনত তেওঁ ভাৰতলৈ উভতি আহি ব্ৰিটিছৰ যুদ্ধপ্ৰচেষ্টাক নানা ধৰণে সহায় কৰে। ব্ৰিটিছ চৰকাৰে তেওঁৰ ওপৰত সন্তুষ্ট হৈ 'কাইজাৰ-ই-হিন্দ' নামৰ সোণৰ পদক এটা প্ৰদান কৰে। চম্পাৰণ (বিহাৰ) সত্যাগ্ৰহ আন্দোলনৰ সময়ত (১৯১৭) তেওঁ এই পদক ঘূৰাই দিয়ে। ১৯১৯ চনলৈকে গান্ধীজী আছিল ব্ৰিটিছভক্ত, কিন্তু ৰাওলাট আইন বিধিবদ্ধ হোৱাৰ পাছৰে পৰা তেওঁ বিদ্ৰোহী হৈ উঠিল। ইয়াৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ তেওঁ দেশবাসীক আহ্বান জনালে। এই সময়ৰ পৰা তেওঁ এজন সৰ্বভাৰতীয় নেতাত পৰিণত হয়। ১৯২০ চনৰ ২১ জুলাইত লোকমান্য তিলকৰো মৃত্যু ঘটাত কংগ্ৰেছৰ দায়িত্ব সম্পূৰ্ণৰূপে গান্ধীজীৰ ওপৰতে ন্যস্ত হ'ল।

প্ৰথম মহাযুদ্ধৰ সময়ছোৱাতে দেশৰ অভ্যন্তৰীণ শান্তি শৃংখলা অব্যাহত ৰাখিবৰ বাবে ব্ৰিটিছ চৰকাৰে 'ভাৰত প্ৰতিৰক্ষা আইন' নামে এখন আইন প্ৰণয়ন কৰিছিল। যুদ্ধ শেষ হৈ যোৱাত ইয়াৰ কাৰ্যকাৰিতাও লোপ পাব আৰু সেই কাৰণে গৱৰ্ণৰ জেনেৰেল লৰ্ড চেমচফৰ্ডে শান্তিৰ সময়তো জৰুৰী ক্ষমতা প্ৰয়োগৰ ব্যৱস্থা কৰিবৰ কাৰণে ছাৰ চিডনি ৰওলাটৰ পৌৰোহিত্যত এখন কমিটি গঠন কৰি দিয়ে। দেশত সন্ত্ৰাসবাদৰ অৱসান তেতিয়াও হোৱা নাছিল, গতিকে ৰওলাট কমিটিয়ে বাতৰি কাকতৰ স্বাধীনতা হ্ৰাস, বিনা বিচাৰে মানুহক আটক আৰু জুৰিৰ সহায় নোলোৱাকৈ ৰাজনৈতিক অপৰাধীৰ বিচাৰ কৰাৰ কাৰণে প্ৰয়োজনীয় আইন ৰচনা কৰিবলৈ চৰকাৰক পৰামৰ্শ দিয়ে। এই পৰামৰ্শৰ ভিত্তিত কেন্দ্ৰীয় বিধান পৰিষদত দুখন বিল উত্থাপন কৰা হয়। এই বিল দুখন ৰওলাট বিল নামে প্ৰখ্যাত। সমগ্ৰ ভাৰতে এই বিল দুখনৰ বিৰোধিতা কৰিলে। মহাত্মা গান্ধীয়েও এই বিল দুখন প্ৰত্যাহাৰ নকৰিলে সত্যাগ্ৰহ কৰিব বুলি ভাবুকি দিলে, তথাপি একোৱেই চৰকাৰক বিচলিত কৰিব নোৱাৰিলে। ১৯১৯ চনৰ ২১ মাৰ্চত ৰওলাট বিল দুখন আইনত পৰিণত হ'ল।

সেই বছৰৰে ৩০ মাৰ্চৰ দিনা মহাত্মা গান্ধীয়ে ৰওলাট আইনৰ বিৰুদ্ধে হৰতাল পালন কৰিবলৈ ভাৰতবাসীক আবেদন জনালে। হৰতালৰ দিন পাছত ৬ এপ্ৰিললৈ পিছুৱাই দিয়া হয়। সঠিক সময়ত খবৰ গৈ নোপোৱাৰ বাবে কিছুমানে ৩০ মাৰ্চৰ দিনা আৰু আন কিছুমানে ৬ এপ্ৰিলৰ দিনা হৰতাল পালন কৰে। অহিংসভাৱে ৰওলাট আইনৰ প্ৰতিবাদ কৰোৱাই আছিল গান্ধীজীৰ উদ্দেশ্য, কিন্তু কোনো কোনো ঠাইত হৰতালে সহিংস ৰূপ ধাৰণ কৰিলে। হৰতালৰ সংক্ৰান্ত পঞ্জাবৰ পৰিস্থিতি উত্তপ্ত হৈ উঠে, এনে সময়তে পঞ্জাব চৰকাৰে ডা° চাইফুদ্দিন কিচলু আৰু ডা° সত্যপাল নামৰ দুজন প্ৰখ্যাত নেতাক আটক কৰি ধৰ্মশালা নামৰ এডোখৰ ঠাইলৈ পঠিয়াই দিয়ে (১০ এপ্ৰিল, ১৯১৯)। অমৃতসৰৰ লোকসকলে ইয়াৰ তীব্ৰ প্ৰতিবাদ কৰিলে। নেতা দুগৰাকীৰ মুক্তিৰ দাবীত এটা সমদলো উলিওৱা হ'ল। পুলিচে এই সমদলৰ ওপৰত গুলী কৰি কেইবাজনো লোকক নিহত কৰে। পুলিচৰ বৰ্বৰোচিত কাৰ্যই জনসাধাৰণক অতি ক্ৰোধান্বিত কৰি তুলিলে। তেওঁলোকৰ কিছুমানে চৰকাৰী ধন-সম্পত্তি নষ্ট কৰে আৰু কেইজনমান ইউৰোপীয় লোকক হত্যা কৰে।

আইন-শৃংখলাৰ পৰিস্থিতি ক্ৰমাগত বেয়াৰ ফালে ঢাল খোৱাত অমৃতসৰৰ শাসনভাৰ সৈন্য বাহিনীৰ ব্ৰিগেডিয়াৰ জেনেৰেল ৰেজিনেল্ড ডায়াৰৰ হাত অৰ্পণ কৰা হয়। শাসনভাৰ গ্ৰহণ কৰিয়েই জেনেৰেল ডায়াৰে সভা সমিতি আৰু শোভাযাত্ৰাৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰিলে (১২ এপ্ৰিল, ১৯১৯)। এই নিষেধাজ্ঞাৰ কথা ভালকৈ প্ৰচাৰ কৰা নহ'ল, গতিকে বহুতে সেই বিষয়ে কোনো ভু নাপালে। ১৩ এপ্ৰিলৰ দিনা জালিয়ানৱালাবাগত এখন প্ৰতিবাদ সভাৰ আয়োজন কৰা হয়। নিৰ্দিষ্ট সময়ত প্ৰায় কুৰি হাজাৰ নিৰস্ত্ৰ নৰ-নাৰী সেই ঠাইত গোট খালে। জালিয়ানৱালাবাগ চাৰিওফালে পকা দেৱালেৰে আৱৰা আৰু ইয়াৰ প্ৰৱেশ আৰু প্ৰস্থানৰ পথ হৈছে মাত্ৰ একেটা। সভা অনুষ্ঠিত হোৱাৰ খবৰ পাই জেনেৰেল ডায়াৰ সসৈন্যে জালিয়ানৱালাবাগৰ প্ৰৱেশ-প্ৰস্থান দ্বাৰত উপস্থিত হৈ জনতাৰ ওপৰত গুলী বৰ্ষণ কৰিবলৈ নিৰ্দেশ দিলে। গুলী শেষ হোৱাৰ পাছত সৈন্য বাহিনীৰ সৈতে জেনেৰেল ডায়াৰে সভাস্থলী ত্যাগ কৰে। চৰকাৰী হিচাপমতে গুলীবৰ্ষণৰ ফলত ৩৭৯ জন নিহত আৰু প্ৰায় ১,২০০ জন আহত হয়, কিন্তু বেচৰকাৰী তথ্যমতে আহত আৰু নিহতৰ সংখ্যা তাতকৈ বহুত বেছি আছিল। ডায়াৰে লগত 'মেচিন গান' (machine gun) এটাও লৈ গৈছিল। কিন্তু জালিয়ানৱালাবাগৰ দ্বাৰখন সৰু হোৱাৰ বাবে ইয়াক ভিতৰলৈ নিব নোৱাৰিলে। নিহতসকলক স্থানান্তৰ কৰাৰ বাবে বা আহত-সকলক সাহায্য দিবৰ বাবে চৰকাৰে ততালিকে কোনো ব্যৱস্থা গ্ৰহণ নকৰিলে। চৰকাৰৰ ঘাই উদ্দেশ্য আছিল জনসাধাৰণক এটা ভাল শিকনি দিয়া আৰু সেই কাৰণে গুলীবৰ্ষণ কৰিয়েই জেনেৰেল ডায়াৰ গুচি যায়। জালিয়ানৱালাবাগৰ নিৰ্মম হত্যাকাণ্ডৰ বাবে জেনেৰেল ডায়াৰৰ বাহিৰেও পঞ্জাবৰ লেফটেনেণ্ট গৱৰ্ণৰ ছাৰ মাইকেল অ'ডায়াৰ আৰু ব্ৰিটিছ ভাৰতীয় চৰকাৰো জগৰীয়া। মাইকেল ডায়াৰক এই হত্যাকাণ্ডৰ প্ৰধান উদ্যোক্তা বুলি কোৱা হয়। হত্যাকাণ্ড অনুষ্ঠিত হোৱাৰ একৈছ বছৰৰ পাছত মাইকেল অ'ডায়াৰক উধম সিঙে লণ্ডনত গুলীয়াই হত্যা কৰে (১৩ মাৰ্চ, ১৯৪০)। উধম সিঙৰ পিতৃ জালিয়ানৱালাবাগতে নিহত হৈছিল।

জালিয়ানৱালাবাগৰ হত্যাকাণ্ডই সমগ্ৰ দেশতে এটা প্ৰবল উত্তেজনাৰ সৃষ্টি কৰিলে। ঠায়ে ঠায়ে হিংসাত্মক কাৰ্য্যও অনুষ্ঠিত হয়। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে 'নাইট' উপাধি ত্যাগ কৰি ইয়াৰ প্ৰতিবাদ জনায়। জালিয়ানৱালাবাগ ঘটনাৰ তদন্ত কৰিবলৈ চৰকাৰে হাণ্টাৰৰ নেতৃত্বত এখন কমিটি গঠন কৰি দিয়ে (অক্টোবৰ, ১৯১৯) আৰু ১৯২০ চনৰ ২৮ মে'ত এই কমিটিৰ প্ৰতিবেদন প্ৰকাশ পায়। জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ কাৰণে জেনেৰেল ডায়াৰক মাত্ৰ চাকৰিৰ পৰা অৱসৰ দিয়া হয়, কিন্তু মাইকেল অ'ডায়াৰৰ বিৰুদ্ধে কোনো ব্যৱস্থা লোৱা নহ'ল। অৱশ্যে ইউৰোপীয় সম্প্ৰদায়ে জেনেৰেল ডায়াৰৰ কাৰ্য্যক প্ৰশংসাহে কৰিলে। জাতীয় কংগ্ৰেছেও জালিয়ানৱালাবাগ ঘটনাৰ তদন্ত কৰিবলৈ এখন কমিটি নিয়োগ কৰে। মহাত্মা গান্ধী, মতিলাল নেহৰু আদি ব্যক্তি আছিল এই কমিটিৰ সদস্য। কংগ্ৰেছ কমিটিয়ে জেনেৰেল ডায়াৰক দোষী সাব্যস্ত কৰে আৰু আহত আৰু নিহত লোকসকলৰ পৰিয়ালবৰ্গলৈ আৰ্থিক সাহায্য আগবঢ়াবলৈ চৰকাৰক অনুৰোধ জনায়। চৰকাৰে কংগ্ৰেছৰ দাবীৰ প্ৰতি কোনো সঁহাৰি নজনাই এই ঘটনাত জড়িত লোকসকলক ৰক্ষণাবেক্ষণ দিয়াৰহে ব্যৱস্থা কৰিলে। 'ৰাওলাট আইন' আৰু জালিয়ানৱালাবাগৰ ঘটনাত ভাৰতবাসীৰ ধৈৰ্য্যচ্যুতি হ'ল। ১৯২০ ত গান্ধীৰ নেতৃত্বত ভাৰত-বাসীয়ে এক অভিনৱ আন্দোলন আৰম্ভ কৰিলে

## খিলাফত আৰু অসহযোগ আন্দোলন

১৯১১ চনৰ পৰাই মুছলমানসকল ব্ৰিটিছ বিৰোধী হৈ উঠে আৰু সেই কাৰণে মুছলিম লিগে ১৯১৩ চনত স্বৰাজৰ দাবী তোলে। প্ৰথম মহা-যুদ্ধত টাৰ্কি আৰু ব্ৰিটিছ দুই বিৰোধী শিবিৰত থাকি যুদ্ধ কৰাত মুছলমানসকলৰ 'ব্ৰিটিছ-বিদ্বেষ আৰু বৃদ্ধি পায়'। ফলাফলত তেওঁলোকৰ সহানুভূতি লাভ কৰিবৰ কাৰণে ইংলেণ্ডৰ প্ৰধানমন্ত্ৰী লয়ড জৰ্জে এইবুলি আশ্বাস দিয়ে যে যুদ্ধ শেষ হোৱাৰ পাছত টাৰ্কিৰ প্ৰতি সুবিচাৰ কৰা হ'ব আৰু এছিয়া মাইনৰ আৰু থ্ৰেচৰ পবিত্ৰ স্থানবোৰ হস্তান্তৰ কৰা নহ'ব (৫ জানুৱাৰি, ১৯১৮)। এই আশ্বাসত মুছলমানসকল আশ্বস্ত হয়। কিন্তু যুদ্ধৰ শেষত টাৰ্কিক খণ্ডবিখণ্ড কৰি সুলতানৰ মৰ্য্যাদা ক্ষুণ্ণ কৰিবলৈ ব্ৰিটিছ চৰকাৰে চেষ্টা কৰাত ভাৰতীয় মুছলমানসকল

গভীৰভাৱে অসন্তুষ্ট হৈ পৰে। টাৰ্কি সাম্ৰাজ্যক ৰক্ষা কৰি চুলতানৰ মৰ্য্যাদা অটুত ৰাখিবলৈ এটা আন্দোলন গঢ়ি উঠিল। টাৰ্কিৰ চুলতান হ'ল ইছলাম ধৰ্মৰ অধিকৰ্তা বা খলিফা, গতিকে তেওঁক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা আন্দোলনক খিলাফত আন্দোলন বোলা হয়। এই আন্দোলনৰ প্ৰখ্যাত দুগৰাকী নেতা হ'ল—মৌলানা মহম্মদ আলি আৰু মৌলানা চৌকত আলি। হিন্দু আৰু মুছলমানৰ মাজত একতাৰ ভাব জগাই তুলিবলৈ মহাত্মা গান্ধীয়ে খিলাফত আন্দোলনত যোগদান কৰে। ১৯১৯ চনৰ ২৪ নৱেম্বৰত মহাত্মা গান্ধীৰ সভাপতিত্বত এখন অখিল ভাৰতীয় খিলাফত অভিবৰ্তনৰ আয়োজন কৰা হয়। এই অভিবৰ্তনে মুছলমানৰ দাবী পূৰণ নোহোৱালৈকে চৰকাৰৰ লগত সহযোগ নকৰিবলৈ সিদ্ধান্ত কৰে। জনমত সংগঠনৰ বাবে এখন কমিটিও গঠন কৰা হয়।

মুছলমানসকলৰ দাবীৰ সম্পৰ্কত ডা মহম্মদ আলি আনচাৰিয়ে ভাৰতৰ গভৰ্ণৰ জেনেৰেল লৰ্ড চেমছফ'ৰ্ডক লগ ধৰিলে (১৯ জানুৱাৰি, ১৯২০); কিন্তু তেওঁ কোনো প্ৰতিশ্ৰুতি দিব নোৱাৰিলে। মৌলানা মহম্মদ আলিৰ নেতৃত্বত এটা সজাতি দল ইংলেণ্ডলৈ পঠিওৱা হয় (মাৰ্চ, ১৯২০)। সঙ্গাতি দলটোৱে প্ৰধানমন্ত্ৰীক সাক্ষাৎ কৰে, কিন্তু ইয়াৰপৰা কোনো লাভ নহ'ল। ১৯২০ চনৰ মে' মাহত ছিভাৰ্চ সন্ধিৰ (Treaty Sevres)* চৰ্তাৱলী প্ৰকাশ পোৱাত ব্ৰিটিছৰ প্ৰকৃত উদ্দেশ্যৰ বিষয়ে কাৰো লেশমানো সন্দেহ নাথাকিল। ভাৰতীয় মুছলমানসকলে আন্দোলন আৰম্ভ কৰিলে। একে সময়তে অসহযোগ আন্দোলন আৰম্ভ হয় আৰু দুয়োটা আন্দোলনে ব্ৰিটিছ সাম্ৰাজ্যৰ ভেটি কঁপাই তুলিলে।

মুছলমানসকলৰ প্ৰতি কৰা অবিচাৰ আৰু পঞ্জাবৰ হত্যাকাণ্ডৰ বাবে মহাত্মা গান্ধীয়ে ব্ৰিটিছ চৰকাৰৰ লগত অসহযোগ কৰাৰ কাৰণে এখন বিস্তৃত আঁচনি দাঙি ধৰে। ১৯২০ চনৰ ১০ মাৰ্চ তাৰিখে এই আঁচনিখন প্ৰকাশ কৰা হয়। অসহযোগ কাৰ্য্যসূচীত অন্তৰ্ভুক্ত বিষয়কেইটা হ'ল—(১) ব্ৰিটিছ চৰকাৰ প্ৰদত্ত উপাধি আৰু পদ প্ৰত্যাখ্যান, (২) চৰকাৰী দৰবাৰ, অনুষ্ঠান আদি বৰ্জন, (৩) চৰকাৰী শিক্ষাপ্ৰতিষ্ঠান

*ছিভাৰ্চৰ সন্ধি অনুসৰি টাৰ্কি সাম্ৰাজ্য সংকুচিত কৰি কনষ্টাণ্টিনোপল আৰু এছিয়া মাইনৰৰ অঞ্চলবিশেষৰ মাজতে আবদ্ধ ৰাখিব খোজা হয়। ১৯২৩ চনত এই সন্ধিখন পুনৰ সংশোধন কৰা হয়।

বৰ্জন আৰু জাতীয় শিক্ষাপ্ৰতিষ্ঠানৰ প্ৰতিষ্ঠা (২) আদালত বৰ্জন, (৫) মেচপটেমিয়ালৈ যাবলৈ অস্বীকাৰ কৰা (৬) প্ৰস্তাৱিত শাসন সংস্কাৰত (১৯১৯) যোগদান দিয়াৰপৰা বিৰত থকা আৰু (৭) বিদেশী বস্ত্ৰ বৰ্জন। অসহযোগৰ বিষয়ে আলোচনা কৰিবলৈ কলিকতাত কংগ্ৰেছৰ এখন বিশেষ অধিৱেশন আহ্বান কৰা হয় (৪-৯ ছেপ্টেম্বৰ ১৯২০)। চিত্তৰঞ্জন দাশ, মতিলাল নেহৰু মিছেছ এনি বেচাণ্ট মদনমোহন মালব্য আৰু কংগ্ৰেছ অধিৱেশনৰ সভাপতি লাজপত ৰায়েও মহাত্মা গান্ধীৰ প্ৰস্তাৱৰ বিৰোধিতা কৰে। তথাপি গান্ধীজীৰ প্ৰস্তাৱ গৃহীত হ'ল। নাগপুৰত অনুষ্ঠিত (ডিচেম্বৰ, ১৯২০) কংগ্ৰেছৰ সাধাৰণ অধিৱেশনে কলিকতাৰ প্ৰস্তাৱক অনুমোদন জনায়। চিত্তৰঞ্জন দাশে গান্ধীজীৰ প্ৰস্তাৱৰ বিৰোধিতা কৰিবলৈকে নাগপুৰলৈ গৈছিল, কিন্তু শেষত তেওঁ নিজেই সেই প্ৰস্তাৱ উত্থাপন কৰে। লালা লাজপত ৰায়ে ইয়াক সমৰ্থন জনায়। নাগপুৰ অধিৱেশনৰ আৰু এক গুৰুত্বপূৰ্ণ কাৰ্য হ'ল 'স্বৰাজ' সম্পৰ্কীয় প্ৰস্তাৱটো। এই অধিৱেশনৰ আগলৈকে কংগ্ৰেছৰ লক্ষ্য আছিল স্বায়ত্ত শাসন, কিন্তু নাগপুৰ অধিৱেশনতে স্বৰাজ লাভেই কংগ্ৰেছৰ লক্ষ্য উদ্দেশ্য বুলি ঘোষণা কৰা হয়। স্বৰাজ লাভৰ কাৰণে কংগ্ৰেছে সকলো বৈধ আৰু সাংবিধানিক পন্থা অৱলম্বন কৰিবলৈকো সিদ্ধান্ত গ্ৰহণ কৰিলে।

অসহযোগ আন্দোলনে ১৯২১ চনত এটা তীব্ৰ ৰূপ ধাৰণ কৰে। মতিলাল নেহৰু ৰাজেন্দ্ৰপ্ৰসাদ, চিত্তৰঞ্জন দাশ, বল্লভভাই পেটেল আদিৰে তেওঁলোকৰ লাভজনক আইন ব্যৱসায় ত্যাগ কৰি আন্দোলনত যোগ দিলে। মুছলমান সম্প্ৰদায়ৰ প্ৰধান নেতা মৌলানা মহম্মদ আলি, মৌলানা চৌকত আলি, মৌলানা আবুল কালাম আজাদ আদিৰ যোগদানৰ ফলত আন্দোলন অধিক সবল হৈ উঠিল। আইন ব্যৱসায়ীসকলে আদালত বৰ্জন কৰিলে আৰু ছাত্ৰ-ছাত্ৰীসকলে চৰকাৰী শিক্ষা প্ৰতিষ্ঠানসমূহত উপস্থিত থকাৰপৰা বিৰত থাকিল। ঠায়ে ঠায়ে জাতীয় শিক্ষা প্ৰতিষ্ঠান প্ৰতিষ্ঠিত হ'ল। এইবোৰৰ ভিতৰত কাশী বিদ্যাপীঠ, বিহাৰ বিদ্যাপীঠ, তিলক মহাৰাষ্ট্ৰ বিদ্যাপীঠ, গুজৰাট বিদ্যাপীঠ, কলিকতাৰ 'নেচনেল কলেজ', আলিগড়ৰ 'নেচনেল মুছলিম ইউনিভাৰ্ছিটি' আদিয়েই প্ৰধান। কংগ্ৰেছৰ আবেদনক্ৰমে নতুন পৰিষদৰ নিৰ্বাচনত (নৱেম্বৰ, ১৯২০) প্ৰায় দুই-তৃতীয়াংশ ভোটদাতা নিলিপ্ত হৈ থাকিল। জনসাধাৰণে

বিদেশী কাপোৰ বৰ্জন কৰিলে আৰু ঠায়ে ঠায়ে সেইবোৰ জুই লগাই পুৰি পেলোৱা হ'ল। অসহযোগ আন্দোলন চলি থকা কালছোৱাতে মালাবাৰৰ মোপলাসকলে এখন মুছলিম ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ এটা বিদ্ৰোহ আৰম্ভ কৰে (আগষ্ট, ১৯২১)। তেওঁলোকে হিন্দুসকলৰ ওপৰত অশেষ নিৰ্যাতন চলায়, অৱশ্যে শেষত তেওঁলোকৰ বিদ্ৰোহ দমন কৰা হয়। এই বিদ্ৰোহে হিন্দু আৰু মুছলমানৰ মাজত গঢ়ি উঠা মিলা-প্ৰীতি ভাৱৰ বিশেষ ক্ষতি সাধন কৰিব নোৱাৰিলে।

ভাৰতবাসীৰ ঐক্যবদ্ধ আন্দোলন ধ্বংস কৰিবলৈ বিটিছ চৰকাৰে অবাধ দমন নীতিৰ আশ্ৰয় ল'লে। লাঠিচালনা, গুলী চালনা আদি সাধাৰণ ঘটনাত পৰিণত হ'ল। সত্যাগ্ৰহ কৰা লোকেৰে জেলখানাবোৰ উপচি পৰিল। ১৯২১ চনৰ ছেপ্টেম্বৰ মাহত চৰকাৰে মৌলানা মহম্মদ আলি আৰু মৌলানা চৌকত আলিক আটক কৰে। ভাৰতবাসীৰ আন্দোলন তীব্ৰতৰ হৈ উঠাৰ সময়তে প্ৰিন্স অৱ ৱেলচৰ (Prince of Wales) ভাৰত ভ্ৰমণৰ কথা ঘোষণা কৰা হয়। কংগ্ৰেছে যুৱৰাজক অভ্যৰ্থনা জনাবলৈ অস্বীকাৰ কৰে আৰু তেওঁ বোম্বাইত পদাৰ্পণ কৰাৰ দিনাই সমগ্ৰ দেশতে হৰতাল পালন কৰা হয় (২১ নৱেম্বৰ, ১৯২১)। বোম্বাইৰ হৰতাল সংক্ৰান্তত পুলিচে গুলী চলাই ৫৩ জন নিহত আৰু প্ৰায় ৪০০ জন লোকক আহত কৰে। আন আন ঠাই ভ্ৰমণ কৰিও যুৱৰাজে ভাৰতবাসীৰপৰা কোনো সম্ভাষণ নাপালে। সকলো ঠাইত তেওঁক ক'লা পতাকা, হৰতাল আদিৰদ্বাৰাই অভ্যৰ্থনা জনোৱা হয়। ভাৰতবাসীৰ ব্যৱহাৰত ক্ষুণ্ণ হৈ চৰকাৰে অধিক কঠোৰ নীতি অৱলম্বন কৰে। সেই বছৰতে ডিচেম্বৰ মাহত চৰকাৰে দাশ দম্পতি (চিত্তৰঞ্জন দাশ আৰু তেখেতৰ পৰিয়াল), মতিলাল নেহৰু, জৱাহৰলাল নেহৰু, মৌলানা আবুল কালাম আজাদ আদি কংগ্ৰেছৰ প্ৰসিদ্ধ নেতৃবৃন্দক আটক কৰি কাৰাগাৰত নিক্ষেপ কৰিলে। তথাপি আন্দোলনৰ কোনো উপশম নহ'ল। আহমদাবাদ কংগ্ৰেছে (ডিচেম্বৰ, ১৯২১) অসহযোগ আন্দোলন চলাই যাবলৈ স্থিৰ কৰে আৰু গান্ধীজীক আইন অমান্য আন্দোলন আৰম্ভ কৰিবলৈকো সম্পূৰ্ণ কৰ্তৃত্ব দিলে।

আইন অমান্য আন্দোলন আৰম্ভ কৰাৰ পূৰ্বে গান্ধীজীয়ে চৰকাৰৰ লগত এটা বুজা-পৰাত উপনীত হ'বলৈ চেষ্টা কৰে। ১৯২২ চনৰ

১ ফেব্ৰুৱাৰি তাৰিখে তেওঁ গভৰ্ণৰ জেনেৰেল লৰ্ড ৰিডিংক দমননীতি পৰিহাৰ কৰিবলৈ আৰু ৰাজনৈতিক বন্দীসকলক মুক্তি দিবলৈ আবেদন জনায়। লগতে ইয়াকো জনোৱা হয় যে যদি চৰকাৰে সাত দিনৰ ভিতৰতে তেওঁৰ আবেদন মানি নলয়, তেন্তে তেওঁ আইন অমান্য আন্দোলন কৰিবলৈ বাধ্য হ'ব। আইন অমান্য আন্দোলনৰ কাৰণে গান্ধীজীয়ে বৰদলি নামৰ ঠাইডোখৰ নিৰ্বাচন কৰে। লৰ্ড ৰিডিঙে গান্ধীজীৰ দাবী পূৰণ নকৰিলে, বৰং বিভিন্ন ঠাইৰ আইন পৰিস্থিতিৰ কাৰণে কংগ্ৰেছকহে দায়ী কৰিলে। এনে অৱস্থাত আইন অমান্য আন্দোলন আৰম্ভ কৰাৰ বাহিৰে গান্ধীজীৰ আন একো উপায় নাথাকিল। এই সময়তে উত্তৰ প্ৰদেশৰ গোৰখপুৰ জিলাৰ চৌৰিচৌৰাত এটা হিংসাত্মক কাৰ্য অনুষ্ঠিত হয়। কিছুমান উগ্ৰ জনতাই এখন পুলিচ থানাত অগ্নি সংযোগ কৰি একেলগে বাইছজন পুলিচক জীয়াই জীয়াই পুৰি মাৰে (৫ ফেব্ৰুৱাৰি ১৯২২)। ইয়াৰ আগেয়ে বোম্বাই মাদ্ৰাজ আদি ঠাইত কিছু হিংসাত্মক কাৰ্য সংঘটিত হৈছিল। এনেবোৰ ঘটনাত গান্ধীজী মৰ্মাহত হ'ল আৰু তেওঁ উপলব্ধি কৰিলে যে অহিংস আন্দোলনৰ বাবে এতিয়াও সময় উপস্থিত হোৱা নাই। গতিকে তেওঁ অসহযোগ আন্দোলন বন্ধ কৰে। কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে তেওঁৰ কাৰ্যক অনুমোদন জনায় (১২ ফেব্ৰুৱাৰি ১৯২২)। ভাৰতবাসীক ভৱিষ্যত আন্দোলনৰ কাৰণে প্ৰস্তুত কৰিবলৈ গান্ধীজীয়ে এখন বিস্তৃত কাৰ্যসূচী প্ৰস্তুত কৰিলে।

অসহযোগ আন্দোলন বন্ধ কৰাত কংগ্ৰেছৰ কিছুলোক অসন্তুষ্ট হৈ উঠে। এনে সময়তে (১৩ মাৰ্চ, ১৯২২) চৰকাৰে গান্ধীজীক আটক কৰি বিচাৰৰ ব্যৱস্থা কৰে। আহমদাবাদত তেওঁৰ বিচাৰ আৰম্ভ হয়। বোম্বাই, মাদ্ৰাজ আৰু চৌৰিচৌৰাৰ ঘটনাৰ সকলো দায়িত্ব তেওঁ নিজে গ্ৰহণ কৰে আৰু ইংৰাজ বিচাৰক ব্ৰুমফিল্ডক কয় যে তেওঁক মুক্তি দিলে তেওঁ আগতে কৰা কামবোৰ আকৌ কৰিব। বিচাৰকে তেওঁক ছয় বছৰৰ কাৰণে কাৰাদণ্ডেৰে দণ্ডিত কৰিলে।

স্বৰাজ লাভৰ সংকল্প গ্ৰহণ কৰিহে ভাৰতবাসী অসহযোগ আন্দোলনত অৱতীৰ্ণ হৈছিল, কিন্তু লক্ষ্যত উপনীত নোহোৱাকৈয়ে আন্দোলন বন্ধ কৰা কাৰণে বহুতে ইয়াক এটা বিফল আন্দোলন বুলি অভিহিত কৰিব খোজে। অৱশ্যে ৰাজনৈতিক আন্দোলনৰ লগত মুছলমানসকলৰ

ধৰ্মীয় আন্দোলন (খিলাফত) জড়িত কৰাটো কিমান যুক্তিসংগত কাৰ্য্য হৈছিল, সেই বিষয়েও সন্দেহৰ যথেষ্ট অৱকাশ আছে। মহাত্মাজীৰ উদ্দেশ্য আছিল হিন্দু-মুছলমানৰ মিলন চিৰস্থায়ী কৰা, কিন্তু এই মহৎ উদ্দেশ্য সাধিত নহ'ল। কামাল পাছাৰ নেতৃত্বত টাৰ্কিত এটা নতুন চৰকাৰ গঠিত হোৱাত (১৯২৩) খলিফাৰ কাৰণে সংগ্ৰাম চলাই যোৱাৰ কোনো অৰ্থ নাথাকিল আৰু তাৰ ফলস্বৰূপে খিলাফত আন্দোলনেও শাম কাটিলে। যোগসূত্ৰৰ অভাৱ হোৱাত ভাৰতীয় মুছলমানসকল ক্ৰমাৎ জাতীয়তাবাদী আন্দোলনৰপৰা বিচ্ছিন্ন হৈ পৰিল। সাম্প্ৰদায়িক সংঘৰ্ষই পুনৰ দেখা দিলে। গতিকে গান্ধীজীৰ স্বপ্ন পূৰণ নহ'ল। তথাপি অসহযোগ আন্দোলনক এটা বিফল আন্দোলন বুলি প্ৰতিপন্ন কৰিব নোৱাৰি। ১৯২০ চনৰ আগলৈকে কংগ্ৰেছ আছিল মুষ্টিমেয় কেইজনমান শিক্ষিত লোকৰ অনুষ্ঠান। মহাত্মাজীৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই শিক্ষিত-অশিক্ষিত, ধনী-দুখীয়া, উচ্চ-নীচ আদি সকলো শ্ৰেণীৰ মানুহেই আন্দোলনত যোগদান কৰি প্ৰকৃত অৰ্থত কংগ্ৰেছক এটা জাতীয় অনুষ্ঠানত পৰিণত কৰিলে। অসহযোগ আন্দোলন এটা ৰাজনৈতিক আন্দোলনেই নহয়, ই হৈছে জাতীয় জীৱন পুনৰ্গঠনৰ এটা বিৰাট আন্দোলন। অস্পৃশ্যতা বৰ্জন, জাতীয় শিক্ষাদান আৰু খদ্দৰৰ প্ৰচলন আছিল গান্ধীজীৰ কাৰ্য্যসূচীৰ মাই বিষয়বস্তু। গান্ধীজীয়ে কংগ্ৰেছৰ আন্দোলনক সভাস্থলীৰপৰা ৰাজপথলৈ আনি জাতীয়তাবাদ মহামন্ত্ৰেৰে সকলোকে উদ্বুদ্ধ কৰি তুলিলে।

**ৰাজনৈতিক পৰিস্থিতি (১৯২২-৩০):** অসহযোগ আন্দোলন শাম কটাত ভাৰতৰ ৰাজনৈতিক আন্দোলনৰ গতিও কিছু পৰিমাণে মন্থৰ হৈ পৰিল। দেশবন্ধু দাস, মতিলাল নেহৰু আদি নেতৃবৰ্গই এতিয়া বিধানসভাৰপৰা বিৰত থকাৰ কোনো প্ৰয়োজনীয়তা নেদেখিলে। তেওঁলোকৰ মতে বিধানসভাত যোগদান কৰি ভিতৰৰপৰাই ব্ৰিটিছ চৰকাৰৰ শাসনযন্ত্ৰক বিকল কৰি দিয়াটো বুদ্ধিমানৰ কাম হ'ব। ইয়াকে কেন্দ্ৰ কৰি গয়া কংগ্ৰেছত (ডিচেম্বৰ, ১৯২২) তুমুল বিতৰ্কৰ সৃষ্টি হয়। চক্ৰৱৰ্তী ৰাজাগোপালাচাৰী ডা. আনচাৰি আদিয়ে বিধানসভা বৰ্জনৰ সপক্ষে যুক্তি দাঙি ধৰে আৰু তাৰ ফলস্বৰূপে দাস আৰু মতিলালে কংগ্ৰেছ

ত্যাগ কৰিলে। তেওঁলোকে 'স্বৰাজ পাৰ্টি' নামেৰে এটা নতুন দল খোলে (১৯২৩)। ব্ৰিটিছ চৰকাৰে ভাৰতক 'ডমিনিয়ন ষ্টেটাছ' প্ৰদান নকৰালৈকে বিধানসভাৰ ভিতৰত চৰকাৰৰ প্ৰতিটো কাৰ্যতে বিৰোধিতা কৰাই হৈছে স্বৰাজিষ্টসকলৰ উদ্দেশ্য। নিৰ্বাচনত সফলতা লাভ কৰি স্বৰাজ পাৰ্টিয়ে বংগ আৰু মধ্যপ্ৰদেশত কিছু প্ৰাধান্য বিস্তাৰ কৰিবলৈ সক্ষম হয়। কেন্দ্ৰীয় বিধানসভাত মতিলাল নেহৰুৱেও বিৰোধী নেতা হিচাপে যথেষ্ট সুনাম অৰ্জন কৰে। ১৯২৫ চনত দেশবন্ধু চিত্তৰঞ্জন দাসৰ মৃত্যু ঘটে আৰু ইয়াৰ পাছৰপৰাই স্বৰাজ পাৰ্টি ক্ৰমাৎ দুৰ্বল হৈ পৰিল।

ইতিমধ্যে ভাৰতৰ ৰাজনৈতিক অৱস্থা অধ্যয়নৰ হেতুকে ব্ৰিটিছ চৰকাৰে ১৯২৭ চনত চাৰ জন চাইমনৰ নেতৃত্বত এটা আয়োগ গঠন কৰাৰ কথা ঘোষণা কৰে। ১৯১৯ চনৰ আইনমতে এনে এটা আয়োগ ১৯২৯ চনতহে গঠন কৰাৰ কথা আছিল, কিন্তু শাসনত অধিষ্ঠিত টোৰি দলে দুবছৰৰ আগতে সেই আয়োগ গঠন কৰিলে। ১৯২৯ চনত ইংলেণ্ডত অনুষ্ঠিত হ'বলগীয়া সাধাৰণ নিৰ্বাচনত লেবাৰ দলে জয় লাভ কৰি ভাৰতবাসীৰ প্ৰতি সহানুভূতি দেখুৱাব পাৰে বুলিয়েই টোৰি দলে এনে ব্যৱস্থা গ্ৰহণ কৰিছিল। নিৰ্দিষ্ট সময়তকৈ আগতে আয়োগ গঠন কৰাত ভাৰতবাসী অসন্তুষ্ট নহ'ল; অসন্তুষ্ট হ'ল আয়োগৰ সদস্য নিৰ্বাচনৰ ক্ষেত্ৰত। আয়োগৰ আটাইকেইজন সদস্যই হ'ল ইংৰাজ। কোনো এজন ভাৰতীয়কো এই আয়োগৰ সদস্য কৰি নোলোৱা কাৰ্যক ভাৰতবাসীয়ে অপমানজনক বুলি বিবেচনা কৰিলে। হিন্দু মহাসভা, মুছলিম লিগ আদিয়ে চাইমন আয়োগ বৰ্জন কৰিবলৈ সিদ্ধান্ত ল'লে। ১৯২৭ চনৰ ডিচেম্বৰ মাহত অনুষ্ঠিত মাদ্ৰাজ কংগ্ৰেছেও সকলো ভাৰতীয়কে আয়োগ বৰ্জন কৰিবলৈ আহ্বান জনায়। এই অধিবেশনতে আৰু দুটা গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। এটা প্ৰস্তাৱ যোগে কংগ্ৰেছে 'পূৰ্ণ স্বাধীনতা'হে দেশবাসীৰ প্ৰকৃত লক্ষ্য বুলি ঘোষণা কৰে আৰু আন এটা প্ৰস্তাৱযোগে ভাৰতৰ কাৰণে এখন সংবিধান ৰচনা কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে। চাইমন আয়োগ গঠন কৰা সময়ত ভাৰত সচিব লৰ্ড বাৰ্কেনহেডে ভাৰতবাসীক এখন সৰ্বসন্মত সংবিধান ৰচনা কৰিবলৈ যি প্ৰত্যাহ্বান জনাইছিল, তাৰ প্ৰত্যুত্তৰ ৰূপে কংগ্ৰেছে এনে এটা প্ৰস্তাৱ গ্ৰহণ কৰে।

ভাৰতবাসীৰ আপত্তি সত্ত্বেও চাইমন আয়োগ ভাৰত ভ্ৰমণ কৰিবলৈ আহে। ১৯২৮ চনৰ ৩ ফেব্ৰুৱাৰিৰ দিনা আয়োগৰ সদস্যসকল বোম্বাইত উপস্থিত হয় আৰু সেই দিনাই সমগ্ৰ ভাৰতে হৰতাল পালন কৰে। কলিকতা, মাদ্ৰাজ, লাহোৰ, লক্ষ্ণৌ আদি সকলো ঠাইতে গণবিক্ষোভ আৰম্ভ হয়। জনসাধাৰণে ক'লা পতাকা দেখুৱাই চাইমনক ভাৰত ত্যাগ কৰিবলৈ দাবী জনায়। লাহোৰত বিক্ষোভ প্ৰদৰ্শন কৰিবলৈ গৈ 'পঞ্জাৱ কেশৰী' লালা লাজপত ৰায় পুলিচৰ লাঠি চালনাত আহত হয়। তেওঁৰ স্বাস্থ্য আগৰেপৰা বৰ ভাল নাছিল, গতিকে লাঠিৰ প্ৰহাৰত তেওঁ সোনকালে মৃত্যুমুখত পতিত হ'ল (১৭ নৱেম্বৰ, ১৯২৮)। লক্ষ্ণৌৰ লাঠি চালনাত গোবিন্দবল্লভ পন্থ আৰু জৱাহৰলাল নেহৰুও আহত হয়।

১৯২৮ চনৰ মাৰ্চ মাহত চাইমন আয়োগ স্বদেশলৈ উলটি যায়, কিন্তু সেই বছৰৰে অক্টোবৰ মাহত পুনৰ ভাৰতবৰ্ষত উপস্থিত হয়হি। দ্বিতীয় ভ্ৰমণত আয়োগে কিছু সফলতা লাভ কৰে। ১৯৩০ চনৰ জুন মাহত আয়োগৰ প্ৰতিবেদনখন প্ৰকাশ পায়। আয়োগে কিছু চৰ্তসাপেক্ষে প্ৰদেশসমূহত দায়িত্বশীল চৰকাৰ গঠনৰ বাবে পৰামৰ্শ আগবঢ়ায়, কিন্তু কেন্দ্ৰত এনেকুৱা ধৰণৰ চৰকাৰ গঠন কৰাৰ সম্পৰ্কে কোনো প্ৰস্তাৱ দাঙি নধৰিলে। ভাৰতবাসীয়ে দাবী কৰা মতে 'পূৰ্ণ স্বাধীনতা' বা 'ডমিনিয়ন ষ্টেটাচ'ৰ বিষয়েও আয়োগ সম্পূৰ্ণ নিমাত থাকিল। গতিকে আয়োগৰ প্ৰতিবেদনত ভাৰতীয়সকল সন্তুষ্ট নহ'ল।

ইফালে ভাৰতৰ পক্ষৰপৰাও এখন সংবিধান প্ৰস্তুত কৰাৰ কাম অব্যাহত থাকে। মাদ্ৰাজ কংগ্ৰেছৰ (১৯২৭) প্ৰস্তাৱক্ৰমে এখন সৰ্বদলীয় সন্মিলন আহ্বান কৰা হয়। সন্মিলনে বিভিন্ন ৰাজনৈতিক অনুষ্ঠানৰ প্ৰতিনিধিবৰ্গক লৈ মতিলাল নেহৰুৰ নেতৃত্বত সংবিধান খচৰা কমিটি এটা গঠন কৰি দিয়ে (১৯ মে', ১৯২৮)। নেহৰু কমিটিয়ে 'ডমিনিয়ন ষ্টেটাচ'ৰ ভিত্তিত এখন সংবিধান তৈয়াৰ কৰে। এই সংবিধানক 'নেহৰু সংবিধান' বোলা হয়। নেহৰু সংবিধানে মুছলমান সম্প্ৰদায়ৰ বাবে পৃথক নিৰ্বাচনৰ ব্যৱস্থা নৰখাত, মুছলিম নেতৃবৰ্গ খাইকৈ অসন্তুষ্ট হৈ পৰে। অৱশ্যে মৌলানা আজাদ, ডা. আনচাৰি প্ৰমুখ্যে জাতীয়তাবাদী মুছলমানসকলে নেহৰু সংবিধানত সন্মতি জ্ঞাপন কৰে। মু. আলি

ঘোষ, সুনীতি চৌধুৰী আৰু বীণা দাসৰ নাম উল্লেখ কৰিব পাৰি শান্তি আৰু সুনীতিয়ে কুমিলাৰ জিলা মেজিষ্ট্ৰেট বি জি ষ্টিভেন্সক তেওঁৰ বাসভৱনতে হত্যা কৰি দুঃসাহসিকতাৰ পৰিচয় দাঙি ধৰে। ভুলপথে পৰিচালিত হ'লেও সন্ত্ৰাসবাদীসকলৰ স্বদেশানুৰাগৰ কথা অস্বীকাৰ কৰিব নোৱাৰি।

সি যি কি নহওক, কলিকতা কংগ্ৰেছৰ দাবীৰ পৰিপ্ৰেক্ষিতত লৰ্ড আৰউইনে ভাৰতক ডমিনিয়ন পৰ্য্যায়লৈ উন্নীত কৰা হ'ব বুলি ঘোষণা কৰে (৩১ অক্টোবৰ, ১৯২৯)। সেই বিষয়ে আলোচনা কৰিবলৈ ছাইমন আয়োগৰ প্ৰতিবেদনৰ পাছত লণ্ডনত এখন ঘূৰণীয়া মেজমেলৰ আয়োজন কৰা হ'ব বুলিও তেওঁ ভাৰতবাসীক জানিবলৈ দিয়ে। ব্ৰিটিছ পাৰ্লিয়ামেণ্টে লৰ্ড আৰউইনৰ ঘোষণাৰ কটু সমালোচনা কৰাত ডিচেম্বৰ মাহৰ ২৩ তাৰিখে মহাত্মা গান্ধী, বিঠালভাই পেটেল, মতিলাল নেহৰু, তেজবাহাদুৰ চাপ্ৰু আৰু মহম্মদ আলি জিন্নাই গভৰ্ণৰ জেনেৰেলক লগ ধৰি কিছু কথাৰ স্পষ্টিকৰণ বিচাৰে। গভৰ্ণৰ জেনেৰেলে প্ৰস্তাৱিত ঘূৰণীয়া মেজমেলত 'ডমিনিয়ন ষ্টেটাছ'ৰ সম্পৰ্কে আলোচনা হ'ব বুলি কোনো প্ৰতিশ্ৰুতি দিব নোৱাৰিলে। তাৰ ফলস্বৰূপে ৩১ ডিচেম্বৰৰ মাজ নিশা লাহোৰ কংগ্ৰেছ অধিবেশনে পূৰ্ণ স্বাধীনতাৰ দাবী কৰি এটা প্ৰস্তাৱ গ্ৰহণ কৰে। নতুন বছৰৰ (১৯৩০) ২৬ জানুৱাৰিৰ দিনটো স্বাধীনতা দিৱস হিচাপে পালন কৰিবলৈ সকলোকে আহ্বান জনোৱা হয়। জানুৱাৰি মাহৰ ২৬ তাৰিখে ভাৰতবাসীয়ে স্বাধীনতাৰ শপত গ্ৰহণ কৰি আহিছে। প্ৰথম স্বাধীনতা দিৱসৰ স্মৃতি মধুময় কৰি ৰাখিবৰ কাৰণেই স্বাধীন ভাৰতৰ সংবিধানখনো ১৯৫০ চনৰ ২৬ জানুৱাৰিৰ পৰাই বলবৎ কৰা হয়।

লাহোৰ কংগ্ৰেছৰ সভাপতিত্ব কৰে ভাৰত মাতৃৰ সুযোগ্য সন্তান জৱাহৰলাল নেহৰুৱে। কংগ্ৰেছ সভাপতি হিচাপে তেওঁৱেই প্ৰথমে লাহোৰৰ ৰবি নৈৰ পাৰত স্বাধীনতাৰ ত্ৰিৰংগ পতাকাখন উত্তোলন কৰে। লাহোৰ কংগ্ৰেছে কংগ্ৰেছী লোকসকলক বিধান সভাসমূহৰ সদস্যপদ ত্যাগ কৰিবলৈ নিৰ্দেশ দিলে। আইন অমান্য আন্দোলনৰ কাৰণে কংগ্ৰেছ সাজু হ'ল।

**আইন অমান্য আন্দোলন :** ১৯৩০ চনৰ ফেব্ৰুৱাৰি মাহত ৱৰ্কিং কমিটিয়ে গান্ধীজীক উপযুক্ত সময়ত আইন অমান্য আন্দোলন কৰিবলৈ কৰ্তৃত্ব দিয়ে। সেই সময়ত লোণ কৰে জনসাধাৰণৰ মাজত যথেষ্ট অসন্তুষ্টিৰ সৃষ্টি কৰিছিল, সেই কাৰণে গান্ধীজীয়ে প্ৰথমে লোণ আইন ভংগ কৰিবলৈ সিদ্ধান্ত কৰে। আন্দোলন আৰম্ভ কৰা'ৰ আগতে তেওঁ লৰ্ড আৰউইনৰ লগত এটা বুজা-পৰাৰে আহিবলৈ চেষ্টা কৰিলে, কিন্তু চৰকাৰৰপৰা তেওঁ কোনো সন্তোষজনক উত্তৰ নাপালে। ১৯৩০ চনৰ ১৩ মাৰ্চ তাৰিখে তেওঁ ৭৮ জন সহযোগীৰে সৈতে আহমেদাবাদৰ সবৰমতী আশ্ৰমৰপৰা দাণ্ডিলৈ যাত্ৰা কৰে। দাণ্ডি যাত্ৰা ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ এক স্মৰণীয় ঘটনা। ২৪ দিনৰ অন্তত গান্ধীজী দাণ্ডিত উপস্থিত হয় আৰু ৬ এপ্ৰিলৰ দিনা নিজ হাতে লোণ তৈয়াৰ কৰি লোণ আইন ভংগ কৰে। লগে লগে সকলো ঠাইতে আইন অমান্য আন্দোলন আৰম্ভ হ'ল।

গান্ধীজীৰ দাণ্ডি যাত্ৰা আৰু আইন অমান্য আন্দোলনে সমগ্ৰ ভাৰতত এক তীব্ৰ আলোড়নৰ সৃষ্টি কৰিলে। চৰকাৰী কাৰ্যালয়, মদৰ দোকান আদিৰ সন্মুখত পিকেটিং আৰম্ভ হ'ল। স্কুল-কলেজ পৰিত্যাগ কৰি ছাত্ৰ-ছাত্ৰীসকলে আন্দোলনত যোগ দিলে। বিদেশী কাপোৰ বৰ্জনৰ ধুম উঠিল। চৰকাৰে আন্দোলন ধ্বংস কৰিবলৈ কঠোৰ দমন নীতিৰ আশ্ৰয় ল'লে। লাঠি চালনা, গুলী চালনা, সম্পত্তি বাজেয়াপ্ত আদি দৈনন্দিন ঘটনাত পৰিণত হ'ল। এই চৰকাৰী নিষ্পেষণত প্ৰায় এবছৰৰ ভিতৰত ৬০,০০০ লোক জেলত পৰে আৰু পুলিচৰ গুলীচালনাত ১০৩ জন লোক নিহত আৰু ৪২০ জন আহত হয়। ৫ মে'ৰ দিনা গান্ধীজীকো গ্ৰেপ্তাৰ কৰা হয়।

আন্দোলন চলি থকা কালছোৱাত লণ্ডনত প্ৰথম ঘূৰণীয়া মেজমেলখন অনুষ্ঠিত হয় (নৱেম্বৰ, ১৯৩০)। এই মেজমেলত কংগ্ৰেছে যোগদান নকৰিলে আৰু ফলত ভাৰতৰ সাংবিধানিক সমস্যাৰ কোনো সমাধান নহ'ল। কংগ্ৰেছৰ সহযোগিতা কামনা কৰি আৰউইন চৰকাৰে ২৬ জানুৱাৰিৰ (১৯৩১) দিনা মহাত্মা গান্ধী আৰু কিছুমান লোকক বিনাচৰ্তে মুক্তি দিয়ে। গান্ধীজী আৰু আৰউইনৰ মাজত আলোচনা আৰম্ভ হ'ল আৰু শেষত

দিনৰ অন্তত দুয়ো এখন চুক্তিত স্বাক্ষৰ দান কৰে (৫ মার্চ, ১৯৩১)। এই চুক্তিখন 'গান্ধী আৰউইন চুক্তি' নামে প্ৰসিদ্ধ। এই চুক্তিমতে গান্ধীজীয়ে আইন অমান্য আন্দোলন বন্ধ কৰিবলৈ আৰু দ্বিতীয় ঘূৰণীয়া মেজমেলত যোগ দিবলৈ মান্তি হয়। লর্ড আৰউইনে চৰকাৰৰ পক্ষৰপৰা জৰুৰী অধ্যাদেশসমূহ বাতিল কৰিবলৈ, আইন অমান্য আন্দোলন সংক্ৰান্তত আটক কৰা সকলো ব্যক্তিকে মুক্তি দিবলৈ, বাজেয়াপ্ত সম্পত্তি ঘূৰাই দিবলৈ আৰু সাগৰৰ পাৰত বসবাস কৰা লোকসকলক বিনাশুল্কে লোণ প্ৰস্তুত কৰাৰ অনুমতি দিবলৈ মান্তি হয়। তদুপৰি লর্ড আৰউইনে মদ আৰু আফিঙৰ দোকানৰ সন্মুখত শান্তিপূর্ণভাৱে পিকেটিং কৰা লোক-সকলৰ ওপৰত কোনো ব্যৱস্থা নলওঁ বুলিও প্ৰতিশ্ৰুতি দিয়ে। 'গান্ধী-আৰউইন চুক্তি'য়ে ভাৰত আৰু ইংলেণ্ডত এক মিশ্ৰিত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে। বিলাতৰ ৰক্ষণশীল দলৰ নেতা চাৰ উইনষ্টন চার্চিল ইয়াত অসন্তুষ্ট হয়। কংগ্ৰেছৰ জৱাহৰলাল নেহৰু, নেতাজী সুভাষ বসু আদিয়ে ইয়াক আদৰণি জনাবলৈ টান পালে। 'গান্ধী-আৰউইন চুক্তি' স্বাক্ষৰিত হোৱাৰ ১৮ দিনৰ পাছতে ভগত সিং, ৰাজগুৰু আৰু সুখদেৱক 'লাহোৰ চেন্ট্ৰেল জেইল'ত ফাঁচি দিয়া হয় (২৩ মার্চ, ১৯৩১); তেওঁলোকৰ জীৱন ৰক্ষাৰ কোনো ব্যৱস্থা নোহোৱাত কিছুসংখ্যক ভাৰতীয় গভীৰভাৱে অসন্তুষ্ট হৈ উঠিল।

১৯৩১ চনৰ ৭ ছেপ্টেম্বৰৰ দিনা লণ্ডনত দ্বিতীয় ঘূৰণীয়া মেজমেলৰ বৈঠক আৰম্ভ হয়। কংগ্ৰেছৰ পক্ষৰপৰা গান্ধীজীয়ে ইয়াত যোগদান কৰে। মেজমেলৰ আলোচনা ফলপ্ৰসূ নহ'ল আৰু গান্ধীজী ভাৰতলৈ উভতি আহিল। ইতিমধ্যে 'গান্ধী-আৰউইন চুক্তি' ভংগ কৰি নতুন গৱর্নৰ জেনেৰেল লর্ড উইলিংডনে ভাৰতবাসীৰ ওপৰত কঠোৰ নির্যাতন চলায়। ভাৰতত উপস্থিত হৈ গান্ধীজীয়ে উইলিংডনক লগ ধৰিবলৈ চেষ্টা কৰে উইলিংডনে তেওঁক লগ ধৰিবলৈ অমান্তি হয়। ফলত ১৯৩২ চনৰ ১ জানুৱাৰিৰ দিনা কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে পুনৰ আইন অমান্য আন্দোলন আৰম্ভ কৰিবলৈ স্থিৰ কৰে। চৰকাৰে গান্ধীজীক গ্ৰেপ্তাৰ কৰি পুণা জেলত আবদ্ধ কৰিলে (৪ জানুৱাৰি, ১৯৩২)। গান্ধীজীক

আটক কৰাৰ নিমিত্তে চৰকাৰে চাৰিখন জৰুৰী অধ্যাদেশ জাৰি কৰে।[১] কংগ্ৰেছক বে-আইনী বুলি ঘোষণা কৰা হয়। কাৰাগাৰবোৰ কংগ্ৰেছী লোকেৰে উপচি পৰিল। বিভিন্ন পন্থা অৱলম্বন কৰিও চৰকাৰে ভাৰতবাসীৰ আন্দোলন বিমুখ কৰিবলৈ অসমৰ্থ হ'ল।

১৯৩২ চনৰ ১৭ আগষ্টত ব্ৰিটিছ প্ৰধান মন্ত্ৰী ৰেমজে মেকড'নাল্ডে তেওঁৰ বিখ্যাত বা কুখ্যাত 'সাম্প্ৰদায়িক বিনিৰ্ণয়'টো ঘোষণা কৰে। মুছলমান সম্প্ৰদায়ক পৃথক নিৰ্বাচন দিয়াৰ দৰে ইয়াতো হিন্দু সমাজৰ আন আন অনুন্নত সম্প্ৰদায়কো পৃথক নিৰ্বাচন দিয়াৰ ব্যৱস্থা কৰা হয়। ভাৰতবাসীক এনেকৈ বিভিন্ন সম্প্ৰদায়ত বিভক্ত কৰিব খোজাত গান্ধীজী মৰ্মাহত হয় আৰু ইয়াৰ প্ৰতিবাদস্বৰূপে তেওঁ পুণ জেলত আমৰণ অনশন আৰম্ভ কৰে (২০ ছেপ্তেম্বৰ, ১৯৩২)। ইয়াৰ পাছতে তেওঁক চৰকাৰে মুক্তি দিয়ে। ইতিমধ্যে মদনমোহন মালব্য, ৰাজেন্দ্ৰ প্ৰসাদ আদি লোকসকলৰ প্ৰচেষ্টাত পুণাত এখন চুক্তি সম্পাদিত হয় (২৪ ছেপ্তেম্বৰ, ১৯৩২)। পুণা চুক্তি অনুসৰি অনুন্নত শ্ৰেণীৰ পৃথক নিৰ্বাচন পৰিহাৰ কৰা হয়, কিন্তু তেওঁলোকে 'সাম্প্ৰদায়িক বিনিৰ্ণয়' অনুসাৰে বিধানসভাবোৰত পাবলগীয়া ৭১ খন আসনৰ ঠাইত ১৪৮ খন আসন লাভ কৰে। ব্ৰিটিছ চৰকাৰে পুণা চুক্তি মানি লোৱাত গান্ধীজীয়ে অনশন ভংগ কৰিলে। ইয়াৰ পাছতে লণ্ডনত তৃতীয় ঘূৰণীয়া মেজমেলৰ আৰম্ভ হয় (১৭ নৱেম্বৰ, ১৯৩২)। কংগ্ৰেছে এই মেলত অংশ গ্ৰহণ নকৰিলে। ইফালে মেজমেলৰ আলোচনাও বৰ সন্তোষজনক নহ'ল। তথাপি ব্ৰিটিছ চৰকাৰে বিভিন্ন আলোচনাৰ ভিত্তিত ১৯৩৩ চনৰ মাৰ্চ মাহত এখন শ্বেতপত্ৰ প্ৰকাশ কৰে। লৰ্ড লিনলিথগ'ৰ সভাপতিত্বত এখন কমিটিয়ে এই শ্বেতপত্ৰখন পৰীক্ষা কৰি এখন প্ৰতিবেদন দাখিল কৰে। ইয়াৰ ভিত্তিত ১৯৩৫ চনৰ ভাৰত চৰকাৰ আইনখন প্ৰণয়ন কৰা হয়। এই আইনে পূৰ্ণ স্বাধীনতা বা 'ডমিনিয়ন ষ্টেটাছ'ৰ বিষয়ে কোনো কথা

---

১ এই অধ্যাদেশ কেইখন হ'ল— (১) Emergency Powers Ordinance, (২) Unlawful Instigation Ordinance, (৩) Unlawful Association Ordinance আৰু (৪) Prevention of Molestation and Boycott Ordinance.

উল্লেখ নকৰিলে, তথাপি কংগ্ৰেছে ১৯৩৫ চনৰ আইনমতে হ'ব লগা সাধাৰণ নিৰ্বাচনত অংশ গ্ৰহণ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে।

**দ্বিতীয় মহাযুদ্ধ আৰু ক্রিপচ্ মিছন:** ১৯৩৫ চনৰ আইন অনুসৰি ১৯৩৭ চনত সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়। এই নিৰ্বাচনত কংগ্ৰেছে ১১খন প্ৰদেশৰ ভিতৰত ৭খন প্ৰদেশত সম্পূৰ্ণ সংখ্যা গৰিষ্ঠতা লাভ কৰে। অসম আৰু সিন্ধু প্ৰদেশতো কংগ্ৰেছেই একক সংখ্যা গৰিষ্ঠ দল হিচাপে পৰিগণিত হয়। কেৱল বংগদেশ আৰু পঞ্জাবতহে মুছলিম লিগে প্ৰাধান্য বিস্তাৰ কৰিবলৈ সক্ষম হয়। গভৰ্নৰ জেনেৰেল লৰ্ড লিনলিথগ'ৱে মন্ত্ৰীসভাৰ দৈনন্দিন কাৰ্য্যকলাপত হস্তক্ষেপ নকৰোঁ বুলি প্ৰতিশ্ৰুতি দিয়াত কংগ্ৰেছে মুঠতে ৯খন প্ৰদেশত চৰকাৰ গঠন কৰিলে।

এনে সময়তে কংগ্ৰেছৰ ভিতৰত দলাদলি ভাবৰ সৃষ্টি হয়। সুভাষচন্দ্ৰ বসুৰ নেতৃত্বত এদল লোকে ব্ৰিটিছৰ বিৰুদ্ধে এক সবল আন্দোলন আৰম্ভ কৰাৰ পোষকতা কৰে, কিন্তু ইয়াৰ বিৰুদ্ধে থিয় হয় গান্ধীজী। ১৯৩৯ চনত গান্ধীজীৰ প্ৰাৰ্থী পট্টভি সীতাৰামায়াক পৰাজিত কৰি সুভাষ বসু পুনৰ কংগ্ৰেছ সভাপতিৰ পদত অধিষ্ঠিত হয়। গান্ধীজীৰ সমৰ্থন অবিহনে নেতাজী বসুৱে সভাপতিৰ দায়িত্ব পালন কৰিবলৈ অসমৰ্থ হ'ল; গতিকে তেওঁ সভাপতি পদ ত্যাগ কৰি 'ফৰৱাৰ্ড ব্লক' নামেৰে এটা নতুন দল গঠন কৰিলে (১৯৩৯)। ইতিমধ্যে ইউৰোপত দ্বিতীয় মহাসমৰ আৰম্ভ হয় (ছেপ্টেম্বৰ, ১৯৩৯)। লৰ্ড লিনলিথগ'ই ভাৰতৰ পক্ষৰপৰাও জাৰ্মেনিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাত কংগ্ৰেছ অসন্তুষ্ট হ'ল। কংগ্ৰেছে ব্ৰিটিছ চৰকাৰক যুদ্ধৰ আদৰ্শ ঘোষণা কৰিবলৈ আহ্বান জনালে। চৰকাৰৰপৰা কোনো সঁহাৰি নোপোৱাত কংগ্ৰেছে কংগ্ৰেছী মন্ত্ৰীসভা-বোৰক পদত্যাগ কৰিবলৈ নিৰ্দেশ দিয়ে। এই সময়তে মুছলিম লিগে কেইবাখনো প্ৰদেশত মন্ত্ৰীসভা গঠন কৰি হিন্দু-মুছলমানৰ সম্বন্ধ অধিক বিষময় কৰি তুলিলে।

১৯৪০ চনৰ আগভাগত যুদ্ধৰ গতি বেয়াৰ ফালে চাল খায়। কংগ্ৰেছে ব্ৰিটেইনৰ দুৰৱস্থাৰ কোনো সুযোগ গ্ৰহণ কৰিব নুখুজিলে; বৰঞ্চ সহযোগী মনোভাবেৰে চৰকাৰক পূৰ্ণ স্বাধীনতাৰ প্ৰতিশ্ৰুতি দিবলৈ

আৰু কেন্দ্ৰত এটা অন্তঃকালীন জাতীয় চৰকাৰ গঠন কৰিবলৈ আহ্বান জনালে (২৭ জুলাই, ১৯৪০)। গৱৰ্ণৰ জেনেৰেল লৰ্ড লিনলিথগো'ই স্বাধীনতাৰ কোনো প্ৰতিশ্ৰুতি নিদিলে, কিন্তু যুদ্ধৰ অন্তত ভাৰতৰ সংবিধান এখন ৰচনা কৰাৰ অৰ্থে বিহিত ব্যৱস্থা ল'ব বুলি ঘোষণা কৰিলে। তদুপৰি বৰ্তমান পৰিস্থিতিত তেওঁ এখন সমৰ পৰিষদ গঠন কৰিবলৈ আৰু কাৰ্যনিৰ্বাহক পৰিষদৰ সম্প্ৰসাৰণ ঘটাবলৈকে ইচ্ছা প্ৰকাশ কৰিলে। ১৯৪০ চনৰ আগষ্ট মাহত এনে প্ৰস্তাৱ আগবঢ়োৱা বাবে ইয়াক 'আগষ্ট প্ৰস্তাৱ' (August offer) বুলি কোৱা হয়। 'আগষ্ট প্ৰস্তাৱ'ত কংগ্ৰেছ সন্তুষ্ট নহ'ল আৰু মহাত্মা গান্ধীয়ে একক সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰিলে। বহুতো সত্যাগ্ৰহী জেলত পৰিল। মুছলিম লিগে সত্যাগ্ৰহ আন্দোলন কংগ্ৰেছৰ এক অভিসন্ধিমূলক কাৰ্য বুলি অভিহিত কৰিলে আৰু চৰকাৰক কংগ্ৰেছৰ দাবী পূৰণ নকৰিবলৈ আবেদন জনালে। ইতিমধ্যে মুছলিম লিগে মুছলমানসকলৰ বাবে এখন পৃথক ৰাজ্যৰ দাবী কৰে (মাৰ্চ, ১৯৪০)।

ইফালে ১৯৪১ চনত জাপানে মিত্ৰপক্ষৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাত দ্বিতীয় মহাসমৰ এছিয়ালৈকো সম্প্ৰসাৰিত হয়। জাপানৰ হাতত ব্ৰিটিছ ঘাটিসমূহৰ এটা এটাকৈ পতন ঘটিল। ৮ মাৰ্চত (১৯৪২) দিনা জাপানী সৈন্যই ৰেংগুনত প্ৰৱেশ কৰে। ৰেংগুন পতনে ভাৰতৰ নিৰাপত্তা বিপদাপন্ন কৰি তুলিলে। ভাৰতীয় লোকৰ সমৰ্থন অবিহনে জাপানৰ অগ্ৰগতি ৰোধ কৰা অসম্ভৱ বুলি বুজিব পাৰি চাৰ উইনষ্টন চাৰ্চিলে আলাপ-আলোচনাৰ বাবে ব্ৰিটিছ মন্ত্ৰীসভাৰ অন্যতম সদস্য চাৰ ষ্টাফৰ্ড ক্ৰিপছক ভাৰতলৈ পঠাই দিয়ে। ১৯৪২ চনৰ ২২ মাৰ্চ তাৰিখে ভাৰতত উপস্থিত হৈ ক্ৰিপছে কংগ্ৰেছ, মুছলিম লিগ, হিন্দু মহাসভা আদি বিভিন্ন দল-উপদলৰ নেতৃবৃন্দৰ লগত সাক্ষাৎ কৰে। আলোচনাৰ অন্তত তেওঁ শাসন-সংস্কাৰ সম্পৰ্কীয় এটা প্ৰস্তাৱ দাঙি ধৰে। এই প্ৰস্তাৱত 'ডমিনিয়ন ষ্টেটাছ' আৰু সংবিধান প্ৰণয়নৰ বাবে যুদ্ধৰ অন্তত সংবিধান সভা গঠনৰ বিষয়ে কোৱা হয়। আন কথাত, ক্ৰিপছে লৰ্ড লিনলিথগো'ৰ 'আগষ্ট প্ৰস্তাৱ'কে পুনৰ দোহাৰে। ক্ৰিপছৰ প্ৰস্তাৱত একো নতুনত্ব বিচাৰি নাপাই কংগ্ৰেছে তাক অগ্ৰাহ্য কৰে। 'It is a post-dated cheque on a crashing bank'— এইবুলি গান্ধীজীয়ে মন্তব্য কৰিলে।

পাকিস্তানৰ দাবী স্বীকৃত নোহোৱাৰ বাবে মুছলিম লিগেও ক্রিপছ প্রস্তাবৰ বিৰোধিতা কৰিলে। বিফল মনোৰথ হৈ ক্রিপছ স্বদেশলৈ উলটি গ'ল।

**ভাৰত ত্যাগ আন্দোলন :** ভাৰতৰ ৰাজনৈতিক পৰিস্থিতি উদ্বেগজনক হৈ উঠাৰ সময়তে যুদ্ধৰ পৰিসৰ ভাৰত সীমান্তলৈকে বৃদ্ধি পায়। ১৯৪২ চনৰ মে' মাহত জাপানে ব্রহ্মদেশ দখল কৰি কলিকতা আক্রমণ কৰিবলৈ উদ্যত হয়। এনে সময়তে গান্ধীজীয়ে তেওঁৰ 'হৰিজন' কাকতত ব্রিটিছক 'ভাৰত ত্যাগ' কৰিবলৈ আহ্বান জনায়। গান্ধীজীৰ মতে ব্রিটিছ শাসনৰ কাৰণেই জাপানে ভাৰত আক্রমণ কৰিবলৈ উদ্যত হৈছে ; যদি ব্রিটিছে ভাৰত ত্যাগ কৰে তেন্তে সেই সম্ভাৱনা একেবাৰে লোপ পাব। ব্রিটিছক ভাৰত ত্যাগ কৰাবলৈ গান্ধীজীয়ে পুনৰ আন্দোলন আৰম্ভ কৰিবলৈ মনস্থ কৰে। এই বিষয় লৈ কংগ্রেছৰ মাজত কাজিয়াৰ সূত্রপাত হয়। জৱাহৰলাল নেহৰু আৰু কংগ্রেছ সভাপতি আজাদে প্রথমতে আন্দোলনৰ বিৰোধিতা কৰে, কিয়নো তেওঁলোকৰ মতে এনে সময়ত চৰকাৰে কোনো গণ আন্দোলন সহ্য নকৰে। গান্ধীয়ে তেওঁলোকক ৱৰ্কিং কমিটিৰপৰা পদত্যাগ কৰিবলৈ কোৱাত পৰিস্থিতিৰ আৰু অৱনতি ঘটিল। চৰ্দাৰ পেটেলৰ মধ্যস্থতাত ঘটনাৰ নিষ্পত্তি হয় আৰু ১৪ জুলাই তাৰিখে কংগ্রেছ ৱৰ্কিং কমিটিয়ে বিখ্যাত 'ভাৰত ত্যাগ' প্রস্তাৱ গ্রহণ কৰে। এই প্রস্তাৱত ব্রিটিছক ভাৰত ত্যাগ কৰিবলৈ ক'বা হয়। ইয়াৰ লগতেই কংগ্রেছে ব্যাপক আন্দোলন কৰিব বুলি চৰকাৰক সাৱধান কৰি দিয়া হয়। বোম্বাইৰ কংগ্রেছ অধিৱেশনে ৱৰ্কিং কমিটিৰ ১৪ জুলাইৰ প্রস্তাৱত অনুমোদন জনালে (৮ আগষ্ট, ১৯৪২)।

নেহৰু আৰু আজাদে ভবাৰ দৰে ব্রিটিছ চৰকাৰে যুদ্ধাৱস্থাত কোনো আন্দোলন সহ্য নকৰিলে। ৯ আগষ্টৰ পুৱাই গান্ধী, নেহৰু, আজাদ, পেটেল আদি বহুতো নেতাক গে্রপ্তাৰ কৰা হয়। চৰকাৰে ভাবিছিল যে কংগ্রেছ নেতৃবৃন্দক আটক কৰিলে আন্দোলন আপোনা-আপুনি বন্ধ হ'ব, কিন্তু সি হৈ নুঠিল। বৰঞ্চ গান্ধীজীয়ে অহিংসভাৱে আৰম্ভ কৰিব খোজা আন্দোলনে সহিংস ৰূপহে ধাৰণ কৰিলে। সমগ্র ভাৰততে হিংসাত্মক কাৰ্য্য অনুষ্ঠিত হ'ল। শিক্ষক আৰু ছাত্রসকলে স্কুল-কলেজ

বৰ্জন কৰি আৰু শ্ৰমিকসকলে ধৰ্মঘট কৰি ব্ৰিটিছৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰিলে। কিছুমান পুলিছ থানা, ডাকঘৰ আৰু ৰেলষ্টেচন জুই লগাই ভস্মীভূত কৰা হয়। বহুতো ঠাইত ইলেকট্ৰিক আৰু টেলিগ্ৰাফ লাইন কাটি পেলোৱা হ'ল, ৰেল লাইন তুলি পেলোৱা হ'ল আৰু চৰকাৰী কাৰ্যালয় আদিত অগ্নিসংযোগ কৰা হ'ল। ভাৰতবাসীৰ বিদ্ৰোহ দমন কৰিবলৈ চৰকাৰে কঠোৰ ব্যৱস্থা গ্ৰহণ কৰে। ১৯৪২ৰ শেষলৈকে পুলিছ আৰু সৈন্য বাহিনীৰ লোকে ৫৩৮ বাৰ গুলী চলায় আৰু তাৰ ফলস্বৰূপে ৯৪০ জনৰ মৃত্যু ঘটে আৰু ১,৬০০ জন আহত হয়। গান্ধীজীয়ে চৰকাৰৰ অত্যাচাৰ আৰু ভাৰতবাসীৰ হিংসাত্মক কাৰ্য—ইয়াৰ কোনো-টোকে সমৰ্থন কৰা নাছিল। গতিকে ১৯৪৩ চনৰ ১০ ফেব্ৰুৱাৰি তাৰিখে আগা খাঁৰ প্ৰাসাদত তিনি সপ্তাহৰ কাৰণে অনশন আৰম্ভ কৰে। গান্ধীজীৰ সেই সময়ত ৭৩ বছৰ বয়স আৰু এই বয়সত দীৰ্ঘ-দিনীয়া অনশনে তেওঁৰ স্বাস্থ্যৰ ক্ষতি কৰিব বুলি জানিও ব্ৰিটিছ চৰকাৰে তেওঁক মুক্তি নিদিলে। বৰঞ্চ তেওঁৰ মৃত্যু হ'লে শেষ ক্ৰিয়া সম্পাদন কৰিবলৈ চৰকাৰ সাজু হৈ ৰ'ল। চৰকাৰৰ মনোভাৱত অসন্তুষ্ট হৈ লৰ্ড লিনলিথগ'ৰ কাৰ্যনিৰ্বাহক পৰিষদৰ পৰা তিনিজন ভাৰতীয় সদস্যই পদত্যাগ কৰিলে।

**সুভাষ চন্দ্ৰ বসু আৰু আজাদ হিন্দ ফৌজ :** ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ এজন নিৰ্ভীক সৈনিক হ'ল নেতাজী সুভাষ চন্দ্ৰ বসু (১৮৯৭-১৯৪৫)। কলিকতাৰ স্কটিছ চাৰ্চ কলেজৰ পৰা স্নাতকৰে বি. এ. পাছ কৰি তেওঁ আই. চি. এছ. পৰীক্ষা দিবলৈ বিলাতলৈ যায়। উক্ত পৰীক্ষাত তেওঁ চতুৰ্থ স্থান লাভ কৰিলে যদিও ভাৰতলৈ উলটি আহি তেওঁ দেশবন্ধু চিত্তৰঞ্জন দাসৰ আহ্বানক্ৰমে কংগ্ৰেছত যোগ দিয়ে। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰা কাৰণে তেওঁ কাৰা-বৰণ কৰিবলগীয়া হয়।

সৰুৰে পৰা সুভাষ চন্দ্ৰ আছিল উগ্ৰপন্থী। কংগ্ৰেছত যোগদান কৰিলেও তেওঁ কংগ্ৰেছৰ আদৰ্শক সৰ্বান্তঃকৰণে গ্ৰহণ কৰিব পৰা নাছিল। ১৯২৮ চনত কংগ্ৰেছে যেতিয়া নেহৰু সংবিধানৰ ভিত্তিত 'ঔপনিবেশিক স্বায়ত্তশাসন' দাবী কৰে, তেওঁ জৱাহৰলাল নেহৰুৰ লগত ইয়াৰ বিপক্ষে থিয় দিয়ে।

নিজৰ ব্যক্তিগত প্ৰতিভাৰ বলত তেওঁ কংগ্ৰেছৰ এজন শীৰ্ষস্থানীয় নেতা হৈ পৰিল আৰু হৰিপুৰা কংগ্ৰেছ অধিবেশনত (১৯৩৮) তেওঁ সভাপতি পদত অধিষ্ঠিত হয়। ইয়াৰ পাছৰ বছৰতো তেওঁ সভাপতিৰ পদ লাভ কৰে, কিন্তু ইতিমধ্যে মহাত্মা গান্ধীৰ লগত মতানৈক্যৰ সৃষ্টি হোৱাত তেওঁ কংগ্ৰেছ পৰিত্যাগ কৰি 'ফৰৱাৰ্ড ব্লক' নামে এটা নতুন দল প্ৰতিষ্ঠা কৰিলে।

জাতীয় আন্দোলনৰ শামুকীয়া গতিত সুভাষ বসু অধৈৰ্য্য হৈ পৰিল। ব্ৰিটিছৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰামৰ পৰিকল্পনা কৰি তেওঁ ১৯৪১ চনত ভাৰতবৰ্ষৰ পৰা আত্মগোপন কৰি ওলাই গৈ শেষত জাৰ্মেনিত উপস্থিত হয় আৰু হিটলাৰৰ সহযোগত ভাৰতীয় যুদ্ধ বন্দীসকলক লৈ এটা সৈন্য-বাহিনী গঠন কৰে। ইতিমধ্যে জাপানে মালয় জয় কৰাত বহুতো ভাৰতীয় সৈন্য জাপানৰ হাতত বন্দী হ'ল। সুভাষ বসুৱে এইবাৰ জাপানৰ লগত এটা বুজা-পৰাতো উপনীত হৈ 'আজাদ হিন্দ ফৌজ' (Indian National Army) নামেৰে এটা বাহিনী গঠন কৰিলে (১৯৪৩)। লগতে ছিংগাপুৰত 'আজাদ হিন্দ চৰকাৰ' এটাও গঠন কৰা হয়। এই বিষয়ত তেওঁক বিশেষভাৱে সহায় কৰে ৰাসবিহাৰী বসুৱে। ১৯৪৩ চনৰ আগষ্টত সুভাষ বসুৱে 'আজাদ হিন্দ ফৌজ'ৰ নেতৃত্ব গ্ৰহণ কৰে। সেই সময়ৰ পৰা তেওঁ 'নেতাজী' নামে প্ৰসিদ্ধ হয়।

ছিংগাপুৰত স্বাধীন ভাৰতৰ চৰকাৰ এটা গঠন কৰি নেতাজীয়ে ব্ৰিটিছৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। জাপানী সৈন্যৰ সাহায্যত আজাদ হিন্দ ফৌজ অসমৰ ফালে অগ্ৰসৰ হয়। এই ফৌজে কহিমাত প্ৰৱেশ কৰিলে, কিন্তু তাতকৈ আৰু বেছি আগুৱাব নোৱাৰিলে। ১৯৪৫ চনৰ এপ্ৰিল মাহত জাপানে পৰাজয় বৰণ কৰাৰ লগে লগে আজাদ হিন্দ ফৌজেও ব্ৰিটিছৰ হাতত আত্মসমৰ্পণ কৰিবলৈ বাধ্য হয়। সেই বছৰৰে ২৩ আগষ্টত ফৰমোছাৰ এটা বিমান দুৰ্ঘটনাত সুভাষ চন্দ্ৰ বসুৰ মৃত্যু হোৱা বুলি সন্দেহ কৰা হয়।

নেতাজীৰ অভিযান বিফল হ'ল যদিও ই পৰৱৰ্তী কালৰ ঘটনাৱলীৰ ওপৰত এক গভীৰ প্ৰভাৱ বিস্তাৰ কৰে। ১৯৪৬ চনৰ ৰাজকীয় নৌ-বাহিনীৰ বিদ্ৰোহ নেতাজীৰ আদৰ্শৰ ভিত্তিত গঢ়ি উঠিছিল বুলি ক'ব পাৰি। তদুপৰি আজাদ হিন্দ ফৌজৰ ভিবিজন বিষয়াৰ বাজহুৱা

বিচাৰে ভাৰতবাসীক এক নতুন উদ্দীপনা যোগালে। বিচাৰত হিন্দ ফৌজৰ সমূহ কাৰ্য্য-কলাপৰ কথা প্ৰকাশ পালে আৰু শাহনৱাজ, ধীলন আৰু চাইগল ভাৰতবাসীৰ মনত আদৰ্শ স্থানীয় লোক হৈ পৰিল। কংগ্ৰেছে নেতাজীৰ কাৰ্য্য-কলাপ সমৰ্থন কৰিব পৰা নাছিল যদিও সেই তিনিজন বিষয়াক ৰক্ষা কৰিবলৈ জৱাহৰলাল নেহৰু প্ৰমুখ্যে তিনিজন অধিবক্তাক নিযুক্ত কৰিলে। তেওঁলোকৰ মুক্তিৰ দাবীত ভাৰত ঐক্যবদ্ধ হ'ল। অৱশেষত ব্ৰিটিছ চৰকাৰে তেওঁলোকক ক্ষমা প্ৰদান কৰে।

**ৰক্ষুৱা চৰকাৰ আৰু ভাৰতৰ স্বাধীনতা:** লৰ্ড লিনলিথগ'ৰ কাৰ্য্যকালত (১৯৩৬-৪৩) ভাৰতৰ ৰাজনৈতিক পৰিস্থিতিৰ বিশেষ সলনি নহ'ল। ১৯৪৩ চনত তেওঁৰ কাৰ্য্যকালৰ সামৰণি পৰিল আৰু তেওঁৰ ঠাইত ভাৰতৰ প্ৰাক্তন সৰ্বাধিনায়ক লৰ্ড ৱাভেলক নিযুক্ত কৰা হয়। ইতিমধ্যে মুছলিম লিগে লাহোৰ অধিবেশনৰপৰাই (১৯৪০) পাকিস্তানৰ দাবী তুলি কংগ্ৰেছৰ লগত সহযোগ কৰাৰ পৰা বিৰত আছিল। পাকিস্তান অবিহনে ভাৰতৰ ৰাজনৈতিক প্ৰশ্ন সমাধানৰ কোনো সম্ভাৱনা নোহোৱা হ'ল। এনে সময়তে চক্ৰৱৰ্তী ৰাজাগোপালাচাৰীয়ে সাম্প্ৰদায়িক সমস্যা সমাধানৰ বাবে এটা সূত্ৰ উদ্ভাৱন কৰে (৮ এপ্ৰিল, ১৯৪৪)। এই সূত্ৰমতে (১) মুছলিম লিগে ভাৰতৰ স্বাধীনতাৰ বাবে কংগ্ৰেছৰ লগত সহযোগ কৰিব; (২) যুদ্ধৰ অন্তত মুছলমান প্ৰধান অঞ্চলসমূহৰ মতসাপেক্ষে এখন পৃথক ৰাষ্ট্ৰৰ সৃষ্টি কৰা হ'ব; (৩) পৃথক ৰাষ্ট্ৰ গঠনৰ বাবে নিশ্চিত সিদ্ধান্ত হ'লে প্ৰতিৰক্ষা, বাণিজ্য, পৰিবহন আদিৰ মিটিমা বিষয়বোৰ যুটীয়াভাৱে পৰিচালিত হ'ব; (৪) সীমান্তত থকা জিলা অথবা জনসাধাৰণে নিজ ইচ্ছামতে কোনোবা এখন ৰাষ্ট্ৰৰ লগত যোগদান কৰিব পাৰিব। ৰাজাজীৰ সূত্ৰত এই কথা স্পষ্ট কৰি দিয়া হয় যে উপৰোক্ত ব্যৱস্থাসমূহ ভাৰতে স্বাধীনতা লাভ কৰাৰ পাছতহে কাৰ্য্যকৰী কৰা হ'ব।

১৯৪৪ চনৰ ৬ মে' তাৰিখে চৰকাৰে গান্ধীজী আৰু ৱৰ্কিং কমিটিৰ আন কেইবাজনো সদস্যক মুকলি কৰি দিলে। স্বাস্থ্যজনিত কাৰণত তেওঁলোকক এৰি দিয়া হয় বুলি কোৱা হয়, কিন্তু আন্তৰ্জাতিক পৰিস্থিতিৰ হেঁচাতহে তেনে এক ব্যৱস্থা ল'বলৈ ব্ৰিটিছ চৰকাৰ বাধ্য

হ'ল। সি যি কি নহওক, কাৰাগাৰৰপৰা মুক্তি লাভ কৰি গান্ধীজীয়ে বাঙালী সুত্ৰৰ ভিত্তিত মহম্মদ আলি জিন্নাৰ লগত আলাপ-আলোচনা আৰম্ভ কৰে। আলোচনা ফলপ্ৰসূ নহ'ল আৰু জিন্নাই পাকিস্তান আৰু হিন্দুস্তানৰ ভিত্তিতহে সকলো প্ৰশ্ন সমাধান কৰা সম্ভৱ বুলি ঘোষণা কৰিলে। ইতিমধ্যে গান্ধীজীয়ে জিন্নাক 'কায়দ-ই- আজম' আখ্যাৰে বিভূষিত কৰাত তেওঁৰ সম্মান দুগুণে বৃদ্ধি পালে।*

১৯৪৫ চনৰ মাৰ্চ মাহত গৱৰ্ণৰ জেনেৰেল লৰ্ড ৱাভেল ইংলেণ্ডলৈ যায় আৰু কৰ্তৃপক্ষৰ লগত আলোচনা কৰি শাসন-সংস্কাৰ সম্পৰ্কে এক উল্লেখযোগ্য বিবৃতি দিয়ে। বিবৃতিত তেওঁ কয় যে ভাৰতীয় নেতৃবৰ্গক লৈ তেওঁ কাৰ্য্যনিৰ্বাহক পৰিষদখন পুনৰ গঠন কৰিব। কাৰ্য্যনিৰ্বাহকৰ আটাইবোৰ সদস্যই হ'ব ভাৰতীয়, কিন্তু ভাইচৰয় আৰু সৰ্বাধিনায়কৰ দায়িত্ব ব্ৰিটিছৰ হাতত্তে থাকিব। তেওঁ লগতে ইয়াকো জনায় যে কাৰ্য্যনিৰ্বাহক পৰিষদত হিন্দু আৰু মুছলমানৰ সমানসংখ্যক প্ৰতিনিধি লোৱা হ'ব। সেই বিষয়ে ব্যৱস্থা ল'বলৈ তেওঁ জুন মাহৰ ২৬ তাৰিখে ছিমলাত এখন সভা আহ্বান কৰে। ইয়াৰ আগতে নেহৰু, পেটেল, আজাদ আদি কংগ্ৰেছ নেতৃবৃন্দক মুক্তি দিয়া হয় (১৫ জুন, ১৯৪৫)।

ছিমলা সম্মিলনত প্ৰতিনিধি নিৰ্বাচনৰ বিষয় লৈ কংগ্ৰেছ আৰু মুছলিম লিগৰ মাজত ঘোৰ মতানৈক্যই দেখা দিয়ে। কংগ্ৰেছে কেইজনমান মুছলমান লোককো কাৰ্য্যনিৰ্বাহক পৰিষদৰ সদস্য কৰি ল'ব খোজাত জিন্নাই তাৰ বিৰোধিতা কৰিলে। জিন্নাৰ মতে কংগ্ৰেছে হিন্দু সদস্য আৰু লিগে মুছলমান সদস্যক মনোনীত কৰিব লাগে। জাতীয় অনুষ্ঠান হিচাপে কংগ্ৰেছে মুছলমান সদস্য মনোনীত কৰা অধিকাৰ ত্যাগ কৰিবলৈ অস্বীকাৰ কৰিলে। ছিমলা সম্মিলন বিফল হ'ল।

---

*মৌলানা আবুল কালাম আজাদে কয় যে আমটাছ ছালাম নামৰ এগৰাকী মহিলাৰ পৰামৰ্শ অনুযায়ী গান্ধীজীয়ে কোনো বক্তৃতা-চিঠিত্ৰে জিন্নাক 'কায়দ-ই-আজম' অৰ্থাৎ মহান নেতা বুলি সম্বোধন কৰে। এই সম্বোধন কৰি দিয়া চিঠিখন বাতৰি কাকতত প্ৰকাশ কৰা হয়। আজাদৰ মতে 'When Indian Musalmans saw that Gandhiji also addressed Mr. Jinnah as Qaid-ı-Azam, they felt he must really be so.'

১৯৪৫ চনৰ আগষ্ট মাহত ইংলেণ্ডৰ যুদ্ধকালীন মন্ত্ৰীসভাৰ পতন ঘটিল। বনুৱা দলৰ নেতা ক্লিমেণ্ট এটলিয়ে এখন নতুন চৰকাৰ গঠন কৰে। বনুৱা দল আগৰেপৰা ভাৰতৰ প্ৰতি সহানুভূতিশীল আছিল আৰু সেই কাৰণে শাসনত অধিষ্ঠিত হৈ ভাৰতৰ সমস্যাৱলীত মনোনিবেশ কৰিলে। কেন্দ্ৰীয় আৰু প্ৰাদেশিক বিধান সভাৰ নিৰ্বাচন যুদ্ধৰ সময়ত স্থগিত ৰখা হৈছিল। এতিয়া সেই নিৰ্বাচন পতাৰ কথা ঘোষণা কৰা হয়। ১৯৪৬ চনৰ প্ৰাৰম্ভণিতে নিৰ্বাচন অনুষ্ঠিত হয়। সাধাৰণ আসনবোৰত কংগ্ৰেছে আৰু মুছলমান আসনবোৰত মুছলিম লিগে জয় লাভ কৰিলে। অৱশ্যে মুছলিম লিগে বংগ দেশ আৰু সিন্ধু প্ৰদেশতহে চৰকাৰ গঠন কৰিবলৈ সক্ষম হয়। পঞ্জাবত এখন সংযুক্ত চৰকাৰ প্ৰতিষ্ঠিত হ'ল। ৰাজকীয় ভাৰতীয় নৌ-বাহিনীৰ বিদ্ৰোহৰ পিছদিনাই বৃটিচ চৰকাৰে কেবিনেট পৰ্য্যায়ৰ তিনি গৰাকী মন্ত্ৰীক ভাৰতলৈ পঠাবলৈ ঠিক কৰে (১৯ ফেব্ৰুৱাৰি, ১৯৪৬)। লৰ্ড পেথিক লৰেন্সৰ নেতৃত্বত গঠিত হোৱা এই মিছনটোক 'কেবিনেট মিছন' বা মন্ত্ৰী মিছন বুলি কোৱা হয়। লৰেন্সৰ উপৰি, কেবিনেট মিছনৰ আন দুজন সদস্য হ'ল—এ ভি আলেকজেণ্ডাৰ আৰু ছাৰ ষ্টাফ'ৰ্ড ক্ৰিপছ। ১৯৪৬ চনৰ ১৫ মাৰ্চৰ দিনা প্ৰধান মন্ত্ৰী এটলিয়ে ভাৰতৰ স্বাধীনতা দান কৰা সম্পৰ্কেও এটা বিবৃতি দিয়ে।

১৯৪৬ চনৰ ২৩ মাৰ্চৰ দিনা কেবিনেট মিছন ভাৰতত উপস্থিত হয়। মিছনৰ সদস্যসকলে কংগ্ৰেছ আৰু লিগৰ নেতৃবৃন্দৰ লগত বিস্তৃত আলোচনা কৰিলে, কিন্তু সাম্প্ৰদায়িক প্ৰশ্নৰ কোনো মীমাংসা কৰিব নোৱাৰিলে। মহম্মদ আলি জিন্নাই আলোচনাৰ কোনো স্তৰতে পাকিস্তানৰ দাবী পৰিহাৰ কৰিবলৈ মান্তি নহ'ল। শেষত ১৬ মে'ৰ দিনা কেবিনেট মিছনে এখন নিজা আঁচনি আগবঢ়ায়। মিছনৰ আঁচনি মতে (১) ভাৰতত এখন যুক্তৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰা হ'ব আৰু যুক্তৰাষ্ট্ৰীয় চৰকাৰে প্ৰতিৰক্ষা, পৰিবহন আৰু বৈদেশিক পৰিক্ৰমা বিষয়ৰ তদাৰক কৰিব; (২) সকলো প্ৰদেশ আৰু ৰাজ্যই আন আন বিষয়ত সমান ক্ষমতা লাভ কৰিব; (৩) বৃটিচ ভাৰতীয় প্ৰদেশবোৰ ধৰ্ম সম্প্ৰদায় অনুযায়ী 'ক', 'খ' আৰু 'গ' শ্ৰেণীত বিভক্ত কৰা হ'ব; (৪) প্ৰাদেশিক আৰু ৰাজ্যিক বিধান সভাসমূহৰ প্ৰতিনিধিবৰ্গক লৈ এখন সংবিধান সভা

বহুউৰা হ'ব আৰু (৫) সদাহতে বিভিন্ন ৰাজনৈতিক দলৰ প্ৰতিনিধি-বৰ্গক লৈ এটা অন্তঃকালীন চৰকাৰ প্ৰতিষ্ঠা কৰা হ'ব।

কংগ্ৰেছ অন্তঃকালীন চৰকাৰত যোগ দিবলৈ মান্তি নহ'ল কিন্তু সংবিধান প্ৰণয়নৰ কাৰণে সংবিধান সভাত অংশ গ্ৰহণ কৰিবলৈ সিদ্ধান্ত কৰিলে। মুছলিম লিগে কেবিনেট মিছনৰ আঁচনি গ্ৰহণ কৰে আৰু ৱাভেলক অন্তঃকালীন চৰকাৰ গঠন কৰিবলৈ আহ্বান জনায়। কংগ্ৰেছৰ বিৰোধিতাৰ কাৰণে গভৰ্নৰ জেনেৰেল চৰকাৰ গঠন কৰিবলৈ সন্মত নহ'ল। জিন্না অসন্তুষ্ট হ'ল আৰু কেবিনেট মিচনৰ আঁচনি সম্পূৰ্ণৰূপে অগ্ৰাহ্য কৰিলে। ইফালে সংবিধান সভাৰ নিৰ্বাচনত কংগ্ৰেছে সংখ্যা-গৰিষ্ঠতা লাভ কৰাত জিন্নাৰ ধৈৰ্য্যচ্যুতি হ'ল। পাকিস্তানৰ স্বপ্ন বিফল হোৱাৰ সম্ভাৱনা দেখি ১৬ আগষ্ট তাৰিখে প্ৰত্যক্ষ সংগ্ৰাম দিবস পালন কৰিবৰ বাবে মুছলমানসকলক আহ্বান জনালে। প্ৰত্যক্ষ সংগ্ৰামৰ অৰ্থ হ'ল সাম্প্ৰদায়িক অশান্তিৰ সৃষ্টি কৰা। 'লড়কে লেংগে পাকিস্তান'— এই মহামন্ত্ৰ গ্ৰহণ কৰি কলিকতাত মুছলমানসকলে প্ৰত্যক্ষ সংগ্ৰাম দিবস পালন কৰিলে। প্ৰায় তিনি দিন কলিকতা মহানগৰীত প্ৰচণ্ড হত্যাকাণ্ড সংঘটিত হ'ল। এই সময়ছোৱাত প্ৰায় ৭,০০০ লোকৰ মৃত্যু ঘটে। বংগদেশৰ লিগ চৰকাৰে সাম্প্ৰদায়িক সংঘৰ্ষ নিয়ন্ত্ৰণ কৰিবলৈ বিশেষ কোনো চেষ্টা নকৰিলে। কলিকতাৰ পিছত ক্ৰমে নোৱাখালি, ত্ৰিপুৰা, বিহাৰ আৰু পঞ্জাবত ব্যাপক অশান্তিৰ সূত্ৰপাত হয়। সকলো ঠাইতে সংখ্যালঘু সম্প্ৰদায়েই বেছিকৈ ক্ষতিগ্ৰস্ত হ'ল। ভাৰত বিভাজনৰ বাহিৰে সাম্প্ৰদায়িক সমস্যা সমাধান কৰাৰ আন কোনো উপায় নাথাকিল।

ইতিমধ্যে ২ ছেপ্টেম্বৰ তাৰিখে লৰ্ড ৱাভেলে ১২ জন সদস্যক লৈ অন্তঃ-কালীন চৰকাৰ গঠন কৰিলে।* জৱাহৰলাল নেহৰুক উপ-সভাপতি হিচাপে নিয়োগ কৰা হয়। মুছলিম লিগে প্ৰথমতে সহযোগ কৰা নাছিল, কিন্তু শেষত ৱাভেলৰ বুজনিত যোগ দিবলৈ স্থিৰ কৰিলে।

*বাৰজন সদস্য হ'ল—জৱাহৰলাল নেহৰু, চৰ্দাৰ বলদেৱ সিং, ৰাজাগোপালাচাৰী, ৰাজেন্দ্ৰপ্ৰসাদ, আছফ আলি, আলি জহৰ, ছাৰ আহমদ খান, ছি. এইচ. ভাব', জন মাথাই, বল্লভভাই পেটেল, জগজীৱন ৰাম আৰু শৰৎ চন্দ্ৰ বসু।

২৬ অক্টোবৰ তাৰিখে লিগৰ পাঁচজন সদস্যক লৈ ৱাভেলে পুনৰ অন্তঃকালীন চৰকাৰ গঠন কৰিলে। লিগৰ পাঁচজন সদস্য হ'ল—লিয়াকত আলি খান, ইছমাইল ইব্ৰাহিম চুন্দ্ৰিগড়, গজনফৰ আলি খান, যোগেন্দ্ৰ নাথ মণ্ডল আৰু আব্দুৰ নিস্তাৰ। লিগে যোগদান কৰাৰ পৰা অন্তঃকালীন চৰকাৰে সুচাৰুৰূপে কাৰ্যনিৰ্বাহ কৰিব নোৱৰা হ'ল। মুছলিম লিগৰ সদস্যকেইজনে সকলো কথাতে কংগ্ৰেছ সদস্যৰ বিৰুদ্ধাচৰণ কৰিবলৈ ধৰিলে। লৰ্ড ৱাভেলেও লিগ সদস্যসকলৰ পক্ষ গ্ৰহণ কৰাত সমস্যা আৰু বৃদ্ধি পালে। ১৯৪৬ চনৰ ৯ ডিচেম্বৰ তাৰিখে সংবিধান সভাৰ প্ৰথম অধিৱেশনখন আৰম্ভ হয়। মুছলিম লিগে ইয়াত যোগদান কৰাৰ পৰা বিৰত থাকিল। অৱশ্যে লিগে আগতে যোগদান দিব বুলি আশ্বাস দিছিল। লিগ সদস্যই যোগদান নকৰা বাবে লৰ্ড ৱাভেলে ঘোষণা কৰিলে যে সংবিধান সভাই প্ৰস্তুত কৰা সংবিধান মুছলমান প্ৰধান প্ৰদেশসমূহত বলবৎ কৰা নহ'ব।

১৯৪৭ চনৰ ২০ ফেব্ৰুৱাৰীৰ দিনা প্ৰধান মন্ত্ৰী ক্লিমেণ্ট এটলিয়ে ব্ৰিটিছ সংসদত ভাৰত সম্পৰ্কে এক উল্লেখযোগ্য বিবৃতি দিয়ে। এই বিবৃতিত কোৱা হয় যে দায়িত্বসম্পন্ন ভাৰতীয়ৰ হাতত ক্ষমতা অৰ্পণ কৰি ১৯৪৮ চনৰ জুন মাহৰ আগতে ব্ৰিটিছ চৰকাৰে ভাৰত ত্যাগ কৰিব। ক্ষমতা হস্তান্তৰৰ কাম সুচাৰুৰূপে সমাধা কৰিবলৈ লৰ্ড লুই মাউণ্টবেটেনক নতুন ভাইচৰয় হিচাপে নিযুক্তি দিয়াৰ কথাও বিবৃতিত উল্লেখ কৰা হয়। পাকিস্তানৰ স্বপ্নক বাস্তৱত ৰূপায়িত কৰিবৰ কাৰণে মুছলিম লিগে পুনৰ প্ৰত্যক্ষ সংগ্ৰামৰ পথ ল'লে।

১৯৪৭ চনৰ ২৭ মাৰ্চৰ দিনা লৰ্ড মাউণ্টবেটেনে ভাৰতৰ শাসনভাৰ গ্ৰহণ কৰে। তেওঁ কংগ্ৰেছ আৰু মুছলিম লিগৰ লগত আলোচনা কৰি দেখিলে যে ভাৰত বিভাজনৰ বাহিৰে আন একো উপায় নাই। এই সিদ্ধান্তত উপনীত হৈ তেওঁ ৩ জুনৰ দিনা এখন আঁচনি প্ৰকাশ কৰে। এই আঁচনিত ভাৰত বিভাজনৰ প্ৰস্তাৱ দাঙি ধৰা হয়। দুখেৰে সৈতে হ'লেও কংগ্ৰেছে প্ৰস্তাৱ গ্ৰহণ কৰে। মাউণ্টবেটেনৰ আঁচনিত মুছলিম লিগে সন্মত হ'ল। আঁচনিৰ আধাৰত ১৯৪৭ চনৰ জুলাই মাহত ব্ৰিটিছ সংসদে ভাৰত স্বাধীনতা আইনখন গ্ৰহণ কৰিলে। ১৪ আগষ্টৰ দিনা মহম্মদ আলি জিন্নাৰ নেতৃত্বত পাকিস্তান গঠিত হ'ল। ১৪-১৫ আগষ্টৰ

মাজনিশা ঐতিহ্যমণ্ডিত দিল্লী নগৰীত সংবিধান সভাৰ এখন বিশেষ অধিবেশন অনুষ্ঠিত হ'ল। ৰাতি ১২ বজাৰ ঠিক আগে আগে পণ্ডিত জৱাহৰলাল নেহৰুৱে গম্ভীৰস্বৰে ক'বলৈ ধৰিলে: Long years ago we made a tryst with destiny, and now the time comes when we shall redeem our pledge, not wholly or in full measure, but substantially At the stroke of the midnight hour, when the world sleeps, India will awake to life and freedom·

১৫ আগষ্টত ভাৰত স্বাধীন হ'ল। প্ৰায় দুশ বছৰ জোৰা বিটিছ শাসনৰ অন্ত পৰিল। জৱাহৰলাল নেহৰুৰ নেতৃত্বত ভাৰতবাসীয়ে এক নতুন জীৱনৰ পাতনি মেলিলে।

**মুছলিম লিগ আৰু পাকিস্তান :** বিটিছ সাম্ৰাজ্যবাদৰ বিদায়ী পদাঘাত হ'ল ভাৰত বিভাজন। হিন্দু-মুছলমানৰ মাজত থকা সম্প্ৰীতিৰ ভাব নষ্ট কৰি বিটিছ চৰকাৰে পাকিস্তান গঢ়ি তোলাত বিশেষ ৰবঙণি যোগালে। উনবিংশ শতাব্দীৰ শেষাৰ্ধত মুছলমানে সম্প্ৰদায়ৰ শীৰ্ষস্থানীয়লোক ছাৰ ছৈয়দ আহমদ খান আছিল এজন জাতীয়তাবাদী স্বদেশ প্ৰেমিক। তেওঁ ইলবাৰ্ট বিলৰ বিৰোধিতা কৰিছিল আৰু ছিভিল ছাৰ্ভিছ আন্দোলনৰ সমৰ্থক আছিল। হিন্দু-মুছলমানৰ একে স্বাৰ্থৰ কথা উপলব্ধি কৰি তেওঁ মন্তব্য কৰিছিল যে হিন্দু আৰু মুছলমান হ'ল এক ভাৰতমাতাৰ মাত্ৰ দুটা চকু। কিন্তু কংগ্ৰেছ আন্দোলন ক্ৰমাৎ সবল হৈ উঠাত বিটিছ চৰকাৰে মুছলমানসকলক তাৰপৰা আঁতৰাই ৰাখিবলৈ চেষ্টা কৰিলে। এই ক্ষেত্ৰত আলিগড়ৰ 'এংলো-অৰিয়েণ্টেল কলেজ'ৰ প্ৰথম অধ্যক্ষ বেকৰ যথেষ্ট অৰিহণা আছে। বেকৰ প্ৰভাৱত পৰিয়েই ছাৰ ছৈয়দ আহমদ মুছলমান সম্প্ৰদায়ৰ পৃথক স্বাৰ্থ ৰক্ষা কৰিবলৈ যত্নৱান হৈ উঠে। তেওঁ মুছলমানসকলক কংগ্ৰেছ আন্দোলনৰ লগত সহযোগ কৰাৰপৰা বিৰত থাকিবলৈ পৰামৰ্শ দিলে। ১৮৯৮ চনত ছাৰ আহমদৰ মৃত্যু হয় আৰু তাৰ পাছৰপৰা বিটিছ চৰকাৰে পৰিকল্পিতভাৱে হিন্দু-মুছলমানৰ মাজত অপ্ৰীতিৰ বীজ সিঁচিবলৈ লয়।

১৯০৬ চনটো ভাৰতৰ ইতিহাসৰ এটা স্মৰণীয় বছৰ। এই বছৰতেই

ব্ৰিটিছ চৰকাৰে মুছলমানসকলক কংগ্ৰেছৰ প্ৰতিপক্ষ শক্তি হিচাপে থিয় কৰাবলৈ এটা ব্যৱস্থা লয়। আলিগড় মুছলিম কলেজৰ অধ্যক্ষ আৰ্চিবল্ড আৰু ভাইছৰয়ৰ ব্যক্তিগত সচিব ডানলপ স্মিথৰ সহযোগত আগা খানৰ নেতৃত্বাধীন মুছলমান প্ৰতিনিধিৰ দল এটাই ছিমলাত লৰ্ড মিণ্টোক সাক্ষাৎ কৰি মুছলমান সম্প্ৰদায়ৰ কাৰণে পৃথক নিৰ্বাচনৰ ব্যৱস্থা কৰিবলৈ আবেদন জনালে (১ অক্টোবৰ, ১৯০৬)। ভাইছৰয়ে তেওঁলোকৰ আবেদন পূৰণ কৰা হ'ব বুলি আশ্বাস দিলে। ভাৰতৰ ৬ কোটি ২০ লাখ মুছলমান জাতীয়তাবাদী আন্দোলনৰপৰা আঁতৰি আহিল বুলি ব্ৰিটিছ শাসকবৰ্গ আনন্দত উৎফুল্ল হৈ পৰিল। ইয়াৰ পাছতে ঢাকাৰ নবাব ছেলিমউল্লাই 'মুছলিম লিগ' নাম দি মুছলমান সম্প্ৰদায়ৰ বাবে এটা পৃথক অনুষ্ঠান প্ৰতিষ্ঠা কৰে। ব্ৰিটিছ চৰকাৰৰ লগত সহযোগ কৰি মুছলমানৰ স্বাৰ্থ ৰক্ষা কৰাটোৱেই হ'ল মুছলিম লিগৰ আই উদ্দেশ্য। মিণ্টোৰ প্ৰতিশ্ৰুতি মতে ১৯০৯ চনৰ শাসন সংস্কাৰত মুছলমান সম্প্ৰদায়ৰ কাৰণে পৃথক নিৰ্বাচনৰ ব্যৱস্থা কৰা হ'ল। কংগ্ৰেছ আন্দোলনৰপৰা বেছিসংখ্যক মুছলমানেই ক্ৰমাৎ আঁতৰি আহিবলৈ ধৰিলে। ১৯১৬ চনৰ লক্ষ্ণৌ চুক্তিয়ে হিন্দু-মুছলমানৰ মাজত কিছু সময়ৰ বাবে মিলা-প্ৰীতিৰ ভাবৰ সৃষ্টি কৰিছিল যদিও ই স্থায়ী নহ'ল। ১৯২৮-৩০ চনৰপৰা মুছলিম লিগ একপ্ৰকাৰ কংগ্ৰেছৰপৰা বিচ্ছিন্ন হৈ পৰিল।

ভাৰতীয় ৰাজনীতিত সাম্প্ৰদায়িক প্ৰশ্নই প্ৰাধান্য লাভ কৰাত মুছলমানসকলে স্বাভাৱিকতে এখন পৃথক ৰাষ্ট্ৰৰ দাবী তোলে। তেওঁলোকৰ ধাৰণা হ'ল—কংগ্ৰেছে বিচৰা মতে ভাৰতত গণতান্ত্ৰিক শাসনৰ প্ৰৱৰ্তন হ'লে সংখ্যালঘু মুছলমান সম্প্ৰদায়ৰ স্বাৰ্থ ক্ষুণ্ণ হ'ব, কিয়নো গণতান্ত্ৰিক শাসনৰ অৰ্থ হৈছে হিন্দু সংখ্যাগৰিষ্ঠতাৰ শাসন। বহু বছৰ আগতে ছাৰ ছৈয়দ আহমদে সেই আশংকা কৰিছিল আৰু এতিয়া জিন্নাই তাকেই বিশ্বাস কৰিলে। প্ৰথম অৱস্থাত মহম্মদ আলি জিন্না (১৮৭৬-১৯৪৮) আছিল এজন জাতীয়তাবাদী। ১৯১৩ চনত মুছলিম লিগত যোগদান কৰিলেও কংগ্ৰেছৰ লগত তেওঁৰ কোনো বিৰোধ নাছিল। হিন্দু-মুছলমান একতা অবিহনে ভাৰতৰ অগ্ৰগতি অসম্ভৱ বুলি ভাবি লক্ষ্ণৌ চুক্তি (১৯১৬) ৰচনা কৰাত তেওঁ আগভাগ লয়। ১৯২৯ চনত 'নেহেৰু সংবিধানখনলৈ কংগ্ৰেছ আৰু মুছলিম লিগৰ মাজত বিতৰ্কৰ সৃষ্টি হোৱাত

জিন্নাই এটা আপোচ মীমাংসাৰ চেষ্টা কৰে। তেওঁৰ এই চেষ্টা বিফল হয় আৰু ইয়াৰ পাছৰপৰা তেওঁ ক্রমাৎ কংগ্রেছবিদ্বেষী হৈ উঠে। ১৯৪০ চনত তেওঁৰ নেতৃত্বত মুছলিম লিগে প্রথমবাৰৰ বাবে এখন পৃথক ৰাষ্ট্ৰৰ দাবী কৰিলে।

১৯৪০ চনৰ আগতেই অৱশ্যে মুছলমানসকলৰ বাবে পৃথক ৰাষ্ট্ৰ এখনৰ কল্পনা কৰা হৈছিল। ১৯৩০ চনত চাৰ মহম্মদ ইকবালে পঞ্জাব, সিন্ধু, উত্তৰ-পশ্চিম সীমান্ত প্রদেশ আৰু বেলুচিস্তান লৈ এখন মুছলিম ৰাষ্ট্ৰ গঠন কৰাৰ বাবে এটা প্রস্তাব আগবঢ়ায়। ১৯৩৩ চনত চৌধুৰী ৰহমত আলি নামৰ এজন ছাত্ৰই মুছলমান প্রধান অঞ্চলসমূহ যেনে—পঞ্জাব, আফগানিস্তান, কাশ্মীৰ, সিন্ধু আৰু বেলুচিস্তানক লৈ 'পাকিস্তান' গঠন কৰাৰ বাবে পৰামৰ্শ দিয়ে। ইকবাল বা ৰহমত আলিৰ পৰামৰ্শত কোনোৱে বিশেষ গুৰুত্ব আৰোপ নকৰিলে। কিন্তু ১৯৩৮ চনত সিন্ধু প্রদেশৰ প্রাদেশিক মুছলিম লিগে পুনৰ এখন পৃথক ৰাষ্ট্ৰৰ দাবী উত্থাপন কৰাত মুছলমানসকল ক্রমাগত বিচ্ছিন্নতাবাদী হৈ উঠিল। সেয়ে ১৯৩৯ চনত কংগ্রেছী সদস্যসকলে মন্ত্ৰীসভা ত্যাগ কৰাত জিন্নাই মুছলমানসকলক 'নিষ্কৃতি দিৱস' (২ ডিচেম্বৰ, ১৯৩৯) পালন কৰিবলৈ আহ্বান জনালে। ১৯৪২ চনৰপৰা 'পাকিস্তান' মুছলিম লিগৰ কাৰণে জীৱন-মৰণৰ পণ হৈ পৰিল। জিন্নাই ঘোষণা কৰিলে—'আমি পাকিস্তান লাভ কৰিব লাগিব, নহ'লে আমাৰ মৃত্যু নিশ্চিত' (১১ অক্টোবৰ, ১৯৪২)। এই এই সময়ৰপৰা কংগ্রেছ আৰু মুছলিম লিগৰ মাজত সম্ভাৱ স্থাপন কৰা কঠিন হৈ পৰিল। দ্বিতীয় মহাযুদ্ধৰ অৱসানৰ লগে লগে ভাৰত স্বাধীন হোৱাৰ সম্ভাৱনাই দেখা দিয়াত মহম্মদ আলি জিন্না 'পাকিস্তান' সৃষ্টি কৰিবলৈ উঠিপৰি লাগিল। শেষত তেওঁৰ চেষ্টা সফল হ'ল ; ১৪ আগষ্টত (১৯৪৭) পাকিস্তানে জন্ম লাভ কৰিলে।

(ক)

## পৰিশিষ্ট ঃ বংশ তালিকা

### (ক) ঔৰংজেৱৰ পাছৰ মোগল সম্ৰাটসকল

- ঔৰংজেব (১৬৫৮—১৭০৭)
  - মহম্মদ চুলতান (মৃত্যু—১৬৭৬)
  - বাহাদুৰ চাহ প্ৰথম (১৭০৭—১২)
    - জহান্দৰ চাহ (১৭১২-১৩)
      - আলমগীৰ (দ্বিতীয়) (১৭৫৪—১৭৫৯)
        - চাহ আলম (দ্বিতীয়) (১৭৫৯— ১৮০৬)
          - আকবৰ (দ্বিতীয়) (১৮০৬—৩৭)
            - বাহাদুৰ চাহ (দ্বিতীয়) (১৮৩৭—৫৮, ৰেংগুনত মৃত্যু, ১৮৬২)
    - আজিমছান (নিহত-১৭১২)
    - ৰফি-উল-কাদেৰ
      - মহম্মদ ইব্ৰাহিম (১৭২০)
      - চাহজাহান দ্বিতীয় (১৭১৯)
      - ৰফিউদ দৌলত (১৭১৯)
    - জাহান চাহ (নিহত ১৭১২)
      - মহম্মদ চাহ (১৭১৯—৪৮)
        - আহমদ চাহ (১৭৪৮ – ১৭৫৪)
          - বিদাৰ বক্ত
  - মহম্মদ আজম (নিহত—১৭০৭)
  - আকবৰ (মৃত্যু—১৭০৪ বা ১৭০৬)
    - নেকুছিয়াৰ (১৭১৯)
  - কামবক্স (নিহত—১৭০৮)
    - মহীয়াচ চুন্নট
      - চাহজাহান (তৃতীয়)

## (খ) ভোঁচলে বংশ (ছত্রপতিসকল)




( টীকা : প=পত্নী )

## (গ) পেশ্বাসকল



(১) বালাজী বিশ্বনাথ
(১৭১৩—২০)
(২) প্রথম বাজীরাও
(১৭২০—৪০)
চিমনজী আপ্পা
সদাশিব রাও ভাউ
(মৃত্যু-১৭৬১)
(৩) বালাজী বাজীরাও
(১৭৪০—৬১)
(৬) রঘুনাথ রাও
(১৭৭৩-৭৪)
বিশ্বাস রাও
(মৃত্যু-১৭৬১)
(৪) মাধব রাও
(১৭৬১—৭২)
(৫) নারায়ণ রাও
(১৭৭২-৭৩)
(৭) দ্বিতীয় মাধব রাও (নারায়ণ)
(১৭৭৪—৯৬)
অমৃত রাও (তোলনীয়া)
(৯) দ্বিতীয় বাজীরাও
(১৭৯৬—১৮১৮)
(৮) চিমনজী আপ্পা
(১৭৯৬)
নানাচাহেব (তোলনীয়া)

## (ঘ) হায়দবাবাদব নিজাম



## (ঙ) অযোধ্যাৰ নবাবসকল



## (চ) বংগৰ নবাবসকল

(১)

মুৰ্শিদ কুলি জাফৰ খান

(১৭০৩—১৭২৭)

|

কন্যা + স্বামী—ছুজাউদ্দিন

( ১৭২৭—৩৯ )

|

চৰ্ফৰাজ খান

(১৭৩৯—৪০)

(২)

মির্জা মহম্মদ

|

আলিবৰ্দিখান (১৭৪০—৫৬ | হাজী আহমদ

|

আমিনা বেগম + স্বামী - জাইনুদ্দিন

|

ছিৰাজ-উদ-দৌলা

(১৭৫৬—৫৭)

(৩)

মিৰ জাফৰ

(১৭৫৭—৬০ ; ১৭৬৩—৬৫)

|

কন্যা ফাটেমা + স্বামী মিৰকাছিম (১৭৬০—৬৩) | নাজিম-উদ-দৌলা (১৭৬৫ ৬৬) | ছৈফ-উদ-দৌলা (১৭৬৬—৭০)

## (ছ) মহাৰাজ ৰণজিৎ সিঙৰ বংশধৰসকল

মহাসিং
(মৃত্যু ১৭৯২)
|
ৰণজিৎ সিং —(পত্নী : মহতব কউৰ, ৰাজ কউৰ, দিয়া কউৰ, ৰতন কউৰ, ঝিন্দান আৰু অন্যান্য )
(১৭৮০—১৮৩৯)
(ৰজা ১৭৯৮—১৮৩৯)

| | | | | | | |
|---|---|---|---|---|---|---|
| খৰক সিং (১৮৩৯-৪০) | ছেৰ সিং (১৮৪১—৪৩ | তাৰা সিং | কাশ্মীৰ সিং | পিছৰা সিং | মুলতানা সিং | দলীপ সিং (১৮৪৩—৪৯) |
| নও নিহাল সিং (১৮৪০) | | | | | | |

চান্দ কাউৰ (খৰক সিঙৰ পত্নী)
(১৮৪০-৪১)

## (জ) ব্ৰিটিছ গভৰ্ণৰ জেনেৰেল আৰু ভাইছৰয়সকল

### (ক) ফ'ৰ্ট উইলিয়ামৰ (বংগদেশ) গভৰ্ণৰ জেনেৰেল

(১৭৭৪—১৮৩৩)

(ৰেগুলেটিং আইন অনুসাৰে)

১। ৱাৰেন হেষ্টিংছ (১৭৭৪—১৭৮৫)
২। ছাৰ জন মেকফাৰছন—অস্থায়ী (১৭৮৫—১৭৮৬)
৩। লৰ্ড কৰ্ণৱালিছ (১৭৮৬—১৭৯৩)
৪। ছাৰ জন ছোৰ (১৭৯৩—১৭৯৮)
৫। ছাৰ এ ক্লাৰ্ক—অস্থায়ী (মাৰ্চ-মে', ১৭৯৮)
৬। লৰ্ড ৱেলেছলি (১৭৯৮—১৮০৫)
৭। লৰ্ড কৰ্ণৱালিছ (জুলাই-অক্টোবৰ, ১৮০৫)
৮। ছাৰ জৰ্জ বাৰ্লো—অস্থায়ী (১৮০৫—১৮০৭)
৯। লৰ্ড মিণ্ট' (প্ৰথম) (১৮০৭—১৮১৩)
১০। লৰ্ড হেষ্টিংছ (১৮১৩—১৮২৩)
১১। জন আডম—অস্থায়ী (জানুৱাৰি-আগষ্ট, ১৮২৩)
১২। লৰ্ড আমহাৰ্ষ্ট (১৮২৩—১৮২৮)

১৩। উইলিয়াম বাটাৰৱৰ্থ বেইলি—অস্থায়ী (মাৰ্চ-জুলাই, ১৮২৮)
১৪। লৰ্ড উইলিয়াম বেন্টিংক (১৮২৮—১৮৩৩)

## (খ) ভাৰতৰ গভৰ্ণৰ জেনেৰেল

(১৮৩৩—১৮৫৮)

(১৮৩৩ৰ চনদ আইন অনুসাৰে)

১। লৰ্ড উইলিয়াম বেন্টিংক (১৮৩৩—১৮৩৫)
২। চাৰ্লছ মেটকাফ—অস্থায়ী (১৮৩৫-১৮৩৬)
৩। লৰ্ড অকলেণ্ড (১৮৩৬—১৮৪২)
৪ লৰ্ড এলেনবৰ'ৰ' (১৮৪২—১৮৪৪)
৫। উইলিয়াম বাড—অস্থায়ী (জুন-জুলাই, ১৮৪৪)
৬। লৰ্ড হাৰ্ডিঞ্জ (১৮৪৪—১৮৪৮)
৭। লৰ্ড ডেলহাউছি (১৮৪৮—১৮৫৬)
৮। লৰ্ড কেনিং (১৮৫৬—১৮৫৮)

## (গ) গভৰ্ণৰ জেনেৰেল আৰু ভাইছৰয়

(১৮৫৮—১৯৪৭)

(১৮৫৮ৰ ভাৰত চৰকাৰ আইন অনুসাৰে)

১। লৰ্ড কেনিং (১৮৫৮—১৮৬২)
২। লৰ্ড এলগিন (১৮৬২-১৮৬৩)
৩। চাৰ ৰবাৰ্ট নেপিয়াৰ—অস্থায়ী (১৮৬৩)
৪। চাৰ উইলিয়াম ডেনিছন—অস্থায়ী (১৮৬৩)
৫। চাৰ জন লৰেন্স (১৮৬৪—১৮৬৯)
৬। লৰ্ড মেয়' (১৮৬৯—১৮৭২)
৭। চাৰ জন ষ্টেচি—অস্থায়ী (১৮৭২)
৮। লৰ্ড নেপিয়াৰ—অস্থায়ী (১৮৭২)
৯। লৰ্ড নৰ্থব্ৰুক (১৮৭২—১৮৭৬)
১০। লৰ্ড লিটন (১৮৭৬—১৮৮০)
১১। লৰ্ড ৰিপন (১৮৮০—১৮৮৪)
১২। লৰ্ড ডাফৰিন (১৮৮৪—১৮৮৮)
১৩। লৰ্ড লেন্সডাউন (১৮৮৮—১৮৯৪)
১৪। লৰ্ড এলগিন (দ্বিতীয়) (১৮৯৪—১৮৯৯)
১৫। লৰ্ড কাৰ্জন (১৮৯৯—১৯০৪)
১৬। লৰ্ড এম্পথিল—অস্থায়ী (এপ্ৰিল-ডিচেম্বৰ, ১৯০৪)
১৭। লৰ্ড কাৰ্জন (১৯০৪-১৯০৫)

১৮। লর্ড মিন্ট'—দ্বিতীয় (১৯০৫—১৯১০)
১৯। লর্ড হার্ডিঞ্জ—দ্বিতীয় (১৯১০—১৯১৬)
২০। লর্ড চেমছফ'র্ড (১৯১৬—১৯২১)
২১। লর্ড ৰিডিং (১৯২২—১৯২৬)
২২। লর্ড লিটন—দ্বিতীয়, অস্থায়ী (১৯২৫-লর্ড ৰিডিঙৰ অনুপস্থিতিত)
২৩। লর্ড আৰউইন (১৯২৬—১৯৩১)
২৪। লর্ড গছচেন—অস্থায়ী (১৯২৯—লর্ড আৰউইনৰ অনুপস্থিতিত)
২৫। লর্ড উইলিংডন (১৯৩১—১৯৩৬)
২৬। ছাৰ জর্জ ষ্টেনলি (১৯৩৪—লর্ড উইলিংডনৰ অনুপস্থিতিত)
২৭। লর্ড লিনলিথগ' (১৯৩৬—মার্চ, ১৯৩৭)
(১৯৩৫ৰ ভাৰত চৰকাৰ আইনমতে)
২৮। লর্ড লিনলিথগ' (১৯৩৭—১৯৪৩)
২৯। লর্ড ব্ৰেবন—অস্থায়ী (১৯৩৮—লর্ড লিনলিথগ'ৰ অনুপস্থিতিত)
৩০। লর্ড ৱাভেল (১৯৪৩—১৯৪৭)
৩১। ছাৰ জন কলভিন—অস্থায়ী (১৯৪৫, ১৯৪৭ যথাক্ৰমে লর্ড ৱাভেল আৰু লর্ড মাউণ্টবেটেনৰ অনুপস্থিতিত)
৩২। লর্ড মাউণ্টবেটেন (১৯৪৭-১৯৪৮ ব্ৰিটিছৰ শেষ ভাইছৰয় আৰু স্বাধীন ভাৰতৰ প্ৰথম গভর্নৰ জেনেৰেল)

## (ঝ) স্বাধীন ভাৰতৰ শাসনকর্তাসকল

### গভর্ণৰ জেনেৰেল

১। লর্ড মাউণ্টবেটেন (১৯৪৭-১৯৪৮)
২। চক্ৰৱৰ্তী ৰাজা গোপালাচাৰী (১৯৪৮—১৯৫০)

### ৰাষ্ট্ৰপতি

১। ডক্টৰ ৰাজেন্দ্ৰপ্ৰসাদ (১৯৫০—১৯৬২)
২। ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণন (১৯৬২—১৯৬৭)
৩। ডক্টৰ জাকিৰ হুছেইন (১৯৬৭—১৯৬৯)
৪। শ্ৰীভি. ভি. গিৰি (১৯৬৯—১৯৭৪)
৫। শ্ৰীফখৰুদ্দিন আলি আহমদ (১৯৭৪—১১ ফেব্ৰুৱাৰি, ১৯৭৭)

### প্ৰধান মন্ত্ৰী

১। পণ্ডিত জৱাহৰলাল নেহৰু (১৯৪৭—১৯৬৪)
২। লাল বাহাদুৰ শাস্ত্ৰী (১৯৬৪—১৯৬৬)
৩। শ্ৰীমতী ইন্দিৰা গান্ধী (১৯৬৬—মার্চ, ১৯৭৭)